সিন্দূৰ ৰক্তিম অলকা তিলক
পিন্ধালেহি উষাৰাণী,
নিমজ গালত কুসুম ফুলৰ
দিলেহি ৰহণ সানি।

পিন্ধালে কাণত ডালিম ফুলৰ
বাখৰ-পতোৱা কেৰু,
হাত দুখনিত কুঞ্জলতিকাৰ
সোণখতা মুঠিখাৰু।

পিন্ধালে ময়ূৰে গোমচেং মেখেলা
ভমকা-ফুলীয়া চাই,
দিলে বুটা তুলি ফুল বছা ৰিহা
ৰচকী পখিলা বাই।

চাৰু ললন্তিকা নাৰ্জী ফুলৰ
আকণৰ কোত্‌মণি,
কাজলী ধৱলী অপৰাজিতাৰ
কঁকালৰ কৰধনি।

সাজি-কাচি যেন আছে পাটৰাণী
গোলাপী শয্যাত বহি,
কিবা অপৰূপ ৰূপ-লাৱণ্যত
পেলালে জগত মুহি।

ধৰিছে যোগান ফুলৰাণীসৱে
ফুলৰেণু কুঁহিপাত,
কোনোজনী আহি লছনৰ গুৰি
ছটিয়ায় ফাকু গাত।

কন্দর্প-কুমাৰ প্রেমিক বসন্ত
আহিছে দৰাটি সাজি
বিবিধ সুৰত পৱিত্র প্রেমৰ
উঠিছে বাজনা বাজি।

মাৰিলেহি মেঘে ঢোলত চাপৰ
জিলীয়ে বজায় কালি,
টুনী বুলবুলি নাচে ছেৱে ছেৱে
হেটুলুকা ওজাপালী।

নৱ পল্লৱিত তৰু শাখাবোৰে
হাতত চোঁৱৰ ধৰি,
কেতেকী বাইকো বিয়া গাবলৈ
আনিছে বৰণ কৰি।

আজি পূর্ণিমাৰ ৰাতিটো চিকোণ
আকাশ জোনেৰে ভৰা,
ৰজত ধৱল . স্নিগ্ধ কিৰণত
হাঁহি উঠে বসুন্ধৰা।

দীপক সুৰত জুৰিলে সঙ্গীত
বিহুৱা বাউলীজনী,
জিলিকি উঠিল কাম্য কাননৰ
নিকুঞ্জ মণ্ডপখনি।

কণ্টক বনত সি প্ৰেম-গীতত
ফুলিল কেতেকী ফুল,
ভেঁটফুলকলি জল-কুঁৱৰীৰো
হৃদয় মুকলি হ'ল।

জড়-জগতত জীৱ-জগতত
পাওঁ সকলোতে দেখা,
মহাবিশ্ব জুৰি বিৰিঙিছে যেন
আনন্দৰ পূৰ্ণ ৰেখা।

## মাধুৰী

মন্দ মন্দ মকৰন্দ মদগন্ধে
মোদিত মাধৱীকুঞ্জ,
মৃদু মধু ৰসে মথিত মৰ্দ্দিত
মঞ্জুল মঞ্জুল পুঞ্জ।

মৃদুল মধুৰ মলয় মাৰুতে
মৃত সঞ্জীৱনী আনি,
মুমূর্ষু জনৰ দিছে মর্ম্মস্থলে
মঙ্গল মাধুৰী সানি।

মল্লিকা মালতী মাগধী মুকুল
মুকুলিত মঞ্জুকুঞ্জে,
মধুময় গন্ধ মদিৰ মানসে,
মদান্ধ মধুপে গুঞ্জে।

মিলিছে মাধৱী মাধৱী-পৰশে
মাকণ্ড মঞ্জৰি সঙ্গে,
মধুৰিমাময় মাঙ্গল্য মণ্ডিত
মঞ্জু মধু বন অঙ্গে।

মত্ত মদালাপী মাতে মুহুর্ম্মুহু
মোহিনী-মোহন স্বৰে,
মানিনীৰ যেন মৰ্দ্দিলে মৰম
মদনৰ পঞ্চশৰে।

মন্থৰ গমনে মানস সৰসে
মৰাল মৰাল-বধূ,
মুক্তসঙ্গী সঙ্গে ভূঞ্জে মহাৰঙ্গে
মৃদুল মৃণাল-মধু।

মেঘাগমাগমে মালঞ্চ মণ্ডপে
ময়ূৰ-ময়ূৰীগণ,
মোহন নৰ্ত্তনে মোহ-মদে মত্ত
মোহিছে মানৱ মন ।

মন্দিৰে মন্দিৰে মুমুক্ষুমণ্ডলী
মৃদঙ্গ মঞ্জীৰ বাই
মহেশ-মহিমা মধুৰ কীৰ্ত্তন
মহানন্দ মনে গায় ।

মুখৰিত আহা, মধুৰ মিশ্ৰণে
মঞ্জু কুঞ্জ বনৰাজি,
মম মনোকুঞ্জে উঠিছে মধুৰ
মোহন মুৰলি বাজি ।

## গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !*

গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !
শুনিলে অমিয়া মাত,
হৃদয় পৰিব শাঁত,
ললিত মধুৰ স্বৰে জীৱন-তোষিণী,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

* এই কবিতা নতুন খণ্ড জোনাকীত 'প্ৰিয় বিহঙ্গিনি !' শিতানত পোনতে ছপা হৈছিল ।

যি সুৰত মুগ্ধ হয় বনৰ হৰিণী,
গীতৰ লহৰ তুলি,
গোৱা মন-প্ৰাণ খুলি,
জুৰাক পৰাণ মোৰ মউ মাত শুনি,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

প্ৰকৃতিৰ লীলাভূমি সৌন্দৰ্য্যৰ খনি,
গহীন নিতাল বনে,
উলাহ-আনন্দ মনে,
ডালে ডালে উৰি ফুৰা বন-বিহাৰিণি,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

কণ্ঠত মিলাই লই ছ'ত্ৰিশ ৰাগিণী
প্ৰেমিকা বিহগী তুমি,
ভুলালা কাননভূমি,
গিৰি-গুহা-উপবন, সিন্ধু-তৰঙ্গিণী ;
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

পৰে নে মনত পথী যমুনা-তটিনী,
কদম গছত পৰি,
পঞ্চমত সুৰ ধৰি,
কৰিছিলা ব্ৰজাঙ্গনা মন উন্মাদিনী ;
গোৱা সেই সুৰে মোৰ প্ৰিয় বিহঙ্গিনি ।

হৃদয়ৰ স্তৰে স্তৰে শৈশৱ কাহিনী—
জগাই অতীত স্মৃতি,
তোমাৰ সুৰলা গীতি,
মানস হ্ৰদত হাঁহে আশা-কুমুদিনী ;
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

মৰ্ত্ত্যবাসী মানৱক দিবলৈ জুৰণি,
তোমা হেন প্ৰিয় নিধি
পঠিয়াই দিলে বিধি,
স্বৰ্গীয় দূতৰ বেশে কণ্ঠে সুধা সানি ;
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

এবাৰ ঘূৰাই গোৱা মানস-মোহিনী,
সৰলা বিহগী তুমি,
গীত শুনি যাওঁ পমি,
একাণপতীয়া হই থাকোঁ কিবা গুণি,
গোৱা হে কোমল সুৰে প্ৰিয় বিহঙ্গিনি !

জৰ্জ্জৰিত কৰে তনু সংসাৰ পোৰণি,
বীণাৰ মধুৰ তানে,
নাপাওঁ সান্ত্বনা প্ৰাণে,
অস্ফুট সঙ্গীতে দিয়া মৃত-সঞ্জীৱনী,
নাভাঁৰিবা অভাগাক প্ৰিয় বিহঙ্গিনি !

শান্তিৰ ভঁৰাল দেহি ! ক্ষুদ্ৰ হিয়া খানি,
নাজানা ভাগৰ প্ৰাণে,
নাজানা দুখ যে কেনে,
ফুল মধু চুহি ফুৰা ফুলনি ফুলনি,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

কোৱাচোন প্ৰিয়তমা কাক মো বখানি
কুঞ্জে কুঞ্জে ঘূৰি ঘূৰি,
গোৱা কত ঠেও ধৰি,
প্ৰেমিক মিলন গীতি মধুৰ ভাষিণী,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

বলিয়াৰ দৰে ফুৰোঁ বননি বননি,
গছৰ তলত পৰি
নিজৰাৰো বাঁহীটি লই
নুবুজোঁ গানৰ তেও ভাব উদগনি,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

কত বাৰ শুনিছিলোঁ নালাগে আমনি
তোমাৰ মাধুৰী সনা,
প্ৰেম গীতি আৰাধনা,
কেনেকৈ পাহৰিম সেই সুখ কণি,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

ক'ত পাম সেই শক্তি জ্ঞান বিকাশিনী—
হিয়া প্ৰেম ৰসে ভৰা,
বনে বনে গাই ফুৰা,
বিভুৰ মহিমা যশ তুমি বিৰহিণী,
গোৱা হে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

বিহগী* নোহোৱা তুমি কাৰ প্ৰেমাধীনি !
কোনে মো কৰিলে কোৱা,
অমৃতৰ ভাৰ বোৱা,
কোন সেই জন প্ৰেম-কৰুণাৰ খনি,
দেখুৱাই দিয়া মোক প্ৰিয় বিহঙ্গিনি !

শুণা হে এবাৰ পখী অভাগাৰ বাণী
নালাগে পাৰ্থিৱ সুখ,
নকৰো মনত দুখ,
তোমাৰ জগতে উৰি যাওঁ বিহঙ্গিনি !
সদাই বইছে য'ত প্ৰেম-মন্দাকিনী !

## মৰমৰ পখী

প্ৰকৃতি বুকুত বইছে বেগেৰে
বহল এখনি নই ;
কতনা বিবিধ উভালি জাবৰি
সিন্ধুত মিলিছে গই ।

* পাঠান্তৰ 'চৰাই' (প্ৰথম সংস্কৰণ)

দাঁতি কাষৰীয়া পুৰণি কলীয়া
আছিল এজোপা বট,
নানা বৰণৰ পখী উৰি আহি
লইছে জিৰণি তাত।

পাতৰ আঁৰত আছিল লুকাই
আজলী চৰাই এটি,
ৰ'দৰ ৰশ্মিত কৰে তিৰ্ ৰিৰ্
সেউজীয়া পাখি দুটি।

এনে মো ধুনীয়া সৰু চকু যুৰি
চালে যায় হিয়া পমি,
কোনে সৰজিলে নিখুঁত যন্ত্ৰত
কোন সিটি বিশ্বকৰ্ম্মী!

পছিমৰ পৰা ৰিৰ্ ৰিৰ্ কৰি
বলিছে বতাহ জুৰ,
বগিয়াল পখী ধৰিছে গানৰ
ভুবন ভুলোৱা সুৰ।

মৰতত যেন অমিয়াৰ সোঁত
দিগন্ত বিয়পি ব'লে;
অস্ফুট সঙ্গীতে লগে লগে মোৰ
প্ৰাণ মন আকৰ্ষিলে।

মনৰ আবেগ বাখিব নোৱাৰি
চাপিলোঁ গছৰ গুৰি ;
কাঁইটীয়া বনে বেৰি আছে গছ
যাবলৈ নচলে ভৰি ।

সকলো বিষিনি আঁতৰাই থই
মৰমৰ পখী ধৰি ;
যতনেৰে আনি চেনেহ জৰিৰে
বান্ধিলোঁ দুখনি ভৰি ।

তৰহে তৰহে সুৰভিত ফল
দিওঁ আনি খাবলই ;
নিৰ্ম্মল সোঁতৰ দিওঁ চেঁচাপানী
পিয়াহত পিবলই ।

ভাবিলোঁ মনতে নিতউ এবেলি
ডালৰ ওপৰে বহি ;
শুনাব সঙ্গীত নাচিব কোলাত
ভেও দি দি উৰি আহি ।

নুবুজিলোঁ হায় ! কপট চাতুৰী
দুষ্ট সেই বিহঙ্গৰ ;
কোমল হিয়াত চোকা বিহসনা
মাৰিলে এপাত শৰ ।

নিস্বার্থ প্রেমৰ কঠিন বান্ধনি
অলক্ষিতে সোলোকাই
নেদেখা সুগুনা দিগ্ হৌ বনলৈ
গ'ল পখী পুনৰায় ।

বিৰহৰ ঢৌ হিয়াত বাগৰি
বোৱালে চিন্তাৰ ধাৰ ;
ই জীৱনে আৰু নাপাওঁ সি সুখ
মিলন মাধুৰী পাৰ ।

## কেতেকী চৰাই

'অ' কেতেকী' ! 'অ' কেতেকী' ! কিয় এনে দৰে
শূন্যে শূন্যে উৰি উৰি,
কিয় ফুৰা ঘূৰি ঘূৰি,
কাৰ নো বিৰহ গোৱা অবুজ ভাৰাৰে ।

গগন বিহাৰী পখী কোন তুমি কোৱা,
লোকালয় এৰি তুমি,
ফুৰা ডালে ডালে ভ্ৰমি,
আবেগ সুৰত কিনো প্ৰেম গীত গোৱা !

স্বাধীন ভাৱেৰে পূৰ্ণ হৃদয় তোমাৰ
গহীন অৰণি বন,
কিম্বা পুষ্প উপবন,
কৰা গই তুমি তাত আনন্দে বিহাৰ !

"কেতেকী" লাহৰী* নাম কি গুণত ল'লা,
কাৰ প্ৰেমে মত্ত হই,
ঘোৰ অৰণ্যত গই,
গছ লতা গিৰি নদী সবাকে ভুলালা !

প্ৰেমগীত গাবলই ক'ত নো শিকিলা।
একেটি ভাৱৰ গানে,
একেটি প্ৰাণৰ তানে,
কঠুৱা সংসাৰ তুমি কোমল কৰিলা।

নিজম দুপৰ নিশা গহীন বনত,
অমিয়া গীতৰ ধাৰ,
শুনিছিলোঁ কত বাৰ,
ধীৰে ধীৰে মিলি যোৱা ধীৰ বতাহত।

মৰতত বই যোৱা সঙ্গীতৰ ধাৰা
একেথৰে শুনি শুনি,
থাকোঁ কিবা ভাবি গুণি,
আঁপোনাক আপুনিয়ে হওঁ আত্মহাৰা।

* 'কেতেকী চৰাই' (১ম সংস্কৰণ)

তোমাৰ সঙ্গীতে প্ৰিয়ে জানে কি মোহিনী,
আশাৰ পদুম পাহি,
মাৰে মিচিকিয়া হাঁহি,
হৃদয় বীণাত বাজে প্ৰেমৰ ৰাগিণী।

প্ৰেমিক মিলন আশা বুকে বান্ধি লই,
আনন্দ সোঁতত ভাহি,
বজাই মৃদুল বাঁহী,
মিলন বাতৰি দিয়া প্ৰেমিকক গই!

তুমি বিনে* সুখী কেও সংসাৰত নাই,
পৰৰ সুখত সুখী,
পৰৰ দুখত দুখী,
একেটি উদ্দেশ্য লই ফুৰিছা সদায়।

বনৰ বিহগ তুমি প্ৰেমৰ ভিখাৰী,
মানুহৰ ৰীতি-নীতি
দুদিনীয়া স্নেহ-প্ৰীতি
সকলোকে নেওচা দি হ'লা বনচাৰী।

কিহেতু নোচোৱা পখী মানুহৰ মুখ,
পাৰ্থিৱ সুখৰ লাক
নালাগে নে ভাল বাক
সঁচাকৈয়ে নাই নেকি সংসাৰত সুখ?

* তোমাতকৈ (প্ৰথম সংস্কৰণ)

শুনিবা সে প্ৰিয় সখা কথা এটি কওঁ—
একোকে নালাগে মোক,
নকৰোঁ বেজাৰ শোক,
জন্ম জন্মান্তৰে যেন তোমাকেহে পাওঁ।

সুন্দৰ দুখনি হিয়া নাই ভেদাভেদ,
একে ধ্যান একে জ্ঞান,
মিলি যাব দুটি প্ৰাণ,
কদাপিতো দুজনৰ নহব বিচ্ছেদ।

## গোলাপ*

কাৰ পৰশত ফুলিলি যাকৈ
অ' মোৰ সাদৰী ফুলাম পাহি ;
শ্যামলী পাতৰ ওৰণি গুচাই
কাৰ ফালে চাই মাৰিলি হাঁহি।

কোন মন্দমত লগালি চমক
নাচিছে য'ত পৰী বুলবুল,
অভিশপ্তা হই বিলাস কুঞ্জত
প্ৰেম মদিৰাত যেন মহ্‌গুল্।

* 'মিলন'—১ম বছৰ, ১ম ভাগ, গ্ৰীষ্ম, ৩য় সংখ্যা, ১৮৬১ শক—বহাগ-জেঠ।

হাচ্‌নাহানাৰ তীব্ৰ গন্ধত
সপোন বিভোৰ মাধৱী নিশা,
তোৰ পৰশত বিৰহী জোনৰ
পলাল নে প্ৰিয়ে প্ৰাণৰ তৃষা!

আৰব পিয়াৰী বচ্‌ৰা ৰাণীৰ
গুলবদন পেলালি জুৰ,
ভাহি ফুৰে তোৰ ৰূপ তৰঙ্গত
পাপিয়াৰ স্নিগ্ধ করুণ সুৰ!

ফুলিলি যিদিনা মরু উদ্যানত
উৰিল সৌৰভ জগত জুৰি,
গগন চুম্বী 'কলোচচে' তোৰ
গান কৰিলে ৰূপ মাধুৰী!

আছিলি নে প্ৰিয়ে বেবিলনৰ
গুলবাগানত ফুলৰ ৰাণী,
স্বৰ্গৰ নন্দন সাজিলি শূন্যত
কবিৰ মুখত অমৰ বাণী।

ৰূপ ৰস গন্ধ পৰশ প্ৰেমত
জিনিলি পিয়াৰা হিন্দুস্থান,
বাদ্‌ছা হেৰেম কৰি গুলজাৰ
দিল দৰিয়াত তুলিলি বান!

তোৰ ই ৰূপত জগত বিভোল
ঢালিলি প্ৰেমৰ বিমল ধাৰা,
দিল্লীৰ বেগম নুৰজাহানৰ
আছিলি নে তয়ে দিলৰাহাৰা ?

কোন সুন্দৰীৰ নিমজ গালত
ফুটাই তুলিলি চিকণ কাজ,
উঠিল প্ৰেমিক ছাহজাহানৰ
ভুবন বিজয়ী মৰ্ম্মৰ তাজ !

কত কাব্যগাথা অতীতৰ স্মৃতি
উদাস প্ৰেমৰ মূৰ্ত্ত বিকাশ,
বিজড়িত তোৰ কোমল বুকুত
কত বিৰহীৰ হা-হুতাশ !

ফুলিবি নে মোৰ মানস কুঞ্জত
অ' মোৰ দৰদী ফুলাম পাহি,
উঠিব নে বাজি প্ৰিয়া পাপিয়াৰ
পুলক ভৰা মিলন বাঁহী ।

## ভেঁট কলি

অযত্ন-পালিতা কন্যা বিলৰ মাজত
আফুলন ভেঁটফুল পাহি ;
আন্দোলিত মলয়াৰ মৃদুল গতিত
উলাহত যায় উটি ভাহি ।

সুগন্ধি ৰহন সনা সৌন্দৰ্য্য প্ৰতিমা
প্ৰকৃতিৰ নন্দন বসন্ত ;
মৰতৰ শোভা ৰাশি একেলগে যেন
সৰজিলে বিধি নিজানত ।

অব্যক্ত ভাবত ক'লে প্ৰেমিক ভ্ৰমৰে
প্ৰিয়তম মিলন বাতৰি ;
একে ধ্যানে ৰ'ল চাই প্ৰিয়া মুখ' লই
বিৰহিণী ফুলৰ কুৱঁৰী ।

জো-ঘৰৰ পৰা জোনে মৰত ভূমিত
সান্ত্বনা কিৰণ দিছে ঢালি ;
অভেদ আত্মা দুটি বিশ্ব সংসাৰৰ
হৃদয়ে হৃদয়ে গ'ল মিলি ।

নীল সাগৰত হাঁহে স্বভাৱ সুন্দৰী
আনন্দত পৰাণ বিভোৰা ;
বিৰহীজনক আহা বিলাইছে প্ৰেম
মোকোলাই গোন্ধৰ সঁফুৰা ।

লাৱণ্য, বিনয়, প্ৰীতি হিয়াৰ সম্বল
লাজ, মান, মুখৰ ওৰণি ;
মোহোৱা পাৰ্থিৱ ধন স্বৰ্গীয় কুসুম
শোভি আছা প্ৰকৃতি ফুলনি ।

নাজানো অবোধ মৰে আদৰ মৰম
বিচিনো তোমাক ফুলকলি ;
জগৰ কুঁৱৰী দেৱী অমৰ পূজিতা
দিয়া মোক শান্তিৰ আঁজলি ।

অমল ধৱল ৰূপ লৰণু সদৃশ
দিলে কোন বিশ্বধনিকৰে ;
দেখুৱাই দিয়া বাট যাওঁগে বিচাৰি
হাবি বন দেশ দ্বীপান্তৰে ।

কোৱাচোন ক'তপালা এনে ঈশ-জ্যোতি
দুৰ্ভাগাক দিয়া সন্নিধান ;
শিকোৱা ধৰম নীতি কৰিছোঁ গোহাৰি
হৃদয়ত লভোঁ দিব্য জ্ঞান ।

## জোন আৰু জোনাকী

জোনাকীপৰুৱা এটি সন্ধিয়াপৰত
সৰু সৰু পাখি দুটি মেলি
হিয়াভৰা আনন্দত আপোনাআপুনি
ফুৰিছিল কত খেলা খেলি ।

আকাশী কোলাত থাকি চিক্‌মিক্ কৰি
নাচি নাচি উৰি যায়
কেতিয়াবা জ্বলি উঠে টিমিকঢামাক
সন্ধিয়াৰ জেউতি বঢ়াই ।

তলত জোনাকী নাচে ওপৰত জবা
কিবা ৰূপ অতি অনুপম
জনাইছে আগ্ৰহেৰে ইটিয়ে সিটিক
হৃদয়ৰ চেনেহ মৰম ।

ক'ৰবাৰ পৰা আহি এছাতি বতাহ
লাহে লাহে হল সঞ্চালিত
বিপদৰ আগন্তুক দেখি পৰুৱাৰ
ক্ষুদ্ৰ প্ৰাণ হল বিচলিত ।

এবাৰ ওপৰ উঠে এবাৰ তলত
ঘনেপতি ফুৰে ঘূৰি ঘূৰি
বিষম আঘাত দেহি নোৱাৰি সহিব
মাটিতেই পৰিল বাগৰি !

সক পাখি ভুৰনিৰে কৰি বহু যত্ন
হল দেহি উঠিব নোৱাৰা
নিমাখিত প্ৰাণীটিৰ দেখি ই বিলাই
কয় জোনে আকাশৰ পৰা,—

"জীৱজগতৰ এটী ক্ষুদ্ৰ প্ৰাণী হ'ই
তই মোক কৰ উপহাস
মিলগতে থাকি মই হাঁহো মনে মনে
দেখি তোৰ দুষ্ট অভিলাষ।

তোৰ দৰে লক্ষ প্ৰাণী লগ হব যদি
তথাপিতো পোহৰ নহয়*
সংসাৰত আছ বুলি কোনেও নাজানে
কোনো তোৰ বাতৰি নলয়।

ঘৰবাৰী নাই তোৰ নিঠৰুৱা প্ৰাণী
তৃণেইহে আশ্ৰয়ৰ স্থল
আকাশ লঙ্ঘিব খোজ ক্ষুদ্ৰ শক্তি ল'ই
পালি তাৰে হাতে হাতে ফল।"

---

* পাঠান্তৰ—লক্ষ লক্ষ প্ৰাণী যদি একেলগ হব
তেও তোৰ পোহৰ নহয়।—১ম সংস্কৰণ

লাহে লাহে সুস্থ হ'ই সৰু পৰুৱাটি
কলে কথা জোনক সম্বোধি—
“বিৰাট শৰীৰ হেৰা, নিৰাপদে তুমি
আছা নেকি জনম অবধি ?

মাৰিলা মিচিক কৰে হাঁহি ভ্ৰূকুটিৰ
দেখি মোৰ আলাই-বিলাই
সিজনক সুধি আহাঁ হেৰা অভিমানি
সৰজিলে মোক যি জনাই।

যদিওবা ক্ষুদ্ৰ জীৱ ক্ষুদ্ৰ শক্তি মোৰ
নাই কিন্তু দুৰাশা মনত
বিবেক আগত ৰাখি চলোঁ ৰং মনে
কৰ্ত্তব্যৰ সাধন পথত।

ক্ষুদ্ৰ হৈও চিৰকাল স্বাধীন যিজন
দুখতেই থাকে প্ৰাণধৰি
ভাবি চোৱা সেইজন কিমান মহৎ
পৰাধীন জীৱনত কৰি।

যেতিয়া গোটেই বিশ্ব ৰাতি চাৰিপৰ
ডুবি থাকে ঘোৰ আন্ধাৰত
পথ ভুলা পথিকক ক্ষুদ্ৰ জেউতিৰে
থওঁ গ'ই গন্তব্য পথত।

আন্ধাৰ বা পোহৰত স্বাধীন ভাৱেৰে
লই ফুৰোঁ ঈশ্বৰৰ নাম
ক্ষুদ্ৰ শকতিৰে মই পাৰোঁ যিবা খিনি
জগতৰ সাধোঁ হিত কাম।

জানিবা নিশ্চয় তুমি নোহোৱা স্বৰূপ
এফেৰিও নাই স্বাধীনতা,
মিছাতেই ওফন্দিছা যৌৱন তেমত
দুদিনীয়া পাই ৰূপ-ছটা।

জ্যোতিৰ্ম্ময় সূৰুযৰ কৰুণা গুণত
লভি আছা চিকোণ পোহৰ
গ্ৰহৰ মাজতো তুমি উপগ্ৰহ এটি
তাতো নাই অস্তিত্ব নিজৰ।

জগৎ জোনালীময় তোমাৰ ৰূপত,
তাৰা তুমি বিৰাট আকাৰ,
নাথাকিব কিন্তু এই ৰূপৰ গৰব
দুদিনেতে হব ছাৰখাৰ।

ৰূপত বলিয়া হ'ই কিয় জগতৰ
সকলোকে হীন যেন দেখা
ভাল কৰি মনি চোৱা নিজ শৰীৰত
আছে দেখো কলঙ্কৰ ৰেখা ?

লঘু লাঞ্ছনাৰো হাত নোৱাৰা সাৰিব
জীৱনত আছে দুখ বহু ;
ভৰপূৰ যৌৱনতে অহঙ্কাৰ চূৰ্ণ
কৰিবহি মহাকাল ৰাহু।

মায়াবিনী আঁউসীৰ কুহক জালত
বান্ধ খাই পৰিবা যিদিনা
মৰমৰ বস্তু দুটি ৰূপ-যৌৱনৰ
পৰিণাম বুজিবা সিদিনা।”

এনেতে পুৱাল ৰাতি আঁতৰিল জোন
জোনাকীও হল অন্তৰ্দ্ধান ;
কোন সৰু কোন বৰ দুয়োৰো মীমাংসা
ইঙ্গিততে দিলে সমিধান।

-

## বিশ্ব*

কিয়বা উষাৰ ভালে
হিৰণ্ময় জ্যোতি,
কিয়বা হিমাদ্রিশৃঙ্গে
ধৱল কিৰিটি ?

* নতুন খণ্ড ‘জোনাকী’ ১৮২৬ শকৰ ‘আষাঢ়’ সংখ্যা (২য় ভাগ)

কিয়বা চন্দ্ৰমা উঠে
শূন্যৰ কোলাত,
কিয়বা বিজুলী হাঁহে
মেঘৰ আঁৰত ?

কিয়বা তৰাৰ ৰাশি
নীলিম আকাশে,
কিয়বা আতপৰশ্মি
দিগন্ত প্ৰকাশে ?

কিয়বা বসুধা ঘূৰে
গ্ৰহৰ লগত,
কিয় পানীগছা ৰাঁজে
নীল সাগৰত ?

কিয়বা শ্যামল পত্ৰ
গছ লতিকাৰ,
কিয়বা বিচিত্ৰ পাখি
ক্ষুদ্ৰ পখিলাৰ ?

কিয়বা ৰতনখনি
জ্বলে ভূগৰ্ভত,
কিয় ভুজঙ্গিনী পালে
মণিটি শিৰত ?

কিয়বা হৰিণী মুগ্ধ
দেখি মৰীচিকা,
কিয়বৰা চকোৰে পিয়ে
অমল চন্দ্ৰিকা ?

কিয়বা সুগন্ধ নাই
সকলো ফুলৰ,
কিয়বা নেদেখোঁ ফুল
তৰু চন্দনৰ ?
কিয়বা পীয়ূষে ভৰা
স্তন জননীৰ,
কিয় ৰিব ৰিব বয়
মলয় সমীৰ ?
কিয়বা বজায় ঝিলী
সুললিত বীণা,
কিয়বা তটিনী হ'ল
সিন্ধু প্ৰেমাধীনা !
কিয়বা প্ৰকৃতি হাঁহে
বসন্ত কালত,
কিয়বা পদুম পাহি
ফুলে নিজানত ?*
কিয়বা জোনক দেখি
হাঁহে ভেঁট ফুল,
কিয়বা ফুলৰ গোন্ধে
ভোমোৰা বিভোল ?
কিয়বা কুলিৰ মাত
এনে সুধা সনা,
পাৰ্থিব বস্তুত যাৰ
নহয় তুলনা !

* 'কিয়বা পীয়ূষে ভৰা' এইখিনিৰ পৰা 'কিয়বা পদুমপাহি ফুলে নিজানত' পৰ্য্যন্ত ১ম সংস্কৰণত নাই। (জোনাকীত আছে।)

কোন চিত্ৰকৰে আঁকা
নিভাজ চিত্ৰটি
ৰূপৰ মাধুৰী সনা
ম'ৰা পাখী দুটি !*

মোহন মুৰতিখনি
প্ৰাণ ভৰি চাওঁ,
চকুৰ নপৰে ছেদ
তথা লাগি ৰওঁ ।

সুন্দৰ অখিল বিশ্ব
অদ্ভুত নিৰ্ম্মাণ
কি বুজিম মূঢ়মতি
উদ্দেশ্য মহান্ !

ভাবিলে নাপাওঁ অন্ত
ইসব কাৰ্য্যৰ,
তোমাৰ অনন্ত লীলা
পৰম ঈশ্বৰ !*[১]

---

* এই স্তৱকটো জোনাকীত এইদৰেহে আছে—
কোন চিত্ৰকৰে আঁকা ম'ৰা পাখি কিটি ?
ৰূপৰ মাধুৰী সনা নিভাজ চিত্ৰটি ।

*[১] ইয়াৰ পাছত তলৰ স্তৱকটো প্ৰথম সংস্কৰণত আছিল-
সকলোতে দেখোঁ তথু
প্ৰেম নামাঙ্কিত,
দিয়াছে দাসক নাথ
পূৰ্ণ জ্ঞানামৃত ।
*( 'জোনাকীতো' আছিল । )

# উপমা

মেঘমুক্ত নীল আকাশী কোলাত
পুঁৱতীয়া ভোটা তৰা,
নিখিল ধৰাৰ শ্যামল কোলাত
সুন্দৰ ঘাঁহনি দৰা।

স্বচ্ছ নীৰে ভৰা হ্রদৰ কোলাত
ধুনীয়া পদুম পাহি,
স্বভাৱ সুন্দৰী ঊষাৰ কোলাত
ভুবন মোহন হাঁহি।

বিৰিঙি উঠিছে প্রকৃতি কোলাত
বিন্দু বিন্দু হিম কণা,
হিৰণ কিৰণ আভৰণে যেন
বিভূষিতা দিগঙ্গনা।

বাসন্তী কোলাত ফুলৰ হাঁহিটি
বিহগৰ কলতান,
মৃদুল মলয় সমীৰণে তাতে
কৰে প্রেমামৃত দান।

সহকাৰজুপি মাধৱী লতাক
কোলাত সাৱটি লই,
দাম্পত্য প্ৰেমৰ পৱিত্ৰ চানেকি
ইঙ্গিতেৰে দিছে কই !

তৰু লতিকাৰ শ্যামলী কোলাত
ফলে ফুলে জাতিকাৰ.
তাতে পৰি পখী ললিত ঝঙ্কাৰে
গায় গীত মহিমাৰ !

বিপুল বাৰিধি কোলাত জিলিকে
প্ৰৱালৰ দ্বীপ মালা,
নইৰ কোলাত আহা কি সুন্দৰ
তৰঙ্গৰ লীলা খেলা !

সান্ধ্য গগনৰ হেঙুলি কোলাত
সৌন্দৰ্য্য প্ৰতিমাখনি,
অপৰূপ ৰূপে সাজি কাচি যেন
বিহৰিছে সন্ধ্যা ৰাণী ।

নীল আকাশৰ নীলিম কোলাত
শৰতৰ মেঘমালা,
ৰূপহী তৰাই জোনক আৱৰি
খেলায় প্ৰেমৰ খেলা !

ঘোৰ অন্ধকাৰ আঁউসী কোলাত
খদ্যোতৰ ক্ষীণ জ্যোতি,
কাৰ নো মহিমা কৰিছে বিকাশ
বায়ু সাগৰত উটি !

মেঘৰ কোলাত কৰে চিক্ মিক্
আজলী বিজুলী বালা,
অমানিশা যেন হীৰা মাণিকৰ
পিন্ধিছে মোহন মালা !
চিৰ স্নেহময়ী মাতৃৰ কোলাত
শিশুৰ মধুৰ হাঁহি,
অপত্য স্নেহৰ দৃশ্য মনোহৰ
জগৎ পেলায় মুহি ।

বিৰাট বিশ্বৰ চাৰু চিত্ৰ দেখি
অতীত মনত পৰে,
চিৰকাল যেন উমলি ফুৰিম
অজান শিশুৰ দৰে ।

---

## ছায়া চিত্ৰ

দিপলিপ এটি ৰূপহী ছোৱালী
কাষত কলহ লই,
নইৰ পাৰত আবেলি পৰত
নিতৌ ওমলে গই ।

আহা কি অপূৰ্ব্ব ৰূপৰ মাধুৰী
দশন মুকুতা পাঁতি,
পকা বিম্বফল সদৃশ লাৱণ্য
হেঙুলীয়া ওঁঠ দুটি।

ঈষৎ বঙ্কিম ভ্ৰূ যুগল ৰেখা
খোপাত মালতী ফুল ;
ক্ষীণআভা পৰি নিমজ গালত
ধৰিছে হেঙুলি বোল।

হাহোঁ হাহোঁ কৰা কোমল মুখত
আনন্দৰ পূৰ্ণ ৰেখা ;
নোৱাৰো চিনিব উৰ্ব্বশী মেনকা
কিম্বা দেবী চিত্ৰলেখা।

ধীৰ বতাহত নাচে ঠেও ধৰি
দীঘলীয়া চুলিটাৰ ;
ঢউ খেলি খেলি উৰি উৰি যায়
ৰিহাৰ আঁচল গাৰ।

কোনেও সুস্থুঙা ফুলবোৰ ছিঙি
কোঁচত ভৰাই লই ;
পানীৰ সোঁতত এটি এটি কৰি
উটুৱাই দিয়ে গই !

সন্ধিয়া তৰাটি নীল গগনত
যেতিয়া ভুমুকি মাৰে ;
আপোন ৰূপটি পাহৰি কন্যাই
চাই থাকে একে থৰে ।

কোটী যোজনৰ আঁতৰত থাকি
ইটিয়ে সিটিক মাতে ;
দুইয়ো দুয়োৰো মুখলই চাই
নাজানো কি কথা পাতে ।

দাঁতি কাষৰীয়া অশোকৰ তলে
শেলুৰা পাটীত বহি ;
কত কিনো গায় অফুট ভাতেৰে
আনন্দ সোঁতত ভাহি ।

ইদৰে সদায় আছে আৰু যায়
নামাতে নোবোলে কাকো ;
কেঁচাসোণ যেন ৰূপটি চিকোন
থৰ লাগি চাই থাকোঁ ।

কিনো আচৰিত দেখিলোঁ এদিন
পাৰত ৰূপহী নাই !
চাওঁতে চাওঁতে বহু নিশা হ'ল
ৰূপহী নাহিল হায় !

ভালেখিনি দত পানীৰ সোঁতত
দেখিলোঁ একুছী চুলি ;
নিমিষতে হায় জাপ গ'ল দেহি
আশাৰ পদুম কলি !

মাপালে বিলাব প্ৰাণৰ অমিয়া*
নকলে মনৰ কথা ;
আশা অভিলাষ জীৱনৰ সুখ
হৃদয়তে ৰ'ল গঁথা ।

অতি আলস্যৰা কুমাৰী জীৱন
দুদিনতে শেষ হ'ল ;
সংসাৰৰ দৃশ্য একো নেদেখিলে
জনম বিফলে গ'ল ।

হাঁয় আজি কিয় ৰই ৰই শুনো
বিজন বনৰ মাজে ;
গহীন সুৰত কিবা এটি যেন
বিৰহ বাজনা বাজে !

পুথুৰীত আজি কাও ভেটটীয়ে
তললই মুখ কৰি ;
নেদেখি কন্যাক, শ্যামল জলত
পৰিল পাহিটি সৰি ।

* প্ৰথম সংস্কৰণত 'প্ৰাণৰ অমিয়া'ৰ ঠাইত 'প্ৰেম প্ৰেমিকক' আছে ।

আজিও তটিনী আগৰ দৰেই
কুলু কুলু গীত গায় ;
পূৰ্ণ আবেগত ৰাজহাঁহ যুৰি
ঘনে ঘনে জুমি চায়।

অকলশৰীয়া সন্ধিয়া তৰাটি
নিতউ ওলায় আহি ;
নইৰ পাৰত নেদেখিলে কিন্তু
ৰূপহী কন্যাৰ হাঁহি।

অশোক ডালত সখিয়তীয়ে
'সখী ঔ' 'সখী ঔ' বুলি ;
বুকু ভাঙি ভাঙি বিনাইছে দেহি
বিষাদৰ সুৰ তুলি !

ৰূপহী বিহনে লুইতৰ দাঁতি
শুদা শুদা যেন লাগে ;
অশোকজুপিলৈ মনত পৰিলে
অতীতৰ স্মৃতি জাগে।

হাঁয় ! কি বিধিৰ অপূৰ্ব্ব লিখন
অপূৰ্ব্ব মানৱী লীলা ;
ছায়াবাজী প্ৰায় দেখিলোঁ সকলো
বিচিত্ৰ মায়াৰ খেলা !

———

## সখীলৈ

সখি, তুমিয়েনে সেই আজলী পোনাটি
থুনুকথানাক মাতে
বহি মোৰ ওচৰতে,
আবৰি বিবৰি মেল কত পাতিছিলা ;
ল'ৰালিৰ কত কথা, ভাঙি কইছিলা।

সকলোৰে আদৰুৱা আছিলা এদিন
ঘনেপতি ৰোঁহ পাতা,
মাতিলে নোকোৱা কথা,
আছিল মনত কিন্তু ভাব বেজাৰৰ ;
ক্ষুদ্র হিয়াখনি যেন সুখৰ আকৰ !

কতদিন লুইতৰ দাঁতিয়ে দাঁতিয়ে
ৰং মনে ফুৰি আহি,
দুৰ্ব্বা আসনত বহি,
প্রকৃতিৰ সান্ধ্য-শোভা প্রাণ ভৰি চোৱা ;
উলহ মনেৰে কত সুখ গীত গোৱা !

কেতিয়াবা অকলই বননি মাজত
বকুল তলত গই,
সৰা ফুল তুলি লই,
'সখিক পিন্ধাম' বুলি কোমল হাতেৰে ;
গাঁথিছিলা ফুলমালা অতি হেঁপাহেৰে।

ভৰ দুপৰীয়া দুয়ো বহাগী জহত
পাৰত কাপোৰ থই,
হাত ধৰাধৰি কই,
চিলনী সাঁতোৰ দিয়া নইৰ বুকত,
কোৱাচোন প্ৰিয় সখি আছেনে মনত ?

বিতোপন শৰতৰ চন্দ্ৰাৱলী নিশা
চোতালত পাটি পাৰি,
বহুবিধ জাত ধৰি,
কিনো নাম গাইছিলা সাদৰী সোণাই ;
অমৃতৰ ধাৰা যেন ধীৰে বই যায়।

ভাবিছিলোঁ প্ৰণয়ৰ প্ৰতিমা এখনি
নিৰ্ম্মল প্ৰেমত ধোৱা
স্বাৰ্থহীন ভালপোৱা
আশা-সুখ-শান্তি-ভৰা হৃদয় তোমাৰ
প্ৰিয় জন বিৰহীৰ প্ৰেম পাৰাবাৰ।

সংসাৰৰ আওভাও একো নুবুজিলা
নুবুজিলা বেয়া ভাল,
উমলি কটালা কাল,
নাছিল ভাবনা চিন্তা সৰল প্ৰাণত ;
স্বাধীন পখীৰ দৰে ফুৰা উলাহত।

নাজানিলা কপটতা ছলনা চাতুৰি
হাঁহি ভৰা মুখখনি,
প্ৰেমভৰা বুকুখনি,
আপোন সুখতে হোৱা আপুনি বিভোল
সুৰলা এপাহি যেন প্ৰকৃতিৰ ফুল।

কিন্তু এবে, প্ৰিয়তমে নিচিনো তোমাক
মুখৰ লাৱণ্য কথা,
নাই তাত সৰলতা,
মায়া ছলনাত পৰি কি দশা তোমাৰ ;
কৰিছে স্বাৰ্থৰ বিষে হিয়া অধিকাৰ।

সোঁৱৰা এবাৰ সখি অতীত জীৱন
শৈশৱৰ ধূলি খেলা,
যৌৱনৰ ৰূপ লীলা,
স্বৰগ পাতাল যেন নালাগে নে আৰু !
নাহে সি সুখৰ দিন নাভাবিবা আৰু।

---

## গছৰ পাত

আছিলা এদিন তুমি নবীন পল্লৱ,
লাজতেই মুচকচ যোৱা ;
অন্তৰৰ গুপ্ত ভাব ৰাখি অন্তৰত
প্ৰকৃতিক সাদৰ জনোৱা।

তৰুণ লাৱণ্য আভা মনোমোহা ৰূপ
সেউজীয়া দেহৰ গঠন ;
সুবিশাল অভ্ৰভেদী নওঠা গছৰ
তুমিয়েহে দিব্য আভৰণ ।

আছে যদি প্ৰকৃতিৰ শান্তিৰ সুষমা
প্ৰণয়ৰ পবিত্ৰ চানেকি ;
কোমলতা শীতলতা হিয়াৰ মাজত
দিছে বিধি তুলিৰেই আঁকি ।

কোমলে কঠিনে কিবা ধৰি অপৰূপ
তাপিতৰ জুৰোৱা নয়ন ;
অপূৰ্ব্ব কৌশল সৃষ্টি দেখি ঈশ্বৰৰ
প্ৰেম ৰসে মুগ্ধ হয় মন ।

আহিলে বসন্ত কাল জক্‌মক্ কৰি
দিয়া মেলি বুকৰ কাঁচলি ;
বতাহৰ লগে লগে নাচি ঠেৰে ঠেৰে
মনৰ কথাটি কোৱা খুলি ।

যেতিয়া ডালত পৰি সুৰগী চৰাই
গায় গীত ললিত লয়েৰে ;
সঙ্গীতৰ ছেৱে ছেৱে হালিজালি যেন
বিৰহীক মাতা সাদৰেৰে ।

ঘামকালি দুপৰীয়া ৰ'দৰ তাপত
পথিকৰ আতুৰ পৰাণ ;
কোমল কোলাত যদি লয়হি আশ্ৰয়
অকাতৰে কৰা ছাঁয়া দান।

যেতিয়া নিমাওমাও বিশাল ধৰণী
তৰাবোৰে হাঁহে আকাশত
হিৰন্ময় জ্যোতিৰ্ম্ময় খদ্যোৎ মালাই
শোভা কৰে তোমাৰ শিৰত।

নিয়ৰ বা বৰষুণ পৰি যদিস্যাৎ
তিতি যায় কোমল দেহাটি ;
সেয়েই তোমাৰ যেন চকু-লো দুধাৰি
ঈশ্বৰক কৰা স্তুতি নতি।

কঠিন বস্তুৰ ভৰ নোৱাৰা সহিব
হ'লা তুমি অতি আলস্তুৰা ;
দুৰ্জ্জয় বায়ুৰ কোব লাগে যদি গাত
ভাঙি ছিঙি চুৰমাৰ হোৱা।

বুঢ়া হ'লা, নাই সেই দেহৰ লাৱণ্য
পকি সৰি পৰিলা মাটিত ;
শ্যামল বনত আজি হালধীয়া সাজে
শুই আছা গছৰ গুৰিত।

তাণ্ডৱ দীঘল হ'লা যাৰ আশ্ৰয়ত
সিও আক নামাতে তুমাই ;
পদানত, পদাহত হ'লা সকলোৰে
যেয়ে দেখে সেয়ে লঠিয়ায়।

বিচিত্ৰ কালৰ গতি ! লীলা অদভুত
নুবুজিলোঁ বিধিৰ বিধান !
কালি যাক দেখিছিলোঁ নাচিবাগি ফুৰা
আজি তাৰ ধূলিত শয়ন !

জীৱনৰ অভিনয় পল পল কৰি
শেষ হ'ল কালৰ গৰ্ভত ;
নশ্বৰ দেহাৰ একো বাকী নাথাকিল
স্মৃতি মাত্ৰ ৰ'ল জগতত।

---

## ফল্গু

হে নদি ! কল্যাণময়ী* স্বৰগ-নন্দিনী,
আছিলা এদিন তুমি অমৰাৱতীৰ
দেৱৰ দুৰ্লভ ধন, অমৰ বৈভৱ।

* প্ৰথম সংস্কৰণত 'কল্যাণময়ি!'

কিম্বা বা দাৰুণ বিধি আহি আচম্বিতে
দিলে ঘোৰ অভিশাপ সৰল প্ৰাণত !
অথবা কঠোৰ ব্ৰতী, পৰম যোগীৰ
কৰিছিলা যোগ ভঙ্গ নৰ্ত্তকাৰ বেশে,
সিকাৰণে হ'লা নেকি স্বৰ্গভ্ৰষ্টা তুমি ?
উৰ্ব্বশী, মেনকা, ৰম্ভা কিম্বা সুৰবালা
ত্যজি বৈজয়ন্তী-ধাম, অমৰ-আলয় ;
নাগবালা ৰূপে তুমি প্ৰৱেশিলা হায়,
মায়াপুৰী নাগপুৰ পাতাল গৰ্ভত !
নোহোৱা নে দেৱী তুমি প্ৰকৃতি জীয়াৰী
বিলাস বাসনা ভোগ নাই নে তোমাৰ ?
বাহিৰে নেদেখোঁ কিয় সৌন্দৰ্য্য বিকাশ,
মলয়-বতাহে জুৰ নকৰে হৃদয় ;
নধৰে সুৰদি তান বাসন্তী কুলিয়ে,
সংসাৰৰ পৰিত্যক্তা হ'লা কি দোষত !
অহ, কি ভীষণ দৃশ্য ! দেখিলো তোমাৰ
শুকান বালিৰে ভৰা মৰুভূমি প্ৰায়
কোমল হৃদয় খনি। কিন্তু দেখি তুমি
বিদাৰি বসুধা বুকু, তিৰ্য্যক্ গতিৰে
বইছা অদৃশ্যভাৱে ; পাপী মানৱক
নিৰ্ব্বাণ মুক্তিৰ পথ দিছা দেখুৱাই !
নাজানো গাইছা কিয়, উদাস সঙ্গীত
গভীৰ বিষাদ ভৰা মৰ্ম্মভেদী সুৰে ;
অনন্ত বাসনা প্ৰেম বুকে বান্ধি লই
লভিছা অনন্ত গতি অনন্ত উদ্দেশে।

কোনেবা জুৰাব হিয়া, কোনেবা শুনিব
করুণ ৰোদন ধ্বনি অন্তৰ বেদনা
হ'লা চিৰ বিৰহিণী চিৰদিন লই।
কত যুগ যুগান্তৰ অদ্ভুত আখ্যান :—
গৌৰৱ কাহিনী কিম্বা কলঙ্কৰ স্মৃতি
গাইছা অব্যক্ত সুৰে। অপূৰ্ব্ব সঙ্গীত
বাজিছে কাণত যেন ৰিনিকি ৰিনিকি
মহত্ত্বৰ সাক্ষী তুমি অনন্ত-যৌৱনা
বিহৰিছা ভূগৰ্ভত। নুবুজো তোমাৰ
জীৱন ৰহস্য-লীলা। কোৱা ভাঙি দেৱী
থাকিবা ইদৰে তুমি আৰু কতদিন !
হে সুন্দৰী দয়াৱতী* জগত আৰাধ্যা
পৱিত্ৰ সলিলা তুমি ভৱবৈতৰণী !
তোমাৰ অমৃত কোলা শান্তি সুখধাম ;
দিবা নে আশ্ৰয় স্থান পাপী অধমক ?
সংসাৰ-তপন তাপে জৰ্জ্জৰিত তনু,
নাপালোঁ শান্তিৰ ছাঁয়া মৰু জীৱনত।
মচি দিয়া অভাগাৰ পাপ তাপ ৰাশি
ললাট কলঙ্ক ৰেখা ; সংসাৰ নিকাৰ।
শেষ*[১] হ'ল ভৱ লীলা। বাঞ্ছা এই মোৰ
শান্তিৰ শীতল পাটী কোমল কোলাত
ক্ষন্তেক বিশ্ৰাম দিয়া পাপী সন্তানক।

---

* 'সুন্দৰি দয়াৱতি !'—প্ৰথম সংস্কৰণ।

*[১] 'শেষ'ৰ ঠাইত 'সাঙ্গ'—প্ৰথম সংস্কৰণ।

# বশিষ্ঠাশ্রম*

হে পথিক ! জুৰোৱাহি তাপিত জীৱন,
ক্ষন্তেক বহিলে হিয়া পৰিব শীতল,
ভাগৰুৱা পথিকৰ শান্তিনিকেতন
অময়া প্রেমৰ পুৰী গিৰি সন্ধ্যাচল।

প্রকৃতিৰ কাম্যবন ঋষিৰ আশ্রম
অমৰ বাঞ্ছিত পুৰী অতি বিতোপন,
চাৰি দিশ নিজঙ্গাল নিমাত নিজম,
গম্ভীৰ প্রকৃতি যোগী ধ্যানত মগন।

সন্ধ্যা-ললিতা-কান্তা পৰ্ব্বত জীয়াৰী,
তিনিওটী বাই-ভনী স্বৰ্গীয় ভাৰত,
মহিমাৰ গীত গাই স্বভাৱ সুন্দৰী,
সম্ভাষিছে ব্রহ্মপুত্র স্বামীৰ কোলাত।

ঢুকাযে ফুলৰ শাৰী গছ লতিকাই
হালিজালি সেৱা কৰে ঋষিৰ পাৰত,
গগন বিহাৰী পখী কানন ভুলাই
মঙ্গল আৰতি কৰে কুঞ্জ কাননত।

* 'জোনাকী' ১৮২৬ শক নতুন খণ্ড, ২য় ভাগ, শাওণ সংখ্যা

পবিত্ৰ হোমৰ গন্ধে*বহু দূৰলই,
কৰিছিল সুপবিত্ৰ পুণ্য তপোবন ;
বনৰ চৰাই পহু প্ৰেমে মুগ্ধ হই,
কাণ পাতি শুনিছিল সামবেদ গান।

স্বৰগৰ বিদ্যাধৰী দেৱ দিব্যাঙ্গনা,
বজায় অমৰ বাদ্য, ছেও ধৰি ধৰি—
দীপক পঞ্চকসুৰে গীত আৰাধনা
গাইছিল মিলি যত ঋষিৰ জীয়াৰী।

ইন্দ্ৰৰ অমৰাৱতী প্ৰমোদকানন,
মৰতভূমিত চোৱা কিবা শোভা ধৰে ;
বনদেৱী সবে পিন্ধি পুষ্প আভৰণ।
প্ৰকৃতি ফুলনি মাজে আনন্দে বিহৰে।

ঋতুৰাজ বসন্তৰ প্ৰিয় সম্ভাষণে,
সৌন্দৰ্য্য ওপচি পৰে পুষ্প কাননৰ ;
ফুলৰ সুগন্ধ আনি সান্ধ্য-সমীৰণে,
বিলাইছে শান্তি সুধা স্বৰ্গীয় প্ৰেমৰ।

সুৰগী কুলিয়ে মাতে অপূৰ্ব্ব তানেৰে,
জিলীয়ে বজায় বীণা মিলন সুৰত,

* 'গোন্ধে'—প্ৰথম সংস্কৰণত আৰু 'জোনাকী'ত

নীৰৱ প্ৰকৃতি ভেদি ললিত ঝঙ্কাৰে,
উঠে তাৰ প্ৰতিধ্বনি কাম্য কাননত।

শৰতৰ ক্ষীণ জ্যোতি পুৰতী জোনৰ,
বিৰিঙে যেতিয়া আহি ফুলৰ থোপাত,
কি যে মনমোহা দৃশ্য কুঞ্জ কাননৰ,
পৰাণ বিভোল হয় পৱিত্ৰ ভাৱত !

বহল শ্যামল ক্ষেত্ৰ শিলনিৰে গাঁথা,
লেখা আছে বশিষ্ঠৰ হৃদয় দুৰ্গত,—
অতীত গৌৰৱ স্মৃতি আৰু পুণ্য কথা,
বিশ্বলীলা অভিনয় কীৰ্ত্তি শত শত।

কত যুগ মাৰ গ'ল কালৰ সোঁতত,
আজিও বশিষ্ঠাশ্ৰম আছে একেভাৱে,
আৰ্য্যৰ গৌৰৱ ঘোষি মৰ্ত্ত্য ভুৱনত,
বিজেতাৰ হেন্দোলনি সহিছে নীৰৱে।

— —

# ৺মাতৃদেৱী

তুমি য'ত আছা সি কি
সত্যৰ আলয় ?
নাই য'ত বিভীষিকা,
মৰণৰ ভয় !

তুমি য'ত আছা সি কি,
সদানন্দ ধাম ?
পায় য'ত শোকে ভৰা
প্ৰাণত আৰাম !

তুমি য'ত আছা সি কি.
দেৱতাৰ দেশ ?
জৰা, মৃত্যু, শোক, অশ্ৰু,
নাই দুখ লেশ !

তুমি য'ত আছা সি কি,
অমৃতৰ পুৰ ?
হবও নালাগে য'ত
ভোকত আতুৰ !

তুমি য'ত আছা সি কি,
আনন্দ নগৰ ?
সমূলিও নাই য'ত
বেজাৰ ভাগৰ !

তুমি য'ত আছা সি কি,
অমৰ জগত ?
মৰ কি অমৰ নাম
লয় সি থানত !

তুমি য'ত আছা সি কি,
সংসাৰৰ সাৰ ?
পাপী, তাপী সন্তাপীৰ
নাই হাঁহাকাৰ

তুমি য'ত আছা সি কি,
আনন্দ ভৱন ?
পায় য'ত সাধু সৱে
পৱিত্ৰ আসন !

তুমি য'ত আছা সি কি
আনন্দৰ মঠ ?
সিদ্ধ মুনি সৱে য'ত
কৰে বেদপাঠ !

তুমি য'ত আছা সি কি,
পুণ্য তপোবন ?
ভক্তগণে কৰে য'ত
দেৱ আৰাধন !

তুমি য'ত আছা সি কি,
মঙ্গল নিলয় ?
হিৰণ কিৰণে সদা
কৰে জ্যোতির্ম্ময় !

সাদৰ।

তুমি য'ত আছা সি কি,
পুষ্প উপবন ?
সুৰভি কুসুম য'ত
ফুলে অগণন !

তুমি য'ত আছা সি কি,
নন্দন কানন ?
দেৱকন্যাসৱে তাত
কৰে বিচৰণ !

তুমি য'ত আছা সি কি,
শান্তি-নিকেতন ?
ৰিব্ ৰিব্ কৰি য'ত
বয় সমীৰণ !

তুমি য'ত আছা সি কি,
অতি ৰম্যস্থান ?
হিৰণ্ময় পখীবোৰে
ধৰে সুখ তান !

তুমি য'ত আছা সি কি,
হীৰক মন্দিৰ ?
আছে য'ত সৰলতা
প্ৰতিমা গম্ভীৰ !

তুমি য'ত আছা সি কি,
প্ৰেমকুঞ্জ ছাঁয়া ?
আনন্দে বিহৰে য'ত
মূৰ্ত্তিমতী 'দয়া'।

তুমি য'ত আছা সি কি,
কুহকৰ ঠাই ?
যেয়ে যায় সি দেশলৈ
নাহে পুনৰায় !

বুজিলোঁ বুজিলোঁ আই
আছা য'ত তুমি ;
নহয় সি অন্য দেশ
দেৱ লীলাভূমি !

ময়ো যাওঁ সি দেশলৈ
নিয়া দয়া কৰি ;
দুদিনীয়া লীলাখেলা
যাওঁ পৰিহৰি !

অকলশৰীয়া কৰি
গুচি গ'লা আই ;
চোৱা বাৰু অধমৰ
কি হ'ল বিলাই !

সংসাৰৰ তীব্ৰ বিষে
জ্বলিলে শৰীৰ ;
বেদনা যাতনা শোকে
কৰিলে অস্থিৰ !

প্ৰণমো জননী দেৱী,
যুগল চৰণ ;
খোলা খোলা হিৰণ্ময়
স্বৰ্গীয় তোৰণ ।

নিচিনো, নাজানো বাট
　　দিনকণা মই,
দিয়া দেখি, অধমক
　　বাট দেখুৱাই।

আহা আই, আহাঁ মোৰ
　　স্নেহৰ নিজৰা ;
মাউৰা পুত্ৰক আহি
　　আঁকোৱালি ধৰা !

অভাগাক স্থান দিয়া
　　কোমল কোলাত ;
লভিম অনন্ত সুখ
　　অনন্ত শয্যাত।

## শ্ৰীশঙ্কৰদেৱ*

নৰৰ আদৰ্শ কবি কন্দুৱাই ধৰা,
স্বৰ্গীয় আসন শোভি আছা ধ্ৰুৱতৰা ;
পুণ্যভূমি অসমত পূৰ্ণ অৱতাৰ,
ধৰিছিলা সৌম্য মূৰ্ত্তি আৰ্য্য বংশধৰ ;

* '৺শঙ্কৰদেৱ'—প্ৰথম সংস্কৰণ।

প্ৰচাৰিলা ভাগৱতী মত সাম্যবাদী,
বাগৰিল প্ৰেমস্ৰোত শত হিয়া ভেদি ;
ভূতলত আবিৰ্ভাৱ নিষ্কাম ধৰম,
বাজিছিল জয়ঢোল বিয়পি অসম* ;
জগত বিমুগ্ধ কৰি মোহিনী বাণীত,
শত শত মানৱক পিয়ালা অমৃত ;
নীৰস প্ৰাণত লভি নৱ প্ৰেমৰস,
পৱিত্ৰ জ্ঞানৰ ভাতি হ'ল পৰকাশ।
মানস ৰথত চৰি সুৱলা সুৱলা,
গাঁথিছিলা দীপ্তিময়ী কৱিতাৰ মালা ;
অগুৰু চন্দন সানি পুষ্প কাননত,
পিন্ধালা লাহৰী মালা বাণীৰ কণ্ঠত ;
বজালে ভাৰতী আই সঞ্জীৱনী বীণা,
নিজ্জীৱ জনমভূমি লভিলে চেতনা ;
দেৱ ! নুশুনো বীণাৰ এবে সুৰ তান লয়
যি সুৰত পমিছিল কঠিন হৃদয়,
ললিত ঝঙ্কাৰ*[1] হায় ক'ত লীন গ'ল,
পানীৰ ভুমুক যেন পানীতে লুকাল !
সাহিত্য বনত আৰু কোনেনো এতিয়া,
ৰচিব কৱিতাকুঞ্জ বাছকবনীয়া !
জালিকটা যি কেডালি আছে পুষ্পহাৰ,
সেয়ে হে মাথোন ভাষা কৰিছে পোহৰ।
আহা দেৱ, ধৰ্ম্মবীৰ পুৰুষ প্ৰধান,

---

* 'আসাম'—প্ৰথম সংস্কৰণ।

*[1] 'গহীন জেঁাকাৰ'—প্ৰথম সংস্কৰণ।

সাধিলা যতনে বহু বিশ্বৰ কল্যাণ,
অনাথ সন্তানে তযু চৰণ খিয়াই,
আশা-নদী পাৰে বহি নীৰৱে বিনায় ।
এবাৰ উলটি চোৱা হেৰা পুণ্যভাগী,
মাতিছোঁ কাতৰে, তযু প্ৰেম অনুৰাগী ।
যি দীপ্তিৰ প্ৰভাৱত হাহে মাতৃ ভাষা,
প্ৰাণত সি পুণ্যজ্যোতি ক'ণকা বৰষা ।
কিনো দিম প্ৰতিদান প্ৰীতি উপহাৰ,
নাই একো আভৰণ পূজাৰ সম্ভাৰ ।
নৈবেদ্যবিহীন এই অপূৰ্ণ* শৰাই,
অৰপিলোঁ পদ প্ৰান্তে দীন-দুখীয়াই !
হিয়া উবুৰাই দিলোঁ ভকতি আঁজলি,
আশীস্ বচনে দিয়া চেনেহ নিৰ্ম্মালি ।

## বৰ্ষা

মৃদুল, মধুৰ, বাঁহীটি বজাই
বিতৰি অমৃত ধাৰা
মলয় হিল্লোল তুলি তালে তালে
পৰাণ শীতল কৰা ।

* 'আজোথা'—প্ৰথম সংস্কৰণ ।

সৰিৎ সাগৰ, মৰুভূ, প্ৰান্তৰ
কঁপাই বিজন বন,
শ্যামল সুন্দৰ গম্ভীৰ মূৰতি
কৰা বিশ্ব বিমোহন।

মলিন ধৰাৰ ধূলি শৰীৰৰ
দিয়াহি সাদৰে ধুই ;
হৰিৎ বৰ্ণৰ শস্যৰ ভঁৰাল
বুকুত ভৰাই লই !

ধৰণী বুকত শ্যামল তৃণেৰে
দিয়াহি নতুন শোভা ;
জীৰ্ণ তৰু লতা, নৱীন পল্লৱৰ
কৰা আহি মনোলোভা।

মেঘৰ কোলাত সজাই সুবেশ
বিজুলীৰ চিক্‌মিক্ ;
গভীৰ নিনাদে কৰা নিনাদিত
নীলাম্বৰা প্ৰকৃতিক।

প্ৰখৰ তাপত দগ্ধ প্ৰকৃতিক
বৰষা অমৃত-বিন্দু ;
তৰঙ্গে তৰঙ্গে কৰা তৰঙ্গিত
সুবিশাল নীলসিন্ধু।

স্নিগ্ধ-জলধাৰা, ঢালি ধাৰাসাৰে
জুৰোৱা তটিনী প্ৰাণ ;
তৃষ্ণাতুৰ প্ৰাণ, প্ৰিয় চাতকক
কৰা প্ৰেমামৃত দান।

শান্তিৰ নিজৰা, স্নেহ বাৰিধাৰা
জুৰাই দগধ হিয়া ;
প্ৰিয়া-বিৰহত বিৰহী যক্ষক
প্ৰেমৰ বাতৰি দিয়া।

গায় কোটী কণ্ঠে, বিবিধ বিহঙ্গে
তোমাৰ মহিমা গীত ;
বিতৰে সৌৰভ, ফুল্ল কুসুমে
প্ৰকৃতিৰ ফুলনিত।

অপেক্ষি তোমাক ময়ূৰ ময়ূৰী
আছে বিষাদিত মনে ;
হ্রদৰ তীৰত আবেগ সুৰত
দাদুৰী আৰাৱে ঘনে।

ফলৰ ভৰত তোমাকেহে যেন
আহ্বানিছে তৰুৰাজি ;
নিৰ্ম্মল ধৰণী কৰা মধুময়
দিব্য আভৰণে সাজি।

মৰু প্ৰান্তৰৰ শ্ৰান্ত পথিকৰ
তুমিয়েহে পান্থ তৰু ;
কৰা সঞ্জীৱিত তৃষিত জনৰ
দগধ হৃদয় মৰু।

--

## নইৰ বুকত

কত যুগ-যুগান্তৰ স্মৃতি বুকে লই
কুলু কুলু বইছে তটিনী ;
অস্ফুট ধ্বনিৰে আহা কিবা সুমধুৰ
গায় এটি জীৱন-ৰাগিণী

ৰক্তজবা ৰূপ ধৰি সান্ধ্য দিনমণি
লীন যায় সোণালী সোঁতত ;
সমাধি-সঙ্গীত গায় বিহঙ্গিনীকুল
তটিনীৰ কৰুণ সুৰত।

সংসাৰৰ পৰিত্যক্ত কত জনে হায়
ভুঞ্জি বহু যাতনা নিকাৰ ;
অৱগাহি তটিনীৰ পূত সলিলত
পখালিছে হিয়াৰ বেজাৰ।

যেতিয়া জীৱন-সন্ধ্যা হ'ব আহি মোৰ
পাম গই মৰণৰ কায ;
উটুৱাই দিয়া যেন সি প্ৰেম-জলত
সখা মোৰ এয়ে অভিলাষ ।

সাৰটাসাৰটি কৰি যাব বই বই
ভেলখানি ঢউৰ লগত ;
পাৰ পাৰে কেতিয়াবা মিলন উদ্দেশ
উটি গই অনন্ত সোঁতত ।

প্ৰাণে প্ৰাণে ভালপাওঁ প্ৰকৃতিবালাক
ভালপাওঁ সক ঢউকিটি ;
প্ৰাণত সান্ত্বনা মোক দিছে বহু দিন
প্ৰেমময়ী গাই প্ৰেম-গীতি ।

দুইবো দুখনি হিয়া একেখনি হই
বন্ধা আছে প্ৰণয়-ডোলত,
মহাপ্ৰস্থানতো দুয়ো দুয়োৰে হে সঙ্গী
কাকো কেও নেৰো জীৱনত !

---

## হেঁপাহ

ফুলি আছে মোৰ মানস-হ্ৰদত
সোণালি পদুম পাহী ;
ইচ্ছা হয়, যেন সমীৰণ হই,
গোন্ধৰ সঁফুৰা দিওঁ মোকোলাই,
ভোমোৰাৰ দৰে উৰি উৰি গই,
ফুৰোঁ পৰিমল চুহি !

মালতী তগৰে জাতিকাৰ কৰে
পুষ্প উপবনখনি,
ইচ্ছা হয়, হওঁ পুৰতি অঞ্চণ,
জেউতি চৰাওঁ মিতৌ নতুন,
দিওঁ নিৰমল হিয়াত চিকোণ,
প্ৰেম-নিয়ৰৰ পানী।

বিহৰিছে আহা, কুঞ্জ কাননত,
প্ৰেমিকা বসন্ত ৰাণী ;
ইচ্ছা হয়, যেন মন-পখী মোৰ
কৰে গুণগান নৱ বসন্তৰ,
দিওঁ দুগালত হেঙুলী বোলৰ,
কুঙ্কুম চন্দন সানি।

জোনৰ কোমল হাঁহিটি
কিবা বিতোপন ঠাম ;
ইচ্ছা হয়, যেন নীলসিন্ধু হওঁ,
প্ৰিয়া প্ৰতিকৃতি* একেৰাহে চাওঁ,
প্ৰাণ-চকোৰক অমৃত পিয়াওঁ
লভোঁ সুখ অনুপম।

---

* পাঠান্তৰ-অনুকৃতি ( ১ম তাঙৰণ )

# বিষাদ

পুষ্প-কাননত আছিল এজুপি
ধুনীয়া শেৱালি ফুল,
যাৰ বতাহত হৈছিল ধৰা
গোন্ধতে আমোলমোল।

আকাশী নৰ্ত্তকী খঞ্জনী অপ্সৰা
বিচিত্ৰ কাচোনে কাচি;
বিৰহ বিধুৰা প্ৰকৃতিবালাক
দিছিল অমিয়া যাচি।

নিষ্ঠুৰ নিদাঘ আহিল যিদিনা
সকলো পৰিল জঁয়;
সৰি গ'ল ফুল উৰি গ'ল পখী,
জগত বিষাদময়।

আকৌ এদিন আহিব শৰৎ
হাঁহিব শেৱালি পাহি;
ঠেও ধৰি ধৰি কৰিব নৰ্ত্তন
খঞ্জনী পখীটি আহি।

হব কুসুমিত
কুসুম কাননখনি;
ধীৰ সমীৰণে কুসুমে কুসুমে
দিব পৰিমল সানি।

কিন্তু মোৰ সেই মানস-কুসুম
গইছে যিদিনা সৰি ;
সৌন্দৰ্য্য পৰাগ শূন্য হিয়াখনি
মুঠে আৰু ঠন্ ধৰি ।

---

## বণিজৰ কথা*

কত আশা কৰি কতনা যতনে
গোটাই আনিলো ধন
বণিজ বেহাই সুখে সন্তোষেৰে
চলাম সংসাৰখন ।
নিখুঁত গঢ়ৰ জাকত জিলিকা
ৰূপত জেউতি চৰা
চৈ চাপৰ দিয়া ডিঙাখনি ললোঁ
বিশ্বকৰমাৰ পৰা ।
কুন্ধিয়ে কুন্ধিয়ে ওপচাই থলোঁ
বেহেকৰা বস্তু যত
ঘৰে সমন্বিতে উঠিলোঁ ডিঙাত
মনত আনন্দ কত ।
ভাল দিন চাই হাবিলাষ কৰি
ডিঙাখনি মেলি দিলোঁ
ভৱিষ্যৎ সুখ বিলাস ভোগৰ
কত কথা আলচিলোঁ ।

---

* মিলন—১ম বছৰ ৪ৰ্থ সংখ্যা, আষাঢ়-শাওণ ১৮৫১ শক ।

কিছুদূৰ বাট গৈয়েই দেখিলোঁ
বেলিয়েও দিলে ভাটি
চাওঁতে চাওঁতে পশ্চিম আকাশ
ডাৱৰে পেলালে ছাটি।

পচোৱা বতাহ বলিল বেগাই
মাজে মাজে ঢেৰেকনি
ঢউৰ কোবতে ডিঙাখনি মোৰ
খালে তিনি টেলেঙনি।

সুকাঠি কাঠৰ ভৰা ডিঙাখানি
বতাহত ঘূৰি ঘূৰি
চাক্‌নৈয়াত গৈ বস্তু-বেহানিবে
সমূলঞ্চে গ'ল বুৰি।

বালিৰ চটত খুন্দা লাগি হায়
ডিঙাখনি গ'ল ভাঙি
লৰাব চৰাব নোৱাৰি সমূলি
হ'ল ভালুকৰ সাঙি।

কাঠো নাইকিয়া হাতিয়াৰো নাই
কৰ্শাল কিহেৰে মাৰোঁ
চাওঁতে চাওঁতে খহি জহি গ'ল
কোন সাহে দাঙো পাৰোঁ।

আহিছিল যিবা সঙ্গী মাওবৈচা
অকামিলা ছটা ভাই
ভয়তে কেউটা চাপৰৰ পৰা
পৰিছে আছাৰ খাই।

কোষাল সোঁতত গুৰি বঠা পাতো
গ'ল যে কেনিবা উটি
অকলে অকলে কি কৰোঁ উপায়
দিহা বুধি হ'ল চুটি।

ভেলেউ কাঠৰ নাওখনি যেন
পানীৰ তলতে পৰি
গোৰ খাই খাই হলগৈ শেহত
জপা কাঠ এডুখৰি।

কিনো কুক্ষণত পশিছিলোঁ মই
মুলনাঠী নগৰত
লাভৰ আশাত মুলো হেৰুৱালোঁ
গাৰ হেৰুৱালোঁ তত।

পৰ্ব্বত সমান ঢউৰ কোবত
চূৰ্ত্তি হেৰায় গাৰ
দুখ-ভাগৰত লালকাল দিলোঁ
দেখোঁ ঘোৰ অন্ধকাৰ।

পাৰাপাৰ একো মনিব নোৱাৰোঁ
পানীয়ে দোকোল ট'কা
ঠাৱৰি নাপাওঁ ক'ত থিয় হওঁ
তলে পলসুৱা বোকা।

ঘাঁহৰ লোভত পিটমিত পৰা
সুগৰীৰ যেনে দশা
হলোঁ ময়ো তেনে মগুৰ নাগতি
নাই জীৱনৰ আশা।

ইকূল সিকূল গ'ল দুয়োকূল
মাজ সাগৰত পৰি
জোলোকা জোলোকে পানী খাই খাই
মৰো কক্ ৰক্ কৰি ।

সাঁতুৰি যাবৰো শক্তি নাইকিয়া
হাত ভৰি হ'ল কোঙা
পুণীৰ মিচিমা ভেল ওপঙাদি
থাকিলো উকলি পুঙা ।

বিশ্বকৰমা সূতাৰৰ ডিঙা
আনিছিলো কালিয়নে
বেহাৰ পাচত বানচে সহিতে
শোধাই দিবৰ মনে ।

সঞ্চিত ধনৰ থুনুপাকটিও
হইছে তেনেই শুদা
গৰাকীৰ ভালৈ যাও কোন মুখে
তাৰো যে মৰিছে মুদা ।

মহাজনবোৰে নঙলা মুখত
শুনাবহি দুটা মাত
লগ পালে কিন্তু শুদাই নেৰিব
লাথিত ভাঙিব দাঁত ।

সুখৰে সপোন দেখিলোঁ কতনা
সুখৰে বেহালোঁ হাট
মায়া ছলনাৰ দোমোজাত পৰি
দুখ ভুঞ্জো যাতনাত ।

সাদৰী মাতেৰে এবাৰ বুজনি
কোনে দিব উপযাচি
হিয়া ধুনি মোৰা চকুলো দুখাৰি
কোনে দিব আহি মচি।

হলো সকলোৰে মেওচনি খোৰা
হইছোঁ দুৱাৰডলি
দুখ যাতনাৰ ভৰি গছকাত
প্ৰাণ মোৰ যায় জ্বলি।

চিন্তা ভাবনাৰ নানা আহুকালে
পীড়িলে শৰীৰ মোৰ
হ'ল আধা-পোৰা কাঠখৰি যেন
কুমলীয়া অঙ্গবোৰ।

কি মহাপাপত এমুৱা বিলাই
কৰিলে বিধিয়ে মোক
জীয়ন্তে কত ভুঞ্জিছোঁ জীয়াতু
শোকৰ উপৰি শোক।

দাঙিব মোৰাৰা আৰু বা কি আছে
দুখৰ গধুৰ ভাৰ
চিন্তাৰ জ্বালাত হাবাশাস্তি হলো
চিন্তাৰ নাপালোঁ পাৰ।

মোৰেই নিচিনা দুৰ্ভগীয়া জীৱ
আছেনে কোনোবা আৰু
খাওঁতে লওঁতে উঠোঁতে বহোঁতে
হইছে কিলৰ গাৰু।

আছেনে কোনোবা কাঁতৰি শালত
চেপি খুন্দি গুৰি হোৱা
বাটলুগুটীয়া শিল গুটি যেন
সকলোৰে খুন্দা খোৱা।

নাজানো কিমান মোৰেই নিচিনা
আছে আৰু দুখভাগী
দুখতে গইছে কাৰো চিৰদিন
কোনোৱে খাইছে মাগি।

কোনোৱে আকৌ দিনৰ দিনটো
খুজিও নাপায় ভাত
দুৱাৰে দুৱাৰে খাইছে সবাৰে
কেটেৰা জেঙেৰা মাত।

ঘিণলগা দেখি মিত্তিৰ কুটুমে
দূৰতে বিদূৰ কৰে
হমথেকতে ভেটাভেটি হ'লে
নিচিনা ভাওহে জোৰে।

তোমাৰেই প্ৰভু বিনন্দীয়া সৃষ্টি
তোমাৰেই লীলাভূমি
আলাই আথানি কৰি নিঃকিনক
কি সুখ লভিছা তুমি?

তুমিয়ে নে প্ৰভু দুখীয়াৰ ধন
প্ৰেম চিন্তামণি হৰি
তোমা হেন নিধি থাকোঁতে জগত
আন্ধাৰত ফুৰোঁ ঘূৰি।

ঊটি বুৰি ফুৰা পোকটিয়ে সোঁৱা
তোমাৰে কৰুণা পাই
বিৰিণাজুপিৰ পাতৰ আগত
লইছে একেৰি ঠাই।

ক্ষুদ্ৰ পকৰাটি যিকণ তোমাৰ
স্নেহৰ কণিকা পালে
মই হতভাগ্যে সেই স্নেহকণা
নাপাম নে কোনো কালে ?

নকৰা বঞ্চিত দয়াময় হৰি
তোমাৰ স্নেহৰ পৰা
বিষয় জঞ্জাল জলধিৰ হন্তে
শীঘ্ৰে প্ৰভু মুক্ত কৰা ॥*

---

* এই কবিতাটো প্ৰকাশ কৰি 'মিলন'ৰ সম্পাদকে পাদ-টীকাত লিখিছিল— 'মনাই-বৰাগী'ত লিখকে মনুষ্য জীৱনৰ পাঁচোটা বেলেগ বেলেগ দৃশ্য আঁকি দেখুৱাইছে। ১ম আৰু ২য় দৃশ্য 'জন্মভূমি' বোলা আলোচনীত ওলাইছিল। ৪ৰ্থ আৰু ৫ম দৃশ্য আগলৈ উলিয়াবৰ আশা ৰাখি সম্প্ৰতি ৩য় দৃশ্যটো প্ৰকাশ কৰা হ'ল।' স. মি.

# বিৰহীৰ উক্তি

পৰি ৰলোঁ মায়াময় সংসাৰী জালত
বাণবিদ্ধ বিহঙ্গৰ প্ৰায় ;
কোমল ডেউকা দুটি হ'ল নিশকতি
যাতনাত প্ৰাণ ফুটি যায়।

হুতাশী প্ৰাণত উঠে চিন্তা-চিতাধূম
অবিৰাম হু হু শবদেৰে ;
জুৰাবৰ ঠাই নাই মহা শ্মশানত
দগ্ধ প্ৰাণ শীতল নপৰে ।

বুজনি দিওঁতা নাই হলোঁ ভাগ্যহীন
কোনে দুখ পতিয়াব মোৰ ;
ভাবি ভাবি হলোঁ মই ভাৱত বিমোৰ
ভাবনাৰ নপৰিল ওৰ।

সংসাৰৰ চেপা খুন্দা আপদ অশান্তি
জীৱনত সহিলোঁ বিস্তৰ ;
তথাপিতো নেদেখিলো সুখৰ কণিকা
মিছাতেই ব'লো দুখ ভাৰ !

প্ৰেম অভিলাষী মই প্ৰেমৰ বলিয়া
প্ৰেমেই হে লক্ষ্য জীৱনৰ ;
হাবাথুৰি খাই কত বিচাৰি ফুৰিলোঁ
গিৰি বন বিজন প্ৰান্তৰ।

ভালেখিনি নিলগত দেখিলোঁ এনেতে
প্ৰেমৰ এখনি জুৰ মই ;
অন্তহীন বিঘিনিৰ অলঙ্ঘ্য প্ৰাচীৰ
দুয়ো পাৰে আছে থিয় হই।

বিৰহ নিৰাশা ভয় শত্ৰু দল আহি
লাহে লাহে চাপিল ওচৰ ;
জীৱন পথত হ'ল কণ্টক স্বৰূপ
নোৱাৰিলোঁ পশিব ভিতৰ

দুখৰ আন্ধাৰ নিশা ক্ৰমে দেখা দিলে,
নেদেখোঁ যে কাকো ওচৰত ;
লগৰীয়া বন্ধুবোৰ দিহা দিহি গ'ল
অকলই এৰি নিজানত।

নোৱাৰিলোঁ পাৰ হব নিজান পথাৰ
দুখ নিশা কেতিয়া পুৱাব ;
তপত চকুৰ লোৰে তিয়ালে শৰীৰ
কোনে মোক বাট দেখুৱাব !

জুই ফিৰিঙতি দৰে উফৰি ফুৰিছে
সোণোৱালি মৰীচিকা বোৰ ;
এঙাৰ বৰণ হ'ল সুকোমল দেহা
সুপুৰিল আশা জীৱনৰ।

উস্ ! মিছা হ'ল, নোবাৰিলোঁ ভাগৰিলোঁ
　　নুবুজিলোঁ মায়াৰ ছলনা ;
দুখেই হে সাৰ হ'ল সুখ মলভিলোঁ
　　দিলে বিধি অনন্ত যাতনা ।

তৃষিত হৰিণা মই অনন্ত মৰুত
　　মৰীচিকা দেখি ভোল গলোঁ,
নোবাৰি পূৰাব আশা কালৰ হাতত
　　অকালেতে প্ৰাণ হেৰুৱালোঁ ।

## সন্তাপ

জীৱনৰ মায়া ফেৰি,
নোৱাৰোঁ থাকিব এৰি,
বিচাৰিলোঁ সংসাৰত
　　আছে কোন মিত্ৰ ।

নাপালো মায়াৰ সন্ধি,
কত জনে মুখা পিন্ধি,
দেখুৱালে অভাগাক
　　বিভীষিকা চিত্ৰ ।

যাৰে কাষলই যাওঁ,
তাৰে গৰিহণা খাওঁ,
দুখিতক সকলোৱে
কৰে পৰিহাস ;

সমনীয়া বন্ধুসৱে,
চায়হি বিদ্রুপ ভাৱে,
হতাশ প্ৰাণত কাৰো
নাপালোঁ আশ্বাস ।

শোক অশ্রু হাহাকাৰ,
সহি আছোঁ বাৰম্বাৰ ;
কলঙ্কৰ বোজা কত
কান্ধে কঢ়িয়ালোঁ ;

বুজিলোঁ মনৰ ভ্ৰান্তি,
হেৰুৱালোঁ চিৰশান্তি,
প্ৰকৃত প্ৰণয় সুখ
ক'তো নলভিলোঁ ।

ডলাৰ বগৰী প্ৰায়,
ক'তো থানথিতি নাই,
কৰিলে বিধিয়ে মোক
জনম দুখীয়া ;

মিছাতে আছিলোঁ গ'লোঁ,
বহু দুখ কষ্ট পালোঁ,
ক্রমে ক্রমে হ'ল মোৰ
শৰীৰ ঘুণীয়া।

মায়াৰ কুণ্ডত পৰি,
হলাহল পান কৰি,
গতি শক্তি হীন হলোঁ
কি কৰোঁ উপায় ;

সমূলঞে তল গলোঁ
তত্মত্ হেৰুৱালোঁ,
যাতনা বিষত মোৰ
প্ৰাণ উৰি যায়।

বাসনা কামনা ৰোগ,
উকলিল কৰ্ম্মভোগ,
পাৰ্থিৱ সম্পদ সুখ
আত্ম-অভিমান ;

এৰিলোঁ মামৰী সজা,
দুদিনীয়া ভঙা পঁজা,
লাহে লাহে জীৱলীলা
হ'ল অৱসান।

---

# মৰণ

আছিলোঁ নিচেই সৰু একোকে নজনা
মাতৃৰ কোলাত ৰঙ্গে নাচি ফুৰিছিলোঁ ;
মায়াময় সংসাৰৰ বিচিত্ৰ ভাওনা,
হঁহা-কন্দা দৃশ্য কিনো একো নেদেখিলোঁ
তেতিয়াও তুমি দেৱ ! অলক্ষিতে আহি,
ভাগ্যলিপি দেখি মোৰ উঠিছিলা হাঁহি ।

পাহৰিলোঁ অতীতৰ সিসব কাহিনী,
নাপাওঁ সি সুখ আৰু ইহ জনমত ।
দেখিলোঁ সংসাৰ চিত্ৰ, প্ৰাণৰ সঙ্গিনী—
হ'ল মোৰ দুখে দুখী সংসাৰ বনত ।
তেতিয়াও তুমি মোৰ দেখি ৰেহ-ৰূপ,
প্ৰণয়ৰ পৰিণাম বুজিলা স্বৰূপ ।

ভৰি দিলোঁ জীৱনৰ তৃতীয় খাপত,
প্ৰিয় পৰিজন লই পাতিলোঁ সংসাৰ
কত যে সহিলোঁ দুখ জীৱন পথত ;
নেদেখি উপায় একো কৰোঁ হাহাকাৰ ।
তেতিয়াও তুমি মোৰ ৰহি শিতানত,
জীৱনৰ শেষ লীলা লেখিলা ভাগ্যত ।

ভাঙিল আশ্ৰয় তৰু উৰি গ'ল বাসা,
সম্পদৰ লগৰীয়া, আত্মীয় স্বজনে ;
উভতি নাচায় মোক দেখি দুৰদশা,
অকলই কান্দি কান্দি ফুৰোঁ বনে বনে।
তেতিয়াও তোমাকেহে সুঁৱৰি সুঁৱৰি,
বিচাৰোঁ চৰম লক্ষ্য ছিঙি মায়া-জৰি !

আহাঁ মোৰ চিৰ সঙ্গী আহাঁ প্ৰিয় সখা
তোমাৰ মুখকে চাই দুখ পাহৰিম,
দিব্য ৰূপ ধৰি তুমি দিবা মোক দেখা,
যিদিনা চিতাক মই সাৱটি ধৰিম !
সিদিনাহে দূৰ হ'ব সংসাৰ যাতনা,
সিদিনাহে প্ৰাণে মোৰ লভিব সান্ত্বনা।

-

## সৰস্বতী*

নমো বীণাপাণি বসন্তৰ ৰাণী
পৰমা প্ৰকৃতি দেৱী।
সৰ্বসিদ্ধি দাত্ৰী জ্ঞান অধিষ্ঠাত্ৰী
প্ৰেম কৰুণাৰ ছবি ॥

---

* ১ম তাণ্ডৱণৰ ১ম কৱিতা।

জগত পূজিতা অমৰ বাঞ্ছিতা
হে পীযূষ পয়োধৰা।
তুমি জ্ঞান সিন্ধু দিয়া শান্তি বিন্দু
স্নেহ মন্দাকিনী ধাৰা॥

অবোধ সন্তানে বান্ধি আশা প্ৰাণে
পৰিছোঁ চৰণে লুটি।
অজ্ঞান আন্ধাৰ গুচোৱা মনৰ
বৰষা জ্ঞানৰ জ্যোতি॥

---

## এটি মনৰ ভাৱ*

শেষ হ'ল অমানিশা মুকলি ধৰণী।
সেন্দুৰীয়া ফোঁট লৈ আহে ঊষাৰাণী॥
সেই সময়ত গই, চিন্তা সখী লগে লই,
গহীন গতিৰে হাবি সোমালোঁ এখনি;
কুলু কুলু সুৰে মাতি, বইছে নিজৰা এটি,
কাঠনি জাৰণি পাৰ কৰিছে শুৱনি।

তুয়োকাষে পমা শাল, কৰাই শিগুৰি তাল,
শিলিখা নাহৰ চঁপা চন্দন সৰল;
প্ৰকাণ্ড বিৰিখে বেৰি, শতেক যোজন জুৰি,
প্ৰকাশিছে প্ৰকৃতিৰ বিচিত্ৰ কৌশল।

---

* ১ম তাণ্ডৱণৰ শিতানমতে 'এটী মনৰ ভাৱ'।

জীৱ-জন্তু আদি যত, উলাহতে উন্মত্ত,
দিন পাই সকলোৰে মনত হৰষ ;
ফুলিছে ফুলৰ কলি, গোন্ধতে বলিয়া অলি,
তুলি লই উৰি গ'ল গোটেই মৌৰস ।

ধীৰে ধীৰে সমীৰণ, মোহিত বনবিহঙ্গ,
সংসাৰৰ কোলাহল নাই ৰেমেজালি ;
নাই বৰ্ষা নাই শীত, চিৰশান্তি বিৰাজিত,
সৌন্দৰ্য্য ভঁৰাল যেন মৰকত থলী ।

হৰিণা হৰিণী সঙ্গে চৰি ফুৰে মহাৰঙ্গে,
গজলীয়া ঘাঁহখিনি খায় বাছি বাছি,
শূন্যৰ কোলাত থাকি, জিলিকাই দুটি পাখি,
ফুলাম পখিলাবোৰ উৰে নাচি নাচি ।

ম'ৰা পখী চালি ধৰি, নাচিছে ডালত পৰি,
বিনন্দীয়া পাখিবোৰ দেখি চিত্ত হৰে,
কিবা বিত্তোপন ঠাম কিবা কান্তি অনুপম,
যাক দেখি ভোল যায় গণ্ডপীয়া নৰ ।

ইদৰে নিজান পুৰী আটোম-টোকাৰি কৰি,
কোনে সৰজিলে আহা ! কেনে মনোৰম,
শোভা দেখি প্ৰকৃতিৰ, শিয়ৰি উঠে শৰীৰ,
বিনন্দ বিলাস সৃষ্টি কিনো নিৰুপম ।

কিন্তু হায় ! দুর্ভগাৰ ক'লা চিন কলিজাক
মছিলে নেযায় মছা ইকি আচৰিত !
যিপিনে যুৰাওঁ চকু সৱ শূন্যময় দেখোঁ,
পুৰিছে চিন্তাৰ জুয়ে কুমলীয়া চিত ।

এখুজি দুখুজি কৰি এৰাই নিজান পুৰী,
অৱশেষে খোজ ললোঁ পৰ্ব্বতৰ দিক্ ।
নিজম গুহাত পশি মনৰ বেজাৰে বহি
হৃদয় বেদনা খুলি কওঁ প্ৰকৃতিক :—

খন্তেকীয়া সুখলই কিয় পঠিয়ালা আই
কিকাৰণে জনমালা কোৱাচোন বাৰু ?
বিপদীয়া জীৱনৰ কেতিয়া পৰিব ওৰ
দুৰ্ব্বল পৰাণে দুখ অসহনি আৰু ।

অনিত্য সংসাৰ মাজে আহিলোঁ বা কিবা কাজে
দুৰ্ভগাৰ পৰা হ'ল কি কাম সাধনা ?
বিষয়ত গই ভোল আঁখি ললোঁ মায়া ভোল,
ভুগিলোঁ মাথোন দুখ অশেষ যাতনা ।

সংসাৰ সাগৰে পৰি, নিছলা জীৱন ফেৰি,
সময় সোঁতত বই যায় একেবাহে
অন্ধকাৰে দিনে ৰাতি গই আছোঁ উটি উটি,
তাতে লগ পালে আহি দুৰন্ত বতাহে ।

ভগা নাও লওঁ বুকে    আকুলিত ভয়ে শোকে,
কিন্তু হায় ! সুপূৰিল জীৱনৰ আশ,
অকস্মাৎ* ক'ৰপৰা,    ক'লা মেঘ এচপৰা,
গহীন মূৰতি ধৰি ঢাকিলে আকাশ।

দশো দিক তমোময়    কৰি সব চূৰ্ণ-চৈয়,
বিপদ ডাৱৰে গাজে ঘোৰ শব্দেৰে,
আকাশ পাতাল জুৰি    প্ৰলয় কালৰ ভেৰী
গৰ্জিছে যেন হায় অনন্ত সাগৰে !

কি কৰিম ক'লৈ যাম,    মন ব্যথা কাক কম
কেতিয়ানো পাৰ হম অথায় সাগৰ,
ঘনে উঠে চাকনৈয়া,    ভীত মন নাৱৰীয়া,
সংসাৰ সমুদ্ৰ ঢউ দেখি ভয়ঙ্কৰ।

অকূল সাগৰে পৰি,    হলোঁ জুৰুলি-জুপুৰি,
চাকনৈয়া মাজে পৰি হেৰাল চেতনা,
তুমি দেৱী শান্তিময়ী    শান্তিজল ছটিয়াই
দূৰ কৰা দুৰ্ভগাৰ সংসাৰ যাতনা।

অনিত্য প্ৰেমত মজি,    পৱিত্ৰ প্ৰণয় ত্যজি,
নভজিলোঁ এটিবাৰ ৰাতুল চৰণ ;
পাপে হিয়া ভৰপূৰ,    মায়া মোহ কৰা দূৰ
কৃপা কৰি হৃদয়ত দিয়া তত্বজ্ঞান।

---

* ১ম তাঙৰণত 'অকস্মাত'।

# মিলন-সঙ্গীত*

আহা আজি ভাই সকলোৰে মিলি,
জাতীয় প্ৰেমত দিওঁ মন ঢালি ;
গাও সমস্বৰে মিলন সঙ্গীত,
পৰ্বতে সাগৰে হওক ধ্বনিত ;
শুনি প্ৰতিধ্বনি জাগিব ভুবন,
জাগিব অবোধ মানৱ সন্তান ;
থাকিলে এলাহ টোপনি মগন,
জীৱনৰ কাৰ্য্য নহয় সাধন ।
হিংসা ক্ৰুৰভাব আঁতৰাই থোৱা,
একতা বান্ধোন দৃঢ় কৰি লোৱা ;
ক্ষুদ্ৰ ধূলি-কণা চকুৰে নমনি,
সদৌ মিলি হয় পৰ্বত এখনি ।
এডালি এডালি তৃণ কঢ়িয়াই,
বান্ধে যেন বাহ টিপচী চৰাই ;
সিদৰে আমিও হই এক মত,
সাধোঁ সুকলমে জীৱনৰ ব্ৰত ।

আছিল জাপানী অসভ্য বৰ্ব্বৰ,
বনবীয়া পশু যেনে অৰণ্যৰ ;
একতাৰ বীজ পচালে হিয়াত,
শিকিলে সভ্যতা 'চীনৰ' কাষত ;

* নতুন খণ্ড, ১ম ভাগ, ১৮২৪ শকৰ শাওণ সংখ্যা 'জোনাকী'ত প্ৰথমে প্ৰকাশ হৈছিল ।

হায় !  কি দুৰ্দ্দশা আজি সেই 'চীন',
পৰ মুখাপেক্ষী বল-বীৰ্য্য হীন।
প্ৰসিদ্ধ 'কাৰ্থেজে' পুৰণি কালত,
লভিলে প্ৰাধান্য বাণিজ্য বলত ;
সহিব নোৱাৰি 'ৰোম' মহাবলী,
ঘৰুৱা বিবাদ-জুই দিলে জ্বালি।
স্বদেশৰ হেতু জীৱন উছৰ্গি,
হ'ল বীৰবৰ 'হানিবল' স্বৰ্গী।

চোৱা চকু মেলি পশ্চিমৰ পিনে,
বুটিছ অৰুণ ভাৰত গগনে।
সভ্যতা কিৰণে কৰি জ্যোতিৰ্ম্ময়,
ৰাখিলে জগতে কীৰিতি অক্ষয়।
ৰতন প্ৰসূতি "অসম দুখিনী",
দেখিলে বিলাই পৰে চকুপানী ; †
চোৱা অসমীয়া কিনো দুৰ্কপাল,
লভিছেহি আনে ধনৰ ভঁৰাল।
নাই সি আগৰ যশ ধন মান,
তথাপি আমাৰ নাই কাণ্ডজ্ঞান ;

উঠা জাতি ভাই এৰা সোৰোপালি,
জাতীয় যুঁজত দিওঁ আত্ম বলি ;

---

† জোনাকীত প্ৰকাশ হোৱা মতে এইখিনিতে আৰু দুশাৰী আছে—
যেনে,  'সুখ সৌভাগ্যৰ অধিষ্ঠাত্ৰী দেৱী,
বুটিছ সিংহৰ আছে অৰু শোভি ;

অপৰিবা পাছ ই যুঁজত ভাই,
বুকে সাহ বান্ধি ব'লা আগুৱাই ;
যদি হওঁ আমি আৰ্য্যৰ সন্ততি,
নিশ্চয় সাধিম জাতীয় উন্নতি ।*

## হৰিণা-পোৱালি[১]

গভীৰ এন্ধাৰ ৰাতি, আকাশ ডাৱৰে ছাটি
ৰূপহ জোনৰ হাঁহি ৰাখিছে লুকাই,
সংসাৰৰ কোলাহল, সকলো পৰিছে তল,
পছোৱা বতাহ জাক বলিছে ঘনাই ।

দুৰ্ঘোৰ গহীন বন, নিতাল মাৰিছে যেন
নিৰীহ বিশ্বৰ প্ৰাণী প্ৰকৃতি কোলাত,
মাজে মাজে ফেঁচা উৰি বিকট উৰুলি পাৰি
অসহায় পথিকৰ হেৰুৱালে বাট ।

নিশাচৰ জন্তুবোৰে গাজিছে ভৈৰৱ সুৰে
ৰমণীয় প্ৰকৃতিৰ নিস্তব্ধতা ভেদি ;
শিয়াল বপুৰাহঁতে ফেউ ফেউ কৰি মাতে
বিকট আৰাব শুনি প্ৰাণ উঠে কান্দি ।

---

* 'জোনাকী'ৰ পাদটীকাত আছে—
"যোৱা সন্মিলনী সভাৰ ১ম বাৰ্ষিক অধিবেশনত পাঠ কৰা হৈছিল।"

[১] প্ৰথম তাণ্ডৱণত আৰু 'জোনাকী', নতুন ২য় ভাগত 'হৰিণা-পোৱালী' আছিল।

হৃদয়ত শান্তি মাখি,      ধৰাত মূৰটি* ৰাখি
ভেলেঙ্গী পোৱালি এটি* নিৰাপদ জানি ;
নিজৰা পাৰত গই      আছিল নিৰলে শুই,
সংসাৰৰ জ্বলা কলা এৰাই বিঘিনি।

নিবিড় আৰণি মাজে      খিয়লীয়া বাঘে গাজে,
নিছলা হৰিণা শিশু দেখি দূৰণিত,
ধীৰে ধীৰে লাহে লাহে      চাই থাকি একেৰাহে,
জঁপিয়াই পৰিলেহি নই কাষৰিত।

নিমাখিত হৰিণাই,      তধা লাগি ৰ'ল চাই,
ভয়ত কঁপিছে দেহি!   থৰ থৰ কৰি ;
বিষম বিপদ জানি,      ফাটে যেন হিয়াখনি,
বাগৰিল বিষাদৰ চকু-লো দুধাৰি।

আমন-জিমনে থাকি,      কৰাল কালক দেখি,
কলে যেন মৰ্ম্মভেদী সুৰে যাতনাৰ,
"হে প্ৰভো! কৰুণা সিন্ধু      অনাথৰ প্ৰাণবন্ধু,
কৰা সঙ্কটৰপৰা নিছলাক পাৰ।

অবোধ হৰিণা শিশু,      জনমত হলোঁ পশু
কিয়বা কৰিলা মোক সকলোৰে বৈৰী ;
কাৰো একো অপকাৰ,      কৰা নাই জগতৰ,
শ্বাপদ প্ৰাণীৰ আৰু নৰ-দেহ ধাৰী।

* 'মূৰটি', 'এটি'—প্ৰথম তাঙৰণত 'মূৰটী', 'এটী' আছিল।

অকলশৰীয়া কৰি, আই বোপা গ'ল এৰি,
মাউৰা কৰিলা প্ৰভো ! নিজান বনত ;
অলিয়া-বলিয়া হই ঘূৰি ফুৰোঁ অকলই,
নেপাওঁ তৰণি ক'তো মৰু সংসাৰত ।

কুমলীয়া ঘাঁহখিনি, তাকে খাওঁ সাৰ মানি,
মনৰ সুখেৰে চৰি ফুৰোঁ অৰণ্যত ;
পিয়াহত নিৰমল খাওঁ নিজৰাৰ জল,
পৰাণ জুৰাওঁ গই গছৰ ছায়াত ।

গহীন বনৰ মাজে, পাতে মনমোহা সাজে,
প্ৰলোভন জালখনি বিবুধিয়া নৰে ;
চোকা চোকা বিহ সানি, বুকুত শৰেৰে হানি,
বোৱায় তেজৰ সোঁত অবিৰল ধাৰে ।

কি যে স্বাৰ্থপৰ হিয়া দয়া মায়া নাইকিয়া,
জীৱৰ প্ৰধান বুলি কৰে অভিমান ;
বিলাস সম্ভোগ তৃপ্তি, ক্ষন্তেকীয়া সুখ অতি,
জানিও তথাচ হায় বধে মোৰ প্ৰাণ ।

এতেকে হে দয়াময়, দূৰ কৰা মোৰ ভয়,
মাতিছোঁ সভয়ে পাপী আকুল অন্তৰে",
এই বুলি হৰিণাটি ধৰাত মূৰটি পাতি,
বিনায় বিনায় কয় করুণ সুৰেৰে ।

হায় ! বিধি কি কৰিলা মন-আশা সুপূৰালা
ভবিষ্য জীৱন চাকি হ'ল নিৰ্বাপিত ;
নিঠুৰ পৰাণ বাঘে, ডেও মাৰি একে চাবে,
ডিঙিত কামুৰি ধৰি সোমাল হাবিত।

—

## বিদায়*

[ মাতৃ-ভূমিৰ উজ্জ্বল ৰত্ন শ্ৰীযুত ৰাধানাথ ফুকন এম. এ., বি. এল. ডাণ্ডৰীয়া ১৮২৫ শকৰ কাতি মাহত ৰাজকাৰ্য্য উপলক্ষে গুৱাহাটী এৰি ধাবলগীয়া হোৱাত গুৱাহাটী 'অসমীয়া ড্ৰেমেটিক ক্লাব' ঘৰত এই কবিতাটি পাঠ কৰা হৈছিল। ]

অকস্মাৎ হায় ! কিয় সকলোৰে
নিৰানন্দ মন প্ৰাণ,
নোপোৱাই পালোঁ পাই হেৰুৱালোঁ
এনে কি আশাৰ ধন ?

নেদেখোঁ মুখত উলাহৰ চিন
নাই কাৰো হাঁহি মাত,
নামিছে হিয়াৰ অন্তস্তল ভেদি
বিচ্ছেদ ভাৱনা সোঁত।

---

* ১৮২৫ শকৰ নতুন খণ্ড, ২য় ভাগ 'আঘোণ' সংখ্যা 'জোনাকী' কাকতত প্ৰকাশ হৈছিল।

বনৰ বিহগে বেজাৰৰ গীত
গাই গাই উৰি গ'ল ;
নীৰৱে টুকিলোঁ চকুলো এধাৰি
পৰাণ অধীৰ হ'ল ।

আৰ্য্য !
অতি অসহনি বিৰহ বাতৰি
শুনিলোঁ যাবাগৈ বুলি,
আশা অভিলাষ বহুদূৰে গ'ল
নিৰাশ হ্ৰদত মিলি ।

দিলা হৃদয়ৰ আপোন-চিনাকি
সৰল সহানুভূতি,
অসম-সমাজ সম সূত্ৰে বান্ধি
বিলালা স্বদেশ প্ৰীতি ।

কৰ্ত্তব্য সুঁৱৰি দূৰণি ঠাইলৈ
দীঘল মেলানি ল'লা,
দুদিনতে মিলি বন্ধু সমাজত
চকুৰ আঁতৰ হ'লা ।

যোৱা আৰ্য্যপুত্ৰ পালা মহাব্ৰত
প্ৰবাসত সুখে থাকি,
জাতীয় উন্নতি কামনাৰ ছবি
ৰাখিবা হিয়াত আঁকি।

সুগন্ধি কুসুম          আছিল কতমা
আসাম কানন ভৰি,
নিঠুৰ কৰাল          কাল নিয়ৰত
অকালতে গ'ল সৰি।

নাই এপাহিও          সুবাসিত পুষ্প
নিষ্প্রভ ফুলনিধম ;
আছা দুটি এটি*          ভাবী-আশা-ফুল
আসাম গৌৰৱ ধন।

যশৰ সৌৰভে          কৰা জন্মভূমি
পৱিত্ৰ আনন্দ ধাম,
সুমহান কীৰ্ত্তি          থাপি জগতত
সাধিবা অমৰ নাম।

নিছলা মাতৃৰ          আঁচলৰ ধন
সুযোগ্য সন্তান তুমি,
স্বজাতি প্রেমত          আত্মবলি দিবা
ধন্য হ'ব জন্মভূমি।

যোৱা ৰাজ কাৰ্য্যে          দেশে বা বিদেশে
আত্ম পৰিয়াল লই।

---

* 'দুটা এটা'—প্রথম তাঙৰণত ; দুটি এটি—'জোনাকী'ত 'আঘোণ' (১৮২৫ শক)।

বিশ্বৰ গৰাকী থাকিব সদায়
গুৰিত সাৰথি হই।

সাদৰে বিদায় দিলোঁ গুণধৰ
নেপাহৰোঁ দয়া-প্ৰীতি,
জাগিব হিয়াৰ প্ৰতি স্তৰে স্তৰে
মিলন আনন্দ স্মৃতি।

নেজানো ৰচিব প্ৰীতি ফুল্লহাৰ
নহয় ই সাত্‌সৰী,
ভকতিৰ চিন দিলোঁ উপহাৰ
কৱিতাৰ মালাধাৰি।

## অৰ্ঘ্য*

নতুন বছৰ ঘূৰি আকৌ আহিল,
নতুন আশাৰ এটি বীজ উপজিল ;
শিতানত থিয় হই তৰুণ তপন,
প্ৰকাশে কিৰণমালা উজলি ভুৱন।
বাজিছে নিফুট বাঁহী প্ৰকৃতি বুকত,
সজাগ বিশ্বৰ প্ৰাণী মোহিনী সুৰত ;

* জোনাকী, ১৮২৬ শক, নতুন সংখ্যা ৩য় ভাগ 'আহিন' সংখ্যাত প্ৰকাশিত।

বিহগ-বিহগী মিলি কেনে সুললিত,
অবুজা ভাষাৰে গায় আৰাধনা গীত।
সান্ত্বনা চোঁৱৰ লই জুৰ মলয়াই,
নির্জীৱ জগত প্ৰাণ দিছে কোমলাই।
বইছে তটিনী সোৱা সাগৰ উদ্দেশে,
সুঁৱৰি আপোন লক্ষ্য মহান উল্লাসে।
চোৱা পূব দুৱাৰত দিব্য ৰূপ ধৰি;
সাজিছে নতুন সাজে স্বভাৱ সুন্দৰী;
অজ্ঞান তিমিৰ নাশি করুণা ৰূপিণী,
হাঁহে আজি মাতৃ-ভাষা কৱিতাৰ ৰাণী।
সাম্য মৈত্ৰী স্বাধীনতা বৰদেৱীসৱে;
পুজে প্ৰেম উপহাৰে ৰঙ্গা দুটি পাৱে।
সৌভাগ্যৰ দিন আজি সুখ আৱাহন;
ভাই বন্ধু চেনেহৰ অপূৰ্ব্ব মিলন।
মিলিছোঁ সকলো আমি এনে শুভক্ষণে,
পবিত্ৰ জীৱন ব্ৰত পালিম যতনে;
নহয় ই নিমন্ত্ৰণ বিলাস ভোগৰ,
নহয় ই, প্ৰেমালয় নৰ্ত্তকী নাচৰ;
নহয় ধালিৰ বান্ধ ল'ৰাৰ ধেমালি,
ভৱিষ্য আশাৰ এনে নতুন গজালি;
অতীত কল্পনা স্মৃতি হিয়াত জাগিছে,
আশাৰ মোহন বেণু ঘনাই বাজিছে;
প্ৰতিজ্ঞা ভোলেৰে বান্ধি কঠোৰ হৃদয়,
জীৱন যুঁজলৈ সৱে ব'লা আগুৱাই;
নাই পূৰ্ব্ব অসমৰ গৌৰৱৰ ভাতি,

যুমাল তেনেই নাম 'অসমীয়া জাতি'।
ক্ষন্তেকীয়া মায়া-মোহ মিছা প্ৰবঞ্চনা,
নিদিও হিয়াত ঠাই অসাৰ কল্পনা ;
জীৱন যিমান দিন সাধিম উন্নতি,
মাতৃভূমি আসামৰ বঢ়াম জেউতি ;
পিন্ধাম ৰতন মালা মাতৃৰ কণ্ঠত,
গাম উদ্গনি-গীত জীৱন পথত।
মাতৃভাষা ! তুমি মোৰ জীৱন দায়িনী,
সাহিত্যৰ অধিষ্ঠাত্ৰী জ্ঞান প্ৰসৱিনী ;
নেজানো পূজাৰ বিধি সৰল বন্দনা,
নোৱাৰো বৰ্ণাব তবু গীত-আৰাধনা ;
নাজানো ৰচিব আই প্ৰেম পুষ্পহাৰ,
নাই ক্ষুদ্ৰ হৃদয়ত কবিত্ব সম্ভাৰ ;
তলসৰা দুটিমান ভাৱৰ কুসুমে,
ভক্তিভাৱে দিলোঁ অৰ্ঘ্য পদুম-চৰণে।

## উলাহ-সঙ্গীত*

জীৱনৰ পুণ্যব্ৰত পালিবলৈ আজি,
হৃদয় তন্ত্ৰীৰ তান ঘনে উঠে বাজি।
শৰীৰত নাই কিন্তু বল বুদ্ধি জ্ঞান,
তত্ৰাচ পালিম ব্ৰত হলোঁ আগুৱান।

---

*জোনাকী ১৮২৫ শক, নতুন খণ্ড, ২য় ভাগ, কাতি সংখ্যাত প্ৰথমে প্ৰকাশ হৈছিল

আহা ভাই নৱোল্লাসে হই সম্মিলন'
উছৰ্গা মাতৃৰ পদে নিছলা জীৱন ;
এৰি দিয়া অতীতৰ শোক জ্বালা ভয়,
গোৱা ঐক্যতানে হ'ক জননীৰ জয় ;
ঢাকিছে জনম ভূমি আন্ধাৰ কুঁৱলী,
নেদেখোঁ উদয় আৰু সৌভাগ্যৰ বেলি ;
*অতীত কাহিনীবোৰ সুঁৱৰিলে হায় !
হৃদয় আগ্নেয়গিৰি জ্বলে পুনৰায় ।
ৰত্নগৰ্ভা ভাৰতৰ ভাগ্য গগনত ;
নিৰ্মল উজ্জ্বল তৰা শোভিছিল কত ।
প্ৰাতঃস্মৰণীয় আৰ্য্য কৃষ্ণ দ্বৈপায়ণ,
কবিগুৰু বাল্মীকি ঋষি তপোধন ;
বাণী-পুত্ৰ কালিদাস আৰু ভৱভূতি,
তুলিছিল মহাৰত্ন কাব্য-সিন্ধু মথি**,
কল্পনা সূতাৰে আহা মনোমুগ্ধকৰ !
ৰচিলে বিবিধ ছন্দে মালা কবিতাৰ ;
অপূৰ্ব কবিত্ব ৰসে পবিত্ৰ ভাৰত,
ভুবন মোহিত যাৰ যশ সৌৰভত ।
শঙ্কৰ মাধৱ কবি ৰামসৰস্বতী,
জন্মভূমি আসামৰ মূৰৰ কিৰীটি ।

---

* 'জোনাকী'ত প্ৰথমে প্ৰকাশ হওঁতে এইখিনিতে আৰু আছিল—

'বিজাতিৰ হেন্দোলনি আৰু লটিঘটি,
সহিব কিমান আই বিলাই-বিপত্তি ;
মূখৰ গৰাহ মুঠি তাকো নিলে কাঢ়ি ;
ঠাৰিছিগা ফুল যেন দিনে যায় জহি' ।

** পাঠান্তৰ—জ্ঞানসিন্ধু মথি ( জোনাকী )

দুদিন ভাওনা চাই সংসাৰ হাটত ;
নশ্বৰ মানৱী কায়া এৰিলে মৰ্ত্ত্যত।

পুণ্যাত্মা নামৰ স্মৃতি নহয় বিনাশ,
জ্বলন্ত আখৰে জ্বলি আছে ইতিহাস।

বিজাতিৰ পদসেৱী মানসিংহ ৰজা,
আঁতৰালে ভাৰতৰ চিৰ কীৰ্ত্তিধ্বজা।

দাসত্ব শিকলি মাতৃ পিন্ধিলে যিদিন,
সিদিনাই ভাগ্য লক্ষ্মী অনন্তত লীন।

প্ৰতাপী প্ৰতাপ সিংহ মিৱাৰৰ ৰাণা,
দেশোদ্ধাৰ অৰ্থে কত সহিলে যাতনা*,
মাতৃসেৱা মহাব্ৰত হৃদয়ত জপি,
জাতীয় ৰণত হায় দিলে প্ৰাণ সঁপি।

সাধিলে অমৰ কীৰ্তি মৰ্ত্ত্য ভুৱনত,
বহুৱালে দেৱদূতে স্বৰ্গী আসনত ;
আৰ্য্যৰ সন্তানবোৰ থাকে যদি মিলি,
হয় নে ভাৰতভূমি আজি মৰিশালি ?

কপট শত্ৰুৱে আহি থিতাপিলে হিয়া,
স্বজাতি-প্ৰিয়তা হ'ল অকলশৰীয়া।

ছিগিল একতা ডোল কঠিন বান্ধনি,
হেৰুৱালে জননীয়ে স্বাধীনতা মণি।

গাওঁ আহা সমকণ্ঠে জীৱন-সঙ্গীত ;
মূৰ্চ্ছাগতা মাতৃপ্ৰাণ হ'ব সঞ্জীৱিত।

---

* পাঠান্তৰ—'কত সহিলে যাতনা'ৰ ঠাইত
'দুখ সহিলে কতনা' (জোনাকী)

হওঁ যদি একে মিল দেশী জাতি ভাই,
নিশ্চয় সৌভাগ্য-দেৱী আহিব ভুমাই।
পশ্চিমীয়া সভ্য জাতি কিহৰ বলত,
উঠিছেহি উন্নতিৰ ওখ আসনত ?
জ্ঞানচকু মেলি চোৱা কেনে সোঁৱা স্থলে,
পাশ্চাত্য সভ্যতা ভাতি জননীৰ ভালে ?
কি মন্ত্ৰত মুগ্ধ হৈ ব্ৰিটিছ কেশৰী,
একচ্ছত্ৰী, ভাৰতৰ চৌদিশ আৱৰি !
ৰাজনীতি ধৰ্ম্মনীতি সাহিত্য বিজ্ঞান,
নব্য জগতত চোৱা উন্নতি কিমান !
"জাতীয় গৌৰৱ মূল জাতীয় সাধনা"
এই মহাবীজ মন্ত্ৰে লভা হে চেতনা।
থাকেহে এটোপা যদি আৰ্য্যৰ শোণিত,
নেথাকিবা পৰি তেন্তে মোহ টোপনিত।
মহা মহা পুৰুষৰ পথ অনুসৰি,
বীৰ বেশ গাত লই উঠা কাছিপাৰি।
অলসতা পাপ-মলি গাৰপৰা ধোৱা,
জীৱন যুঁজলৈ ভাই আগবাঢ়ি যোৱা।
কামেই হে মানৱৰ সাৰথি প্ৰধান ;
কামেই হে জীৱনৰ উন্নতি সোপান।
কাল সাগৰত যায় শুভ দিন উটি,
কঁকালত বান্ধি লোৱা কান্ধৰ হাঁচটি।
মানৱৰ কৰ্ম্মথলী সংসাৰ ক্ষেত্ৰত,
জীৱন আহুতি দিয়া কৰ্ত্তব্য যজ্ঞত।

# জোনাকীৰ মৃত্যু উপলক্ষে

সুশুনো কবিতা বীণাৰ ঝঙ্কাৰ
সুশুনো পঞ্চম ললিত তান ;
ৰূপহ জোনৰ অমিয়া চন্দ্ৰিকা
কি হেতু চকোৰে নকৰে পান ?

নাবাজে দুনাই প্ৰকৃতিৰ বাঁহী
আঁউসী আন্ধাৰে গ্ৰাসিছে ধৰা ;
ডালে ডালে পখী আবেগ সুৰত
গাইছে সঙ্গীত বিষাদ ভৰা !

আকাশী পটত তৰাৰ জেউতি
বসুধা কোলাত খদ্যোৎমালা ;
এটি এটি কৰি সকলোটি হায়
হ'ল অন্তৰ্দ্ধান তাপসী বালা।

নাপালে মৰম জগতবাসীৰ,
কাব্য ফুলনিৰ পাহি,
উচুপি উচুপি কান্দে নিজানত
নেদেখোঁ মুখত কোমল হাঁহি।

নাকান্দিবা আই নকৰিবা শোক
মনৰ বেজাৰ মনতে মাৰা ;
কোনে মচি দিব চকুলো দুধাৰি
কোন আছে প্ৰাণ শীতল কৰা।

---

*এটী এটী কৰি সকলোটী—প্ৰথম সংস্কৰণত।

আছিলা এদিন কাব্য জগতৰ
জ্ঞান অধিষ্ঠাত্ৰী জননী তুমি,
পুষ্প আভৰণে বিচিত্ৰ ভূষণে
সজালে তোমাক অসম ভূমি।

ভীম-বাহুবলী বাণ, গদাধৰ,
নৰনাৰায়ণ, নৰক ৰজা ;
অখণ্ড প্ৰতাপে শাসিলে মেদিনী
উৰালে বিজয় কীৰিত্তি ধ্বজা।

অনন্ত কন্দলি ৰাম সৰস্বতী
শঙ্কৰ মাধৱ অমৰ কৱি ;
কাব্য সিন্ধু মথি বিবিধ ৰতনে
ৰচিলে পয়াৰ, দুলড়ি, ছবি।

শক্তি সঞ্চাৰিণী সুমন্ত্ৰ উচ্চাৰি
আনিলে নতুন চেতনা যুগ।
নিষ্কাম ভকতি নাম প্ৰেমামৃত
শত শত নৰে কৰিলে ভোগ।

জ্ঞান গৌৰৱত যশ সৌৰভত
আছিলা এদিন আনন্দ ধাম,
বীৰৰ তেজেৰে কবিত্ব ৰসেৰে
কৰিলে তোমাৰ অমৰ নাম।

কোৱাচোন দেখি ! কিহৰ বেজাৰ
কিয় বা চকুৰ আঁতৰ হ'লা,
কি দুখত বাৰু চিৰদিন লই
অনন্ত শয্যাত শয়ন ল'লা ?

হাহাকাৰ আজি তোমা অবিহনে
"সোণৰ আসাম" শ্মশান ভূমি ।
কিছুদিন হলে বাব ৰসাতলে
হ'ব লাহে লাহে নিৰয় গামী ।

নাই কৰ্ম্মবীৰ · নাই ধৰ্ম্মবীৰ
কোনে বা হৃদয় কৰিব জুৰ,
সংসাৰ চক্ৰত পৰিল অকালতে
কাল সাগৰত মাৰিছে বুৰ ।

জ্ঞান বিজ্ঞানৰ নাই আলোচনা
সুযোগ্য সন্তান এটিও নাই,
চেতনা বিহীন আজি ই অসম
সকলোৱে যেন মৰাৰ প্ৰায় ।

নাই সেই যুগ কাব্য উপভোগ
সাহিত্য বনত নুফুলে ফুল ;
অজ্ঞান তিমিৰে ঢাকিছে গগন
কোনে বা বুজিব জ্ঞানৰ মোল ।

উঠা উঠা দেবি !                    নকৰা পলম
নহ'বা নহ'বা কঠিন হিয়া ।
সুমাল তেনেই                    অসমীয়া নাম
সঞ্জীৱনী মন্ত্রে চেতনা দিয়া ।

বজোৱা দুনাই                    প্রেমৰ বীণাটি
বেহাগ, খাম্বাজে ধৰাহে তান,
ললিত ঝঙ্কাৰে                    ঝঙ্কাৰি উঠিব
তালে তাল ধৰি নাচিব প্রাণ ।

আহা দেবি ! আহা                    হৃদি মন্দিৰত
হোৱা আবির্ভূতা মেদিনী সাজে,
জ্ঞান গঙ্গা স্রোত                    শত ধাৰা হই
ব'ব চিৰকাল হৃদয় মাজে ।

## দুখৰ কথা

কাৰ ওচৰলৈ যাওঁ
কাক ভাঙ্গি-পাতি কওঁ,
মোৰ এই দুখৰ কাহিনী ;
মায়াৰ বান্ধোন খুলি,
দেখুৱাওঁ কাক মেলি,
হৃদয়ৰ যৱনিকাখনি ।

বিশ্বদাহী পোৰণিয়ে,
কত যে যন্ত্ৰণা দিয়ে,
কাক কম কোনে পতিয়াব।
সহিব নোৱাৰোঁ হায়,
শোকে হিয়া ফাটি যায়,
কোনে মোৰ প্ৰাণ শীতলাব ?

উজটিত পৰি যাওঁ
কত ঘৰামুটি খাওঁ,
সংসাৰৰ দুৰ্গম বাটত ;
দেহা হ'ল লালকাল,
দুখতে কটালো কাল,
নাই সুখ পোৰা কপালত।

আত্ম পৰিয়ালবোৰ
নহয় আপোন মোৰ
সুখ সম্পদৰ লগৰীয়া ;
মাজ নিশা সপোনত,
সুখ লভো অন্তৰত,
সাৰ পালে কাঢ়ো হুমুনীয়া।

মায়াময় ছায়াময়,
সংসাৰৰ সুখচয়,
নাই তাত অকণো সোৱাদ ;
বাসনা পিয়াহ ভোক,
নালাগে নালাগে মোক,
এৰি দিলো নকৰোঁ বিবাদ।

প্ৰকৃতি জননী মোৰ,
বুজিব হৃদয় পো-ৰ,
　　ভাঙ্গি কম বেজাৰৰ কথা ;
অভাগা সন্তান বুলি,
স্নেহৰ কোলাত তুলি,
　　মচি দিব হৃদয়ৰ ব্যথা।

---

## বন-বিহাৰিণী*

দেৱি !
কোন তুমি আছা এই গহীন বনত
　　অকলই, নিজান কানন ;
স্বৰগৰ অপেস্বৰী উদাসিনী বেশ,
　　কিয় দেখোঁ আমন-জিমন ?

যেদেখোঁ মুখৰ ছবি সৰলতা সনা
　　নাই সেই মুৰতি মোহন ;
মেঘে ঢকা পূৰ্ণিমাৰ জোনটিৰ দৰে
　　বিষাদ সিন্ধুত নিমগন।

যি ভঙ্গিৰে চাই মুগ্ধ কৰিছিলা মৰ
　　বিৰিঙ্গাই পবিত্ৰ জেউতি ;
যি মৃদু হাঁহিত জুঁই পৰে ফুল পাহি
　　ক'ত লুকুৱালা সি হাঁহিটি !

---

*জোনাকী—১৮২৫ শকৰ নতুন খণ্ড, ২য় ভাগ, মাঘ সংখ্যাত পোনতে ওলাইছিল

দুৰ্গম এন্ধাৰ বন শতকৰে ভৰা
মানৱৰো সমাগম নাই ;
থমকি থমকি গাজে নিজম গুহাত
নেলাগে নে অন্তৰত ভয় ?

চোৰাচোন কাঁইটীয়া দুৰণি বাটত
বিভোপন মোহ জাল খনি ;
কিন্তু হাঁয় ।  ইজালত পৰিলে এবাৰ
হ'বা পিছে আলাই-আথানি ।

নিষ্পাপ পবিত্ৰ পুৰী শান্তি তপোবন
কুলু কুলু বয় প্ৰবাহিনী ;
নিৰলে পাতিছোঁ এটি নিকুঞ্জ মণ্ডপ
আহিবানে বন-বিহাৰিনি ?

সংসাৰৰ মায়া মোহ বিপদ আপদ
ই পুৰীত নেপাইহি ঠাই ;
প্ৰকৃতিৰ পুণ্য-প্ৰভা জ্বলে বন-ভূমি
অশান্তিৰ লেশ ক'তো নাই ।

বসন্তৰ প্ৰিয় সখী শুনিবা পখীৰ
সুললিত কুউ কুউ তান,
আপোন সুখতে যেন আপুনি বিভোল
ফুলনিৰ গছ লতা বন ।

নেযাবা নেযাবা দেৱি ! দুৰ্গম বনলৈ
জুবোৱাহি অশান্ত জীৱন ;
শীতল ছায়াত বহি, কুঞ্জকাননত
গাওঁ আহা ঈশ গুণ গান ।

আহিছোঁ সংসাৰ এৰি ধৰি যোগী বেশ
পাম বুলি হৃদয়ত শান্তি ;
কাৰো কৰিছোঁ মোৰ হিয়া-মন্দিৰৰ
সুমুমাৰা জ্বলা আশা বন্তি ।

সোণৰ জখলা নামি দেৱবালা এটি
পাতিলাহি মিঠা সম্ভাষণ,
চাওঁতে চাওঁতে হাঁয় চকু পচাৰতে
বনদেৱী হ'ল অন্তৰ্দ্ধান ।

নুমাল আশাৰ বন্তি আন্ধাৰ হৃদয়
দিঠকতে দেখিলোঁ সপোন ;
দুদিনীয়া লীলা-খেলা মায়া জগতৰ
কোনো কাৰো নহয় আপোন ।

# পৰিশিষ্ট

## (ক)

( শ্ৰীযুক্ত হলিৰাম ডেকা, এম্, এ ; বি, এল, দ্বাৰা ৰচিত )*

"সাদৰী" ইং ১৯১০ চনত ৰচিত হয়। ইয়াৰ ভিতৰতে অসমৰ ৰক্ষণশীল স্বভাৱ লম্বেও সাহিত্য, সমাজ আদি বিষয়ত সাধাৰণতে অলপ উন্নতি বা অৱনতি আশা কৰা যায়। সেইবোৰৰ পৰিমাণ থিৰ কৰা আজিৰ উদ্দেশ্য নহয়, কিন্তু এই কেই বছৰে "সাদৰী মুমলীয়াতে" থাকিলে নে বয়সৰ লগে লগে অলপ আদহীয়া হ'ল, তাকেহে ঠাই বুজি আলোচনা কৰিব লাগিব। "সাদৰী" প্ৰণেতা শ্ৰীযুক্ত ৰঘুনাথ চৌধাৰী অসমৰ সাহিত্য-ক্ষেত্ৰত 'জোনাকী' কাকতৰ দিনৰ পৰাই পৰিচিত। আন আন দেশ আৰু সাহিত্যৰ তুলনাত অসমৰ সাহিত্য গৌৰৱ নিচেই সুলভ আৰু সস্তা; কাৰণ মাহিলী আলোচনীত গোটাদিয়েক প্ৰবন্ধ বা গল্প প্ৰকাশ কৰিয়ে 'সাহিত্যৰথী', বা 'সাহিত্যিক শিৰোমণি' উপাধি লাভ আমাৰ ইয়াত বিৰল নহয়, কিন্তু চৌধাৰী ডাঙৰীয়াৰ বিষয়ে সাহ কৰি কব পাৰি যে তেখেত সেইবিধৰ সাহিত্যিক নহয় আৰু আগেয়েও নাছিল। তেখেতৰ প্ৰণীত কবিতা 'ভিক্ষা'ত তেখেতে লেখিছে—

নলও ডিঙিত আঁৰি সম্ভ্ৰমৰ মালা
ভাবোঁ তাক অতি হেয় বুলি ;
অপমান অপযশ লাঞ্ছনা শিৰত
লম প্ৰভু আগ্ৰহেৰে তুলি।

অকল ওপৰত লেখা কেইশাৰীয়ে তেখেতৰ মনৰ ভাব নহয়, গোটেই পদ্যটোৱে তেখেতৰ পৰিচয় জ্ঞাপক।

---

* মুখ্য ন্যায়াধীশ ৺হলীৰাম ডেকাৰ লিখা। 'সাদৰী' পাঠ্য হোৱাত ১ম তাঙৰণৰ পাছৰ তাঙৰণবোৰত সংযোজিত হৈছিল।

তেখেতৰ স্বভাৱগত মৃদুতা, অমায়িকতা আৰু সৰলতা তেখেতৰ বন্ধু সমাজত এটা আপুৰুগীয়া সম্পত্তি।

শ্ৰীযুক্ত চৌধাৰী ডাঙৰীয়াৰ জন্ম হয় ১৮০১ শকৰ মাঘ মাহত। নিচেই পানী কেচুৱা অৱস্থাতে দৈৱ দুৰ্ঘটনাক্ৰমে তেখেত পিতালিৰপৰা পৰি ভৰি দুখন বেয়াভাৱে নিশকতীয়া কৰে। তেতিয়াৰপৰা তেখেতে অৱয়ৱৰ পূৰ্ণ পুষ্টি সাধন কৰিব নোৱাৰিলে। সকতে তেখেতে গুৱাহাটী ইংৰাজী স্কুলত পঢ়িছিল। তাতো কোনো এজন শিক্ষকৰ কঠিন শাসন, তেখেতৰ স্বাধীনতা-প্ৰিয় কোমল মনত অতি গুৰু যেন অনুমান হ'ল আৰু তেতিয়াৰে পৰা স্কুলীয়া জীৱন সামৰিলে। তাৰ লগে লগে কিন্তু পঢ়া অধ্যায়ৰ অন্ত নপৰিল আৰু তেখেতৰ শিক্ষা দীক্ষাৰ প্ৰকৃত পৰিচয় তেখেতৰ ভাবদীপ্ত, মধুৰিমা-মিশ্ৰিত কবিতাৰ কণ্ঠহাৰ কেডালিত পোৱা যায়। সাংসাৰিক দুৰ্ঘটনাৰ সোঁত তেখেতৰ জীৱনত সাধাৰণতকৈ অলপ খৰতৰ। তেখেতে নিচেই ল'ৰাকালতে পিতাক মাকক হেৰুৱালে, অৰ্থলোলুপ জ্ঞাতিবন্ধুৰ কৃপাত পিতৃ সম্পত্তিৰ পৰা বঞ্চিত হ'ল আৰু আদহীয়া বয়সত স্বোপাৰ্জিত ভূ-সম্পত্তিও দৈৱ নিগ্ৰহত পৰহস্তগত হ'ল। তেখেতে আজীৱন অবিবাহিতভাৱে কটালে। তেখেতৰ মানসপুত্ৰ বা পুত্ৰিকাৰ ভিতৰত **"সাদৰী", "কেতেকী", "দহিকতৰা"** আৰু **"কাৰবালা"** এতিয়া বাইজৰ আগত; অচিৰ ভৱিষ্যতত আৰু দুটি এটি আশা কৰা বোধকৰোঁ নিস্ফল নহয়। পদ্য লেখাতে হওক বা আন কামতে হওক তেখেত অশেষ ধীৰ; গতিত দ্ৰুততা তেখেতৰ পক্ষে যেনেকৈ অপৰিচিত, গ্ৰন্থ প্ৰণয়নতো প্ৰায় তেনে ধৰণৰে, কিন্তু ইংৰাজ কবি টমাচ গ্ৰেৰ সমালোচকৰ ভাষাত কব পাৰি যে "his lines are chiselled for immortality,"

কবিক ব্যক্তিগতভাৱে প্ৰশংসা কৰা আমাৰ উদ্দেশ্য নহয়। আৰু গ্ৰন্থকাৰৰ জীৱন কালত সাহিত্য সমালোচনা কিছু পৰিমাণে দুৰূহ হয় বুলি জানিয়ে আমি তেখেতৰ আটাইবোৰ কবিতাৰ সমালোচনা কৰিবলৈ ওলোৱা নাই, আনকি "সাদৰী"ৰ বিষয়ে আমাৰ দিয়েক কবলৈও বহুত চিন্তা, বিবেচনা আৰু বিলম্বৰ পিচতহে ওলাইছোঁ। "কেতেকী"ৰ চমু সমালোচনা এটি অধ্যাপক শ্ৰীযুক্ত বাণীকান্ত কাকতী ডাঙৰীয়াৰ যোগ্যতৰ লেখনীৰ পৰা ওলাইছে, "কাৰবালাৰ" উল্লেখযোগ্য সমালোচনা এতিয়ালৈকে ওলোৱা নাই।

ঠায়ে ঠায়ে কঠিন শব্দৰ ভাঙনি আৰু আটাইবোৰ পদ্যৰ মূল ভাৱটো সৰলভাৱে দেখুৱাই কোমল বয়সৰ পাঠকসকলৰ মনত 'সাদৰী' অলপ সুগম কৰাই আমাৰ এই চেষ্টাৰ উদ্দেশ্য। সেই কাৰণে কিতাপৰ টীকাবোৰ পুৰা সমালোচকৰ ভাৱত নেলেখি লেখকৰ ভাৱৰ লগত মিল ৰাখি ছাত্ৰ, পাঠক শ্ৰেণীলৈ মনত ৰাখিহে লেখা হৈছে।

---

( খ )

## কবিতাবিলাকৰ সৰলব্যাখ্যা

# ভিক্ষা

দাৰিদ্ৰ্য—দৰিদ্ৰতা ; ইয়াত বিশেষকৈ বৰণ কৰা দৰিদ্ৰতা, যেনে সন্ন্যাসীৰ। লাওলোটা—সন্ন্যাসীয়ে হাতত লোৱা লাওৰ লোটা ; দৰিদ্ৰতাৰ চিন।

"ভিক্ষা" পদ্যৰ ভাৱ ভাৰতীয়ৰ মনত অতি পৰিচিত। সাংসাৰিক সুখ-সম্ভোগৰ প্ৰতি বিতৃষ্ণা, সমাজত প্ৰতিপত্তি বা প্ৰতিষ্ঠাৰ অসাৰতা আৰু ইন্দ্ৰিয়-সুখৰ অমূলকতা ইয়াকেই কবিয়ে জীৱন্তভাৱে আঁকিবলৈ চেষ্টা কৰিছে। এনেবোৰ ভাৱ সমাজত থকা মানুহৰ পক্ষে শ্ৰেয় হয় নে নহয় সেই বিষয়ে মতদ্বৈধ থাকিব পাৰে, কিন্তু কবিয়ে যেনেভাৱে সেইবোৰ আৱেগপূৰ্ণ ভাষাত ব্যক্ত কৰিছে তাত কোনো আপত্তিৰ কাৰণ থাকিব নোৱাৰে ; কাৰণ তেখেতে সৰল বিশ্বাসেৰে এই সকলোবোৰ অসাৰ বুলি ঠাৱৰাই ভগৱানৰ ওপৰত ঐকান্তিক নিষ্ঠা আৰু নিৰ্ভৰতাৰ বাবে বিভুলৈ কাকুতিপূৰ্ণ অঞ্জলি আগবঢ়াইছে।

কবিৰ ব্যক্তিগত জীৱনত এই কবিতাটো কিমান পৰিমাণে খাটে পাতনিতে উল্লেখ কৰা হৈছে।

## আৱাহন

অনুৰাগ—প্ৰীতি। ইয়াত, অনুৰাগে ৰঞ্জিত,—আনন্দ উল্লাসত উৎফুল্ল। যতী—যি সকলৰ ইন্দ্ৰিয় সংযত হৈছে অৰ্থাৎ ঋষি-মুনিসকল। প্ৰেমানন্দে সৰে লীন—ঈশ্বৰৰ নাম প্ৰসঙ্গত অতিকৈ মুগ্ধ।

অসম উপত্যকাৰ একমাত্ৰ উচ্চ শিক্ষাৰ অনুষ্ঠান কটন কলেজৰ প্ৰতিষ্ঠাৰ সময়ত এই পদ্যটো পাঠ কৰা হৈছিল। এই উপলক্ষ্যটো ধৰিলে পদ্যটোৰ বহুত ভাব স্পষ্টকৈ ধৰা পৰে। 'সাদৰী'ৰ প্ৰথম তাঙৰণত 'সৰস্বতী' কবিতাৰ পিচতে এই পদ্যটোৱে ঠাই পায়, এই সংস্কৰণতো 'ভিক্ষাৰ' পিচত এই পদ্যটো থকা উপযুক্ত ভাব জ্ঞাপক হৈছে।

বিদ্যাৰ বা জ্ঞানৰ অধিষ্ঠাত্ৰী দেৱীক উদ্দেশ্য কৰি কবিতাটো ৰচিত হৈছে। প্ৰথমতে কবিয়ে ৰংৰূপহ, শোভা-সৌন্দৰ্য্যৰ মাজেদি সকলোতে বিৰাজ কৰা আৰু প্ৰকৃতিৰ মনোমোহিনী মূৰ্ত্তিলৈ পাঠকৰ মন আকৰ্ষণ কৰে আৰু তাতে ভাৰতৰ পূৰ্ব্বগৌৰৱৰ ছায়া পেলাই ভাৰতীয় মনলৈ এটা ভক্তিপুত মাদকতা আনে, এনেতে জনম ভূমিৰ দীনাহীনা অৱস্থাৰ কথা মনত পৰে ; তাৰ পিচৰ পদকেইফাঁকিত আকৌ কবিতাৰ বাণী বা জ্ঞানদায়িনীলৈ কৃপা কাতৰভাৱে কবিয়ে স্তুতিনতি জনায়।

---

## বহাগীৰ বিয়া

গীতৰ ধ্বনিত স্বৰগত······হাট, স্বৰ্গীয় আনন্দত সকলো আপ্লুত হ'ল।

দীপক সুৰ— গীতৰ সুৰ বিশেষ। তাৰ প্ৰভাৱত মুমোৱা চাকি জ্বলি উঠে বুলি প্ৰবাদ আছে। এই দীপক সুৰৰ গীতত ৰমণীয় কুঞ্জকানন আৰু ৰম্যতৰ হৈ উঠা স্বাভাবিক।

অকল গছ-লতাৰ বৰ্ণনাই প্ৰকৃতিৰ বৰ্ণনা নহয়। প্ৰকৃতি নিৰ্জীৱ নহয় সজীৱ আৰু তাৰ এই সজীৱতা যেয়ে যিমান পূৰ্ণভাৱে অনুভৱ কৰিছে, প্ৰকৃতি তেওঁৰ ওচৰত সিমানে পৰিচিত, সিমানে ৰমণীয়।

"বহাগীৰ বিয়াত" কবিৰ মনত প্ৰকৃতি নীৰৱ, নিৰ্জীৱ, বাহিৰৰ সাজ-সজ্জা বা তৰুলতাৰ সৌন্দৰ্য্য নহয়; তাৰ আন্তৰিক সৌন্দৰ্য্য আৰু বসন্ত কালৰ তীব্ৰ মোহিনীৰূপ কবিৰ কল্পনাত মূৰ্ত্তিমতী যুৱতী স্বৰূপে দেখা দিছে। অসমীয়াৰ মাজত বিবোৰ বিয়াৰ ৰীতি-নীতি, আচাৰ-পদ্ধতি সেইবোৰ কবিয়ে কল্পনাৰ কাৰু-কাৰ্য্যৰে অতি বিচিত্ৰভাৱে সজাইছে আৰু দৰা-কন্যা মিলনৰ পূৰ্ব্বাভাস স্বৰূপে নিৰ্ম্মল আনন্দ উপভোগ কৰি কৈছে—"মহাবিশ্বজুৰি বিৰিঙিছে যেন আনন্দৰ পূৰ্ণ ৰেখা।"

# মাধুৰী

"মাধুৰী" কবিতাত কবিয়ে বসন্ত কাল বৰ্ণনা কৰিছে। দেখিবলৈ পদ্যটো সংস্কৃতীয়া হৈছে, কিন্তু অকল ম বা মকাৰৰ যোজনা ইমান বেছি যে নিভাঁজ অসমীয়া শব্দেৰে এনে মধুৰ ছন্দত এনে এটা কবিতা লিখা বোধ হয় অসম্ভৱ হ'লহেঁতেন। শব্দযোজনা আৰু সুৰৰ ঝঙ্কাৰত কবিৰ যে কিমান পাৰ্গতালি আছে তাক এই কবিতাৰ পৰা স্পষ্টকৈ বুজিব পাৰি। ইয়াৰ ভাববিলাক অতি সুপৰিচিত আৰু সহজ হ'লেও এই কবিতাটি কবিৰ এডুখৰি নিপুণ কাৰুকাৰ্য্য (a pice of art) বসন্ত বৰ্ণনাও অলপ সংস্কৃতীয়া ধৰণৰ হৈছে (classical)। বসন্তৰ মৃদু মধুৰ মলয় বতাহত ফুলৰ সুঘ্ৰাণে ভোমোৰাক মতলীয়া কৰিছে, কুঞ্জবন বিবিধ বৰণৰ ফুলৰ শোভাত জাতিকাৰ হৈছে, 'মদালাপী' কুলিৰ মাতত বিলাসী যুৱতীৰ মনত চাঞ্চল্য উপস্থিত হৈছে, ম'ৰা, ৰাজহাঁহে সঙ্গিনীলৈ চাই আনন্দ প্ৰকাশ কৰিছে কিন্তু যোগীসকলে ভগৱানৰ নাম কীৰ্ত্তনত ৰত আছে আৰু প্ৰকৃতিৰ এনে অনুকূল সতেজ অৱস্থাত কবিৰ মনলৈও আনন্দৰ তৰঙ্গ আহিছে।

# গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি !

আশা কুমুদিনী—আশাৰূপ ভেটফুল।

"সাদৰী" প্ৰণেতাক বিশেষভাৱে 'বিহগী কবি' (bird poet) বুলিব পাৰি। এই পুথিত প্ৰকাশ হোৱা 'কেতেকী চৰাই', 'মৰমৰ পখী' আদিৰ উপৰিও "কেতেকী" নাম দি যিথন উচ্চ থাপৰ গীতি কবিতা তেখেতে প্ৰকাশ কৰিছে সেইখনে এই নাম সাৰ্থক কৰে।

এই কবিতাবোৰত বিহগী জগতৰ লগত কবিৰ ঘনিষ্ঠ সম্বন্ধ বা কুটুম্বিতাৰ চিন পোৱা যায়।

কবিৰ মনত বিহঙ্গিনী সাধাৰণ চৰাই নহয়, বনে বনে গীত গাই উৰি ফুৰা-চৰাইটি তেওঁৰ 'প্ৰিয়তমা' হব নোৱাৰে ; চৰাই জীৱনৰ লগত কবিৰ একান্ত সহানুভূতি আৰু আত্মোৎসৰ্গৰ ভাব দেখা যায়। তেওঁৰ মনত এই চৰাই স্বৰ্গীয় দূত ; "স্বৰ্গীয় দূতৰ বেশে কণ্ঠে সুধা সানি" মৰ্ত্ত্যবাসী মানৱৰ মাজত প্ৰীতিৰ সোঁত বোৱাবলৈ আহিছে। আগেয়ে উল্লেখ কৰি অহা "কেতেকী" কাব্যত কবিয়ে এই "প্ৰিয় বিহঙ্গিনী"ৰ সূক্ষ্ম শৰীৰটোৰ বিশেষ পুষ্টি সাধন কৰাই বিভিন্ন অবয়ব ধাৰণ কৰাইছে। কবিয়ে নিজৰ "আশা সুখ শান্তি প্ৰেম বাসনা তৃপিতি" সকলো প্ৰিয় বিহঙ্গিনীৰ হাততে অৰ্পণ কৰিছে আৰু প্ৰীতি-বিগলিত কণ্ঠে সৰল শিশুৰ দৰে নিঃসহায় ভাব দেখুৱাই কৈছে "নাভাবিবা অভাগাক প্ৰিয় বিহঙ্গিনি"। কবিৰ মনত বৈষ্ণৱৰ মধুৰ ৰসৰ আভাস পোৱা যায়—আৰু সেই কাৰণেই তেওঁ যমুনা-তীৰৰ ব্ৰজাঙ্গনা মনোহাৰী কৃষ্ণৰ মুৰলী ধ্বনিৰ উল্লেখ কৰে আৰু কবিতাৰ শেষৰ পিনে কৈছে যে প্ৰিয় বিহঙ্গিনীয়ে বিৰহিণীৰ আৱেগ লৈ বিভুৰ মহিমা গীত গাই ফুৰে, যেন তাইৰ মনতো বৃন্দাবনৰ গোপিকাৰ বিৰহৰ তীব্ৰ পোৰাঁণি সজাগ হৈছে।

বিখ্যাত ইংৰাজ কবি কীট্‌চৰ "নাইটীঙ্গল" কবিতাৰ শেষৰ কেফাঁকি চৌধাৰী ডাঙৰীয়াৰ পদ্যৰ সামৰণিৰ ভাবৰ প্ৰতিলিপি।

'কৰিছিলা ব্ৰজাঙ্গনা মন উন্মাদিনী'—মনৰ বিশেষণ 'উন্মাদিনী' নহৈ 'উন্মাদ হোৱাহে ব্যাকৰণসন্মত হ'লহেঁতেন ; কিন্তু এই ঠাইত 'উন্মাদিনী'ক ব্যাকৰণৰ আৰ্ষ প্ৰয়োগ বা 'নিয়মৰ বাহিৰ' সূত্ৰৰ অন্তৰ্গত কৰি লব লাগিব।

অৰ্থ হিচাপেও এই শাৰীটোত ভালেখিনি কথা সোমাই আছে। ইয়াৰ আত্তিগুৰি লবলৈ হলে লিখকৰ 'কেতেকী'ৰ ওচৰতহে পোৱা যাব। কেতেকী চৰাইৰ গীত শুনি শিশু শ্ৰীকৃষ্ণ ইমান মুগ্ধ হল যে তেৱেঁ। সেই সুললিত গীতৰ অধিকাৰী হবলৈ বিচাৰিলে।

'হুনাই মাকত পাতিলে জেউৰ
কিনো অবুজন কানু
চেনেহী মাতৃয়ে সাজি দিলে এটি
ভুবনমোহন বেণু।

চেনেহী মাতৃ যশোদাই কেতেকীৰ গীতৰ অনুকৰণ কৰি এটি ভুবনমোহন বেণু সাজি দিলে আৰু সেই বেণুৰ ধ্বনিয়েই ব্ৰজৰ অঙ্গনা যোড়শ হাজাৰ গোপিনীক উন্মাদিনী কৰি এডালি প্ৰেমৰ সূতাৰে বান্ধি থলে।

## মৰমৰ পখী

দিগ-ছৌ বন—দূৰ হাবি ; "নাপাও সি সুখ মিলন মাধুৰী পাৰ"—মিলনৰ সুখ অনুভৱ কৰিবলৈ আৰু নাপাম! "গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি" শাৰীৰ পন্থ। 'প্ৰিয় বিহঙ্গিনী' অসাক্ষাতে উৰি গল ; সেয়ে কবিৰ মনত দুঃসহ বিৰহ যন্ত্ৰণাৰ উদ্ৰেক কৰিলে।

## কেতেকী চৰাই

- আশাৰ পদুম—তুলনা 'মানস হ্ৰদত হাঁহে আশা কুমুদিনী'। 'হৃদয় বীণাত বাজে প্ৰেমৰ ৰাগিণী'—অন্তৰত প্ৰীতিৰ সঞ্চাৰ হয়।

স্বৰগৰ অমিয়া সনা চৰাইৰ মধুৰ কণ্ঠত কবিয়ে অকল প্ৰীতিৰ মধুৰ গীতি লহৰিকে শুনিছে আৰু কেতেকীক মৰ্ত্ত্যলৈ প্ৰেমৰ বাতৰি অনা (messenger of love) দেৱদূত স্বৰূপে কল্পনা কৰিছে। চৰাই গানৰ মধুৰতা আৰু মাহাত্ম্য দেখি কবিয়ে মুগ্ধ হৈ সুধিছে নোৱাৰিলে 'প্ৰেম গীত গাবলৈ ক'তনো শিকিলা'? কবিৰ ধাৰণাত পাৰ্থিৱ স্নেহ-প্ৰীতি ক্ষুদ্ৰ দিনীয়া, চৰাইৰ সুৰত কিন্তু অবিনাশী বিশ্বব্যাপী প্ৰেমৰ আভাস পোৱা যায় আৰু তেওঁ সাব্যস্ত কৰিছে যে, সেই কাৰণেই চৰাই গৃহস্থী নহৈ বনচাৰী হৈছে। পাৰ্থিৱ সুখ-সম্ভোগলৈ কবিৰ সদায় অনাস্থা আৰু ইয়াতে তেওঁ কৈছে—মই এই সকলো এৰিলো, তোমাৰ স্বৰ্গীয় প্ৰেমৰ বান্ধোনেৰে যেন দুয়ো দুয়োৰে কাষত বান্ধ খাই থাকিব পাৰোঁ। মানৱী প্ৰীতিত আৰু ভোল নাযাওঁ, তুমিয়ে মোক দিব্য প্ৰীতিৰ আভাস দিলা আৰু প্ৰেমৰ পথ দেখুৱালা।

## গোলাপ

এই কবিতাটো কবিৰ সুকোমল সৌন্দৰ্য্য সপোন। কোনোবা অজানিত প্ৰেমিকৰ পৰশত মৰুভুমিত ফুলি উঠি আকাশস্পৰ্শী কলোচচ'ক ৰূপ মাধুৰীৰে মোহিত কৰি হিন্দুস্থান জয় কৰি শত শত প্ৰেমিকৰ বুকুত গোলাপ সুন্দৰীয়ে হা-হুতাশৰ ঢৌ তুলি দিছে। কবিৰ মানত গোলাপ জগতৰ সুকোমল সৌন্দৰ্য্য-সত্তাৰ মূৰ্ত্ত বিকাশ মাথোন। শেহৰ টাঙ্গাত এই সৌন্দৰ্য্যৰ প্ৰতি কবিৰ সৰাগ হেপাহ ফুটি উঠিছে।

"ফুলিবিনে মোৰ মানস কুঞ্জত
'অ মোৰ দৰদী ফুলাম পাহি
উঠিবনে বাজি পিয়া পাপিয়াৰ
পুলক ভৰা মিলন বাঁহী?"

গোলাপ ফুলে আৰবিস্তানৰ বচৰা ৰাজ্যৰপৰা লাহে লাহে আহি ভাৰতবৰ্ষত গোটাই প্ৰসিদ্ধি লাভ কৰিছে। সেই দেখি গোলাপ কবিতাত কবিয়ে শুৱলা শুৱলা ফাৰছী শব্দও ব্যৱহাৰ কৰিছে। এই কবিতাত ভাবৰ হিল্লোল, শব্দৰ ললিত ঝঙ্কাৰ আৰু ছন্দৰ মন্দাক্ৰান্তা গতি বিশেষভাৱে লক্ষ্য কৰিবলগীয়া।

## শ্যামলী

১। শ্যামলী পাটৰ ওৰণি—সেউজীয়া পাটৰ কাপোৰৰ নিচিনা গোলাপৰ কলিৰ ওপৰত থকা আভৰণ।

২। কোন নন্দনত····মছগুল—সেইখন কোন নন্দন ফুলনি, য'ত অপেস্বৰা বুলবুল চৰায়ে নাচিব লাগিছে আৰু য'ৰপৰা কিবা অভিশাপত তাই পৃথিৱীলৈ নামি আহি মৰ্ত্ত্যৰ বিলাস ফুলনিত যেন প্ৰণয়ৰ বাগীত বিভোৰ হ'লহি!

৩। হাচনাহানাৰ·····তৃষ্ণা—যেতিয়া হাচনাহানা ফুল ফুলি গোন্ধত আলোলমোলাব ধৰে, তেতিয়া এদিন বসন্তকালৰ জোনাক ৰাতি আকাশত জোনে তাৰ ৰূপ চায়েই প্ৰাণৰ পিয়াহ পলুৱালে: অৰ্থাৎ আকাশত যেনেকৈ জোনৰ জেউতি ভৰপূৰ হৈ উঠিছিল, পৃথিৱীত তাৰ ৰূপো তেনেকৈ চালে-চকুৱোৰা হৈছিল।

৪। আৰব পিয়াৰী বচ্ৰা ৰাণী—আৰব দেশৰ শ্ৰেষ্ঠ প্ৰদেশ বচ্ৰা।

গুলবদন—লাবণ্যযুক্ত মুখ।

পাপিয়া—আমাৰ কুলি চৰাইৰ নিচিনা আৰব দেশৰ এবিধ গায়ক চৰাই।

৫। মৰুউদ্যান—আৰব দেশ মৰুভূমিৰ কাৰণে বিখ্যাত। সেই মৰুভূমিত জাত ফুলনি।

গগনচুম্বী কলোচচ—ভূমধ্যসাগৰৰ ৰোডচ আৰু চাইপ্ৰচ দ্বীপত ভৰি দি থকা পিতলৰ মূৰ্ত্তিটোক কলোচচ বোলে। ই পৃথিৱীৰ সাতবিধ আশ্চৰ্য্যৰ এবিধ। ইমান ওখ (১০৫ ফুট) যে আকাশত লাগি থকা যেন দেখা যায়। সেই কাৰণেই গগনচুম্বী। ইয়াৰ ওচৰতে বচৰা ৰাজ্য। সেই কাৰণেই "ফুলিলি বিদিনা·········ৰূপ মাধুৰী।"

৬। বেবিলনৰ গুলবাগান—বেবিলনৰ শূন্যত থকা ফুলনিও পৃথিৱীৰ সাতবিধ আশ্চৰ্য্যৰ এবিধ। সেই দেখিয়েই ইয়াক গুলবাগান বোলা হৈছে।

কবিৰ মুখত অমৰ বাণী—যাইকৈ ওমৰখায়ম, হাফেজ, ছাদী আদি কবি সকলৰ লিখাকেই কোৱা হৈছে।

৭। বিতোপন ৰূপ, সুন্দৰ গোন্ধ, সুন্দৰ ৰস, (যাৰ পৰা আতৰ আদি হয়) আৰু নিমজ স্পৰ্শসুখৰ প্ৰণয়ৰ দ্বাৰা হিন্দুস্থান জিনিলি অৰ্থাৎ ভাৰতবৰ্ষৰ সৰ্ব্বলোকে মুহিলি।

দিলা দবিয়াত—হৃদয়ৰূপ নৈত।

৮। দিল্লীৰ বেগমচাহেবা নুৰজাহানৰ গোলাপ ফুল বৰ প্ৰিয় আছিল। প্ৰথমতে তেৰেঁই ইয়াৰ ৰসৰপৰা আতৰ আৰু গোলাপজল উলিয়াইছিল বুলি শুনা যায়। সেই দেখিয়েই ইয়াত নুৰজাহানৰ কথা কোৱা হৈছে।

৯। কোন সুন্দৰীৰ······মৰ্ম্মৰ তাজ!—কোন সুন্দৰীৰ নিমজ গালত তোৰ নিচিনা জেউতি অৰ্থাৎ গোলাপী আভা দি সৌন্দৰ্য্য দান কৰিছিল! দিল্লীৰ মমতাজ বেগমেও তেনে সৌন্দৰ্য্য লাভ কৰিছিল আৰু তেওঁৰ মৃত্যুত তাকে সুঁৱৰি ছাজাহান পাটছাহে ভুবনবিখ্যাত তাজমহল নিৰ্ম্মাণ কৰালে।

## ভেঁটকলি

নন্দন বনত—স্বৰ্গত ইন্দ্ৰৰ মনোৰম ফুলনিৰ নাম 'নন্দন কানন'। প্ৰকৃতিৰ নন্দন বন বুলিলে স্বভাৱ সুন্দৰ প্ৰকৃতিৰ মনোহৰ স্থান বুজায়।

ভেঁটকলিক কবিয়ে সৰলা প্ৰকৃতিবালা স্বৰূপে কল্পনা কৰিছে আৰু জোনৰ স্নিগ্ধ উজ্জ্বল কিৰণক তেওঁৰ পতি স্বৰূপে বৰ্ণনা কৰিছে ভোমোৰাৰ মুখত প্ৰিয় আগমনৰ বাতৰি পাই লাজুকী ফুলৰ কুঁৱৰীয়ে "একে ধ্যানে ৰ'ল চাই প্ৰিয় মুখলই" তাৰ পিচতে মিলন সম্ভোগৰ তৃপ্তি "লাৱণ্য বিনয় প্ৰীতি" আদি সুলভ গুণৰ মুক্ত প্ৰকাশেৰে জগতক ব্যক্ত কৰিলে আৰু বিৰহীৰ প্ৰাণতো আনন্দৰ কণা ছটিয়ালে। কবিয়ে ভেঁটকলিক মূৰ্ত্তিমতী পবিত্ৰতা বুলি শ্ৰদ্ধা কৰি দিব্য জ্ঞান লাভৰ উপায় স্বৰূপে তেওঁৰ প্ৰীতি কামনা কৰিছে।

## জোন আৰু জোনাকী

এই কবিতাটো লিখকৰ "মনাই-ববাগী" কবিতাৰ অন্তৰ্গত। জোন আৰু জোনাকীপকৰা—চুটো কথাত কেৱে কাকো যাটি খুৱাব পৰা নাছিল। বাতি

পুৱালৈত সূৰ্য্যৰ পোহৰত তুয়ো অন্তৰ্দ্ধান হ'ল সঁচা; কিন্তু কোন ডাঙৰ, কোন সৰু ইয়াৰ সমিধান কবিয়ে ইঙ্গিতেৰে পালে—

"ক্ষুদ্ৰ হৈয়ো চিৰকাল স্বাধীন বিজন
তুখতেই থাকে প্ৰাণধ্বনি
ভাবি চোৱা সেইজন কিমান মহৎ
পৰাধীন জীৱনত কৰি।"

## বিশ্ব

সিন্ধু প্ৰেমাধীনা—সাগৰৰ প্ৰীতিৰ বশ; নৈ যেন সাগৰৰ প্ৰীতিত ভোল গৈ তালৈ আগবাঢ়ি যায়।

বিশ্বত ঈশ্বৰৰ সৃষ্টি কৌশলত মুগ্ধ হৈ প্ৰত্যেক কামতে তেওঁৰ অপাৰ্থিব দক্ষতা আৰু অদ্ভুত সৃষ্টি-কৌশল দেখি কবিয়ে বিস্ময়ান্বিত হৈ শ্ৰদ্ধা আৰু গৌৰৱৰ অঞ্জলি যাচি এই কবিতাটি লিখিছে।

## উপমা

এই কবিতাটো এধাৰ মুকুতাৰ মালা বুলিব পাৰি; কিয়নো ইয়াৰ প্ৰত্যেকটো 'ষ্টাঞ্জাই' এটি এটি মুকুতাৰ নিচিনা; স্বকীয়া ভাব, স্বকীয়া সৌন্দৰ্য্যেৰে প্ৰত্যেকটোৱেই ভৰপূৰ। নিপুন শিল্পী কবিয়ে এনে চমৎকাৰ ভাবে এই মালাধাৰ গাঁথিছে যে, দেখিলে আচৰিত হব লাগে। ধৰ পুৱাৰ অৰুণোদয় হোৱাৰ আগৰ পৰা, ক্ৰমাৎ পুৱা, তুপৰীয়া, সন্ধ্যা, দোভাগ নিশালৈকে চকুত পৰা বেলেগ বেলেগ প্ৰাকৃতিক দৃশ্যত ইটোৰ কোলাত সিটোক থাপ খুৱাই বহুৱাই সুন্দৰভাবে বিজাব পৰা বিশ্বৰ চাৰু চিত্ৰ দেখি কবি আকুল হৈ উঠিছে'। তেওঁৰ ইচ্ছা প্ৰকৃতি-মাতৃৰ কোলাত যেন তেওঁ চিৰকাল অজান শিশুৰ দৰে উমলি থাকিব। এই কবিতাটোৰ প্ৰতেকটো 'ষ্টাঞ্জাই' একোটি

সক সক কবিতা আৰু আটাইবোৰে লগলাগি সমষ্টিত ভাব প্ৰকাশ কৰি এটি ডাঙৰ কবিতাত পৰিণত হৈছে।

## ছায়াচিত্ৰ

উৰ্ব্বশী, মেনকা—স্বৰ্গৰ অপেশ্বৰা, তেওঁলোক ৰূপত অতুলনীয়। চিত্ৰলেখা—বাণৰ জীয়াৰী উষাদেৱীৰ সখীয়েক; চিত্ৰ-বিদ্যাত সুনিপুণা বাবে তেওঁৰ নাম চিত্ৰলেখা ৰখা হৈছিল। কোনেও মুগুণ্ডা—নকৈ ফুলা, কাৰো ঘ্ৰাণত দুষিত নোহোৱা।

এই কবিতাত কবিয়ে এজনী সুন্দৰী ছোৱালীৰ কল্পনা কৰিছে। ছোৱালীজনী বয়সত কুমলীয়া, কিন্তু লাহে লাহে গাত যৌবনৰ সৌন্দৰ্য্য দেখা দিছে। সংসাৰৰ সুখ-দুখৰপৰা আঁতৰত নৈৰ পাৰত আপোনমনে ৰং ধেমালি কৰে, ধুনীয়া ফুল ছিঙি নি নৈৰ সোঁতত উটুৱাই দি তালৈ চাই ৰং পায়, গধূলিৰ তৰাটিয়ো তেওঁৰ ৰূপত মুগ্ধ হৈ তেওঁৰ লগত সখী পাতিলে।

## সখীলৈ

এই কবিতাটোত কবিয়ে অতি সহজ সৰল ভাষাত তেওঁৰ সোণালী ল'ৰাকালৰ লগৰীয়া সখীয়েকলৈ মনত পেলাই অতীতৰ হাঁহি, বিষাদ, ৰং-ধেমালি আৰু ইটোৱে সিটোক অকপটভাৱে ভালপোৱাৰ কথা বৰ্ণনা কৰিছে। এই নিৰ্মল ভালপোৱাৰ কথা সঁচাকৈয়ে উপভোগ কৰিবলগীয়া হৈছে। এই কবিতাটো অতীতৰ হেৰুৱা সুখৰ প্ৰতি কবিৰ হেপাহপূৰ্ণ দৃষ্টি।

শৈশৱৰ ধূলি খেলা
যৌৱনৰ ৰূপলীলা
স্বৰগ পাতাল যেন নালাগেনে বাৰু!

# গছৰপাত

আছে যদি ···· আঁকি—পৱিত্ৰ প্ৰণয়ত অপাৰ আনন্দ আছে আৰু প্ৰকৃতিয়ে তাৰ চানেকী স্বৰূপে কোমলতা, শীতলতা আদি গুণেৰে ভূষিত কৰি গছৰ পাতক আদৰ্শ প্ৰণয়িনী স্বৰূপে দেখুৱাই দৰ্শকৰ মনত অসীম আনন্দ দিছে।

অন্তৰৰ গুপ্ত ভাৱ·· জনোৱা,—অন্তৰৰ গুপ্ত ভাৱ—ডেকা কালৰ স্বাভাৱিক মনৰ গতি অনুসাৰে ভোগ বিলাসৰ কামনা,—সেই ভাৱ অন্তৰত ৰাখি প্ৰফুল্ল-চিত্তে প্ৰকৃতিক জনাইছে।

তৰুণ লাৱণ্য আভা—ডেকা কালৰ সুন্দৰ শ্ৰী। "গছৰ পাত" শব্দটো দেখাত যদিও নীৰস যেন দেখি কবিয়ে নিপুণ লেখনীৰে তাত অপূৰ্ব সৌন্দৰ্য্য আৰু কোমলতা চিত্ৰিত কৰি তুলিছে। সুন্দৰী গাভৰু ছোৱালী এজনীৰ সৰলতা, কোমলতা আৰু প্ৰফুল্লতা 'গছৰ পাতত' দেখা গৈছে, বসন্তৰ আগমনত অতি উদাৰভাৱে মনৰ আনন্দ প্ৰকাশ কৰা সুৱগী চৰাইৰ গীতত মুগ্ধ হোৱা গাভৰুৰ পক্ষে অতি স্বাভাৱিক। ঋতু পৰিবৰ্ত্তনৰ লগে লগে গ্ৰীষ্ম বা বৰ্ষা কালত গছৰ পাতৰ 'তৰুণ লাৱণ্য আভা' বাঢ়ে; কিন্তু সময়ৰ সোঁতত যেতিয়া দুঃসহ শীতৰ আবিৰ্ভাৱ হয়, তেতিয়া ঠেৰেঙা লাগি পাত সৰি যায় আৰু সেই অৱস্থা দেখি কবিৰ অন্তৰত এটি গভীৰ হুমুনিয়াহ আহে। তেতিয়া তেওঁ বিনাশী কালৰ সোঁতলৈ লক্ষ্য কৰি কয় যে, মোৰ জীৱনৰ এয়ে পৰিণাম, "মাটিৰ শৰীৰ পুনু মাটিতে মিলিব" অকল স্মৃতি মাত্ৰ থাকিব

দশম পদৰ ২য় ফাঁকিৰ হ'লা—হোৱা অৰ্থাৎ নিত্য বৰ্ত্তমান অৰ্থত।

# ফল্গু

নিৰ্ব্বাণমুক্তি—পুনৰ্জন্ম নোহোৱাকৈ মুক্তি অৰ্থাৎ মোক্ষ লাভ বা চিৰশান্তি।

পুৰণি আখ্যান এটাৰ আলম লৈ কবিতাটি ৰচনা কৰা হৈছে। 'ভগৱতী ফল্গু' পাতালৰ নৈ এখনি বুলি জানা যায়। কবিৰ বৰ্ণিত ফল্গু কিন্তু পৃথিৱীৰ। কবিয়ে পৃথিৱীৰ নৈখনিত পাতালৰ নৈখনিৰ বুৰঞ্জী বা উৎপত্তি আৰোপ

কৰিছে। কৰিয়ে বৰ্ণাইছে "অন্তঃসলিলা" ফল্গুৱে স্বৰ্গচ্যুত হৈ পৃথিৱীলৈ আহে আৰু বালিৰ তলে তলে কোনেও নেদেখাকৈ বৈ থাকে ( সেয়ে তাক অন্তঃসলিলা বোলে )। ফল্গু দেৱ-দুহিতা আছিল, আৰু তেওঁ নৃত্য কৰি কৰি কোনোবা যোগীৰ তপস্যাত ব্যাঘাত জন্মোৱাত সেই যোগীৰ শাপত স্বৰ্গৰপৰা আঁতৰি পৃথিৱীৰ নিজান গৰ্ভত প্ৰেমৰ অবিৰাম সোঁত স্বৰূপে অনন্তৰ উদ্দেশ্যে গতি লবলৈ বাধ্য হৈছে। কৰিয়ে ফল্গুৰ জীৱনটো বৰ কৰুণ যেন ভাৱিছে। তেওঁৰ জানিবলৈ হাবিয়াষ হৈছে যে, প্ৰকৃতিৰ আন আন জীৱৰ দৰে ফল্গুৰো সুখ, দুঃখ, হেপাহ, নৈৰাশ্য আছে নে নাই। শেহত কৰিয়ে ফল্গুৰ কৰুণ কাতৰ গীতৰ স্বৰূপ উপলব্ধি কৰি সমবেদনাৰ সুৰত কৈছে "তোমাৰ গীতত বিচ্ছেদৰ বিননি ফুটি ওলাইছে। গভীৰ বিষাদভৰা সুৰে গীত গাই গাই, বিৰাট বাসনা আৰু প্ৰেম বুকত বান্ধি লৈ তুমি অনন্তৰ উদ্দেশ্যে বৈ যাবলৈ ধৰিছা! তাৰ পাচত—নিচেই ওচৰ চাপি কৰিয়ে অতি আগ্ৰহেৰে কৈছে—তুমি অনন্ত যৌৱনা, চিৰ শান্তি প্ৰৱাহিনী। মোৰ জীৱন মৰুময়, মোৰ মনত শান্তি নাই; তোমাৰ অমৃতময় কোলাত মোক আশ্ৰয় দিবা। মোৰ পাপ আৰু দুঃখৰ অৱসান হওক"।

## বশিষ্ঠাশ্ৰম

হৃদয় দুৰ্গ—অভেদ্য বা খণ্ডন কৰিব নোৱাৰি, এই অৰ্থত। "বিশ্বলীলা অভিনয় কীৰ্ত্তি শত শত"—শত শত কীৰ্ত্তিৰে সৈতে বিশ্বলীলাৰ অভিনয় অৰ্থাৎ, জগতত কেনেভাৱে অৱস্থাৰ পৰিবৰ্ত্তন হয় তাৰ এটা হুবহু চিত্ৰ বশিষ্ঠৰ হৃদয়ৰ দুৰ্গত লেখা আছে।

গুৱাহাটী নগৰৰ দক্ষিণ ফালে সাত মাইল দূৰৈত থকা সন্ধ্যাচল পৰ্ব্বতত অৱস্থিত 'বশিষ্ঠাশ্ৰম'খনি ভাৰতৰ পূজ্যপাদ ঋষি ৰামৰ কুলগুৰু বশিষ্ঠ মুনিৰ আশ্ৰম বুলি জনা যায়। কালিকা পুৰাণমতে,—পূৰ্ব্ব কালত বশিষ্ঠ মুনিৰ ৰাজৰ্ষি নিমিৰ শাপত দেহহীন হয় আৰু ব্ৰহ্মাৰ উপদেশ মতে তেওঁ নিৰ্জ্জন স্নিগ্ধছায়া তৰুলতা সমাকীৰ্ণ সন্ধ্যাচলত গৈ বিষ্ণুৰ আৰাধনা কৰে। ঋষিৰ কঠোৰ তপস্যাত বিষ্ণু সন্তুষ্ট হৈ সন্ধ্যাচলত এটি অমৃত কুণ্ড স্থাপন কৰে। মুনিয়ে

সেই পৱিত্র সলিলত স্নান কৰি নিজ দেহ প্ৰাপ্ত হয়। সেই কুণ্ডৰপৰা, সন্ধ্যা, ললিতা আৰু কান্তা নামে তিনিটি ধাৰা প্ৰৱাহিত হৈ লোহিত্য নদীত পৰিছে। এতিয়া তাৰ প্ৰাকৃতিক সৌন্দৰ্য্য বা নিৰ্জ্জনতাৰ বহুত ব্যাঘাত ঘটিলেও তাৰ কেউপিনে গম্ভীৰ পৰ্বতে আগুৰি থকা শান্ত-শীতল ছায়াময় পাৰ্বত্য চিত্ৰ দেখি আৰু তাৰ নিৰ্জ্জন কন্দৰ ভেদ কৰি অনৰ্গল বাজি থকা—"সন্ধ্যা," "ললিতা," "কান্তা" নিজৰা তিনিখনিৰ করুণকাতৰ ধ্বনি শুনি যেই সেই নীৰস চিত্ততো গভীৰ আনন্দ আৰু বিস্ময় পুলকৰ সঞ্চাৰ হয়। কবিৰ বৰ্ণনা বৰ্ত্তমান অৱস্থাত দেখা বশিষ্ঠাশ্ৰমৰ নহয়, প্ৰায় পঞ্চাশ বছৰৰো আগৰ স্বাভাৱিক সৌন্দৰ্য্যপূৰ্ণ অৱস্থাৰ। বশিষ্ঠাশ্ৰমৰ অনুপম নিৰ্জ্জন সৌন্দৰ্য্যই আৰু ভাৰতৰ লুপ্ত গৌৰৱে স্বভাৱতে কবিৰ মন আকৰ্ষণ কৰিছে। সেই পৱিত্ৰ স্মৃতি মনত পৰি কবিয়ে ভক্তিপ্লুত হৈ প্ৰাচীন কালৰ পৱিত্ৰ কাহিনীবিলাক বৰ্ণাই গৌৰৱ অনুভৱ কৰিছে:—বৰ্ত্তমান যুগৰ পৰিবৰ্ত্তন দেখি কবিয়ে কৈছে যে বশিষ্ঠাশ্ৰমেও অৱস্থাৰ পৰিবৰ্ত্তন বুজিব পাৰিছে আৰু অতীতৰ পুণ্যস্মৃতি শিলনিৰে বন্ধা হৃদয় দুৰ্গত মচিব নোৱাৰাকৈ লেখি ৰাখিছে, বিজেতাৰ অত্যাচাৰত কাতৰ নহৈ অতীত ভাৰতৰ আপূৰণীয়া সম্পদ এতিয়াও নিৰ্মলভাৱে ৰক্ষা কৰিছে।

## মাতৃদেৱী

আৰাম—আশ্বাস এই অৰ্থত।

মাতৃদেৱী যেন স্বৰ্গৰ সদানন্দ ধামত বিৰাজ কৰিছে আৰু মাউৰা পুত্ৰই তেওঁলৈ আগ্ৰহেৰে হাত বঢ়াইছে। স্বৰ্গৰ বৰ্ণনা সুন্দৰ হৈছে।

কবিৰ ব্যক্তিগত জীৱনত ইয়াৰ আভাস পোৱা যায়।

## শ্ৰীশঙ্কৰদেৱ

পিন্ধালা লাহৰি……কণ্ঠত—'কবিতাৰ মালাৰে সৰস্বতীক পূজা কৰিলা' অৰ্থাৎ প্ৰকৃত জ্ঞানচৰ্চ্চা কৰিলা।

বজালে ভাৰতী……বীণা
নিৰ্জীৱ জনমভূমি……চেতনা } —সেই গীতৰ প্ৰভাৱতে

জনমভূমি অসমত এটা জাতীয় জাগৰণ আহিল আৰু তেতিয়াৰপৰাই সাহিত্য আৰু সমাজত এটা নতুন প্ৰাণৰ সঞ্চাৰ হ'ল।

আশা নদী পাৰে……বিনায়—নৈৰ পাৰত বহি কন্দা নিঃসহায় অৱস্থা বুজাবলৈ এটা বৰ স্বাভাৱিক উপমা; তোমাৰ কৃপা লাভৰ আশাই একমাত্ৰ অৱলম্বন, এই অৰ্থত।

শ্ৰীমন্ত শঙ্কৰদেৱৰ সকলো কীৰ্ত্তি-কলাপ, সাহিত্যলৈ অনুৰাগ আৰু ধৰ্ম্মৰ ওপৰত ঘোৰ আস্থাৰ ভাৱ কবিতাটোত সুন্দৰভাৱে ফুটি উঠিছে। তেখেতে যি সাহিত্য সমাজ আৰু ধৰ্ম্মৰ প্ৰতিষ্ঠা কৰি গ'ল সি আজিলৈকে অচল অটলভাৱে আছে আৰু অসমীয়াৰ জাতীয় গৌৰৱ যাইকৈ তেখেতৰ বিদ্যাবুদ্ধি, আৰু ধৰ্ম্ম-পৰায়ণতাৰ ওপৰত প্ৰতিষ্ঠিত।

এই কবিতাটো লেখি ১৯০৪ চনত কবিয়ে কলিকাতা এ, এছ, এল ক্লাবৰ অসমীয়া পত্ৰৰ প্ৰথম বঁটা পায়।

# বৰ্ষা

বৰ্ষাকালৰ প্ৰাকৃতিক দৃশ্য আৰু সৌন্দৰ্য্যই এই কবিতাৰ বৰ্ণনাৰ বিষয়। অকল প্ৰকৃতিৰ ওপৰত বৰ্ষাকালৰ প্ৰভাৱ বৰ্ণাই কবি ক্ষান্ত থকা নাই, তাৰ বগাল কোমল ভাৱত মানুহে যে এটা শান্তি অনুভৱ কৰে তালৈকেও আঙুলিয়াইছে।

প্ৰিয়া বিৰহত……প্ৰেমৰ বাতৰি দিয়া—যক্ষৰাজ কুবেৰৰ অভিশাপত নিৰ্বাসিত কোনো এক যক্ষই ৰামগিৰি আশ্ৰমত প্ৰিয়াবিচ্ছেদত কাতৰ হৈ বৰ্ষাকালৰ মেঘক তেওঁৰ প্ৰিয়াৰ ওচৰলৈ প্ৰীতি-সম্ভাষণ লৈ দূত স্বৰূপে যাবলৈ খাটিছিল।

# হেঁপাহ

দিওঁ নিৰমল···প্ৰেম নিয়ৰৰ পানী—হিয়াত চিকোণ, নিৰ্ম্মল প্ৰেম নিয়ৰৰ পানী দিওঁ অৰ্থ ৰাতি পুৱাৰ বেলিৰ পোহৰ পৰি নিয়ৰৰ কণাবোৰ এনে সুন্দৰ হয় যে সেইবোৰ দেখি স্বভাৱতে মনত বৰ ভাল লাগে।

কবিৰ মনত খেলাইছে যেন সেই নিয়ৰৰ বিন্দুবোৰ পুৱতী সুকৰেহে সিঁচি দি জেউতি চৰাইছে। প্ৰকৃতিৰ সৌন্দৰ্য্যৰ কেইটামান (phase) ৰূপ বা দৃশ্য কবিয়ে নিজৰ হৃদয়ত সজাই লৈছে ; তেওঁৰ মানস হ্ৰদত পদুম, উপবনত মালতী টগৰ, হৃদয়ৰ কুঞ্জবনত বসন্তৰ বিৰাজ ইত্যাদি ৰূপৰ লীলা সদায় খেলি আছে। কবিয়ে নিজে স্ৰজন কৰি আকৌ তাকেই উপভোগ কৰিবলৈ তেওঁৰ মনত স্বভাৱতে যি 'হেঁপাহ' জাগিছে তাক এই কবিতাত বৰ্ণাইছে। যেনে, ৰাতিপুৱাৰ বেলিৰ পোহৰ পৰি বননি ফুলনি সকলো জাতিস্কাৰ হয়।

বেলিয়ে চাৰিওফালে মুকুতাৰ জেউতি চৰাই নিয়ৰৰ বিন্দুবিলাক উজ্জ্বল কৰি তোলে। বসন্তত ৰঙিয়াল চৰায়ে আনন্দত ঠেও ধৰি প্ৰকৃতিৰ গুণ গান কৰে। প্ৰতি ঢৌৱে ঢৌৱে জোনৰ প্ৰতিবিম্ব ফুটাই লৈ নীল সাগৰে জোনৰ ৰূপ-অমৃত উপভোগ কৰে। কবিৰ হেঁপাহ, যেন কল্পনাৰদ্বাৰা নিজৰ অন্তঃকৰণত এই সকলোবোৰ সৌন্দৰ্য্য নিজে কল্পনা কৰি চিৰ জীৱন উপভোগ কৰি অনুপম সুখ লভিব পাৰে। অৰ্থাৎ ঈশ্বৰে যেনেকৈ বিশ্বজগত সৃষ্টি কৰি তাৰ সৌন্দৰ্য্য নানাৰূপ ধৰি নানাভাৱে উপভোগ কৰি তৃপ্তি পাইছে, কবিৰো ইচ্ছা তেওঁৰ হিয়াৰ ক্ষুদ্ৰ জগতত বিৰাট জগতৰ আদৰ্শ লৈ তেনে ভাৱৰ সৌন্দৰ্য্যৰ সৃষ্টি আৰু উপভোগৰ চেষ্টা কৰা।

প্ৰিয়া প্ৰতিকৃতি—প্ৰিয়াৰ মুখৰ অবিকল অনুকৰণ অৰ্থাৎ সৌন্দৰ্য্য-সাদৃশ্য। প্ৰাণ চকোৰক···পিয়াওঁ—চকোৰে যিদৰে ৰূপহ জোনত সৌন্দৰ্য্য পান কৰে তেনেকৈ মোৰ প্ৰাণো পৰিতৃপ্ত হব।

# বিষাদ

মানস-কুসুম—মনৰ কল্পিত ফুল অৰ্থাৎ কোনোবা এদিনৰ আনন্দদায়ক প্ৰিয়বস্তু এটি।

খঞ্জনী—বালিমাহী চৰাই, ধুপুনী চৰাই।

বিষাদ পদ্যটো বৰ ধুনীয়া। কবিয়ে ইয়াত অতি সৰলভাৱে এটা মানসিক ছবি দিছে। প্ৰকৃতিৰ সুন্দৰ দৃশ্য আৰু তাৰ পৰিবৰ্ত্তনৰ মাজত মানৱ মনৰ এটা চিত্ৰ আঁকিছে। তেওঁৰ দেখা শেৱালিজুপি শৰতত জাতিকাৰ হৈ ফুলিল, খঞ্জনী চৰাইটীয়ে আহি স্বৰগৰ অপেশ্বৰাৰ দৰে পুষ্প কাননত নৃত্য ভঙ্গিৰে জগত মোহিত কৰিলে। 'নিদাঘত সৰি গ'ল ফুল, উৰি গ'ল পখী' আৰু জগত বিষাদময় হল। ঋতু পৰিবৰ্ত্তনৰ লগে লগে সেই ফুলডালি আকৌ ফুলিব, খঞ্জনী পখী আহি আকৌ নাচি গীত গাব, আনন্দ কৰিব; কিন্তু কবিৰ হৃদয়লৈ আৰু দুনাই আনন্দৰ ভাব নাহে। যি মানস-কুসুম সৰি লৈছে সি আৰু দুনাই ঠন ধৰি নুঠে সকলো নিৰানন্দ, বিষাদময় হৈছে।

সৌন্দৰ্য্যপৰাগ শূন্য হিয়াখনি—মানস কুসুম সৰি যোৱাৰ লগে লগে সৌন্দৰ্য্য স্বৰূপ যে তাৰ পৰাগ (ৰেণু) আছিল সিও লোপ পাইছে।

# বণিজৰ কথা

এই কবিতাটোও লিখকৰ 'মনাই-বৰাগী' কবিতাৰ অন্তৰ্গত। ই এটি ৰূপক কবিতা। এই কবিতাত লিখকে জীৱনৰ বিফল বণিজ-যাত্ৰাৰ কথা সুন্দৰ ভাৱে বৰ্ণাইছে। এই বণিজ-যাত্ৰা আচলতে জীৱনৰ এক ব্যৰ্থ পৰ্বৰ কথাহে।

"আহিছিল যিবা সঙ্গী নাওবৈছা
অকামিলা ছটা ভাই……।"

এই ছটা ভাই যে কাম, ক্ৰোধ আদি ছটা ৰিপু, সন্দেহ নাই; আৰু ইয়াৰ পৰাই স্পষ্টভাৱে ঠাৱৰাব পাৰি যে লিখকে জীৱন যাত্ৰাৰ সাউদৰ কথাহে কৈছে।

আমি বিষোৰ মাতকথা সাধাৰণ ঘৰুৱা ভাষাত ব্যৱহাৰ কৰোঁ, সেইবোৰ শব্দ লিখকে নিপুণতাৰ সৈতে ব্যৱহাৰ কৰি নিভাজ ঘৰুৱা শব্দেৰে এই কবিতাটো লেখিছে।

সুকাঠী কাঠ—সাকৰা কাঠ।

ভালুকৰ সাঙী—এৰিবও নোৱাৰা ধৰিবও নোৱাৰা বোজা।

মুলনাঠী নগৰ—যি নগৰত লাভ তো নহয়েই মূলো নাশ হয়, সেই নগৰ।

## বিৰহীৰ উক্তি

'বিৰহীৰ উক্তি' কবিৰ প্ৰাণৰ স্বাভাৱিক ভাষা। কবিতাটো সুন্দৰ আৰু প্ৰাণস্পৰ্শী। জীৱনৰ অনন্ত কামনাৰ অবিৰাম গতি আৰু তাৰ অপূৰ্ণ হেপাহ বৰ্ণনা কৰি এই কবিতাটি লিখা হৈছে। মানুহে ইটোৰ পিচত সিটোকৈ কিমান কামৰ মাজত নিজক আবদ্ধ ৰাখিবলৈ বিচাৰে; কিন্তু সেই সকলোকে অতিক্ৰম কৰি প্ৰাণত অপৰিসীম তৃষ্ণা, অনন্ত পিয়াহৰ পোৱণি মানৱ জীৱনত অতি স্বাভাৱিক। স্নেহ, প্ৰীতি, কৰুণা আদি অন্তৰৰ কোমল ভাৱে শান্তিৰ আভাস দিয়ে, কিন্তু সেইবাবে প্ৰত্যেকৰ লগতে বিষিনি জড়িত। প্ৰীতিৰ বান্ধ যিমানে গাঢ়, তাৰ আনুষঙ্গিক আনবোৰ বিকাৰ-বিতৃষ্ণাও তিমানে তীব্ৰ। কবিয়ে কৈছে যে বিমল প্ৰীতি অণ্বেষণ কৰাই জীৱনৰ উদ্দেশ্য; কিন্তু মোহ মৰীচিকাত অজলা হৰিণা পোৱালিৰ দৰে কাতৰ হৈছোঁ, প্ৰীতিৰ উদ্দেশ পোৱা নাই।

## সন্তাপ

সংসাৰত সুখ নাই—অকল এয়ে নহয়, কুটিলতা, নীচতা আদিও আছে। মানুহৰ অতৃপ্ত প্ৰাণৰ ওপৰত আবেগ আৰু চিৰন্তন হুমুনিয়াহ এটা এইবোৰ পদ্যৰ মাজেদি প্ৰকাশ পাইছে।

## মৰণ

কবিয়ে মৰণক আহ্বান কৰি কৈছে যে তুমি মোৰ চিৰসঙ্গী, আজনম সহচৰ। ল'ৰা কালৰ ধেমালিত বা ডেকা কালৰ সংসাৰী জীৱনত তুমি অদৃশ্যভাৱে থাকি সংসাৰ সুখৰ নশ্বৰতালৈ চাই হাঁহিছিলা। জীৱন পথত মৰো অকল-শৰীয়া। লৰা লুৰি, আই-ভাই সকলো কালৰ সোঁতত লীন গৈছে। ইমান দিনে তুমি মোক আপোন হৈও আঁতৰি আছা। আজি তোমাক কাকুতি কৰি মাতিছোঁ,— মোক দেখা দিয়া, জগতৰ সুখ-দুখ সকলো নেওচন দি এৰিলোঁ, মোৰ জীৱনৰ অন্তত হে প্ৰিয় সখা, মোক তোমাৰ কাষ চপাই লোৱা। তোমাৰ দিব্যৰূপকে চাই সংসাৰৰ সকলো জ্বালা-যন্ত্ৰণা পাহৰিম।

## কঠিন শব্দবিলাকৰ সৰল ভাঙনি

অধিষ্ঠাত্ৰী—স ; শঃ অধিকাৰিণী, কোনো বস্তুৰ ঘাই গৰাকিনী।

অনুকূল—বি, হিত, উপকাৰী।

অন্তৰযামী, (পদ্যত)—স ; শঃ (স ; অন্তৰ্যামী) সকলোৰে মনৰ ভাৱ বুজা।

অন্ধকাৰাগাৰ—স ; শঃ (অন্ধকাৰ—আন্ধাৰ+আগাৰ—ঘৰ) আন্ধাৰ ঘৰ।

অৱগাহি—অ ; ক্ৰি, (স ; অৱগাহন ; অৱ+গাহ—মগ্ন হোৱা—ভাৱে+ অনট) স্নান কৰি।

অৱসাদ—স ; শঃ ম্ৰিয়মান, বিষাদ, দুখ, বেজাৰ।

অভ্ৰভেদী—বি (স ; অভ্ৰ—আকাশ+ভিদ্—ভেদ কৰা+ণিন, পুঃ) আকাশ লঙ্ঘিব পৰা, ওখ গছ, পৰ্ব্বত।

অলকা—স্ত্ৰী ; কুন্তল, কেশ।

আচম্বিতে—ক্ৰি, বি, গম নোপোৱাকৈ, অকস্মাতে।

আয়তী—বি ; স্বামী থকা তিৰোতা।

আৰতি—স ; শঃ গধূলি বেলা প্ৰতিমাৰ ওচৰত বন্তি লগাই দবা ঘণ্টা বজোৱা কাৰ্য্য।

আহুতি—স ; শঃ দেৱতাৰ উদ্দেশ্যে অগ্নিত নিক্ষেপ কৰা ঘিউ, হোম।

আবাহন—স ; শঃ মন্ত্ৰেৰে বৰণ কৰা।

ইন্দু নিভাননী—স ; শঃ ( সং ইন্দু, জোন+নিভ, নিচিনা+আনন মুখ ) জোনৰ নিচিনা মুখ যাৰ, এতেকে সুন্দৰী স্ত্ৰী।

ঈষৎ—ব্য, কিঞ্চিৎ।

কন্দৰ্প কুমাৰ—স ; শঃ কামদেৱৰ পুত্ৰ, তেওঁ অশেষ ৰূপবান আছিল।

কৰধনী—সঃ শঃ কঁকালত পিন্ধা সোণ বা ৰূপৰ হাৰ।

কুঙ্কুম—সঃ শঃ কাশ্মীৰ দেশত হোৱা এবিধ সুগন্ধি বস্তু।

কুক্ষি—সঃ শঃ নাওৰ ভিতৰৰ কোঠালী।

কুমুদিনী—অধিক ভেঁটফুল থকা ঠাই।

কুসুমাভৰণা—স্ত্ৰী ( কুসুম+আভৰণা ) ফুলৰ অলঙ্কাৰেৰে সজা।

কুসুম ফুল—ত্ৰি, সোণ বৰণীয়া এবিধ ফুল।

খদ্যোৎ—সঃ শঃ (সঃ খ, আকাশ+দ্যুতি, পোহৰ ) জোনাকি পৰুৱা।

গোমচেং—সঃ শঃ এবিধ অসমীয়া মিহি পাটৰ কাপোৰ।

গন্ধ বণিক—সঃ শঃ সুগন্ধি বস্তু যোগাওঁতা।

চকোৰ—সঃ শঃ জোনাক নিশা জোনৰ পোহৰ ভাল পাই উৰি ফুৰা এবিধ চৰাই।

চন্দ্ৰিকা—স্ত্ৰী, জোনৰ পোহৰ।

চিন্তামণি—সঃ শঃ বাঞ্ছিত ফল দিব পৰা মণি, পৰশমণি।

চো-ঘৰ—সঃ শঃ ভাৰৰীয়াসকলৰ ভাও লোৱা ঘৰ।

জোৰোণ—সঃ শঃ বিয়াৰ আগেয়ে দৰা ঘৰৰপৰা কন্যালৈ পঠিওৱা উপহাৰ।

ঝঙ্কাৰ—পুঃ সুন্দৰ অস্ফুটধ্বনি, নূপুৰাদিৰ মৃদু স্বৰ।

ডিঙা—সঃ শঃ বেপাৰী নাও।

তন্দ্ৰালস—ত্ৰি, ( তন্দ্ৰা+অলস ) কলা ঘুমটি।

তিৰ্য্যক—ব্য, বেঁকাবেঁকি।

তোৰণ—ক্লী, বাটচ'ৰা।

দৰদী—বি, দুখত দুখী।

দাদুৰী—সঃ শঃ ভেকুলি।

দীপলিপ—বি, মৰম লগা, ধুনীয়া ( সৰু ল'ৰা-ছোৱালীত খাটে )।

দিব্যাঙ্গনা—স্ত্রী, ( দিব্য-সুন্দৰ, স্বৰ্গীয়+অঙ্গনা, উত্তমা স্ত্রী ) দেৱকন্যা।

দুলালী—স্ত্রী, মনোহাৰিণী, প্ৰিয়তমা।

দিলবাহাৰা—বি, হৃদয়ৰ তৃপ্তিদায়ক।

নিকেতন—সঃ ; শঃ থকাঘৰ।

নিদাঘ—পুঃ গ্ৰীষ্মকাল, ঘাম, তপত।

নিমাওমাও—বি, হাই-উৰুমি নোহোৱা।

নিলয়—সঃ ; শঃ থকাঘৰ।

পঞ্চশৰ—সঃ ; শঃ ( সং পঞ্চশৰ—পঞ্চ, পাঁচ+শৰ, বাণ ; যি পাঁচ পাট শৰে সকলো প্ৰাণীৰ মনত শৃঙ্গাৰৰ ভাৱ জন্মায় ) সম্মোহন, উন্মাদন, শোষণ, তাপন আৰু স্তম্ভন, এই পাঁচ বিধ বাণ ; অৰবিন্দ, অশোক, আম্ৰ, নৱমল্লিকা আৰু ৰক্তোৎপল এই পাঁচ বিধ ফুলৰ শৰ ধাৰণকাৰী কামদেৱ।

পৰাগ—স ; শঃ ফুলৰ ৰেণু, ধূলি, চন্দন।

পৰিত্যক্ত—ত্ৰি, সম্যক্ বৰ্জ্জিত, পৰিত্যাগ কৰা।

পৰিমল—পুঃ সুগন্ধি ফুলৰ মৌ, সম্ভোগ।

পল্লৱ—সঃ শঃ কুমলীয়া নতুন ডাল পাত।

পাৰাবাৰ—সঃ ; শঃ সাগৰ।

পানীগছা—স ; শঃ সূৰ্য্যৰ আকৰ্ষণত সাগৰৰপৰা একোপা গছৰ নিচিনা হৈ উঠা বাষ্প।

পাৰ্থিৱ—পুঃ পৃথিৱী সম্বন্ধীয়।

পিয়াৰী—বি, সাদৰী।

পীযুষ—ক্লী, অমৃত, নতুন গৰুৰ গাখীৰ।

প্ৰতিকূল—বি, বিপৰীত গতি, বিপক্ষ।

প্ৰতীচ্য—ত্ৰি, ( সং প্ৰতীচী—পশ্চিমদিক্+য্য ) পশ্চিম দিশত ওপজা।

প্ৰাচীৰ—স ; শঃ ইটা বা শিলৰ গড়।

প্রান্তৰ—স ; শঃ গছ লতা নোহোৱা মুকলি পথাৰ।

ফুল্ল—বি, ফুলি থকা।

বঙ্কিম—বি, খেলুভিৰীয়া।

বাণী— স ; সৰস্বতী, বাক্য।

বাৰিধাৰা—স্ত্ৰী, পানীৰ সোঁত

বালাৰ্ক—পুং (সংবাল—শিশু+অৰ্ক, সূৰ্য্য) ৰাতিপুৱা পোনতে ওলোৱা বেলি।

বিটপী—পুং ( সং বিটপ—শাখা+ইন্ ) গছ।

বিধুৰা—স্ত্ৰী, বিহ্বলা।

বিভীষিকা—স্ত্ৰী, অত্যন্ত ভয়লগা।

বিভ্ৰম—স ; শঃ ভুল ধাৰণা।

বিম্বফল—স ; শঃ বেলি পকা, কোৱাভাতুৰী।

বিশ্বদাহী—বি, সংসাৰ দহন কৰোঁতা।

বীজমন্ত্ৰ—ত্ৰি, মূলমন্ত্ৰ।

বৃশ্চিক—স ; শঃ এবিধ বিষাক্ত বিছা।

বেইথৰ—স ; শঃ দৰা বা কন্যাক গা ধুউৱা ঘৰ।

বৈজয়ন্তী—স ; শঃ ইন্দ্ৰনগৰী, স্বৰ্গ।

বৈতৰণী—স ; শঃ যমৰ নগৰৰ বাটত থকা নৈ, প্ৰেতনদী।

বৈতালিক—পুং স্তুতি পাঠক।

ভালে—ক্ৰিঃ বিঃ, কপালত।

মকৰন্দ—স ; শঃ ফুলৰ মৌ।

মছগুল্—বিভোৰ।

মঞ্জৰী—সং ; শঃ ফল বা ফুলৰ কলি।

মঞ্জীৰ—সং ; শঃ খুটিতাল।

মঞ্জু—বি, সুন্দৰ।

মঞ্জুল—বি, ধুনীয়া, নিকুঞ্জ।

মণ্ডপ—সং, শঃ ফুলৰ মালা আদিৰে শোভিত কৰা কাপোৰৰ ঘৰ।

মদালাপী—পুং ( মদ+আলাপিন্ ) কুলি চৰাই।

মধুৰিমাময়—বি, অতি মধুৰ।

মন্থৰ—ত্রি, অলস, ধীৰ।

মন্দাকিনী—স্ত্রী, আকাশী গঙ্গা।

মৰাল—পুং ৰাজহাঁহ।

মৰীচিকা—স্ত্রী, সূৰ্য্যৰ কিৰণত হোৱা জলভ্রম।

মৰ্ম্মৰ—বি, মাৰ্ব্বল পাথৰ।

মল্লিকা—স্ত্রী, এবিধ সুগন্ধি বগা ফুল।

মহেশ—স ; শঃ পৰমেশ্বৰ।

মাকণ্ড—স ; শঃ আম গছ, চন্দন গছ।

মাগধী—স্ত্রী, মগধ দেশ জাত, যূতিফুল।

মাধৱী—স্ত্রী, এবিধ লতাৰ ফুল, বসন্তকাল।

মানস সৰস—স,শঃ হিমালয় পৰ্ব্বতত থকা সৰোবৰ বিশেষ।

মালঞ্চ—স, শঃ ফুলেৰে শোভিত স্থান।

মুকুল—স ; শঃ ফুল বা ফুলৰ কলি।

মুক্তসঙ্গী—স্বাধীনভাৱে ফুৰা লগ।

মুমুক্ষু—বি, মুক্তি কামনাকাৰী।

মহুৰ্ম্মুহু—ব্য, (মুহুস্+মুহুস্) পুনঃ পুনঃ, ঘনে ঘনে।

মৃণাল—স ; শঃ মোলান, পদুমৰ ঠাৰি।

মেঘাগমাগমে—ক্রি, বি (মেঘ+আগম ; বৰ্ষাকাল+আগমে) আগমনত, বৰ্ষাকালৰ আগমনত।

ৰক্কিম—বি, সুন্দৰ বঙা বৰণীয়া ;

ৰচকী—স্ত্রী, ৰৰকৈ খুনপেঁচ মাৰি ধেমেলীয়া কথা কৰ জনা তিৰোতা।

ৰাজি—স ; শঃ সমূহ, শ্রেণী।

লৱণু—স ; পঃ ( স ; নৱনীত ) গাখীৰৰ সৰ।

ললন্তিকা—স ; শঃ ডিঙিৰ পৰা নাভিলৈকে ওলমি থকা মালা।

সঁফুৰা—স ; শঃ সাঁফৰ লগোৱা সুন্দৰ কাঠৰ টেমা।

সমাধি—স ; শঃ ধ্যান, বাহ্যজ্ঞান এৰি গভীৰৰূপে ঈশ্বৰৰ চিন্তা।

সৰৎ—স ; প, নিজৰা।

সহকাৰে—সঃ শঃ আমগছ।

স্নিগ্ধ—বি, স্নেহযুক্ত, মধুৰ।

সুধাকণ্ঠী—পুঃ বি সুললিত সুৰত গীত গাব পাৰে।

সৌম্য—পুঃ শান্ত মূৰ্ত্তি।

স্তৰে স্তৰে—ক্রি, বি থাপে থাপে।

স্বচ্ছ—বি, কাচৰ নিচিনা।

হৰিৎ—বি, সেউজীয়া।

হুম্‌থকতে—ক্রিঃ বি, হঠাৎকাৰে।

হলাহল—স ; শঃ চোকা বিহ।

হিৰণ কিৰণ—স, শঃ, সোণালী জ্যোতি, উজ্জ্বল পোহৰ।

হিৰন্ময়—বিঃ সোণবৰণীয়া উজ্জ্বল কান্তি।

হুতাশী—পুঃ দহনকাৰী।

হেৰেম—স ; শঃ অন্তেসপুৰ।

# প্ৰশংসা পত্ৰ*

(১)

"জোনাকী"ৰ ভূতপূৰ্ব্ব সুযোগ্য সম্পাদক, মাতৃভাষাৰ প্ৰবীণ লিখক শ্ৰীযুত সত্যনাথ বৰা বি, এল, ডাঙৰীয়াৰ পৰা:

শ্ৰীযুত ৰঘুনাথ চৌধাৰীৰ প্ৰণীত "সাদৰী" মই আগৰ পৰা গুৰি লৈকে ভালকৈ পঢ়ি চাইছোঁ। কিতাপ খনিৰ ভিতৰত ২৯ টা পদ্য প্ৰবন্ধ আছে। তাৰে কিছুমান আগৰ "জোনাকী" বোলা মাহিলী কাকতত প্ৰকাশ হৈছিল। বাকী কেইটা নতুন কৈ ৰচনা কৰা। পদ্য বিলাক পঢ়ি ৰচয়িতাক কেও নৰখানি থাকিব নোৱাৰে। কিতাপৰ প্ৰত্যেক পদ্যৰ ভাব যেনে সুমধুৰ, ভাষাও তেনে সুললিত। ভাষাৰ লালিত্য আৰু ভাবৰ মাধুৰ্য্য একে ঠাইতে গোট খুৱাবলৈ বৰ টান। সেই টান কাম সাদৰী ৰচয়িতাই সুকলমে সাধিব পাৰিছে। মুঠতে কব লাগিলে ৰচয়িতাই যে, পদ্য ৰচনাত যথেষ্ট পাৰ্গতালি লাভ কৰিছে তাৰ কোনো ভুল নাই। মই জানিব পাৰিলোঁ। যে সাদৰী এতিয়া ঘাই কৈ স্কুলীয়া ল'ৰাৰ হাতত দিবলৈ ছপা হৈছে। ই বৰ উত্তম কথা। সাদৰী সৰ্বাঙ্গে স্কুলৰ উপযুক্ত; ইয়াক স্কুলৰ পাঠ্য স্বৰূপে ব্যৱহাৰ কৰিলে অসমীয়া পদ্য কিমান সুৰলা আৰু মধুৰ হব পাৰে ল'ৰাই তাক জানিব পাৰিব। আৰু অনেক শিকিব লগীয়া কথাৰ তত্ব পাব। মোৰ বিবেচনাত শিক্ষা বিভাগৰ গৰাকী বিলাকে সাদৰীক সাদৰেৰে লাগৰি লোৱা যুগুত।

গুৱাহাটী
৫।২।১০

স্বাক্ষৰ শ্ৰীসত্যনাথ বৰা

---

* আথৰজোটনি আৰু বানান ১৯১০ চনৰ ১ম তাঙৰণত থকাৰ দৰে ৰখা হৈছে—সম্পাদক

# প্ৰশংসা পত্ৰ*

(২)

"চিত্ত-তৰঙ্গিণী", "কবিতা-মালা", "সীতাহৰণ কাব্য" আদি গ্ৰন্থ ৰচয়িতা, সুবিজ্ঞ লিখক শ্ৰীযুত ভোলানাথ দাস চৰ ডিপুটী কলেক্টৰৰ পৰা :

এই "সাদৰী" পুথি খনি মাজে মাজে পঢ়ি চাই বৰ সন্তোষ পালোঁ। লিখকে অলপ বয়সতে যেনে কবিত্ব শক্তি দেখুৱাইছে, বয়সত সি অতি পৈণত হই উঠিব। সাদৰীয়ে সাদৰ পালে সাদৰীৰ এটী দুটী চিকুণী ভনীয়ে মুখ দেখা দিব বুলি আশা কৰিব পাৰি।

গুৱাহাটী }
১৪।২।১০ }

স্বাক্ষৰ শ্ৰীভোলানাথ দাস

---

* বানান আক আখৰ-জোটনি ১ম তাঙৰণত থকাৰ দৰে ৰখা হৈছে —সম্পাদক।

# সূচীপত্ৰ

# পাতনি

## ডক্টৰ বাণীকান্ত কাকতি

শ্ৰীযুত ৰঘুনাথ চৌধাৰী ডাঙৰীয়া অসমীয়া সাহিত্যত সুপৰিচিত। তেওঁৰ নিঃস্বাৰ্থ সাহিত্যসেৱা সকলোৰে জনাজাত। সম্প্ৰতি তেওঁৰ কাপৰ পৰা 'কেতেকী' বুলি অসমীয়া সাহিত্যত অপূৰ্ব চৰাই-কৱিতা এটি পোৱা হৈছে। কৱিতাটো বৰ সুন্দৰ। ইয়াৰ ভিতৰেদি ভাৱ-মন্দাকিনী প্ৰৱাহিত হৈছে আৰু পাঁচোটা তৰঙ্গত বিভক্ত হৈ ওলাই ই যে সকলোকে "তৰঙ্গহস্তৈকপগৃহীতৰ" কৰিব তাত অলপো সংশয় নাই।

কৱিতাটোৰ মূল ভাৱ, কেতেকী চৰাইৰ আগমনত সাগৰৰ জোৱাৰ উঠাত স্ফীতবক্ষা গঙ্গাৰ নিচিনা জড়চেতন পৃথিৱীৰ নৱ-যৌৱন স্ফুৰণ। কেতেকীৰ গীত কোনোবা 'অপৰূপ সদানন্দ ৰূপ' মানুহে নজনা পূৰ্ণ জগতৰ আনন্দ উচ্ছ্বাস। কেতেকীৰ মাত জানিবা বসন্তৰ বতাহ, কোন দেশৰ পৰা আহি কোন ফালে বলি যায় তাৰ ইয়ত্তা কৰিব নোৱাৰি। কৱিয়ে চৰাইকে কেতেকীৰ স্বৰূপ বুলি কোৱা নাই; তেওঁৰ মনত কেতেকী মাথোন এটি স্বৰ, এটি প্ৰহেলিকা, 'a voice, a mystery'। এই বিস্ময় ভাৱতেই কৱিতাটোৰ আৰম্ভণ হৈছে।

ক'ৰ পৰা তই আহিলি সোণাই
কোন দিশে যাব উৰি,
কিয় বা ফুৰিছ দূৰ-দূৰণিত
অকলই ঘূৰি ঘূৰি?

এই বিস্ময় ভাৱতেই মগন হৈ কৱিয়ে প্ৰথম কুৰি পদত এই নিকৰুণ অসম্পূৰ্ণ সংসাৰৰ লগত এই অভিনৱ চৰাইৰ মাতৰ অমিল দেখুৱাইছে—

বুজিছ নে পখী মায়া কাননত
বিহৰিছ তই আহি,
মায়া ভাও জুৰি মায়াবীসকলে
নগাৰ ডিণ্ডিত ধাঁহি?

অৰ পিছতো কৱিৰ মন বিস্ময় আৰু সন্দেহেৰে ভৰি পৰিল। পখী-টোকো বুবুজে, তাৰ মাতৰ লগতো জগতৰ একো সম্বন্ধ বিচাৰি নাপায়—চৰায়ে দুখৰ গীত গাইছে নে কিবা সুখৰ বাতৰি আনিছে? এনেতে কৱিৰ মোহ ভাগিল আৰু আবেগেৰে আচল সত্য উপলব্ধি কৰিলে—

প্ৰেমৰ সোৱাদ বিলাব আহিছ
দেৱদুত ৰূপ ধৰি!

কল্পনাৰ তীব্ৰ দৃষ্টিৰে কৱিয়ে বুজিলে যে এই শোকপূৰ্ণ সংসাৰত য'ত য'ত সুখৰ জেউতি পৰিছে সেই আটাইবোৰেই কেতেকীৰ গীতৰ ঢৌ মাথোন—

জন-প্ৰাণীহীন মৰু-প্ৰান্তৰত
গাই সঞ্জীৱনী-গান,
সজাই তুলিলি উষৰ ভূমিত
অপৰূপ মৰুস্থান।

চাই থাকোঁতে থাকোঁতে চকু ফুৰাই কৱিয়ে দেখিলে যে কেতেকীৰ গীতৰ লগে লগে জগতত এক অপূৰ্ব প্ৰাণৰ সঞ্চাৰ হ'ল। দ্বিতীয় তৰঙ্গত জগতৰ এই নৱভাৱ বৰ্ণনাক, ভাবৰ গৰিমা আৰু ভাষাৰ সৌষ্ঠৱত মহাকবি কালিদাসৰ কুমাৰসম্ভৱৰ তৃতীয় সৰ্গৰ বসন্ত বৰ্ণনাৰ লগত তুলনা কৰিলে কোনোক্ৰমেই অসমীয়া কৱিৰ বৰ্ণনাই হীনতা স্বীকাৰ কৰিব নালাগিব। তাৰ উপৰিও অসমীয়া কৱিৰ বৰ্ণনাৰ বিষয় বেছি প্ৰশস্ত। কুমাৰসম্ভৱৰ বসন্ত, হিমালয় পৰ্ব্বতত ধ্যানমগ্ন শিৱৰ আশ্ৰমৰ চাৰিওফাল সজীৱ কৰিহে উদয় হৈছিল। অসমীয়া কৱিৰ বসন্তৰ হিল্লোলত পৰ্বত, প্ৰান্তৰ, ভূচৰ, খেচৰ এনে কি জড়-জগতো বিকম্পিত হৈ উঠিছে।

কবিতাৰ চিত্ৰবোৰ শুনা বা অইন কিতাপৰ পৰা ধাৰ কৰি অনা কাল্পনিক চিত্ৰ নহয়; সেইবোৰ কৱিয়ে নিজৰ কবিতাময় চকুৰে অসমীয়া গাঁৱে-ভুঁয়ে হাবিয়ে-বননিয়ে দেখা চিৰকলীয়া চিত্ৰ মাথোন। এইবোৰত কৱিৰ নিৰীক্ষণ শক্তি সুন্দৰভাৱে প্ৰকাশিত হৈছে। গোটেই দ্বিতীয় তৰঙ্গটোৰ ওপৰত এনে এক অপূৰ্ব জেউতিৰ ছাট পৰিছে যে তাৰপৰা পদ উদ্ধাৰ কৰি দেখুৱাটো ফুল ছিঙি ফুলনিৰ সৌন্দৰ্য্য বুজোৱা যেন লাগে। তথাপি ৰীতি অনুসাৰে দুই এটি পদ উদ্ধৃত কৰি দিয়া হ'ল:—

দহিকতৰাই প্ৰেমৰ ৰাগীত
বিবিধ ভঙ্গিমা তুলি,
তোৰ সুৰটিকে আওৰাই লই
গাইছে হৃদয় খুলি।
বিলৰ দাঁতিত পাখী বুৰঁলীত
ডাউকে লগালে মাত—
উঠিল ঝঙ্কাৰ ললিত গীতৰ
মেৰা সৰালীৰ গাত।

নকৈ নোৱাৰি যে সকলো ৰসিক পাঠকৰ গাতেই কবিৰ বৰ্ণনাৰ এই ঝঙ্কাৰ উঠিব। এনে কি—

সি প্ৰেম গীতত বুঢ়া লুইতৰ
ফুলি উঠে ক্ষীণ গা,
সৈকত ভূমিৰ বিৰিথত পৰি
ঘূৰাই এবাৰ গা।

আন আন বৰ্ণনাবোৰক কোনোবাই গতানুগতিক বুলি কলেও বুঢ়া লুইতৰ গা উঠা কল্পনাতেই কবিৰ গৰীয়সী প্ৰতিভাৰ মৌলিকত্ব প্ৰতিপাদিত হব। ভাদমহীয়াৰ ব্ৰহ্মপুত্ৰৰ ধলক কেতেকীৰ গীতৰ ভিতৰেদি এডালি বিশ্বজীৱন সূতাৰে গাঁথি লোৱা সাধাৰণ কবিৰ কল্পনা নহয়। আকৌ বেছি হৃদয়গ্ৰাহী—

তোৰ মাত শুনি লাজুকী বোৱাৰী
ৰৰলই এৰে তাঁত,
হাতৰ মাকোটি হাততেই ৰয়
হেৰায় মুখৰ মাত!
সেইটি সুৰতে জীয়াৰী ছোৱালী
আপোনপাহৰা হয়,
ৰ'তৰত থকা মহৰা-কাঠিটি
ৰভৰতে লাগি ৰয়।

ইয়াকেই বোলে সাহিত্যৰ জাতীয়তা! ইয়াকেই বোলে "গোস্পদে নভো-মণ্ডলং!" সাধাৰণ অসমীয়া ঘৰুৱা জীৱনৰ ভিতৰেদি বিশ্বজীৱনৰ বিকাশ

দৰ্শন—গৰুৰ খোজৰ পানীত সমস্ত নভোমণ্ডলৰ প্ৰতিবিম্ব! ইয়ো অসামান্য মৌলিকত্বৰ নিদৰ্শন মাথোন। মৌলিক প্ৰতিভাৰ লক্ষণেই এনেকুৱা, য'ত বৰ্ণিত চিত্ৰবোৰ সদায় স্থানোপযোগী কৰি তোলে, নকমুৱা লিখকসকলৰ দৰে কবিয়ে যদি যোৱাৰীক নাটক উপন্যাস পঢ়ি থকা বুলি কলেহেতেন, তেনেহলে সেইটো ইমান মৰ্ম্মস্পৰ্শী নহ'লহেতেন। তাত' বাজেও ইয়াত জাতীয় বা স্থানীয় সত্যৰ অভাৱ অনুভৱ কৰিব লাগিলহেতেন। যি সমাজত থাকি বা যি সমাজক লক্ষ্য কৰি কবিয়ে কল্পনা চলায় সেই সমাজৰ আচাৰ-ৰীতিৰ ভিতৰেদিহে কবিয়ে নিজৰ চিত্ৰ দেখুৱায়। কৃষ্ণৰ বংশীধ্বনিত গোকুলৰ গোৱালিনীসকলৰ যেতিয়া উথলমাথল লাগিল তেতিয়া—

আছিলেক কতো কতো গোপী গাই দুই।
কাণ্ডিয়া আছাড়ি যায় বিমোহিত হুই॥
কতোজনী যায় দধি-মথনকো এৰি।
আথাতে থাকিল দুধ চক সৈতে পৰি॥ [ শঙ্কৰদেৱ ]

ইন্দুমতীৰ বিয়াৰ পিছত বৰ-কন্যা যেতিয়া বিদৰ্ভ নগৰত সোমাল, কুলাঙ্গনা-সকলে কৌতুকবিবশা হৈ—জালান্তৰপ্ৰেৰিতদৃষ্টিৰন্যা প্ৰস্থানভিন্নাং নববন্ধনীবীমু-নাভি প্ৰবিষ্টাভৰণপ্ৰভেণ হস্তেন তস্থাববলম্ব্য বাসঃ॥ [ ৰঘুবংশ ]

অসমীয়া ছোৱালীৰ হাতৰ মাকোটি হাততে ৰোৱা, গোকুলৰ গোৱালিনীৰ আথাৰ চক আথাতে এৰা, ৰাজধানীৰ ছোৱালীৰ বুকৰ পৰা পিছলি যোৱা মেখেলাৰ প্ৰতি অচেষ্টা, মৌলিকতা হিচাপে একে শ্ৰেণীৰ কবিৰেই কল্পনা।

তাত বাহিৰেও গৰুৰ খোজৰ পানীত নভোমণ্ডলৰ প্ৰতিবিম্ব পৰাৰ দৰে পৰিমিত কথাৰে অপৰিমিত ভাব বিকশিত কৰি তোলা শক্তিও প্ৰতিভাৰ বল মাথোন। সেই হিচাপেও অসমীয়া কবিৰ" 'হাতৰ মাকোটি হাততেই ৰয়" "যঁতৰত থকা মহুৰা কাঠিটি যঁতৰতে লাগি ৰয়', আঁকি থোৱা ছবি চকুৰ পানীৰে তেনেই বিয়লি গল" ইত্যাদি পদযোৰক প্ৰকাশিকা শক্তিত মহাকবি কালিদাসৰ "শৈলাধিৰাজতনয়া ন যযৌ ন তস্থৌ" "চিত্ৰাৰ্পিত্যৰম্ভ মিবাৱতস্থে" "বাষ্পস্তু দদাত্যেনাং দ্ৰষ্টুংচিত্ৰগতামপি" নাইবা ইংৰাজ কবি ক'লীৰিজৰ "Like a painted Ship on a painted Ocean" ইত্যাদি জগদ্বিখ্যাত পদযোৰৰ লগত যথাযথভাৱে ৰিজাব পাৰি।

মূঠৰ ওপৰত গোটেই দ্বিতীয় তৰঙ্গটো অভিনৱ সৌন্দৰ্য্যেৰে ভৰপুৰ। তৃতীয় তৰঙ্গত নৱজীৱন প্ৰভাত দেখি আমোধা মিজৰেই কিবা ভ্ৰম হৈছে, এই বুলি কৰিয়ে অতীত জগতত ইয়াৰ কিবা অভিব্যক্তি আছে নে নাই বিচাৰিব ধৰিলে। কল্পনা-চকুৰে তাতো দেখিলে যে শকুন্তলা দেৱীয়ে—

মালিনী তীৰত          দূৰ্বা আসনত

বংমনে বহি দেৱী,

পদুম পাতত          আঁকি থইছিল

প্ৰাণ-প্ৰতিমাৰ ছবি।

বহণ সানিব          নৌ পাওঁতেই

তুলিলি চিন্তাৰ ধল,

আঁকি থোৱা ছবি          চকুৰ পানীৰে

তেনেই বিয়লি গ'ল।

সেই একে গীতৰ টানতেই বিদৰ্ভৰ দময়ন্তী, শোণিতপুৰৰ উষাদেৱী, অলকাৰ নবোঢ় যক্ষ আৰু গোকুলৰ গোপীসকলে "প্ৰেমসলিলত মজি" নিজ নিজ হৃদয়দেৱতাত আত্মসমৰ্পণ কৰিলে। এনেকি সেই গীতৰ ঢৌতেই মহাকৱি কালিদাসৰ কল্পনাত 'মেঘদূত' ফুটি উঠিল—

যিটি গান শুনি          বিৰহী যক্ষই

পালে গিৰি চিত্ৰকূট

সেই সুৰতে নে          কৰি কল্পনাত

ফুটি উঠে মেঘদূত ?

অসমীয়া কৱিৰ নিচিনা চৰাইৰ একে গীতৰ সুৰতেই মুগ্ধ হৈ তৰুণ ইংৰাজ কৱি কীট্‌চেও অতীতত সেই একেই জীৱনৰ স্পন্দন অনুভৱ কৰিছিল।

**Perhaps the self-same song that found path**
**Through the sad heart of Ruth when sick for home,**
**She stood in tears amid the alien corn etc.**

চতুৰ্থ তৰঙ্গত কৱিয়ে দেখিলে যে কেতেকীৰ গীতৰ ঝঙ্কাৰত কেৱল অতীত আৰু তেওঁৰ চাৰিওকালেই সম্মোহিত হোৱা নাই; ভূত, ভৱিষ্যত, তল, ওপৰ সকলোকে ছানি এক বিশাল জীৱন-সোঁত প্ৰবাহিত হৈছে।

"তোৰ সঙ্গীতত বিজুলী চমকে
মেঘে মেঘে চুমা খায়।"
"সান্ধ্য গগনৰ ফুৰে মেঘদল
বায়ুসাগৰত উটি।"
"তোৰ সঙ্গীতত নাচে গোপবালা
যমুনা উজাই বয়।"

কবিৰ মনত প্ৰথমৰ পৰাই যে "আছিলোঁ মগন, মোহ টোপনিত, নাছিল চেতনা-জ্ঞান" ইত্যাদি ধৰণৰ এক সমস্যা চলিছিল—সচৰাচৰ দেখি থকা জগতখনেই সত্য নে পখীৰ গীতত মুকলি হোৱা জগতখনেই সত্য নে পখীৰ গীতত মুকলি হোৱা জগতখনেই সত্য! ব্ৰহ্মাণ্ড জুৰি এক বিৰাট চৈতন্য-প্ৰৱাহ দেখি সেই সন্দেহ ভাগি গ'ল। কবিয়ে আচল সত্যৰাজ্যত প্ৰৱেশ কৰিবলৈ সাজু হ'ল—

"তোৰ জগতেই এৰি থলোঁ মই
মায়াৰ সংসাৰখন।"

কিন্তু চাই থাকোঁতে থাকোঁতেই পঞ্চম তৰঙ্গত আহি আকৌ বিষাদৰ ছায়া পৰিল। চকুৰ আগতে পখী অন্তৰ্হিত হল, কবিৰ বিৰাট বিশ্বৰ সপোন ভাগি গ'ল। আকৌ

"চাওতে চাওঁতে প্ৰকৃতি বুকুত
পৰিল কালিমা ৰেখা।"
"কেতেকী বিহনে শুদা শুদা যেন
হল আজি মায়াপুৰী।"

কেতেকী কবিৰ কোনো আকস্মিক ভাবৰ পৰা ওলোৱা কবিতা নহয়। বহুত দিন আগেয়ে প্ৰকাশিত হোৱা বৰ্তমান কবিৰ "সাদৰী" নামে খণ্ড-কবিতাৰ পুথি এখনত "গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী," "মৰমৰ পখী" আৰু "কেতেকী চৰাই" বুলি তিনটা চৰাই-কবিতা পোৱা যায়। সেইবোৰৰপৰা বুজা যায় যে চৰাই-জীৱনৰ ৰহস্যময় সৌন্দৰ্য্যই ভালেমান দিনৰ পৰাই কবিৰ মনত প্ৰশ্ন আৰু কৌতুহল হিচাপে ভুমুক মাৰি আছিল। 'কেতেকীত' প্ৰকাশ হোৱা ভাব আৰু সৌন্দৰ্য্য অঙ্কুৰ অৱস্থাতেই এইবোৰ কবিতাত থকা দেখা যায়—

পৰে নে মনত পশী যমুনা তটিনী,
কদম গছত পৰি
পঞ্চমত সুৰ ধৰি
কৰিছিলা ব্ৰজাঙ্গনা মন উন্মাদিনী,
গোৱা সেই সুৰে মোৰ প্ৰিয় বিহঙ্গিনী !

প্ৰেমগীত গাবলই ক'তনো শিকিলা,
একেটি ভাবৰ গানে
একেটি প্ৰাণৰ তানে,
কঠুৱা সংসাৰ তুমি কোমল কৰিলা।

'কেতেকী' কৱিতাত কৱিৰ মনত সঁাচি থোৱা চিৰকলীয়া ভাববোৰ পৰিণত অৱস্থাত স্তুপীকৃত সৌন্দৰ্য্যৰূপে প্ৰকাশ পাইছে। আগৰ কৱিতাবোৰত যিবোৰ কথা প্ৰশ্ন স্বৰূপে উদয় হৈছিল 'কেতেকী'ত সেইবোৰৰ এটি কৱিত্বময় উত্তৰ ফুটি ওলাইছে। কৱিজীৱনৰ বহুদিনব্যাপী সঞ্চিত ভাবৰ ক্ৰমবিকাশ দেখুৱাব পৰা কৱিতা চৌধাৰী ডাঙৰীয়াৰ চৰাই-কৱিতাবোৰত বাজে অসমীয়া সাহিত্যত ৰৰ বিৰল।*

শ্ৰীবাণীকান্ত কাকতি

---

* এই প্ৰবন্ধটো ১ম বছৰৰ ৬ষ্ঠ সংখ্যা 'চেতনাত' কেতেকীৰ সমালোচনা ৰূপে প্ৰকাশ কৰা হৈছিল। এতিয়া তাৰ ঠায়ে ঠায়ে হাত ফুৰাই, কেতেকীৰ নতুন তাঙৰণ পাতনিস্বৰূপে দিয়া গ'ল। বা. কা.

চেতনাত প্ৰকাশিত সমালোচনা প্ৰবন্ধটো পৰিশিষ্টত চাওক।—সম্পাদক

# কেতেকী

## প্ৰথম তৰঙ্গ

ক'ৰপৰা তই আহিলি সোণাই
কোন দিশে যাব উৰি,
কিয় বা ফুৰিছ দূৰ দূৰণিত
অকলই ঘূৰি ঘূৰি ?

লোকালোক এৰি নিজান ভূমিত
নুবুজা ভাষাৰে তই,
কি মাত মাতিছ কিহৰ আশাত
নুবুজোঁ বিহগি* মই !

দেৱৰ দুৰ্লভ আনিছ কি ধন
কাকনো বিলাই দিবি,
কিম্বা ই দেশৰ ভাল বস্তুখিনি
কোন দেশলই নিবি ?

---

* ৪ৰ্থ তাঙৰণত 'বিহগি'ৰ ঠাইত 'বিহগী' ব্যৱহাৰ কৰি শেষত দাড়ি দি স্তবক শেষ কৰা হৈছে। কবিয়ে প্ৰথম তিনি সংস্কৰণত সংস্কৃত ব্যাকৰণৰ নিয়ম মানি সম্বোধনত হ্ৰস্ব ইকাৰ ব্যৱহাৰ কৰিছে : তেনেকৈ অন্য শব্দতো, যেনে 'বিহঙ্গিনী'ৰ ঠাইত সম্বোধনত 'বিহঙ্গিনি'।—সম্পাদক

অলঙ্ঘ্য গিৰিৰ শিখৰে শিখৰে
ধৰ বিননীয়া সুৰ,
কেতিয়াবা গই তটিনী তীৰৰ
নিস্তব্ধতা কৰ দূৰ।

বিজন বনত প্ৰান্তৰ ভূমিত
মনত কি লই ফুৰ,
ক'ত এৰি থই পৰাণ মণিক
অকলৈ অকলৈ ঘূৰ।

জনম লভিছ মানৱ অজ্ঞাত
আছে যি সুন্দৰ ঠাই,
শ্ৰদ্ধা, শান্তি, দয়া, দেৱবালা সবে
বিহৰিছে সৰ্ব্বদায় !

নিতে ফুলে য'ত প্ৰেম পাৰিজাত
নিকুঞ্জ কানন ভৰি,
বিতৰে সৌৰভ ধীৰ সমীৰণে
পৰাণ শীতল কৰি !

নাই যিদেশত পাপ-প্ৰলোভন
নাই বিভীষিকা ভয়,
পুণ্যৰ জ্যোতিয়ে যি প্ৰেম নগৰী
কৰি আছে জ্যোতিৰ্ম্ময়।

য'ত অপৰূপ সদানন্দ ৰূপ
আছে দিব্যৰূপ ধৰি,
এনে হেন দেশ বিহঙ্গিনি* তই
কিয়বা আহিলি এৰি ?

মুবুজোঁ বিহগি অবোধ মানৱে
কিহত গইছ ভোল,
কিয় ফুৰ তই ইনাই বিনাই
কি তোৰ মনত হ'ল ?

বাপ-মাৰ-ভাই সবাকো এৰিলি
এৰিলি ওপজা ঠাই,
গছ-পাতে সজা ঘৰটি এৰিলি
কাৰ কি আহুদি পাই ?

নহয় ই ঠাই নন্দন কানন
নহয় অমৰাৱতী,
আচল-পিছল আছে বহু বাট
আছে বহু লটিঘটি !

বুজিছ নে পখি, মায়া-কাননত
বিহৰিছ তই আহি,
মায়া ভাও ধৰি মায়াবীসকলে
লগাব ডিঙ্গিত ফাঁহি ?

---

বিহাঙ্গনী ( ৪ৰ্থ সংস্কৰণ ) ।

দুষ্ট ব্যাধে তাত মোহৰ বাগুৰা
পাতিছে সুন্দৰকই,
কিন্তু পখি তই আগ পাচ গুণি
ফুৰিবি সতৰ্ক হই।

আহিছ বিহগি আলচি মনত
কিবা পাম-খাম বুলি,
লোভৰ বেহানি আছে আৰু বহু
যাব তোৰ মন ভুলি।

নিস্বাৰ্থ মৰম নাপাবি ইয়াত
নাপাবি অমিয়া সুখ,
আদৰি-সাদৰি কোনে নো মাতিব
কোনে পতিয়াব দুখ!

দুখৰ সুখৰ এগৰাকী তোৰ
আছেনে কোনোবা আৰু
লগৰ লগৰী দেহৰ এফাল
আহিছেনে তেওঁ বাৰু?

ভোক লগা জানি কোনে দিব আনি
গছৰ সুৰদি ফল,
পিয়াহ লাগিলে কোনে নো পিয়াব
আকাশী গঙ্গাৰ জল?

দুখ ভাগৰত শিতলী শয্যাত
কোনে নিচুকাই থব,
কোনে আহি তোৰ মুখখনি চাই
চুমা এটি খাই যাব ?

চিৰ সুখীজনে নোৱাৰে কদাপি
বেজাৰ ভাগৰ ৰব,
তয়ো যে কিমান পাবি দুখ জ্বালা
নোৱাৰো ফুটাই ক'ব।

যদিওবা পখি ক্ষুদ্ৰ জীৱ তই
শৰীৰৰ শক্তি ক্ষীণ,
কিন্তু সি শক্তিত বিশ্ব প্ৰেমৰস
বই থাকে ৰাতি দিন !

বিশ্বৰ মঙ্গল সাধনৰ হেতু
বিহগী জনম ললি,
পবিত্ৰ প্ৰেমৰ এগছি ভোলেৰে
জগৎ মেৰাই থলি।

তোকে যেন বিধি সৃষ্টি পাতনিতে
গঢ়িলে যতন কৰি,
প্ৰেমৰ সোৱাদ বিলাব আহিছ
দেৱদূতী ৰূপ ধৰি !

ইপিনে সিপিনে ডিঙ্গি মেলি মেলি
কাক চাৱ জুমি জুমি,
কাৰ বিৰহত বিৰহিনী তোৰ
গইছে হৃদয় পমি ?

কাৰনো বাতৰি আনিছ সাদৰী
কাৰে নো পাতিবি কথা,
হৃদয় পমোৱা মাত শুনি তোৰ
হিয়াত লাগিছে বেথা !

বিৰহ বাতৰি যদিহে আনিছ
তাৰ কথা নুশুনাবি,
মিলন বাতৰি আনিছ হে যদি
লাৱনি সুৰত গাবি !

আহিয়েই তই ভুলালি সাগৰ
ভুলালি পৰ্ব্বত বন,
অমৃত বৰষা এৰাৰ* মাততে
ভুলালি সংসাৰধন !

জনপ্ৰাণী হীন মৰু প্ৰান্তৰত
গাই সঞ্জীৱনী গান,
সজাই তুলিলি উষৰ ভূমিত
অপৰূপ মৰুদ্যান !

* পাঠান্তৰ—এৰাৰি ( ৪ৰ্থ সংস্কৰণ )।

প্ৰেমৰ ৰাজ্যত পাটৰাণী হই
সাধিলি অদ্ভুত কাজ,
সঙ্গীতৰ ধাৰা ঢালি প্ৰকৃতিক
পিন্ধালি গাভৰু সাজ !

ভুবন ভুলোৱা অমৃত ভাণ্ডটি
ক'ত পালি পখি তই,
মৰ জগতক অমৰ কৰিলি
বোৱালি প্ৰেমৰ নই ।

শ্ৰান্ত পান্থজনে তোৰ সুৰটিকে
হৃদয়ত ধৰি* ধ্যান,
বাটৰ ভাগৰ পাহৰি সকলো
পায় গই লক্ষ্য স্থান !

মাজ নিশা তই অকলে অকলে
উৰি আহি ক'ৰ পৰা,
গিৰি-শিখৰত তুলি প্ৰতিধ্বনি
সজাগ কৰিলি ধৰা ।

আছিলোঁ মগন মোহ-টোপনিত
নাছিল চেতনা জ্ঞান,
কিনো নাম গাই ঘুমটি ভাঙ্গিলি
বলিয়া কৰিলি প্ৰাণ !

* পাঠান্তৰ 'কৰি' ধ্যান ( ৪ৰ্থ সং )।

দেখিছিলোঁ মই মায়া-ভৱনত
অলীক সপোন লীলা,
তোৰ গীত শুনি মুগ্ধ হৃদয়ৰ
পৰিল চোঁচনি ঢিলা।

লভিছোঁ যদিও মানৱী জনম
মানৱী ধৰম নীতি ;
কিন্তু তোৰ গীতে শিকালে প্ৰাণত
স্বৰ্গীয় মৰম প্ৰীতি।

বীণাৰ ঝঙ্কাৰ মুৰলীৰ ধ্বনি
তটিনীৰ কুলু তান,
তোৰেই সুৰত বাজে সিবোৰত
বিমল প্ৰেমৰ গান।

তোৰেই নিচিনা জীৱ আছে দেখি
আছে মৰমৰ ভাষা ;
কোমল হাঁহিটি কটাক্ষ চাৱনি
তয়ে নিৰাশাৰ আশা !

প্ৰেমৰ শিকনি শিকালি মৰ্ত্ত্যক
পিয়ালি অমৃত বিন্দু,
তোকে আহিঁ লই ভবাৰ মাজত
হাঁহিছে বিমল ইন্দু।

## দ্বিতীয় তৰঙ্গ

বসন্ত আহিল, আমে মলিয়ালে
কঠালে পেলালে মুচি ;
মদালাপী কুলি তোকে চাবলই
আহিছে মুৰটো চুঁচি ।

নাই লাসবেশ সুৰগী* কুলিৰ
কালিমা বৰণ দেহা ;
গীত গাই কিন্তু ললিত পঞ্চমে
বেহায় প্ৰেমৰ বেহা !

তোৰ গীত শুনি ব'হাগী আইটি
গাভৰু সজালে গা ;
তোৰ লগতেই আহিল লগৰী
শীতলী মলয়া বা ।

পুষ্প কাননত তৰু-লতাৰাজি
ধৰি নৱ কিশলয়,
অপৰূপ ৰূপে শ্যামকুঞ্জ পাতি
ধৰা কৰে সুখময় ।

---

* 'সুৰগী'ৰ পৰিবৰ্তে একে অৰ্থতে অন্য ঠাইত 'সুৰাগী' ব্যৱহাৰ কৰা হৈছে । 'সুৰাগী' অধিক অৰ্থসূচক ( সুভাগী ) ।

কুঞ্জ কুটীৰৰ পদূলি মুখত
বাঙলী* অশোক জুপি,
আদৰিছে তোক লাহ লোটনেৰে
সজাই ফুলৰ থুপি।

ধীৰ সমীৰণে ধীৰে নচুৱায়
শ্যামল অঞ্চলখনি,
ৰ'দৰ ৰশ্মিত জ্বলে কি সুন্দৰ
লোটনীয়া ফুল মণি ?

নানা তৰহৰ সুৰভি কুসুমে
সুৰভিত কৰি বন ;
জনাইছে তোক গুপ্ত হৃদয়ৰ
প্ৰীতিভৰা সম্ভাষণ।

শোভি আছে কত তৰু শিৰে শিৰে
কুঞ্জ-লতিকাৰ বেণী,
হৰিৎ বৰ্ণৰ তৃণদলে মিলি
সজাইছে ৰভাখনি।

তাতে পৰি তই প্ৰভাতী সুৰত
গালি বিভু-গুণ নাম,
কুসুমিত মঞ্জু কুঞ্জ বনখনি
হ'ল বৈজয়ন্তী ধাম !

---

* প্ৰথমৰপৰা তৃতীয় সংস্কৰণ পৰ্য্যন্ত ইয়াৰ বানান 'বাঙলি' আছিল। ৪ৰ্থ সংস্কৰণত 'বাঙলী' হয়।

তোৰে যে ভনীটি কেতেকী পাহিটি
পাতৰ আঁৰত থাকি.
প্ৰেম-পৰিমল সঁফুৰাটি মেলি
দিছে সকলোতে বাকি।

বিজন বনৰ দশোদিশ যেন
গোন্ধতে আমোল মোল ;
ধীৰ বতাহত মাধুৰীৰ সোঁত
ধীৰে ধীৰে মিলি গ'ল।

পদ্মৰ ভ্ৰমত মত্ত মধুকৰ
জাকে জাকে উৰি আহি,
গুণ গুণ সুৰে অব্যক্ত সুৰত
বজায় মৃদুল বাঁহী।

ৰঙতে ৰূপহী কামিনী ফুলৰ
বুকুখনি উদি হ'ল
ছেগ বুজি হায় লুব্ধ ভেমোৰাই
প্ৰেম মধু চুহি গ'ল।

লাজতেই কাকো নেদেখালে মুখ
পৰিল পাহিটি সৰি,
ৰজত প্ৰতিমা শ্যামল বনত
থাকিল একাষে পৰি।

তোৰ গীত শুনি দেৱ প্ৰাঙ্গনত
ফুলিল কাঞ্চন পাহি,
বাঙলী ধৱলী ৰূপ সৌন্দৰ্য্যত
জগৎ পেলালে মুহি।

বিৰহ-বিধুৰা পদুমীৰ তয়ে
দুখত দুখীয়া হই,
প্ৰভাতী সুৰত প্ৰেমৰ বাতৰি
প্ৰেমিকক দিলি গই।

প্ৰীতি শান্তিময়ী অৰুণা ঊষাৰ
তৰুণ কিৰণ পাই,
হাঁহে মৃদু মৃদু তলমুৰ কৰি
লাজুকী পদুমী আই।

নিভৃত নিকুঞ্জ মণ্ডপত বহি
যি সুৰ টানিলি পখি*
সেইটি সুৰতে ওৰণি দাঙিলে
প্ৰতিপ্ৰাণা সূৰ্য্যমুখী।

ধলপুৰা তই বিৰিখত পৰি
জুৰিলি পুৱাৰ গীত,
নিস্তব্ধ ধৰণী তৰঙ্গে তৰঙ্গে
হ'ল পুনু তৰঙ্গিত!

---

* ৪ৰ্থ সংস্কৰণ আৰু তাৰ পিছত ইয়াৰ বানান 'পখী'। প্ৰথম তিনিটা তাঙৰণত সম্বোধনাৰ্থত 'পখি' ৰখা হৈছিল।

দহিকতৰাই প্ৰেমৰ বাগীত
বিবিধ ভঙ্গিমা তুলি
তোৰ সুৰটিকে আওৰাই লই
গাইছে হৃদয় খুলি।

বিলৰ দাঁতিত পানী যুৰলীত
ডাউকে লগালে মাত ;
উঠিল ঝঙ্কাৰ ললিত গীতৰ
মেৰা সৰালীৰ গাত।

তোৰেই সুৰত বিবিধ বিহঙ্গে
সুৰলা সুৰলা ছন্দে,
গহীন বনত গিৰি ভৈয়ামত
বিভুৰ মহিমা বন্দে।

তোৰে লগৰীয়া জিলী কলাৱতী
সুৰতে লগাই সুৰ,
ভৰ দুপৰীয়া পথিক জনৰ
হৃদয় কৰিছে জুৰ।

তোৰে মৰমৰ ৰূপহী বাইটি
সখিয়তী ৰাংঢালী,
হালধীয়া বেশে আহিছে সুৰগী*
লাহতী সেওঁতা ফালি।

* প্ৰথম তিনি তাঙৰণত 'সুৰগী' ; ৪ৰ্থ সংস্কৰণ আৰু তাৰ পিছত 'সুৰাগী'।

তোৰে লগৰীয়া আৰু এটি আছে
মইনা নামতী বাই,
ওখ গছে গছে লাহ বাহ কই
ফুৰে বিহু নাম গাই।

নামতী বাইৰ হিয়া খনি যেন
প্ৰণয় ৰসেৰে ভৰা,
ঠেও ধৰি ধৰি গায় কিনো গীত
পৰাণ আকুল কৰা।

তয়েই শিকালি বন বিহঙ্গক
মধুৰ সুৰত গাব,
শিকালি আঙলী ফুল কুঁৱৰীকো
ওৰণি গুচাই চাব !

তোৰ গীত শুনি উথলি উঠিল
গিৰিবালা শৈৱলিনী,
ঢালি দিলি যেন শৈৱাল ভূমিত
হিয়াৰ মৰম খিনি !

সি প্ৰেম গীতত বুঢ়া লুইতৰ
ফুলি উঠে ক্ষীণ গা ;
সৈকত ভূমিৰ বিৰিখত পৰি
ঘূৰাই এবাৰ গা !

পুৰণি কলীয়া বট জুপিয়েও
শুনি তোৰ মউ মাত,
মলিন দেহাটো পানীৰে মলচি
সলাইছে জীৰ্ণ পাত !

শ্যামল তৰুৰ শীতল ছায়াত
কেনে আয়মেৰ ৰহি,
স্বৰগৰ সুধা ঢালি মৰতত
সবাকো পেলালি মুহি।

গীতৰ ধ্বনিত পল্লৱে পল্লৱে
মঞ্জৰিল প্ৰেমাঙ্কুৰ,
স্বচ্ছ সলিলত নিজ ৰূপ চাই
হইছে ভাৱত ভোৰ।

শ্ৰান্ত পথিকেও তোৰ সুৰটিকে
হৃদয় বীণাত লই ;
কিবা ভাবি ভাবি বটৰ তলত
জিৰণি লইছে গই !

ললিত লয়েৰে পুৰবী সুৰত
গালি তই ঈশ গান,
উঠিল চৌদিশে প্ৰেমৰ তৰঙ্গ
জুৰালি ভকতৰ প্ৰাণ।

এটি দুটি কৰি　　　　সৰু তৰাবোৰ
জিলিকিল আকাশত ;
ফুল্ল বছা যেন　　　　চন্দ্ৰাতপ খনি
ওলমিল বিমানত ।

কেনেনো চিকুণ*　　　　পূৰ্ণিমাৰ নিশা
জগৎ জোনালীময়,
তোৰ মাতে যেন　　　　মৰ্ত্ত্য-ভুৱনত
অমৃতৰ ধাৰ বয় ।

মধুৰিমাময়　　　　মধু কণ্ঠে তোৰ
মধুৰ সঙ্গীত ঢালে,
মধুৰে মধুৰে　　　　মধুময় কৰি
মাধৱী মাধুৰী খেলে ।

মাধৱী নিশাত　　　　মাধৱী সুন্দৰী
শুনি তোৰ মউমাত,
সুধা-ধৱলিত　　　　হাঁহিটি মাৰিলে
আউজি আমৰ গাত !

নিচেই আজলী　　　　চম্পা আইটিয়ে
মুখৰ ওৰণি দাঙ্গি,
হেঙ্গুলী বৰণ　　　　সানি দুগালত
কইছে কথাটি ভাঙ্গি ।

* পাঠান্তৰ 'চিকোণ' । প্ৰথম তিনি তাঙৰণত 'চিকোণ' ।

লাখৰ বাখৰ মাহৰ ডেকাই
চিকোণ ৰূপটি ধৰি
গীত গাবলই আহ্বানিছে তোক
কত হাবিলাষ কৰি।

মুক্তা ফল যেন হিমবিন্দু পৰি
হাঁহিছে মল্লিকাদল,
সি হাঁহিত যেন শান্তিৰ প্ৰবাহ
ধীৰে ধীৰে বই গ'ল।

হ্ৰদৰ বুকুত জল তৰঙ্গত
হালি-জালি ভেঁট পাহি,
গুচাই মুৰৰ নীলাঞ্চলখনি
মাৰিলে মধুৰ হাঁহি!

প্ৰহেলিকাময় মায়া কণ্ঠে তোৰ
মোহিনী-মোহন সাজে,
বেজাৰ আনন্দ দুয়োটি সুৰেই
একটি সুৰত বাজে!

গাব কিনো গীত উন্মাদিনী সুৰে
নিজম দুপৰ নিশা
চকোৰাৰ তই মৰ্ম্মস্থান ভেদি
মাৰ কি মোহিনী দিশা!

কান্তা-বিয়োগত* বিৰহী চকোৰা
হ'ল বাতুলৰ প্ৰায়,
প্ৰিয়াৰ ভ্ৰমত ডিঙি মেলি মেলি
তোকে যেন জুমি চায়।

বিৰহ সঙ্গীত শুনি তোৰ পখি**
পতি বিৰহিনী কূল,
প্ৰবাসী স্বামীক সুঁৱৰি মনত
নাজানো কি ভাৱ হ'ল।

তাহানিৰ সেই প্ৰেম আলাপন
আনন্দ মিলন প্ৰীতি,
কোমল হিয়াৰ তাঁৰ কেঁডালিত
কি সুৰে জগালি স্মৃতি।

কিনো এনে গীত গাৱ তই পখি**
প্ৰাণ মন কাঢ়ি নিয়া,
যিটি গান শুনি দুখিনীহঁতৰ
উগুল-থুগুল হিয়া?

তোৰ মাত শুনি . প্ৰেমিক জনৰ
কেনে লাগি উঠে মন,
নোৱাৰোঁ বৰ্ণাব কি ভাৱত তাহে
কাক কৰে আৰাধন।

---

* পাঠান্তৰ-কান্তবিয়োগত। মতা চৰাইটোকহে চকোৰা বোলে; গতিকে -কান্তাবিয়োগ অধিক সমীচীন।

** ৪ৰ্থ সংস্কৰণত—পক্ষী।

তোৰ মাত শুনি লাজুকী বোৱাৰী
ৰবলই এবে তাঁত,
হাতৰ মাকোটি হাততেই ৰয়
হেৰায় মুখৰ মাত !

সেইটি সুৰতে জীয়ৰী-ছোৱালী
আপোন পাহৰা হয়,
যঁতৰত থকা মহুৰা-কাঠিটি
যঁতৰতে লাগি ৰয় ।

ৰঙ্গমনে কত প্ৰেমালাপ কৰি
গাভৰু আইটীহঁতে,
হংসিনী খোজত পানী ঘাটলই
গইছিল বাটে বাটে ।

মনে মনে গই দাঁতি কাষৰীয়া
গছ এজুপিৰপৰা,
পূৰ্ণ আবেগত কি সুৰ টানিলি
পৰাণ আকুল কৰা !*

উদাস ভাৱত তোৰ ফাললই
ৰ লাগি চাই ৰ'ল ;
সুলকি পৰিল বাহুকৰনীয়া
খোপাৰ মালতী ফুল !

---

* এইখিনিৰপৰা ইয়াৰ পিছৰ চাৰিটা স্তবক ৪ৰ্থ সংস্কৰণত নাই ; প্ৰথম তিনিটা সংস্কৰণত আছে ।

প্ৰাণ কাঢ়ি ল'ই গুচি গলি তই
কৰিলি চঞ্চল চিত,
চম্পাকলি যেন ভৰিব আঙুলি
ছিগি যায় উজুটিত।

কিন্তু পখি তই এনে গীত গাই
নকৰিবি কাৰো হানি,
বিৰহ ব্যথাৰ চিন্তা ডাৱৰৰ
নেপেলাবি ছায়া আনি।

য'তে ত'তে আৰু গাভৰুক লই
নাগাবি বিৰহ গান,
কোমল প্ৰাণত সাঁচ বছৰাই
নামাৰিবি চোকা বাণ।

—

## তৃতীয় তৰঙ্গ

দেৱী শকুন্তলা কণ্ব আশ্ৰমৰ
ফুলনি মাজত থাকি,
ধুনীয়া ধুনীয়া ফুল কলি লই
গুঁথিছিল এটি চাকি।

তোৰ গীত শুনি আধা গোঁথা হ'ল
উৰুঙ্গা কৰিলি মন ;
আমনজিমনে থাকিল দেহি ঐ
লাহৰি* মইনা কণ!

মালিনী তীৰত দূৰ্ব্বা আসনত
বংমনে বহি দেৱী,
পদুম পাতত আঁকি থইছিল
প্ৰাণ প্ৰতিমাৰ ছবি!

বৰণ সানিব নৌ পাওঁতেই
তুলিলি চিন্তাৰ ঢল,
আঁকি থোৱা ছবি চকুৰ পানীবে
তেনেই বিয়লি গ'ল।

---

* লাহৰী—১মৰপৰা ৩য় সংস্কৰণলৈ।

প্ৰাণৰ লগৰী ঋষি কন্যা দুটি*
প্ৰিয়ম্বদা অনসূয়া,
কত মো বুজনি দিছিল সখীক
তেও নুজুৰালে হিয়া।

ফুলনিত ফুলা জুতি ফুলজুপি
শুকাই লেৰেলি গ'ল,
আধা গোঁথা সেই ফুলৰ চাকিটি
কৰবাতে পৰি ৰ'ল!

স্বামী বিৰহত বিৰহিণী দেৱী
শুনি তোৰ মধু স্বৰ,
মান-অভিমান সকলো নেওচি**
পালেগৈ ৰজাৰ ঘৰ।

সভাৰ মাজত পালে সতী লাজ
ৰাজ প্ৰত্যাখ্যান শুনি,
দাৰুণ শীতৰ প্ৰকোপত যেনে
ম্ৰিয়মানা কুমুদিনী।

অপ্সৰা-দুহিতা অপ্সৰা দেশলৈ
দুখে-শোকে গুচি গ'ল
বিৰহ-বিধুৰা পতিপ্ৰাণা সতী
পতি খিয়ামতে ৰল!

---

* দুটী (১ম সংস্কৰণ)।

** প্ৰথমৰ পৰা তৃতীয় সংস্কৰণলৈ—'নেউচি'

সেই যি দেশত উৰি গই তই
বজালি প্ৰেমৰ বাঁহী,
বিধুৰা প্ৰাণত প্ৰেম-অনুৰাগ
আপুনি জাগিল আহি।

কাতৰ পৰাণে শৰণ মাগিলে
তোক দূতী হই যাব
হৃদি-কন্দৰৰ মৰ্ম্মবাণী যত
প্ৰেমিকক ভাঙ্গি কব।

দেৱীৰ স্তুতিত সন্তোষ চিত্তেৰে
ৰাজভৱনত গই,
গালি কি সুৰত প্ৰেমৰ ৰাগিনী
প্ৰেমিকা বিহগি* তই!

পাহৰি আছিল নিঠুৰ ৰজাই
অপ্সৰা কন্যাৰ কথা;
লনী সুৰ ধৰি ৰজাৰ আগত
জনালি বিৰহ ব্যথা!

যিদিনা দেৱীক দিছিল ৰজাই
প্ৰণয়ৰ প্ৰতিদান,
সেই আঙ্গঠিটি দেখি দুষ্মন্তৰ
উপজিল অভিজ্ঞান।

* বিহগী (৪ৰ্থ সংস্কৰণত)।

জাগিল ৰজাৰ হৃদয়ত সেই
পূৰ্ব্বৰ প্ৰতিজ্ঞা-বাণী ;
আদৰি আনিলে প্ৰাণ প্ৰেয়সীক
কৰিলে হৃদয়-ৰাণী ।

প্ৰণয় পুৰীতো কঞ্চুকীৰ দৰে
গতি তোৰ অনিবাৰ,
তোৰ ইঙ্গিততে নায়ক নায়িকা
লভে সুখ অভিসাৰ ।

নিষধ দেশৰ ৰাজ উদ্যানত
শুনালি যিদিনা গীত,
বৈদৰ্ভী-প্ৰেমত কুমাৰ নলৰ
হ'ল প্ৰাণ বিচলিত ।

হংস দূতে গই দিলে বিদৰ্ভত
কুমাৰৰ পৰিচয়,
ৰূপ লাৱণ্যত মুগ্ধ হই দেৱী
দিলে প্ৰাণ বিনিময় ।

দেৱ কি দানৱ গন্ধৰ্ব্ব কিন্নৰ
মুগ্ধ তোৰ গীত শুনি,
কুবেৰৰ পুৰী অলকা নগৰী
উঠে তাতো প্ৰতিধ্বনি ;

কালাকাল ভেদ নাই তোৰ পখি
　　সুবুজ সংসাৰ নীতি।
কি নো কুক্ষণত যক্ষৰ প্ৰাণত
　　জগালি প্ৰিয়াৰ স্মৃতি।

সঙ্গ সুখ লাভ প্ৰিয়া দৰশন
　　কোমল ওঠৰ বাণী,
উতলা কৰিলে বিৰহী যক্ষৰ
　　কোমল হৃদয়খানি!

প্ৰিয়াৰ* সঙ্গত মত্ত থাকি যক্ষে
　　অৱহেলি নিজ কাম,
প্ৰভুৰ শাপত দণ্ড পাই পাছে
　　ত্যজিলে অলকা ধাম।

শাপভ্ৰষ্ট হই থাকি কিছুদিন
　　ৰামগিৰি আশ্ৰমত,
পিতৃ সত্যব্ৰত পালনৰ হেতু
　　বঞ্চিছিল ৰাম য'ত।

গিৰি পাদদেশ ধৌত কৰি তাত
　　আছে সৰোবৰ এটি,
যি স্নিগ্ধ জলত স্নান কৰিছিল
　　জনক-নন্দিনী সতী।

---

* পাঠান্তৰ 'প্ৰিয়াৰ'। ( ৪ৰ্থ সংস্কৰণ )

সৌন্দৰ্য্য-মালাৰে ভূষিত যি স্থান
শাৰী শাৰী গছ লতা,
পিন্ধিছে পৰ্ব্বতে এধাৰিহে যেন
হিৰণ্ময় গলপতা।

নানা জাতি পখী তোৰ সুৰতেই
গায় কত ঠেও ধৰি,
মৃগ-শিশুবোৰে শুনে ৰই ৰই
কাণ দুটি থিয় কৰি।

দেখি সি সৌন্দৰ্য্য নিৰ্ব্বাসিত যক্ষ
ভাবি ভাবি মোহ গ'ল,
এটি এটি কৰি হৃদয়-পটত
স্মৃতি জাগৰিত হ'ল।

আহাৰ* মাহৰ প্ৰথম দিনত
গিৰি নিতম্বৰ পৰা,
উঠিল ক্ৰমাৎ পুবমুৰা হই
ক'লা মেঘ এচপৰা।

বিৰহ-তাপত ভেই-পুৰি যোৱা
যক্ষৰ হৃদয়-মৰু,
আশা-বাৰি বিন্দু সঞ্চাৰিত হই
মজৰিল প্ৰেম-তৰু।

* পাঠান্তৰ 'আৰাৰ'। (৪ৰ্থ সংস্কৰণ)

কৃতাঞ্জলি হই সম্বোধি মেঘক
কলে যত মৰ্ম্ম কথা,
দূত হই যেন গ'ল মেঘ খণ্ড
আছিল প্ৰেয়সী যথা।

মেঘৰ লগতে উৰি গই দিলি
অলকাপুৰীত জান,
দিলি প্ৰেয়সীক বিৰহী স্বামীৰ
প্ৰণয়ৰ প্ৰতিদান।

অপূৰ্ব্ব তানত যক্ষ-বনিতাৰ
জীৱন সঞ্চাৰ হ'ল ;
প্ৰাণৰ মাজেদি প্ৰীতি-সঙ্গমৰ
সোঁত এটি বই গ'ল।

আশাৰ লহৰি* তুলিলি প্ৰাণত
আনন্দৰ সীমা নাই,
বিৰহী-শয়ন তিয়াগি প্ৰেয়সী
উঠিল চেতনা পাই !

কান্দোতে কান্দোতে হইছিল দেহি
ওড় ফুল যেন চকু ;
তোৰ মাত শুনি সন্তাপ পলাল
শীতল কৰিলি বুকু !

* লহৰী ( প্ৰথম তিনি সংস্কৰণত )।

অমিয়া কণ্ঠত কি মোহিনী শক্তি
আছে তোৰ বিহঙ্গিনি ;
একেটি ভাবৰ মোহিনী সুৰত
পেলালি জগত জিনি ।

প্ৰেম-বিচ্ছেদত যক্ষ যক্ষ-বধূ
হইছিল জৰ্জ্জৰিত ;
অমিয়া কণ্ঠৰ গীত ঝঙ্কাৰত
লভিলে হেৰোৱা বিত ।

তোৰ সুকণ্ঠত বিৰহ মিলন
দুয়োটি সুৰেই মিঠা ;
দেখোঁ যেন দুটি প্ৰেম ফুলকলি
এডালিতে ফুলি উঠা !

নাভাবিবি পখি* কথা এটি সোধোঁ
দিবি সদুত্তৰ মোক ;
কিনো আকৰ্ষণী মন্ত্ৰ মাতি তই
ভুলালি তিনিও লোক ?

যিটি গান শুনি ঋষিৰ আশ্ৰম
হইছিল জলা-কলা ;
সেই সুৰতে নে ৰচে মহাকবি
মহানাট শকুন্তলা ?

---

* পখী ( ৪ৰ্থ সংস্কৰণ ) ।

যিটি গান শুনি বিৰহী যক্ষই
পালে গিৰি চিত্ৰকূট ;
সেই সুৰতে নে কবি-কল্পনাত
ফুটি উঠে মেঘদূত ?

সেই সুৰতে নে পৱিত্ৰ প্ৰেমৰ
দুখনি ধুনীয়া ছবি ;
জ্ঞান-ক্ষীৰোদধি মথি তুলিছিল
সৌন্দৰ্য্য-লোলুপ কবি ?

নিচিনো নাজানো কোন তই পখি
চিন্তাৰ অতীত মোৰ,
কিবা এটি যেন আছে ঐশীশক্তি
ক্ষুদ্ৰ হৃদয়ত তোৰ !

যমুনা-পাৰৰ কদমত পৰি
ঢালি দিলি কিনো প্ৰেম,
তোক পাবলই মাকৰ কাষত
কৃষ্ণই জুৰিলে ভেম !

গীত গাই গাই উৰি গুচি গ'লি
কদম গছৰপৰা ;
যশোদা-নন্দই সাদৰি মাতিলে
তেও যে নিদিলি ধৰা !

ডুনাই মাকত পাতিলে জেউব
কিনো অবুজন কানু ;
চেনেহী মাতৃয়ে সাজি দিলে এটি
ভুবনমোহন বেণু ।

সেইটি সুৰতে কালিন্দী পাৰত
বাজিল মোহন বাঁহী ;
উঠিল আকউ বৃন্দাবনধনি
প্ৰেম তৰঙ্গত ভাহি !

গোকুলৰ যত গোপ গোপ-বধূ
কাতি কৰি লাজ-মান ;
প্ৰেম-সলিলত মজি সকলোটি
কৃষ্ণত অৰ্পিলে প্ৰাণ ।

তোৰ সঙ্গীতত বাঁহীৰ সুৰত
আছে কিবা অভিসন্ধি,
ষোড়শ হাজাৰ গোপিনীক থলি
এভালি তোলেবে বান্ধি ।

নাজানো বিহগি* তোৰ সুকণ্ঠত
আছে কি মোহিনী সুৰ ;
গীতৰ ধ্বনিত হ'ল বিকম্পিত
নগৰ শোণিতপুৰ ।

* বিহগী । ( ৪ৰ্থ সংস্কৰণ )

গালি মাজ নিশা দীপক সুৰত
প্ৰেম-সঞ্চাৰিণী গান ;
কুসুম-কোমলা সৰলা উষাৰ
মোহিত কৰিলি প্ৰাণ ?

সপোন-ৰাজ্যত কুমাৰক দেখি
তেনেই বাউলী হ'ল ;
হৃদয়-দেৱতা কিমতে লভিব
তাৰ ভাৱনাতে ৰ'ল !

পালে যেৱে দেৱী সখীৰ আশ্বাস
প্ৰণয়ৰ সমিধান ;
শুকান মৰুত জলবিন্দু প্ৰায়
হ'ল সঞ্জীৱিত প্ৰাণ।

গীতৰ লহৰি* ধীৰে ধীৰে আহি
মিলি গ'ল দ্বাৰকাত ;
হৃদয়-জুৰোৱা এখনিহে যেন
বহিল প্ৰেমৰ হাট !

প্ৰেমৰ বন্ধন হয় যি সুৰত
মৰ কি অমৰ লোক ;
সেইটি সুৰতে ভুলালি বিহগি
অনিৰুদ্ধ কোঁৱৰক !

* লহৰী ( ১ম তিনি সংস্কৰণত )।

দ্বাৰকা পুৰীলৈ সখী চিত্ৰলেখা
গ'ল কঞ্চুকীৰ বেশে ;
আনিলে উষাৰ হৃদি দেৱতাক
মজালে প্ৰেমৰ ৰসে।

দাম্পত্য প্ৰেমত বান্ধিলে দুইকো
চিত্ৰলেখা দেৱদূতী
দুখনি হিয়াতে ৰই গ'ল যেন
এখনি প্ৰেমৰ স্মৃতি।

প্ৰেমৰ আধাৰ প্ৰেম পাৰাবাৰ
ক্ষুদ্ৰ হিয়াখানি তোৰ ;
প্ৰেমৰ তৰঙ্গ তুলি তালে তালে
জগৎ পেলালি জুৰ !

---

## চতুৰ্থ তৰঙ্গ

সঁচাকৈয়ে তই মৰতৰ এটি
অমূল্য ৰতন খনি,
সুধাকণ্ঠ ৰূপ প্ৰেম-পয়োধিত
উঠে কত হীৰা-মণি !

কিমানক দিছ প্ৰেম-জ্যোতিকণা
আৰু বা কিমানে পাব,
তই গুচি গ'লে আকউ পৃথিৱী
আন্ধাৰতে বুৰ যাব ।

যি শাশ্বত প্ৰেম ঢালিছ ধৰাত
নহব বিলয় তাৰ,
শান্তি জলকণা পান কৰি জীৱে
হব বৈতৰণী পাৰ ।

তোৰ সঙ্গীতত আছে প্ৰেম-মধু
প্ৰেমিক পাগল হয়,
তোৰ সঙ্গীতত নাচে গোপবালা
যমুনা উজাই বয় !

তোৰ সঙ্গীতত আছে প্ৰণয়ৰ
পৱিত্ৰ চানেকি এটি,
সান্ধ্য গগনৰ ফুৰে মেঘদল
বায়ু-সাগৰত উটি।

তোৰ সঙ্গীতত বিজুলী চমকে
মেঘে মেঘে চুমা খায়,
আকাশী ৰথত কৰি বিচৰণ
তোকে যেন জুমি চায়।

তোৰ সঙ্গীতত আছে লয়লাস
নাচে ম'ৰা চালি ধৰি,
তোৰ সঙ্গীতত হাঁহে থুপিতৰা
গগন উজ্জ্বল কৰি।

তোৰ সঙ্গীতত শ্যামল তৃণেৰে
ঠন ধৰি উঠে খেত,
তোৰ সঙ্গীতত ফুলে দিনে-ৰাতি
বিলত পদুম-ভেঁট।

তোৰ সঙ্গীতত ভাগৰ পলায়
পেটত নালাগে ভোক,
মায়াৰ ছলনা নাথাকে সমূলি
নাথাকে সংসাৰ-শোক।

তোৰ সঙ্গীতত মুগ্ধ জীৱদল
নিজক পাহৰি যায়,
কাঠবুকুৱাৰ বুকু শাঁত পৰে
অমৰ জীৱন পায়।

মহাবিশ্ব জুৰি উঠিছে গীতৰ
প্ৰেমৰ সুৱদী তান ;
ভৱ-জলধিৰ যাত্ৰীসকলৰ
জগাই তুলিলি প্ৰাণ।

আহা কি অপূৰ্ব্ব বিশ্ববিমোহিনী*
ধৰিলি গানৰ সুৰ,
সেইটি সুৰতে উটি আহে যেন
এখনি প্ৰেমৰ ভুৰ !

ময়ো যাওঁ ৰ'বি প্ৰেমপুৰী লই
প্ৰেমৰ ভুৰত উঠি,
প্ৰেমময়ে য'ত প্ৰেমৰ প্ৰসাদ
বিলায় মুঠিয়ে মুঠি।

কত ভাগ্যৱন্তে তোৰ প্ৰসাদতে
প্ৰভুৰ প্ৰসাদ পাই
প্ৰেমপুৰী এৰি মায়াপুৰী লই
নাহে ঘূৰি পুনৰায়।

---

* পাঠান্তৰ—বিশ্ববিমোহন ( ১ম তাঙৰণ )।

ভয়েইহে মোৰ জীৱন-লগৰী
হৃদি-বাসনাৰ ধন,
তোৰ লগতেই এৰি থলোঁ মই
মায়াৰ সংসাৰখন।

যি গছৰ তই খাবি প্ৰেম-ফল
মোকো দিবি তাৰে এটি,
নশ্বৰ জীৱন কৰিম অমৰ
বয়সে নিদিব ভাটী*।

যি জুৰিৰ পানী খাবি পিয়াহত
বিন্দু এটি দিবি মোক,
অশান্ত হৃদয়ে সান্ত্বনা লভিব
পলাব পিয়াহ-ভোক।

যি থানত তই থাকিবি সুখেৰে
মোকো দিবি ঠাই তাত,
জুৰাম দেহাটি এখেন্তেক পৰ
ডেউকা তুটিব ছাঁত।

উৰি আপ্‌ৰাণীৰ মৰ্ম্মবাণী যত
ভাঙি কলোঁ পখী তোক,
তোৰেই লগত আলধৰা কৰি
ৰাখিবি সদায় মোক।

---

* ভাটি ( ১ম তাঙৰণ )।

নাজাননে পথী তোৰ সি সঙ্গীতে
কাঢ়ি নিছে মোৰ প্ৰাণ,
কোন স'তে তই এৰি থই মোক
দূৰত গাইছ গান !

সংসাৰৰ তীব্ৰ জ্বালা-যন্ত্ৰণাই
অথিৰ কৰিছে দেহা,
দুখ-ভাগৰত লালকাল দিছোঁ
কিৰূপে বেহাওঁ বেহা !

বিষয়ৰ সুখ, বাসনা-পিয়াহে
শুকালে ডিঙিৰ আঁত,
মৃগ-তৃষ্ণিকাই ধৰে আগভেটি
বিচাৰি নাপাওঁ বাট !

পাপপুৰী এৰি প্ৰেমপুৰীলই
কিৰূপেনো পাৰি যাব,
দিব্য জ্যোতিৰ্ম্ময় মণি-স্যমন্তক
কিৰূপেনো পাৰি পাব !

বাট দেখুৱাই লই যা সাদৰী
নাথাকোঁ ই সংসাৰত,
শত ধাৰা হই প্ৰেম-মন্দাকিনী
সদায় বইছে য'ত ।

## পঞ্চম তৰঙ্গ

শৰৎ আহিল    শেৱালি ফুলিল
খঞ্জনী দিলেহি দেখা,
চাওঁতে চাওঁতে    প্ৰকৃতি-বুকত
পৰিল কালিমা-ৰেখা।

নাম গাই গাই    উৰি গ'ল পখী
দুনাই নাহিল ঘূৰি,
কেতেকী বিহনে    শুদা শুদা যেন
হ'ল আজি মায়াপুৰী।

ক'তনো লুকালি    বুকুৰে বান্ধৈ ঐ
আধৰুৱা গীত গাই,
ডালে ডালে পৰি    বিচাৰি ফুৰিছে
তোৰে সখিয়তী বাই।

নাইঁহে মাধৱী    সুৰভি কুসুম
ৰমকজমক কৰি,
আম্ৰ-কাননত    নাগায় কুলিয়ে
পঞ্চমত সুৰ ধৰি।

কিবা দুখ পালি        উৰি গুচি গ'লি
মমত্ত কি ভাব হ'ল,
তোৰ অবিহনে        মিঠা সুৰটিও
কাঁহপৰি ক্ষীণ গ'ল।

প্ৰকৃতি আইয়ে        সাদৰি মাতিছে
এদিন থাকি যা দেহি!
গাই যা এবাৰ        আধকৰা গীত
কোমল কোলাত বহি।

কিয় গুচি গ'লি        দূৰ দেশলৈ
লগত লগৰী কোন—
ঝিঁঝিঁ-জেওৰা        কিৰূপে চেৰাবি
বহু দুখ পাবি সোণ!

নাযাবি, নাযাবি        সোণাই হেৰেই
কাবৌটি কৰিছোঁ অই,
দগধ হিয়াত        অমিয়া ঢালি দি
শীতল কৰি যা তই;

মাত যেনে মিঠা        নামটিও তেনে
বৰ ভাল পাওঁ তোক,
কই যা, কই যা        মনৰ কথাটি
লগতে লই যা মোক।

বাটৰ ভিকহু দেখি ভুৰা দিলি
নিচিনিলোঁ তোক পখি*
কতনো কৰিলোঁ কাৰউ-মিনতি
তেও নাপাতিলি সখী।

নাছিলি যেতিয়া আছিলোঁ ভালেই
সুবুজিলোঁ চিত্ত তোৰ,
মায়াও এৰিলোঁ তয়ো এৰি গ'লি
কি বিলাই হ'ব মোৰ ?

বুজিলোঁ, বুজিলোঁ দেৱবালা তই
স্বৰগৰ বিদ্যাধৰী,
বিলাব আহিছ নাম-প্ৰেমামৃত
বিহগীৰ ভেম ধৰি।

মানুহে নাজানে স্বৰ্গৰ আদৰ
নাজানে ধৰিব আল,
সেইগুণে তই মানুহৰ লগ
সমূলি নাপাব ভাল।

নালাগে আহিব কাৰলই মোৰ
নিলগতে থাক বাক,
নিলগে নিলগে ঢালিবি অমিয়া
বিলাবি প্ৰেমৰ লাক।

---

* পখী ( ৪ৰ্থ সংস্কৰণ )।

ধন্য পখি* তোৰ বিহগী জনম
ধন্য পখি তোৰ নাম,
সংসাৰ-বনত ভ্ৰমো যত দিন
তোৰে গুণ-গান গাম।

---

* পক্ষী ( ৪ৰ্থ সংস্কৰণ )।

# পৰিশিষ্ট

# কেতেকী

## প্ৰথম তাণ্ডৱণৰ পাতনি

বিশ্ব-জগতৰ সকলো কাৰ্য্য একেটা নিয়মৰ অধীন বুলি প্ৰমাণ কৰিবলৈ জ্ঞানীসকলে যত্ন কৰিব লাগিছে। চিত্ৰত চিত্ৰকৰ নিজে কাৰ্য্যৰূপে পৰিণত হৈ অৱস্থান কৰে। বিশ্ব-জগতৰ সকলো কাৰ্য্যত কিবা এটা ডাঙৰ বস্তু এনেদৰে সোমাই আছে যেন সকলোবিলাক একেডাল সূতাৰেহে সাঙোৰা আছে। সেই বস্তুটোকে বুজিবলৈ, বুজাবলৈ আৰু বৰ্ণাবলৈ দাৰ্শনিক, বৈজ্ঞানিক আৰু কবিৰ সদায় চেষ্টা। কিন্তু সেই মহান বস্তুটো ইমান নিলগত আৰু ইমান ডাঙৰ যে জ্ঞানৰূপ দুৰ্বীণেৰে তাৰ কেৱল এক অংশহে দেখিবলৈ পোৱা যায়। সেই কাৰণেই দাৰ্শনিক, বৈজ্ঞানিক আৰু কবিয়ে নিজ নিজ দুৰ্বীণেৰে সেই বস্তুটোৰ একো অংশহে মাথোন জ্ঞানৰ গোচৰ কৰিব পাৰে।

'কেতেকী'ত দেখুউৱা হৈছে যে, এই জড় প্ৰকৃতিত কেতেকীৰ গীতে পুৰুষৰূপে কাৰ্য্য কৰিব লাগিছে। কেতেকীৰ গীতটি হৈছে জানিবা বৃন্দাবনত বংশীধ্বনি ; পদুম ফুল ফুলাৰ আৰু বুঢ়া লুইতৰ গা উঠাৰ কাৰণ একেটাই— কেতেকীৰ গীত। সেই মাতটিত মুগ্ধ হৈ বিশ্বখনি যন্ত্ৰ চলাদি চলিব লাগিছে। সেই কাৰণেই কবিয়ে যেনিয়ে চাইছে সেই পিনেই কেতেকীৰ গীতৰ কাৰ্য্য-কলাপকেহে দেখিবলৈ পাইছে।

কেতেকীৰ গীতৰ বাহিৰে আন আৰু কিবা আছে বুলি কবিয়ে কোৱা নাই। কবিয়ে সকলোতে এক ভাৱ দৰ্শন কৰিবলৈ যত্ন কৰিছে আৰু সেই এক

ভাৱটি নিজৰ আভৰণেৰে পিন্ধাই-উৰাই কেতেকীৰ গীতৰূপে বৰ্ণনা কৰিছে। বিশেষতঃ এনে গভীৰ তত্ত্ব এইদৰে সজাই-পৰাই নেদেখুৱালে জনসাধাৰণৰ পক্ষে নিৰীক্ষণ কৰা অসম্ভৱ। বিশ্ব ঐক্যৰ ভাৱটো সূৰ্য্যৰ দৰে জ্বলন্ত—মুখামুখীকৈ চাব নোৱাৰি; অইন বস্তুত তাৰ প্ৰতিবিম্বহে মাথোন দেখুৱাব পাৰি। কেতেকীৰ গীততো সেই একে ঐক্যভাৱৰ প্ৰতিবিম্ব এটি দেখুৱা হৈছে।

গুৱাহাটী<br>১৮৩৯ ফাগুন

শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা।

১ম ভাগ, মাঘ ১৮৪১ শক, ৬ষ্ঠ সংখ্যা 'চেতনা' (২৭৬-২৮০ পৃঃ)

## সমালোচনা

# কেতেকী

শ্ৰীৰঘুনাথ চৌধাৰী ৰচিত আৰু গুৱাহাটীৰ কমল এজেন্সিৰ পৰা প্ৰকাশিত।

শ্ৰীযুত ৰঘুনাথ চৌধাৰী ডাঙৰীয়া অসমীয়া সাহিত্যত সুপৰিচিত আৰু তেওঁৰ নিঃস্বাৰ্থ সাহিত্যসেৱা সকলোৰে জনাজাত। সম্প্ৰতি তেওঁৰপৰা 'কেতেকী' বুলি অসমীয়া সাহিত্যত অপূৰ্ব্ব চৰাই কবিতা এটি পোৱা হৈছে। কবিতাটো বৰ সুন্দৰ হৈছে। ইয়াৰ ভিতৰেদি ভাৱ-মন্দাকিনী প্ৰবাহিত হৈছে আৰু ই যে সকলোকে 'তৰঙ্গহস্তৈকৃপগৃহাতিব' কৰিব তাত অলপো সন্দেহ নাই।

কবিতাটোৰ মূল ভাৱ হৈছে কেতেকী চৰাইৰ আগমনত সাগৰৰ জোৱাৰ উঠাত স্ফীতবক্ষা গঙ্গাৰ নিচিনা জড়-চেতন পৃথিবীৰ নৱ-যৌৱন স্ফুৰণ। যদিও পাতনিত কেতেকীৰ গীতক জড়-জগতৰ পুৰুষ কল্পনা কৰা বুলি কোৱা হৈছে, সেইটো ঠিক নহয়। কেতেকীৰ গীত মাথোন কোনোবা 'অপৰূপ সদানন্দ ৰূপ' মানুহে নাজানা পূৰ্ণ জগতৰ আনন্দ উচ্ছ্বাস। কেতেকীৰ মাত জানিবা বসন্তৰ বতাহ, কোন দেশৰপৰা আহি কোন ফালে গুচি যায় তাৰ ইয়ত্তা কৰিব নোৱাৰি। কবিয়ে চৰাই হিচাবে কেতেকীৰ স্বৰূপ কোৱা নাই; তেওঁৰ মনত কেতেকী মাথোন "a voice, a mystery"। এই বিস্ময়ভাবতেই কবিতাটোৰ আৰম্ভণ হৈছে।

ক'ৰপৰা তই আহিলি সোণাই
কোন দেশে যাব উৰি,
কিম্বা ফুৰিছ দূৰ-দূৰণিত
অকলই ঘূৰি ঘূৰি ?

এই বিস্ময় ভাবতেই মগন হৈ কবিয়ে প্ৰথম কুৰি পদত এই নিকৰুণ অসম্পূৰ্ণ সংসাৰৰ লগত এই অভিনৱ চৰাইৰ মাতৰ অমিল দেখুৱাইছে—

বুজিছনে পখি মায়া কাননত
বিহৰিচ তই আহি,
মায়া ভাও ধৰি মায়াবী সকলে
জগাৰ ডিঙিত ফাঁহি?

তাৰ পাছত কবিৰ মন বিস্ময় আৰু সন্দেহেৰে ভৰি পৰিল। পখীটোকো সুৰুঙ্গ, তাৰ মাতৰ লগতো জগতৰ একো সম্বন্ধ বিচাৰি নাপায়। চৰায়ে দুখৰ গীত গাইছে নে কিবা সুখৰ বাতৰি আনিছে? এনেতে কবিৰ মোহ ভাঙিল আৰু মনৰ আবেগেৰে আচল সত্য উপলব্ধি কৰিলে—

'প্ৰেমৰ সোৱাদ বিলাব আহিছ
দেৱদূতী ৰূপ ধৰি!'

কল্পনাৰ তীব্ৰ দৃষ্টিৰে কবিয়ে বুজিলে যে এই শোকপূৰ্ণ সংসাৰত য'ত য'ত সুখৰ জেউতি পৰিছে সেই সকলোবোৰেই কেতেকীৰ গীতৰ ঢৌ মাথোন—

জনপ্ৰাণীহীন মৰু প্ৰান্তৰত
গাই সঞ্জীৱনী গান,
সজাই তুলিলা ঊষৰ ভূমিত
অপৰূপ মৰুস্থান।

চাই থাকোঁতে থাকোঁতে চকু ফুৰাই কবিয়ে দেখিলে যে কেতেকীৰ গীতৰ লগে লগে জগতত এক অপূৰ্ব্ব প্ৰাণৰ সঞ্চাৰ হ'ল। দ্বিতীয় তৰঙ্গত জগতৰ এই নৱ ভাৱ বৰ্ণনাক, ভাৱৰ গৰিমা আৰু ভাষাৰ সৌষ্ঠৱত মহাকবি কালিদাসৰ কুমাৰ-সম্ভৱৰ তৃতীয় সৰ্গৰ বসন্ত বৰ্ণনাৰ লগত তুলনা কৰিলে কোনো ক্ৰমেই অসমীয়া কবিৰ বৰ্ণনাই হীনতা স্বীকাৰ কৰিব নালাগিব। তাৰ উপৰিও অসমীয়া কবিৰ বৰ্ণনাৰ বিষয় বেছি প্ৰশস্ত। কুমাৰৰ বসন্ত হিমালয় পৰ্বতৰ ধ্যানমগ্ন শিৱৰ আশ্ৰমৰ চাৰিওফালে সজীৱ কৰিহে উদয় হৈছিল। অসমীয়া কবিৰ বসন্তৰ হিল্লোলত পৰ্বত, প্ৰান্তৰ, ভূচৰ, খেচৰ এনেকি জল-জগতো বিকম্পিত হৈ উঠিছে।

কবিতাৰ চিত্ৰবোৰ শুনা বা অইন কিতাপৰপৰা ধাৰ কৰি অনা কাল্পনিক

চিত্ৰ নহয়। কবিয়ে নিজৰ কবিতাময় চকুৰে অসমীয়া গাঁওৰে-ভূঁইয়ে, হাবিয়ে-বননিয়ে দেখা চিৰকলীয়া চিত্ৰ মাথোন। এইবোৰত কবিৰ নিৰীক্ষণ শক্তি সুন্দৰভাৱে প্ৰকাশিত হৈছে। গোটেই দ্বিতীয় তৰঙ্গটোৰ ওপৰত এনে এক অপূৰ্ব্ব জেউতিৰ ছটা পৰিছে যে তাৰপৰা পদ উদ্ধাৰ কৰি দেখুৱাটো ফুল ছিঙি ফুলনিৰ সৌন্দৰ্য্য বুজোৱা যেন লাগে। তথাপি ৰীতি অনুসাৰে দুই এটি পদ উদ্ধৃত কৰি দিয়া হ'ল—

দহিকতৰাই প্ৰেমৰ ৰাগীত
বিবিধ ভঙ্গিমা তুলি,
তোৰ সুৰটিকে আওৰাই লই
গাইছে হৃদয় খুলি।
বিলৰ দাঁতিত পানী-খুৱলীত
ডাউকে লগালে মাত,
উঠিল ঝঙ্কাৰ ললিত গীতৰ
মেৰা শৰালীৰ গাত।

নকৈ নোৱাৰি যে সকলো ৰসিক পাঠকৰ গাতেই কবিৰ বৰ্ণনাৰ এই ঝঙ্কাৰ উঠিব। এনে কি—

সি প্ৰেম গীতত বুঢ়া লুইতৰ
ফুলি উঠে ক্ষীণ গা,
সৈকত ভূমিৰ বিবিথত পৰি
ঘূৰাই এবাৰ গা।

আন আন বৰ্ণনাবোৰক কোনোবাই গতানুগতিক বুলি ক'লেও বুঢ়া লুইতৰ গা উঠা কল্পনাতেই কবিৰ গৰীয়সী প্ৰতিভাৰ মৌলিকত্ব প্ৰতিপাদিত হব। ভাদমহীয়া ব্ৰহ্মপুত্ৰৰ ঢলক কেতেকীৰ গীতৰ ভিতৰেদি এডাল বিশ্বজনীন সূতাৰে গাঁথি লোৱা সাধাৰণ কবিৰ কল্পনা নহয়। আকৌ বেছি হৃদয়গ্ৰাহী—

তোৰ মাত শুনি লাজুকী যোৱাৰী
ৰবলাই এৰে তাঁত,
হাতৰ মাকোটি হাততেই ৰয়
হেৰায় মুখৰ মাত!

সেইটি সুৰতে জীয়াৰী-ছোৱালী
আপোন পাহৰা হয়,
যঁতৰত থকা মহুৰা কাঠিটি
যঁতৰতে লাগি ৰয়।

ইয়াকেই বোলে সাহিত্যৰ জাতীয়ত্ব। ইয়াকেই বোলে-'গোষ্পদে নভোমণ্ডলম্'। সাধাৰণ অসমীয়া ঘৰুৱা জীৱনৰ মাজেদি বিশ্ব-জীৱনৰ বিকাশ দৰ্শন, গৰুৰ খোজৰ পানীত সমস্ত নভোমণ্ডৰ প্ৰতিবিম্ব! ইও অসামান্য মৌলিকত্বৰ নিদৰ্শন মাথোন। মৌলিক প্ৰতিভাৰ লক্ষণেই এনেকুৱা যে বৰ্ণিত চিত্ৰবোৰ সদায় স্থানোপযোগী কৰি তোলে। সকসুৱা লেখকসকলৰ দৰে কবিয়ে বোৱাৰীক উপন্যাস, নাটক পঢ়ি থকা বুলি কৈ অজ্ঞাত ভাৱৰ আৱেশত মেলা কিতাপ মেলাই থকা বুলি যদি কলে হয়, তেনেহলে সেইটো ইমান মৰ্ম্মস্পৰ্শী নহ'ল হয়। তাত বাজেও ইয়াত জাতীয় বা স্থানীয় সত্যৰ অভাৱ অনুভৱ কৰিব লাগিলহেঁতেন। যি সমাজত থাকি বা যি সমাজক লক্ষ্য কৰি কবিয়ে কল্পনা চলায়, সেই সমাজৰ আচাৰ-ৰীতিৰ ভিতৰেদিয়ে কবিয়ে নিজৰ চিত্ৰ দেখুৱায়। কৃষ্ণৰ বংশীধ্বনিত গোকুলৰ গোৱালিনীসকলৰ যেতিয়া উথল-মাথল লাগিল, তেতিয়া—

আছিলেক কতো কতো গোপী গাই দুই।
কাণ্ডিয়া আছাৰি যায় বিমোহিত হুই॥
কতোজনী যায় দধি-মথনকো এৰি।
আথাতে থাকিল দুধ চকসৈতে পৰি॥ ( শঙ্কৰদেৱ )

ইন্দুমতীৰ বিয়াৰ পাছত বৰ-কন্যা যেতিয়া বিদৰ্ভ নগৰত সোমাল, কুলাঙ্গনাসকলে কৌতুক-বিবশা হৈ—

জালান্তৰপ্ৰেৰিতদৃষ্টিৰন্যা প্ৰস্থানভিন্নাং নবৱন্ধনীৱীম্
নাভিপ্ৰবিষ্টাভৰণপ্ৰভেণ হস্তেন তস্থাববলম্ব্য বাসঃ [ ৰঘুবংশ ]

অসমীয়া ছোৱালীৰ হাতৰ মাকোটি হাতে়তে যোৱা, গোকুলৰ গোৱালিনীৰ আথাৰ চক আথাতে এৰা, ৰাজধানীৰ ছোৱালীৰ বুকৰপৰা পিছলি যোৱা মেখেলাৰ প্ৰতি অচেষ্টা মৌলিকতা হিচাবে একেশ্ৰেণীৰ কৰিবেই কল্পনা।

তাত বাজেও গৰুৰ খোজৰ পানীত নভোমণ্ডলৰ প্ৰতিবিম্ব পৰাৰ দৰে

পৰিমিত কথাৰে অপৰিমিত ভাব বিকশিত কৰি তোলা শক্তিও প্ৰতিভাৰ বল মাথোন। সেই হিচাবেও অসমীয়া কবিৰ 'হাতৰ মাকোটি হাতজেই বয়,' 'ঘঁতৰত থকা মহুৰা কাঠিটি বতঁৰতে লাগি বয়', 'আঁকি থোৱা ছবি চকুৰ পানীৰে তেনেই বিয়লি গ'ল' ইত্যাদি পদবোৰ প্ৰকাশিকা শক্তিত মহাকবি কালিদাসৰ 'শৈলাধিৰাজতনয়া ন যযৌ, ন তস্থৌ,' 'চিত্ৰাৰ্পিতাৰম্ভমিবস্থিতে,' 'বাষ্পস্তু ন দদত্যেনাং দ্ৰষ্টুং চিত্ৰগতামপি' আৰু ইংৰাজ কবিৰ (Coleridge) 'Like a painted ship on a painted ocean' ইত্যাদি জগদ্বিখ্যাত পদবোৰৰ লগত যথাৰ্থভাৱে বিজাব পাৰি।

মুঠৰ ওপৰত গোটেই দ্বিতীয় তৰঙ্গটো অভিনৱ সৌন্দৰ্য্যৰে ভৰপূৰ। তৃতীয় তৰঙ্গত প্ৰকৃতিৰ নৱজীৱন-প্ৰভাত দেখি জানোবা নিজৰেই কিবা ভ্ৰম হৈছে, এই বুলি কবিয়ে অতীত জগতত ইয়াৰ কিবা অভিব্যক্তি আছে নে নাই বিচাৰিব ধৰিলে। কল্পনা-চকুৰে তাতো দেখিলে যে শকুন্তলা দেৱীয়ে—

মালিনী তীৰত দুৰ্ব্বা আসনত
বন্নমনে বহি দেৱী,
পদুম পাতত আঁকি থৈছিল
প্ৰাণ-প্ৰতিমাৰ ছবি।
বহুৎ শানিৰ নৌ পাওঁতেই
তুলিলি চিন্তাৰ ঢল,
আঁকি থোৱা ছবি চকুৰ পানীৰে
তেনেই বিয়লি গ'ল।

সেই একে গীতৰ টানতেই বিদৰ্ভৰ দময়ন্তী, শোণিতপুৰৰ উষাদেৱী, অলকাৰ নবোঢ় যক্ষ আৰু গোকুলৰ গোপীসকলে 'প্ৰেমসলিলত মজি' নিজ নিজ হৃদয়-দেৱতাত আত্ম-সমৰ্পণ কৰিলে।

অসমীয়া কবিৰ চিনিনা চৰাইৰ একে গীতৰ সুৰতেই মুগ্ধ হৈ তৰুণ ইংৰাজ কবি কীটচেও (Keats) অতীতত সেই একেই জীৱনৰ স্পন্দন অনুভৱ কৰিছিল।

Perhaps the selfsame song that found a path, Through the sad heart of Ruth, When sick for home she stood in tears amid the alien corn....... .

চতুর্থ তৰঙ্গত কবিয়ে দেখিলে যে কেতেকীৰ গীতৰ ঝঙ্কাৰত কেৱল অতীত আৰু তেওঁৰ চাৰিওফালেই সম্মোহিত হোৱা নাই, ভূত-ভবিষ্যৎ, তল-ওপৰ সকলোকে ছানি এক বিশাল জীৱন-সোঁত প্ৰবাহিত হৈছে—

'তোৰ সঙ্গীতত বিজুলী চমকে
মেঘে মেঘে চুমা খায়।'
'সান্ধ্য গগনৰ ফুৰে মেঘদল
বায়ু সাগৰত উঠি।'
'তোৰ সঙ্গীতত নাচে গোপবালা
যমুনা উজাই বয়।'

কবিৰ মনত প্ৰথমৰ পৰাই যে 'আছিলোঁ মগন মোহ টোপনিত, নাছিল চেতনা জ্ঞান' ইত্যাদি ধৰণৰ এক সমস্যা চলিছিল—সচৰাচৰ দেখি থকা জগতখনেই সত্য নে পখীৰ গীতত মুকলি হোৱা জগতখনেই সত্য! ব্ৰহ্মাণ্ডজুৰি এক বিৰাট চৈতন্য প্ৰবাহ দেখি সন্দেহ ভাঙি গ'ল। কবিয়ে আচল সত্য ৰাজ্যত প্ৰৱেশ কৰিবলৈ সাজু হ'ল—

'তোৰ জগতেই এৰি থলোঁ মই
মায়াৰ সংসাৰখন।'

কিন্তু চাই থাকোঁতে থাকোঁতেই পঞ্চম তৰঙ্গত আহি আকৌ বিষাদৰ ছায়া পৰিল। চকুৰ আগতে পখি অন্তৰ্হিত হ'ল, কবিৰ বিৰাট বিশ্বৰ সপোন ভাঙি গ'ল, আকৌ আহি—

"চাওঁতে চাওঁতে প্ৰকৃতি বুকুত
পৰিল কালিমা ৰেখা।"
"কেতেকী বিহনে শুদা শুদা যেন
হ'ল আজি মায়াপুৰী।"

ওপৰত কোৱা আৰু তাত বাজেও অইন অইন গুণেৰে বিভূষিত হ'লেও, ঠায়ে ঠায়ে, বিশেষত তৃতীয় তৰঙ্গত কবিতাটো অযথা বাহুল্য দোষেৰে দূষিত হৈছে। পুৰণি কাব্যৰ নায়িকাসকলৰ কথা কবিতাটোৰ লগত যিখিনিৰ মিল আছে সেইখিনি উলুকিয়াই থৈ বাকীখিনি পুৰাবলৈ পাঠকসকলক ভাৰ দিলেই ভাল আছিল। তাকে নকৰি কবিতাটোৰ ভিতৰতেই গোটেইটো ঘটনা কবলৈ

পোহৰাত মুক্ত চন্দ্ৰতকৈ মেঘৰ আঁৰত থকা চন্দ্ৰৰ যি শোভা সেই শোভা নাই হৈছে। তাত বাজেও ভাৱৰ অযথা বেগভঙ্গ হৈছে। পৰিমিত আহাৰেই শৰীৰৰ বল, পৰিমিত কথাই কবিতাৰ শক্তি। অনৰ্থক বাগাড়ম্বৰ বেকেৰীৰ দৰে কবিতাত সুমুৱায়।

প্ৰথম তৰঙ্গও নিৰ্দোষ নহয়; প্ৰথমতঃ পদৰ আধিক্য হৈছে। দ্বিতীয়তঃ ঠায়ে ঠায়ে ভাৱৰ গভীৰ বৈষম্য ঘটিছে। যেনে, পখিটো যে কি বস্তু, তাৰ মাতবেই বা কি মৰ্ম ইত্যাদি প্ৰশ্ন উঠি থাকোঁতেই কবিয়ে কৈ পেলালে—

যদিওবা পখি ক্ষুদ্ৰ জীৱ তুই
শৰীৰৰ শক্তি ক্ষীণ,
কিন্তু সি শক্তিত বিশ্ব প্ৰেমৰস
বই থাকে ৰাতি দিন!

এই দৰৰ বিষম পদ ঠায়ে ঠায়ে আৰু আছে। কবিতাটো যেনে উচ্চ শ্ৰেণীৰ ধৰণৰ সেই অনুপাতে ই নিৰ্দোষ হোৱাটো সম্পূৰ্ণ বাঞ্ছনীয়।

উল্লিখিত দোষবোৰ এৰি দি মুঠৰ ওপৰত কব লাগিলে আধুনিক অসমীয়া সাহিত্যৰ কবিতাবিলাকৰ ভিতৰত বেকেৰীৰ ঠাই সকলোতে শিৰত।

পৰিয়ালটোৰে সৈতে বাসত্তৰজন মাত্র মানুহ লগত লৈ কুফা অভিমুখে যাত্রা কৰিলে।

সিফালে এজিদে কুফাবাসীসকলৰ ষড়যন্ত্ৰৰ কথা জানিব পাৰি সেনাপতি ওবেদোল্লাক সেই ষড়যন্ত্ৰ ভাঙি দিবলৈ পঠালে। সেই ষড়যন্ত্ৰ ভাঙি দিবলৈ ওবেদোল্লাৰ বেচি সময় নেলাগিল। মহাত্মা হুচেনে কুফা অভিমুখে যাত্রা কৰি অহা কথা জানিব পাৰি এহেজাৰ সৈন্যৰে সৈতে সেনাপতি হাৰোক মহাত্মা হুচেনক বন্দী কৰিবলৈ পঠাই দিলে। সিহঁত আহি "কাৰবালা" নামেৰে ঠাইত মহাত্মা হুচেনক আগ ভেটি ধৰিলেহি। এনেতে সেনাপতি ওমৰেও হাৰোক সহায় কৰিবলৈ চাৰি হাজাৰ সৈন্য পঠিয়াই দিলে। সেয়ে পাঁচ হাজাৰ সৈন্যৰে সৈতে হাৰোৱে আহি মহাত্মা হুচেনক সেনাপতি ওবেদোল্লাৰ আদেশ জনালেহি। বিপুল শত্রু সৈন্যৰ আগমনত আৰু মিত্র সৈন্যৰ অদৰ্শনত মহাত্মা হুচেনে কুফাবাসীসকলৰ বিশ্বাসঘাতকতাৰ কথা বুজিব পাৰি কিংকৰ্ত্তব্য বিমোৰ হ'ল। অৱশেষত তেওঁ মক্কালৈ উভতি যোৱাৰ প্ৰস্তাৱ কৰিলে। ওমৰে এই প্ৰস্তাৱত ওবেদোল্লাৰ কি মত জানিবৰ কাৰণে দূত পঠাই দিলে। ওবেদোল্লাই দূতৰ আগত কৈ পঠিয়ালে যে—"ইউফ্ৰেটিচ নৈৰ পাৰত সৈন্য শিবিৰ স্থাপন কৰি হুচেনৰ পানী সংগ্ৰহ কৰা বাট বন্ধ কৰি দিয়া, আৰু এজিদৰ বশ্যতা অস্বীকাৰ কৰিবলৈ তেওঁক বাধ্য কৰা, তাৰ পাচতহে সন্ধিৰ প্ৰস্তাৱ বিবেচনা কৰা যাব।" ওমৰে ওবেদোল্লাৰ আদেশ অনুসাৰে মহাত্মা হুচেনৰ পানী সংগ্ৰহ কৰা বাট মাৰি দিলে। অলপ পৰ পাচতেই মহাত্মা হুচেনৰ শিবিৰত পানীৰ কাৰণে হাহাকাৰ লাগি পৰিল। তথাপি বীৰ শ্ৰেষ্ঠ মহাত্মা হুচেনে পাপাত্মা এজিদৰ বশ্যতা স্বীকাৰ নকৰিলে। দুৰাচাৰ খলিফা এজিদে কূটমন্ত্রী মাৰৱানৰ সৈতে নানান ৰকমৰ পৰামৰ্শ কৰি মহাত্মা হুচেনক কোনো ৰকমেই বশ্যতা স্বীকাৰ কৰাব নোৱাৰি অৱশেষত নিৰ্ম্মম আৰু কঠোৰতম আদেশ প্ৰচাৰ কৰিলে। সেই আদেশৰ ফল পাঠক-সকলে "কাৰবালা" গ্ৰন্থত দেখিবলৈ পাব।

৬১ হিজৰীৰ মহৰম মাহৰ ১০ তাৰিখে বীৰশ্ৰেষ্ঠ মহাত্মা ইমাম হুচেনে মাত্র বাসত্তৰজন লগৰীয়া পুৰুষেৰে সৈতে পাঁচ হাজাৰ বিপক্ষ সৈন্যৰ লগত তুমুল সংগ্ৰাম কৰি জগতবাসীৰ আগত বীৰত্বৰ যি উজ্জ্বল চানেকি থৈ গৈছে

পৃথিৱীৰ ইতিহাসত তাৰ দ্বিতীয় দৃষ্টান্ত নাই। জগতৰ মুচলমানে এই শোকাবহ দুৰ্ঘটনাক সুঁৱৰি সুঁৱৰি ইমাম বংশৰ স্বৰ্গীয় আত্মাসকলৰ মঙ্গল কামনা কৰি ৰোজা নামাজ আদি ধৰ্মকৰ্ম্মেৰে এই ঘটনাক "মহৰম" নামেৰে অভিহিত কৰি থলে।

এম. মোছলেহউদ্দিন আহমদ

# কাৰবালা

## প্ৰাকৃতিক দৃশ্য

হে দেবি ! অনন্তৰূপা, বিশ্ব বিমোহিনী
মায়াময়ী মৰুবালা অনন্ত বিস্তাৰি
আহা কি অপূৰ্ব্ব ধৰিছা মোহিনী-ৰূপ !
মানৱ দৃষ্টিৰ সীমা ব্যাপে যতদূৰ
কেৱল বালিৰে ভৰা দিক-দিগন্তৰ,
প্ৰস্তৰ কঙ্কৰময় মৰুভূমিখনি ।
কিন্তু দেবী ! তোমাৰ ই সুবিশাল বুকু
কৰিছে বঞ্চিত কিয় প্ৰীতি সুখকৰ,
সৌন্দৰ্য্য সুষমাৰাশি ৰম্য প্ৰকৃতিৰ !
বহুজীৱ সমাকীৰ্ণ নিবিড় আলয়,
অভ্ৰভেদী গিৰিমালা, উচ্চ শৃঙ্গ তুলি
কৰা নাই কিয় নিজ মহত্ত্ব বিস্তাৰ ?
কিংবা নেদেখোঁ আৰু গিৰি নিতম্বত
শিখৰ তৰঙ্গমালা, মুক্ত কেশ দাম !
বল্লৰী বেষ্টিত কুঞ্জ বিতানে বিতানে
সুবাসিত কুসুমিত কুসুম স্তবকে,
কৰা নাই কিয় বাৰু সৌন্দৰ্য্য বৰ্দ্ধন ?
শ্যামল বিটপীৰাজি ফলৰ ভৰত
হোৱা নাই অৱনত ! সুশুনো কি হেতু

বিচিত্ৰ বৰ্ণৰ কলকণ্ঠী বিহঙ্গৰ
মধুৰ অস্ফুট ধ্বনি ? বিবিধ সুৰত
হোৱা নাই মুখৰিত নিকুঞ্জ কুটীৰ !
কোৱাচোন বাৰু, স্বাভাৱিক সৌন্দৰ্য্যৰ
ৰূপ লাৱণ্যই তোমাৰ বুকৰ পৰা
লইছে বিদায় কিয় চিৰদিনলই ?
হতাশৰ দীৰ্ঘশ্বাস দীৰ্ঘ দিন ধৰি
কাঢ়ি আছা অহৰহ উদাস ভাৱত !
গাইছা নিৰ্ম্মম সুৰে, প্ৰাণ উন্মাদিনী
ভীতি সঞ্চাৰিণী গীতি 'হাঁয় হাঁয়' ৰবে !
নিৰাশাৰ সহচৰী প্ৰেতিনীসকলে
কৰিছে তাণ্ডৱ নৃত্য বিবিধ ভঙ্গিৰে,
অসহায় জীৱকুল সংহৰণ হেতু
বলিছে প্ৰচণ্ড বেগে ৰাক্ষসী 'চামুম'।
মাৰ্ত্তণ্ড ময়ূখ মালা দিগন্ত বিয়পি
জ্বলন্ত অগনি শিখা আছে জিভা মেলি
তৰুতৃণ লতাহীন ঊষৰ ভূমিত।
উত্তাল তৰঙ্গ তুলি মহা সিন্ধু যেন
কৰিছে আনন্দে নৃত্য শত বাহু মেলি,
ঠায়ে ঠায়ে আছে কত শোভি, মায়াৰূপা—
স্ৰোতঃশীলা তৰঙ্গিণী। তৰঙ্গে তৰঙ্গে
মোহন নৰ্ত্তনে যেন বিশ্ব বিমোহিনী
খেলিছে বিবিধ খেলা। কত পথভ্ৰষ্ট
হতভাগ্য প্ৰৱেশিছে দলে দলে তাত।

---

চাইমুম—আৰব দেশৰ মৰুভূমিৰ ওপৰেদি বলা একপ্ৰকাৰ বিষাক্ত তপত ধুমুহা।

তৃষ্ণাৰ্ত্ত আতুৰ মোহমুগ্ধ জীৱদল ;
তীব্ৰ যাতনাত পৰি মৰ্ম্মভেদী সুৰে
বিচাৰি ফুৰিছে পানী। কিন্তু মিছা আশা,
সকলো যে জলভ্ৰম ! তপত বালিত
প্ৰখৰ কিৰণকণা কৰি তিৰবিৰ,
দূৰ পথ ভ্ৰান্ত শ্ৰান্ত পথিক দলক
ওপজাই দিছে মাত্ৰ চিত্তত বিভ্ৰম।
সকলো যে মায়াময়ী মৰীচিকা লীলা !
সংসাৰৰ মায়ামোহ স্নেহ মমতাৰ,
বান্ধ ছিঙি অকালতে, তোমাৰ কোলাত
সামৰি জীৱন লীলা লভিছে বিশ্ৰাম
চিৰদিনলই। শৰীৰ ৰোমাঞ্চ হয়
দেখি সেই ছায়াবাজী শ্মশান ক্ষেত্ৰত।
যদিওবা ভয়াবহ ঘটনা ৰাশিৰে
বান্ধ খাই আছে তথু তপ্ত বুকুখনি ;
কিন্তু সিক্ত সদা কোৰাতৰ স্নিগ্ধজলে
বেলাভূমি খনি। সুন্দৰ শ্যামল তৃণে
শোভি আছা তুমি কাৰবালা "কাৰবালা"।
কোনে সৰজিলে, কোন তেওঁ বিশ্বপিতা ?
কি দোষ বা কৰিছিলা অভাগিনী তুমি,
বিজনৰ কটাক্ষত চিৰ দগ্ধ হই
ভুগিছিলা বহুকাল নিগ্ৰহ যাতনা ?
যদিও দুখৰ বোজা লইছা বুকুত
অহৰহ, কিন্তু নাই আৰু সেইদিন ;
উকলিছে কৰ্ম্মভোগ, লভিছা সান্ত্বনা।

---

কোৰাত—ইউফ্ৰেটিচ নৈ বছুল—ঈশ্বৰ প্ৰেৰিত

কোনেবা তোমাক দেখি ! শাপ-মুক্ত কৰি
মচি দিছে হৃদয়ৰ কলঙ্ক কালিমা !
দাশৰথি পাদস্পর্শে অহল্যা পাষাণী
পালে যেন মোক্ষ ধাম ; লভিলে মুকুতি
তাড়কাৰ লীলা ক্ষেত্ৰ দণ্ডক কাননে।
ধন্যা তুমি ভাগ্যবতী আৰব জীয়াৰী।
তোমাৰ কোলাতে 'ৰছুলৰ' প্ৰিয় নাতি
পবিত্ৰ এমাম বংশে ধৰ্ম্ম যুদ্ধ হেতু
দিছে আত্ম বলিদান আনন্দ মনেৰে।
গৌৰৱ মুকুট পিন্ধি তুলি উচ্চচূড়া
জিলিকিছে হুচেনৰ সমাধি মন্দিৰ।
কত দেশ বিদেশৰ লক্ষ লক্ষ প্ৰাণী
কৰিছে জীৱন ধন্য লভি দৰশন।
বিভীষিকাপূৰ্ণ স্থান জন কোলাহলে—
মুখৰিত আজি ! দেৱী কাৰবালা, তুমি
মৰুময় কায়া শুচি হ'লা ধৰ্ম্মক্ষেত্ৰ।
বিষাদ কাহিনী স্মৃতি এমাম বংশৰ
ধৰিছা বুকুত দেৱী কত যুগ ব্যাপি !
মোচলেম জগতত কোটী কণ্ঠ ভেদি
উঠিছে সি প্ৰাণস্পৰ্শী 'মৰচিয়া' গীত ;
আজিও করুণ-সুৰে গাইছে বুৰঞ্জী।
পৰিলে মনত সেই দূৰ অতীতৰ
হৃদয় বিদৰা স্মৃতি করুণ কাহিনী ;
বিষাদৰ অশ্ৰুজলে তিতি যায় বুকু।

---

মৰচিয়া—শোক কবিতা

# হাচান বধ

'দামস্কচ' অধিপতি পাপাত্মা এজিদে—
'লভিব নেতৃত্ব পদ ইছলাম ধৰ্ম্মৰ ;
একছত্ৰী ৰজা বুলি কৰিব ঘোষণা
পুণ্য ভূমি মদিনাত। এমামৰ বংশ
সমূলে নিৰ্ম্মূল কৰি লভিব অচিৰে
জয়নাব সুন্দৰীক। পাপ বাসনাৰ
কুহক জালত পৰি মাবিয়া-নন্দনে
ইছলাম ৰাজ্যত কিনো ঘটালে প্ৰলয় !
বোৱালে শোণিত ধাৰা আৰব বালিত।
সুন্দৰীৰ সৌন্দৰ্য্যৰ ৰূপ লালসাত
বিয়াকুল হই ধৰ্ম্ম কৰ্ম্ম পাপ ভয়
সকলো মনৰ পৰা দিলে বিসৰ্জ্জন
পাপাত্মা এজিদে। কৰিলে প্ৰতিজ্ঞা ঘোৰ—
"যি ছল কৌশলে হক লভিম নিশ্চয়
অপূৰ্ব্ব সুন্দৰী জয়নাব বেগমক।
যায় যদি দামস্কচ ৰাজ সিংহাসন,
বিপুল সম্পত্তিপূৰ্ণ ৰাজ কোষাগাৰ,
কিম্বা যদি হ'ব লাগে পথৰ ভিখাৰী
নহওঁ কুণ্ঠিত ভাভো নকৰোঁ বেজাৰ ;

ইছলাম—ঈশ্বৰ নিৰ্ভৰ

তথাপি এদিন জয়নাব সুন্দৰীক
বহুৰাম এজিদৰ হৃদ্ আসনত।
এয়ে মোৰ জীৱনৰ সংকল্প প্ৰধান।
মাৰোৱান সহ, কৰোঁ যুক্তি-পৰামৰ্শ
যাতে শীঘ্ৰে হেলাৰঙ্গে কাৰ্য্য সিদ্ধি হয়।"
কূট মন্ত্ৰী মাৰোয়ানে অতি গুপ্তভাবে
পাতিলে বিষম ফন্দী মদিনাত গই।
পাপকাৰ্য্যে লিপ্ত সদা অতি দুশ্চৰিত্ৰা
মায়মুনা নামে এটি নাৰীৰ সহায়ে,
হাচানৰ প্ৰিয়তমা পত্নী জায়েদাক
দিলে বহু আশা! "যদিহে বধিব পাৰা
হজৰত হাচানক বিষ প্ৰয়োগেৰে,
তেন্তে হ'বা তুমি বাদছাহ এজিদৰ
মুখ্য পাটৰাণী।" কি ভীষণ ষড়যন্ত্ৰ!
হায় স্বাৰ্থ, কি যে তোৰ মহীয়সী শক্তি!
এনে কি দুৰূহ কৰ্ম্ম আছে জগতত
যিটো কৰ্ম্ম তোৰ পৰা নহয় সাধন!
তোৰ ই নিগূঢ় তত্ত্ব অদ্ভুত ৰহস্য
কোনেবা বুজিব পাৰে কাৰ এনে সাধ্য!
সকলো যে লীলাময় লীলা ঈশ্বৰৰ।
নাজানো যে কি উদ্দেশ্য সাধনৰ হেতু,
বিশ্ব বাজীকৰে সংসাৰ হাটত বহি
খেলিছে বিবিধ খেলা অতি কৌশলেৰে।
আশা, হে ছলনাময়ী কল্পনা সুন্দৰী
কৰিছাহি জায়েদাৰ হিয়া অধিকাৰ।

তোমাকে সাৰটি লই শূন্য মণ্ডলত,
ভাঙিছে গঢ়িছে কত নিতৌ নতুন
ৰমণীয় সৌধমালা। হীৰক মণ্ডিত
দুগ্ধফেণনিভ স্বৰ্ণময় পালঙ্কৰ
কল্পনা শয্যাত, মহানন্দে শুই যেন
ভাবিছে আপুনি ; "সহচৰী মায়মুনা
শুনালে অপূৰ্ব্ব কথা। যদি সত্য হয়,
তেনেহলে জায়েদাৰ ভাগ্য আকাশত
উদিব চন্দ্ৰমা। ভুগিম কত যে সুখ
দামেস্কত গই! হ'ম ৰাজ ৰাজেশ্বৰী
বাদছাহ এজিদৰ ৰাজ ভৱনত?
এনে স্বৰ্গ সুখ ভোগ মোৰাবোঁ এৰিব।
হাচান, হাচান কোন ; জায়েদাৰ স্বামী?
নহয়, নহয়, নহয়, নিশ্চয় তেওঁ!
সঁপি দিছে অৰ্দ্ধ অঙ্গ অতি প্ৰিয়তমা
প্ৰধানা মহিষী, হাচানে বাণুক ; অৰ্দ্ধঅঙ্গ
কৰিছে অৰ্পণ ৰূপহী তৰুণী ভাৰ্য্যা
জয়নাব সতিনীক। সামান্য সেবিকা,
দুখিনী জায়েদা উপেক্ষিতা সকলোৰে।
পতিৰ প্ৰণয় সুখ সম্ভোগৰ পৰা
লাঞ্ছিতা বঞ্চিতা পৰিণয় দিন ধৰি।
সতিনীৰ অত সুখ অত ভালপোৱা
অভাগিনী জায়েদাই কিৰূপে সহিব!
অসহ্য, অসহ্য, উস্ চিন্তা জুয়ে মোৰ
কৰিছে হৃদয় দগ্ধ নাপাওঁ সান্ত্বনা।
গুপ্ত আশা চৰিতাৰ্থ কৰিম অচিৰে

যি উপায়ে হক। বধিম আপোন হাতে
আপোন স্বামীক, কৰিলোঁ জীৱন পণ।
হৃদয় গুহাৰ নিহিত বাসনা ৰাশি
পূৰাম অচিৰে। লভিম বাঞ্ছিত ফল
'বাদছাহ নামদাৰ' এজিদৰ পৰা।
যাওঁ, সৌৱা মায়মুনা অপেক্ষিছে মোক।"
হৃদয়ত অসম্ভৱ বহু আশা লই
দ্রুতগতি পহুলিৰ বাজ হই গ'ল।

পুণ্যশ্লোক হাচানৰ কণ্ন অৱস্থাত
ৰাখিছিল অতি যত্নে সতী জয়নাবে
নির্ম্মল ফটিক জল 'ছোৰাহী' ভৰাই।
পাপীয়সী জায়েদাই অতর্কিতে আহি
বিষাক্ত হীৰক চূর্ণ কৰিলে মিশ্রিত
সুৰক্ষিত 'ছোৰাহীৰ' পবিত্র জলত।
তৃষ্ণা দূৰ কৰোঁ বুলি এমাম হাচানে
খালে বিষমিশ্র জল। অনুক্রমে হায়
শৰীৰ বিবর্ণ হ'ল। মহাত্মা হাচানে
বুজিলে সকলো কথা যিৰূপে ঘটিল।
ততালিকে মাতি আনি পত্নী জায়েদাক
জ্ঞানগর্ভ উপদেশ দিলে ভালেমান।
"প্রেয়সী জায়েদা, ৰিপুৰ বশত তুমি
জ্ঞান শূন্য হই আচৰিলা অসম্ভৱ
মহাপাপ কর্ম্ম। নিদিওঁ তোমাক দোষ
সকলো অৱশ্যম্ভাবী, বিধিৰ বিধান
কোনেবা খণ্ডাব পাৰে কর্ম্মফল ভোগ!

---

ছোৰাহী—পানী থোৱা এবিধ দীঘল ডিঙীয়া সৰু কলহ

তুমি উপলক্ষ্য মাত্র, নিয়তিৰ কাৰ্য্য
সাধিব নিয়তি যিৰূপে সাধন হয়।
কাল পূৰ্ণ এবে মোৰ মাগিলোঁ বিদায়,
নকৰিবা ভয় শঙ্কা, ক্ষমিলোঁ সকলো,
ঈশ্বৰৰ ওচৰতো চাম ক্ষমা ভিক্ষা।"
এনেতে হুচেন গৈ হ'ল উপস্থিত।
আকস্মিক দুৰ্ঘটনা দেখি হুচেনৰ
হৃদয় ব্যথিত হ'ল। অতি ব্যগ্ৰভাৱে
সুধিলে গোপনে, "দেৱ, কোৱাচোন বাক
কোন সেই চয়তান, কাৰ চক্ৰান্তত
অকালতে হেৰুৱালা অমূল্য জীৱন,
ল'ম তাৰ প্ৰতিশোধ।" ক'লে হাঁহি মুখে
মহান উদাৰ চেতা ধাৰ্ম্মিক হাচানে
ভ্ৰাতৃ হুচেনক। "অন্তৰেৰে যাক মই
কৰিছো সন্দেহ, সঁচা যদি আছে তেওঁ
ই পাপত লিপ্ত; তেনেহ'লে সিজনক
উচিত্ত বিচাৰ কৰি শাস্তিৰ বিধান
দিব অচিৰাৎ, প্ৰভু পৰম ঈশ্বৰে।
কিম্বা যদি অপৰাধী নহয় সিজন,
তেনেহলে তুমি মোৰ ভ্ৰম বিশ্বাসত
আস্থা ৰাখি নিৰ্দোষীক নোৱাৰা দণ্ডিব।
সমূলি তোমাৰ তাত নাই অধিকাৰ।"
ক্ষমাৰ কি অকৃত্ৰিম জ্বলন্ত আদৰ্শ!
দেখোঁতে দেখোঁতে হায় ত্যজি ভৱধাম
গুচি গ'ল পুণ্য আত্মা পুণ্য ধামলৈ।
মেঘাবৃত আৰবৰ ভাগ্য গগনত,

অপূৰ্ব্ব জ্যোতিৰে কৰিছিল জ্যোতিৰ্ম্ময়
এমাম যুগল ভৰা। অকালতে হায়,
তাৰে এটি পুণ্য ভৰা কক্ষচ্যুত হই
কৰিলে আৰব ভূমি নিষ্প্ৰভ মলিন।
হজৰত হাচানৰ মৃত্যুৰ সংবাদ
বিয়পিল চতুৰ্দ্দিশে। শুনি প্ৰজা পুঞ্জে
বজ্ৰৰ সদৃশ বাণী হ'ল মৰ্ম্মাহত।
কিন্তু দামেস্কত উঠিছে আনন্দ ধ্বনি।
ৰাজ্য অভিষেক ক্ৰিয়া মহা সমাৰোহে
হইছে সম্পন্ন। চৰ্ব্ব্য, চোষ্য, লেহ্য, পেয়,
আৰু কত উপাদেয় পঞ্চ মকাৰৰ,
চূড়ান্ত সম্ভোগ ক্ৰিয়া অৱলীলা ক্ৰমে
চলিছে ৰাজ্যত। ৰাজ সিংহাসনে বহি
ৰাজদণ্ড হাতে ধৰি পাপাত্মা এজিদে
কৰিছে প্ৰচাৰ, 'মোচলেম জগতত
পৱিত্ৰ ধৰ্ম্মৰ একমাত্ৰ ধৰ্ম্ম নেতা,
বাদছাহ নামদাৰ ভূপতি এজিদ'।
শুনি ই নিৰ্ঘাত বাণী বজ্ৰৰ সদৃশ
সাধু সভাসদ বৰ্গে চিন্তিলে মনত
ভৱিষ্যত অমঙ্গল বিপদ আশঙ্কা।
হৰিষে বিষাদে যেন হ'ল মৃতপ্ৰায়।
মনৰ আক্ষেপ যত ৰাখি গুপ্তভাৱে
সকলোৱে সমস্বৰে দিলে জয়ধ্বনি।
এনেতে জায়েদা আৰু দুষ্টা মায়মুনা,
অতি দ্ৰুত পদে গই হ'ল উপনীত
দৰবাৰ ভৱনত। হাঁহি মুখে গই

এজিদৰ ওচৰতে বহিল জায়েদা।
শুভ্ৰকেশী মায়মুনা কাৰুকাৰ্য্য যুক্ত
আসন এখনি অধিকাৰ কৰি ললে।
চকিতা হৰিণী হেন চঞ্চল দৃষ্টিৰে
চাই ৰ'ল সমবেত সভ্যমণ্ডলীক।
নৰকৰ বিভীষিকা চিত্ৰ, দুয়োটিৰে
মুখ-দৰ্পণত যেন হইছে বিম্বিত।
অপূৰ্ব্ব ৰমণী মূৰ্ত্তি দেখি অকস্মাৎ
চিন্তিত, স্তম্ভিত, ৰাজ সভাসদগণ।
ভভালিকে থিয় হই চতুৰ এজিদে
কলে ভৰ সমাজক। "সভাসদগণ,
দৰবাৰ ভৱনত নাৰী মূৰ্ত্তি দেখি
সকলো প্ৰকৃতিপুঞ্জ মানিছা বিস্ময়!
কওঁ শুনা মোৰ পূৰ্ব্বৰ প্ৰতিজ্ঞাবাণী ;—
জায়েদাৰ ফালে চাই কলে ব্যঙ্গভাৱে
"এওঁ মোৰ প্ৰতিদ্বন্দ্বী বীৰ হাচামৰ
পৰিণীতা জায়া, অতিশয় গুণৱতী।
নিজ হাতে যদি এওঁ পতি হাচানক
অচিৰে বধিব পাৰে বিষ প্ৰয়োগেৰে,
তেনেহ'লে মই ৰাজ পটেশ্বৰী কৰি
বহুৱাম বুলিছিলোঁ ৰাজ আসনত।
নাই আৰু চিন্তা, হ'ল প্ৰতিজ্ঞা পূৰণ
সত্যাসত্য যি ঘটিছে দেখিছা সকলো।
সাধিছে যি উপকাৰ বধি হাচানক
নোৱাৰোঁ ভুলিব মই ইহ জনমত।
সহচৰী মায়মুনা পাশৰ কৰ্ণ্মত

কৰিছিল জায়েদাক বিস্তৰ সহায় ;
দিম বুলিছিলোঁ একলক্ষ স্বৰ্ণমুদ্ৰা।
ইঙ্গিততে কোষাধ্যক্ষে পাত্ৰ পূৰ্ণ কৰি
জায়েদাৰ সঙ্গিনীক দিলে তেতিক্ষণে,
"হ'ল মোৰ অঙ্গীকৃত কাৰ্য্য সম্পাদন।
কিন্তু এটি কথা, যি নাৰী আপোন হাতে
নিঃসঙ্কোচে হত্যা কৰে আপোন স্বামীক,
সেই ব্যভিচাৰিণী নলব যে প্ৰাণ মোৰ
কিৰূপে বিশ্বাস কৰোঁ ভৱিষ্যতলই !
গতিকে পাপৰ শাস্তি দিম মই নিজে।"
যেনে কথা তেনে কাৰ্য্য, সুতীক্ষ্ণ অসিৰে
পাপীয়সী জায়েদাৰ কৰি মুণ্ডচ্ছেদ
পাপৰ কি পৰিণাম জ্বলন্ত উপমা
দেখুৱালে সমাজক চমক লগাই।
পতিবধ প্ৰতিফল পালে হাতে হাতে।
অকস্মাৎ জায়েদাৰ পাশৰ মৃত্যুত
ভয়ত অস্থিৰ প্ৰায় হ'ল মায়মুনা
পলাবৰ অভিপ্ৰায়ে আসন তিয়াগি
থিয় হ'ল ভয়ে ভয়ে। চতুৰ এজিদে
শুভ্ৰ কেশাগ্ৰত ধৰি কলে কৰ্কস্বৰে—
"পতিপুত্ৰহীনা এই প্ৰৌঢ়া ৰমণীয়ে,
অৰ্থৰ লোভত কত ষড়যন্ত্ৰ কৰি ;
জায়েদা সহিতে কৰে বধ হাচানক !
মাৰীৰূপা ৰাক্ষসীয়ে পাব প্ৰতিফল
উপযুক্ত গুৰুদণ্ড নাৰকী কাৰ্য্যৰ।

গভীৰ গৰ্ত্তত আকণ্ঠ প্ৰোথিত কৰি
মস্তক বিচূৰ্ণ কৰা।" প্ৰভু আদেশত
কৃষ্ণবৰ্ণ ভীমকায় 'জল্লাদে' তুৰন্তে
পঠিয়ালে যমপুৰী ব্যভিচাৰিণীক
ৰাজ ভৱনত কত অঙ্ক গৰ্ভাঙ্কৰ
পাপলীলা অভিনয় হ'ল সম্পাদিত।
দেখোঁতে দেখোঁতে হজৰত হাচানৰ
বিচিত্ৰতাপূৰ্ণ শোকাবহ ঘটনাৰ
যৱনিকাখনি অকালে পতন হ'ল
লীলাময়ী প্ৰকৃতিৰ নাট্যমন্দিৰত।
মোছলেম জগতত যুগ যুগান্তৰ
ৰ'ল চিৰস্মৰণীয় কীৰিতি অক্ষয়।
হাচানৰ বধ পৰ্ব্ব কৰি সমাপন
হুচেন বধৰ হেতু পাপাত্মা এজিদে
কৰিলে গোপনে সমৰৰ আয়োজন।
এমামৰ প্ৰিয়বন্ধু কুফা অধিপতি
জায়েদক কলে, "লভিবা প্ৰচুৰ ধন
সুবিস্তীৰ্ণ ৰাজ্য; যদি ছল কৌশলেৰে
হুচেন বংশক থব পাৰা আনি তুমি
কাৰবালা প্ৰান্তৰৰ ফোৰাত তীৰত"।
পাপমতি এজিদৰ বাক চাতুৰীত
মুগ্ধ হৈ কৰিলে কি কৰ্ম্ম পাশৱিক
দুৰ্ম্মতি জায়েদে! পাতিলে কৌশল জাল
বিষকুম্ভ পয়োমুখ বিশ্বাসঘাতকে!
লিখিলে এখনি পত্ৰ ভক্তিপূৰ্ণ চিত্তে

জল্লাদ—কটোৱাল, ঘাতক।

মহামন্তি ছুচেনক সম্বোধন কৰি
"বাদছাহ নামদাৰ, পালোঁ দুঃসংবাদ ;
হজৰত হাচানৰ মৃত্যুৰ পাচত
মদিনাত অমঙ্গল ঘটিছে বহুত।
শুনিছোঁ এজিদে লই বিপুল বাহিনী
গুপ্তভাৱে ৰাজধানী কৰি অৱৰোধ
সবংশে কৰিব বন্দী শীঘ্রে আপোনাক।
কিছুদিন নিজ ৰাজ্য পৰিত্যাগ কৰি
আহে যেন অবিলম্বে কুফা ৰাজ্য লই।
নহয় ই ৰাজ্য মোৰ, ৰাজ সিংহাসন,
ৰাজ কোষাগাৰ, ৰাজভক্ত প্ৰজাপুঞ্জ
আপোনাৰ মাতামহে অনুগ্ৰহ কৰি
শাসনৰ ভাৰ মোক দিছিল মাথোন।
আপোনাৰ ৰাজ্য, পুনৰপি আপোনাকে
সমৰ্পিলোঁ, দাস আজ্ঞাবহ ভৃত্য মাত্ৰ।
শৰীৰ-ৰক্ষক এটি সৈন্য দল সহ
পঠালোঁ 'কাচেদ'। নিবেদিলোঁ চৰণত—
দাসৰ গৃহত, আতিথ্য গ্ৰহণ কৰি
শীতলাব অধমৰ সন্তপ্ত হৃদয়।
আপোনাৰ অনুগত সেৱক জায়েদ"।
ওবেদুল্লা জায়েদৰ আশ্বাস-বাণীত
ভোল গ'ল মহামন্তি এমাম হুচেন।
মদিনাৰ ৰাজপাট পবিত্ৰ 'ৰওজা'
ধন জন জ্ঞাতি বন্ধু শিষ্য আদি কৰি
পাৰ্থিব সম্পদ সুখ এৰিলে সকলো।

---

কাচেদ=কটকী। ৰওজা=সমাধি কবৰ।

পৰিয়াল সমন্বিতে এমাম হুচেন
প্ৰিয়তম 'দুলদুল্' বাহনত চৰি,
কৰিলে বিজয় যাত্ৰা কুফা অভিমুখে।
কিন্তু, মাজ বাটতেই মিলিল অপায়
কুফা পথ ভুল কৰি গ'ল অন্য পথে ।
দিন নাই ৰাতি নাই অবিশ্ৰান্তভাৱে
ভাঙি কত হাবি-বন চলিছে হুচেন।
হঠাতে শুনিলে যেন 'হাঁয় হাঁয়' ৰৱ,
বুকু ভঙা সুৰ তুলি হইছে ধ্বনিত।
লাহে লাহে বন্ধ হ'ল অশ্ব-পদ-শব্দ
তীব্ৰগামী 'দুলদুল্' শ্ৰান্ত ক্লান্ত হই
পৰিল উজটি খাই ভয়ানক ৰূপে।
সন্মুখত বিপদৰ বহু আশঙ্কাই
কোমল হৃদয়খনি কৰিলে অস্থিৰ।
বুজিলে সকলো কথা এমাম হুচেনে।
"নহয় ই কুফা ৰাজ্য 'দাস্ত কাৰবালা'।
হজৰত মহম্মদ 'নবী মুস্তফাৰ'
ফলিল হাততে মোৰ ভৱিষ্যৎ বাণী :—
"যি স্থলত ভৰি দিলে কঁপিব মেদিনী
উঠিব সঘনে য'ত 'হায় হায়' ৰৱ"।
যি স্থলৰ তৰুলতা তৃণ গুল্মৰাজি
কাটিলে বাহিৰ হ'ব ৰক্ত বৰ্ণ ৰস ;
সেয়ে মৰু কাৰবালা নিৰ্জ্জন প্ৰান্তৰ।
এমাম বংশৰ তাত মিলিব মৰণ।"
মাতামহ ৰছুলৰ লভি পূৰ্ব্ব কথা

দুলদুল্—ঘোঁৰাৰ নাম।

কৰিছোঁ যে কি অন্যায় মহা ভুল কৰ্ম্ম।
নিজে নিজে বিপদক আনিলোঁ চপাই
ঘটালে কি সৰ্ব্বনাশ কমিন জায়েদে ;
নিও বুলি নিজ ৰাজ্যলই, চক্ৰান্তেৰে
কৰিলে বিপথগামী আন্ধাৰ নিশাত।
জানিলোঁ নিশ্চয় হায় নোৱাৰোঁ এবাৰ
নিয়তিৰ হাত আৰু ললাট-লিখন।
অসম্ভৱ আশা, নেদেখোঁ ই জনমত
স্নেহৰ জনমভূমি, মদিনা নগৰী।
হৃদয়ত ধৈৰ্য্য ধৰি পৰিয়াল সহ
ৰ'ল জন-প্ৰাণীহীন মৰু প্ৰান্তৰত।

—

কমিন—অকৃতজ্ঞ।

## যুদ্ধক্ষেত্র

ধীৰে ধীৰে প্ৰকৃতিৰ পট বিবৰ্ত্তন
প্ৰভাত কিৰণ-কণা বিয়পি চৌদিশে
উফৰি ফুৰিছে যেন জুই-ফিৰিঙতি।
ভীষণ ৰাক্ষসী মূৰ্ত্তি ধৰি কাৰবালা,
মৰীচিকা ভ্ৰান্ত যেন পথিক দলক
সংহাৰিব অচিৰাৎ, নাই পৰিত্ৰাণ।
দেখি সেই ভয়াবহ মাৰাত্মক দৃশ্য
সশিষ্য এমাম বংশ হ'ল বিয়াকুল।
ভোক আৰু পিয়াহত কণ্ঠাগত প্ৰাণ,
উঠিছে ৰোদন-ধ্বনি পুত্ৰ কলত্ৰৰ ;
এমাম 'হেৰেম' আজি কিযে হাঁহাকাৰ!
শোকে বুকু খুন্দিয়ালে বীৰ হুচেনৰ ;
বই গ'ল দুগালেদি দুটি অশ্ৰুধাৰ।
'যাওঁ আনোগই বাৰু ফোৰাতৰ জল'
সাজু হ'ল বীৰ অস্ত্ৰে সস্ত্ৰে সাজি পাৰি।
দেখিলে এনেতে এটি আচৰিত দৃশ্য
ভালেখিনি নিলগত। জন-প্ৰাণী-হীন
মৰুময় প্ৰান্তৰত জিলিকিছে কিয়
এজিদ-শিবিৰ-শ্ৰেণী! মহা হুলস্থুল
বিয়পিছে চাৰি দিশে শত্ৰু অগণন।

---

হেৰেম=অন্তঃপুৰ।

আবৰি উভয় কুল বিপক্ষ সেনানী
ৰোধিছে ফোৰাত জল সুৰক্ষিত ৰূপে।
সুসজ্জিত যোদ্ধৃদল বিজয় নিনাদে
কৰি নিনাদিত আছে ৰণ সাজ পিন্ধি।
কাৰ সাধ্য আনে পানী শত্রু ব্যূহ ভেদি।
কপালত হাত থই তলমুৰ কৰি
ভাবিলে বহুত কথা এমাম হুচেনে।
"কি উপায়ে পানী আনো ; গুচাওঁ পিয়াহ
অসহায় তৃষ্ণাতুৰ লোকসকলৰ !
নেদেখোঁ উপায় একো বন্ধ চাৰি দিশ ;
এজিদৰ গুপ্তচৰ ঘূৰিছে সদায়।
কিৰূপে নো উপস্থিত বিপদৰ পৰা
পাওঁ পৰিত্ৰাণ ? বন্দী হলোঁ নিজে নিজে ;
নাভাবিলোঁ এখন্তকো দূৰ ভবিষ্যৎ।
মিত্ৰদ্ৰোহী জায়েদৰ চক্ৰান্তত পৰি
ভুগিছোঁ যে কি যন্ত্ৰণা নোৱাৰোঁ বৰ্ণাব।
পূৰ্ণ হ'ল মনস্কাম পাপী এজিদৰ।
অনায়াসে মদিনাৰ ধৰ্ম্ম নেতৃপদ
খলিফা আসন কৰিবহি অধিকাৰ ;
পবিত্ৰ ধৰ্ম্মত ময়ে সানিলোঁ কলঙ্ক।
দূত-মুখে দুঃসংবাদ শুনিলোঁ আকৌ
পাত্ৰ মিত্ৰ 'মো চাহেব' সেনাপতি আদি
সকলোৰে গোটখাই পাপিষ্ঠ এজিদে
পাতিছে এখনি গুপ্ত কুমন্ত্ৰণা মেল '—

মো-চাহেব=তোষামোদকাৰী।

'হুচেনৰ মূৰ কাটি যেয়ে দিব আনি
দিব তাক জায়গীৰ আৰু বহুধন'।
দুখৰ উপৰি দুখ দিলে বিধাতাই,
জানিলোঁ নিশ্চয়, দুৰ্গম মুক্তিৰ পথ।
নেদেখোঁ নাপাওঁ আৰু মদিনাৰ সুখ,
কাৰবালা আজি মোৰ বন্দীকাৰাগাৰ।
শিবিৰৰ কত লোকে চাটিফুটি কৰি
ভোক আৰু পিয়াহত তিয়াগিছে প্ৰাণ।
কত জনী বিধৱাৰ বিলাপৰ ধ্বনি ;
যাতনাৰ তীব্ৰ সুৰ পশিছে কাণত।
মৃত্যুৰ কৰাল কৰ-কৱলত পৰি
ভুগিছে কতনো হাঁয়, ভীষণ যন্ত্ৰণা
ঘটিছে নিতউ মোৰ চকুৰ আগতে"।

আমন জিমনে ব'ল ভাবি নিজে নিজে
প্ৰাণহীন এটি যেন কাঠৰ পুতলা।

বেগম চাহবে বাণু মিনতি বচনে
কলে, "প্ৰাণনাথ কিহব উপায় এবে ?
পানী-অভাৱত শিবিৰৰ নৰনাৰী
শিশু-পুত্ৰ-কন্যা আদি মৰিছে বহুত !
যোৱা নাথ, যোৱা শীঘ্ৰে আনাগই পানী
ৰক্ষা কৰা লোক যত আৰু এই শিশু"।

পত্নীৰ কথাত দেৱোপম হুচেনৰ
করুণ হৃদয়খনি হ'ল আলোড়িত।
পিয়াহত মৃতপ্ৰায় দুগ্ধ-কণ্ঠ শিশু
কোলাত সাৱটি লই ওলাল তুৰন্তে।

লই গ'ল ছুন্দছুলে আপোন প্ৰভুক
ফোৰাতৰ অভিমুখে পানীৰ কাৰণে।
কত অনুনয় কৰি কাতৰ বচনে
মাগিলে এটুপি জল বিপক্ষ দলক ;
মৃতপ্ৰায় শিশুটিৰ প্ৰাণৰক্ষা হেতু ।
নিদিলে উত্তৰ কেও, স্তম্ভিত সকলো ;
দেখি সেই সৌম্য মূৰ্ত্তি বীৰ হুচেনৰ ।
কিন্তু কি যে আচৰিত য়িহুদী এজনে
হুচেনক লক্ষ্য কৰি নিলগৰ পৰা
মাৰিলে এপাট শৰ । দৈৱৰ ঘটন,
নালাগি বীৰৰ গাত বায়ুবেগে আহি
শিশুৰ কোমল বুকু ভেদি বাজ হ'ল ।
উৰি গ'ল প্ৰাণপাখী দেহ সজা এৰি ।
শেষ হ'ল শিশুলীলা ইহ জনমৰ
বীৰবাহু হুচেনৰ পবিত্ৰ কোলাত ।
আহিল শিবিৰমুখে এমাম হুচেন
অতি ত্ৰস্ত ভাৱে । মৃত শিশু সন্তানক
কৰি প্ৰত্যৰ্পণ ক'লে, ছাহৰে বাণুক,—
"প্ৰাণ প্ৰিয়তমে, লোৱা সন্তান তোমাৰ ।
স্বৰগৰ সুশীতল জল পান কৰি
স্বৰগৰ বস্তু গ'ল স্বৰ্গ-ধামলই ।
মায়াময় সংসাৰৰ অনিত্য সি ধন
এতেকতে প্ৰিয়ে, শোক সম্বৰণ কৰা" ।

---

# কাচেম-ছখিনা

পিতৃব্যৰ চৰণত প্ৰণতি জনাই
পানীৰ উদ্দেশ্য হেতু যুবক কাচেম
ওলাল যুদ্ধৰ বেশে। মাগিলে বিদায়,
"পিতঃ, দিয়ক আদেশ, নাশি অৰিকুল
উদ্ধাৰিব পাৰোঁ যেন ফোৰাতৰ কূল।
কাচেমৰ বীৰোচিত মধুৰ কথাত
হুচেন মোহিত হ'ল। বাহু দুখনিৰে
কৰি আলিঙ্গন, সাদৰি কোলাত ল'লে।
কপোল-যুগল চুমি গদগদ স্বৰে
কলে কাচেমক, "বাপ, তোমাহেন বীৰ
কোন সতে পঠিয়াওঁ শত্ৰু মুখলই।
জননী হাচনেবানু স্বামীৰ শোকত
হইছে অধীৰা। তোমাহেন ৰত্ন লভি
পাহৰিছে অতীতৰ জ্বালা কথঞ্চিৎ।
যোৱা যদি মাতৃবাক্য কৰি উলঙ্ঘন
নিশ্চয় ত্যজিব প্ৰাণ আত্মহত্যা কৰি"।
মহামান্য পিতৃব্যৰ নামানি নিষেধ
জনালে বিনীতভাৱে যুবক কাচেমে,
"পিতঃ, কিহেতু শুনালে কথা অসঙ্গত,
শিবিৰৰ শত শত লোক, কি যন্ত্ৰণাত
অন্নাভাবে জলাভাবে ত্যজিছে জীৱন।

কত মৃত, অৰ্দ্ধমৃত লোক ৰাশি ৰাশি
পৰি আছে শিবিৰৰ দুৱাৰে দুৱাৰে,
উঠিছে বিননি সুৰ 'জল' 'জল' ৰবে।
শুনি ই কাতৰ ধ্বনি হৃদয় কম্পিত ;
থাকিব পাষাণবৎ কোন কাপুৰুষ !
দেখি সি ভীষণ দৃশ্য মৰু প্ৰান্তৰৰ
নোৱাৰোঁ থাকিব সহি ! দিয়ক বিদায়
উদ্ধাৰি ফোৰাত কূল আনো গই পানী
গুচাম পিয়াহ-জ্বালা, ৰক্ষা পাব প্ৰাণ
মৃত্যুৰ ভীষণ ৰূপ যন্ত্ৰণাৰ পৰা।
নোৱাৰোঁ আনিব যদি ফোৰাতৰ জল,
নোৱাৰোঁ বধিব যদি অৰাতি নিকৰ
নেদেখাওঁ পাপমুখ শিবিৰত আৰু
নিশ্চয় 'ছহিদ' হম ফোৰাত তীৰত।"
ভ্ৰাতুষ্পুত্ৰ কাচেমৰ ই অমৃতময়ী
জলদ গম্ভীৰ বাণী শুনি ; হুচেনৰ
হৃদয় স্তম্ভিত হ'ল হৰ্ষ বিষাদত।
দীৰ্ঘ হুমুনিয়া কাঢ়ি কলে ধীৰে ধীৰে,
"নিতান্তই যোৱা যদি পানীৰ উদ্দেশে
নিদিওঁ অলপো বাধা যোৱা আনন্দেৰে
কিন্তু পিতৃব্যৰ শেষ অনুৰোধ এটি
ৰাখা যেন তুমি। বহুদিন পূৰ্বেই মই
প্ৰিয় কন্যা ছখিনাক অৰ্পিছোঁ তোমাক।
আজি পৰিণয় সূত্ৰে গাঁথি, দুজনৰ
যুগল মিলন ৰূপ প্ৰাণ ভৰি চাই

---

ছহিদ—ধৰ্ম্মাৰ্থে প্ৰাণ দান।

জীৱন সাৰ্থক কৰোঁ, নহবা বিমুখ
পূৰ্ণ কৰা পিতৃব্যৰ গুপ্ত অভিলাষ।"
লজ্জিত কাচেম ; বহু কথা ভাবিগুণি
ভয় বিজড়িত কণ্ঠে কলে পিতৃব্যক,
দেৱ, অসম্ভৱ কাৰ্য্য কিয় জনালে দাসক ?
এনে দুৰ্দ্দিনত, শত্ৰুৰে বেষ্টিত আছোঁ
মৰু প্ৰান্তৰত, চতুৰ্দ্দিকে হাঁহা ধ্বনি
ধ্বনিছে পৱনে। মুহূৰ্ত্তে মুহূৰ্ত্তে যেন
মৃত্যুৰ লগত কৰিছোঁ কতনো খেলা।
আকৌ আনন্দময় মদিনাৰ সুখ
আহিবনে ঘূৰি ? অসম্ভৱ সেই আশা।
দাসৰ ই অপৰাধ কৰিব মাৰ্জ্জনা।"
হুচেনে ব্যথিত চিত্তে ক'লে মৃদুস্বৰে,
"নহয় কাচেম, পিতৃবাক্য পালি তুমি
কন্যা ঋণ দায় মুক্ত কৰা পিতৃব্যক।"
ক্ষন্তেক পৰতে সুন্দৰ কৱচ এটি
এনাম হুচেনে দিলে আনি কাচেমক।
"লোৱা হাতে তুলি, পিতৃদত্ত উপহাৰ।
খুলি চোৱা, ভিতৰত আছে যেনে ৰূপে
তেনে ৰূপে কাৰ্য্য যেন কৰা সম্পাদন।"
কৱচ হাতত লই মহাত্মা কাচেমে
শত শত বাৰ নমি কৰিলে চুম্বন।
আগ্ৰহেৰে খুলি চাই, যি দেখিলে তাত
হৃদয় স্পন্দিত হ'ল বীৰ কাচেমৰ।
লিখা আছে ভূৰ্জ্জপত্ৰে হাচানৰ হাতে
'কাচেম, কৰাবা বিয়া ছখিনাক আজি।'

বিষম সমস্যা ! কিৰূপে পূৰণ কৰোঁ
কাৰ্য্য ঈশ্বৰৰ ? অৱশ্যেই পিতৃবাক্য
নোৱাৰোঁ লঙ্ঘিব। যি আছে ভাগ্যত লিখা
সেয়ে হ'ব। আপত্তিৰ নহয় সময়।"
সম্মতি সূচক বাক্যে মহাত্মা কাচেমে
সন্তোষিলে পিতৃব্যক। আনন্দৰ সোঁত
বই গ'ল আজি যেন উষৰ ক্ষেত্ৰত।
তেতিয়াই শুভকাৰ্য্য সম্পাদন ক্ৰিয়া
হ'ল আৰম্ভণ। শিবিৰত ৰণ-বাদ্য
'চাদিয়ানা' ৰূপে বাজিল বিজয় নাদে।
আনন্দ উৰুলি ধ্বনি মুহূৰ্ত্তেক লই
কৰিলেহি মুখৰিত বিজন প্ৰান্তৰ।
বিধাতাৰ কি অপূৰ্ব্ব নিবন্ধন কাৰ্য্য
মৰুময় প্ৰান্তৰত ! মহা মিলনৰ
অঘটন সংঘটন ঘটিছে কিহেতু ;
নোৱাৰোঁ বুজিব, ভাবিও নাপাওঁ অন্ত
ইসব কাৰ্য্যৰ। ধন্য প্ৰভু দয়াময়,
কি মহতী ইচ্ছা পূৰ্ণ কৰিবৰ বাবে
কি লীলা বৈচিত্ৰ খেলা খেলিছা সঘনে !
মৰুভূমি গুচি হ'ল সমৰ প্ৰাঙ্গন,
সমৰ ক্ষেত্ৰত শোভে বিবাহ-মণ্ডপ
কি অদ্ভুত খেলা। নাজানোঁ শেষত আৰু
কি ঘটিব পাৰে ! বিষাদ আনন্দ দুটি
প্ৰণয়ৰ চিত্ৰ ; একেখনি হই যেন
অলক্ষিতে শিবিৰত হইছে বিস্থিত।

---

চাদিয়ানা—বিয়াবাদ্য।

আচৰিত দৃশ্য। যেন ঘোৰ ঘনাবৃত
আকাশত জিলিকিছে তড়িতৰ মালা ;
জিলিকিছে ক্ষীণ জ্যোতি দ্বিতীয়াৰ জোন।
ক্ষণিক মিলন হেতু অপূৰ্ব্ব বন্ধনে
কৰিলা বন্ধন কিয় দাম্পত্য প্ৰেমত
যুৱক কাচেম আৰু ছখিনা বিবিক ?
সময়তো নাই আৰু। মোহিনী সুৰত
আহ্বানিছে কৰ্ত্তব্যই বীৰ কাচেমক।
জীৱনৰ কত আশা, সুখ অভিলাষ
বিশ্ৰস্ত আলাপ তৃপ্তি প্ৰাণ বিনিময় ;
মুহূৰ্ত্ততে উপজিল। প্ৰণয়ী যুগলে
লভিছে মুহূৰ্ত্ত সুখ উপভোগ বাঞ্ছা ;
কিন্তু, ডুইৰো মাজত প্ৰেমৰ স্ফুৰণ
হব নৌপাওঁতে, বিধাতাৰ সঙ্কেতত
পৰিল তুৰন্তে বিচ্ছেদৰ যৱনিকা।
মুহূৰ্ত্তৰ লীলা খেলা মুহূৰ্ত্ততে শেষ !
কাচেমে বিদায় ললে ছখিনাৰ পৰা,
"প্ৰিয়ে, এয়ে শেষ দেখা, যাওঁ ৰণক্ষেত্ৰে
শত্ৰুক ৰণত জিনি পানী লই যদি
উলটিব পাৰোঁ ; তেনেহলে পুনৰায়
পৰস্পৰ দুজনৰ হব দেখা দেখি।"
হৃদয়ৰ গুপ্তপ্ৰেম হৃদয়তে ৰাখি
ক'লে সতী ছখিনাই কান্দো কান্দো সুৰে,—
"প্ৰাণনাথ মোৰা, সুকলমে কাৰ্য্য সাধি
অবিলম্বে নিৰাপদে ঘূৰি আহা যেন।
ঈশ নাম হৃদয়ত জপি অবিৰাম

পিতৃব্যৰ পদৰেণু শিৰে তুলি লই
যোৱা শীঘ্র কৰি। নীতিহীন সমৰত
বধি এটি জীৱ, এমাম বংশত তুমি
নানিবা কলঙ্ক। নাথ, এয়েহে মিনতি।"
কাচেমে সন্তোষ চিত্তে ক'লে ছখিনাক
"ধন্যা বীৰৰ ছুহিতা, বীৰ জায়া তুমি
শোভা পায় এনে কথা বীৰ ললনাৰ।
শত্রুৰ হাতত যদি প্ৰাণ যায় মোৰ
এনে মৃত্যু সুখ মৃত্যু, বাঞ্ছো শতবাৰ।
ঈশ্বৰৰ ওচৰত জনোৱা প্ৰাৰ্থনা
অক্ষত শৰীৰ লই ঘূৰি আহো যেন"।
কাচেমে বিদায় লই ছখিনাৰ পৰা
গ'ল মাতৃকাষলই। বন্দিলে চৰণ।
জননী হাচনে বান্ধু আশীস বচনে
দিলে অনুমতি কৰ্ত্তব্য সাধন হেতু।
পিতৃব্যৰ পদ বন্দি কলে বীৰবৰে
"পিতঃ, শিবিৰৰ মহামাৰী দৃশ্য আৰু
নোৱাৰো থাকিব চাই নসহে প্ৰাণত।
হয় কাৰ্য্যোদ্ধাৰ, নতু প্ৰাণ বিসৰ্জ্জন।
কৰ্ত্তব্যত পৰাঙ্মুখ নহয় কাচেম"।
হুচেনে প্ৰফুল্ল মনে কৰিলে আদেশ।
বীৰবৰ বাজিৰাজ ছুলছুলে চৰি
নিমিষতে হ'ল গই শত্রুৰ সম্মুখ।
য়িহুদি 'কাফেৰ' সৈন্য চতুৰ্দ্দিক হন্তে
মাৰ মাৰ কাট কাট উচ্চৰৱ তুলি

কাফেৰ—ঈশ্বৰ দ্ৰোহী।

ধৰিলে আবৰি মহাবীৰ কাচেমক।
ভ্ৰূক্ষেপ নকৰি একো যুৱক কাচেমে
কলে বিপক্ষক, "নকৰিবা গতিৰোধ।
নিৰ্ব্বিবাদে এৰি দিয়া ফোৰাতৰ কূল
যাওঁ পানী লই। শিবিৰৰ কত প্ৰাণী
পানী পিয়াহত আৰু ক্ষুধাৰ জ্বালাত
অকালতে বিসৰ্জ্জিছে শত শত প্ৰাণ।
বাকী যি জীৱিত আছে আজিৰ দিনত
নাপালে অলপো জল মৰিব সকলো।
কৰ জুৰি নিবেদিলোঁ, হে সৈন্যমণ্ডলী!
নকৰা বিমুখ, নহবা হৃদয়শূন্য।
প্ৰকৃতই হোৱা যদি একেশ্বৰবাদী,
হোৱা যদি হজৰত মহম্মদৰ শিষ্য,
তেনেহ'লে অধমক দিয়া কিছু পানী।
আতুৰক জলদান, মহাদান ভাবি,
ৰক্ষাকৰা তৃষ্ণাতুৰ লোক সকলক।"
এজিদৰ সেনাপতি ভূপতি জায়েদে
ক'লে বীৰ দৰ্পে, "কাচেম গুচি যা তই,
বিনা যুদ্ধে এটি বিন্দু ফোৰাতৰ পানী
পাবি বুলি কেতিয়াও নকৰিবি আশা।
তৰুণ যুৱক তই, ভৰ যৌৱনত
ভৰি দিছ মাত্ৰ। সুতীক্ষ্ণ শৰৰ জ্বালা
কোমল শৰীৰে তোৰ নোৱাৰে সহিব।
মাতৃৰ একেটি ৰত্ন, তাতে পিতৃহীন;
কিবা ৰূপে শৰীৰত শৰ বিদ্ধ হ'লে,
কি ৰূপে সহিব মাতৃ তোৰ ই যন্ত্ৰণা?

দয়া কৰি এৰিদিলোঁ নাহিবি দুনাই।
দূৰ পথ অতিক্ৰমি আহিছ যি পথে
সেই পথে পুনৰায় যা গই উলটি।"
ওবেদুল্লা জায়েদৰ তীক্ষ্ণ বাক্যবাণে
বিন্ধিলে মৰমস্থল বীৰ কাচেমৰ।
ঘৃণাৰ চকুৰে চাই ক'লে জায়েদক,
"ছয়তান, এজিদৰ কৃতদাস তই
শৃগালৰ নীতিজ্ঞান নলয় কাচেমে
নিৰ্লজ্জ, পামৰ, নীচ, বিশ্বাসঘাতক
কোন মুখে ৰণলই আহিছ পাপিষ্ঠ?
প্ৰবঞ্চনা, ঠগ, মিথ্যা, শঠতা, চাতুৰী
যি জনৰ জীৱনৰ মূল মন্ত্ৰ সদা,
পাপ হয় সিজনৰ মুখ দেখিলেও;
নৰকতো স্থান তোৰ নহ'ব সমূলি।
বন্ধুভাবি পিতৃব্যই তোৰ কাষলই
মোছলেম কাচেদক পঠালে গোপনে।
সৈন্যসহ বন্দী কৰি ছল চক্ৰান্তেৰে
সসৈন্যে বধিলি প্ৰাণ কুফা নগৰীত।
অৱশেষে পথহাৰা শিশু দুজনকো
কৌশলে ধৰাই আনি ললি তয়ে প্ৰাণ।
নৰাধম, এয়ে তোৰ গৌৰৱৰ কাৰ্য্য;
এয়ে নেকি ৰাজ ক্ষমতাৰ বল! পাপী,
ধন্য তোৰ জুৱাচুৰী পাশবিক বল!
কত পত্ৰ লিখি ধৰ্ম্মশীল পিতৃব্যক
বিৰাপদে ৰাখোঁ বুলি আনিলি ভুলাই

ছয়তান—স্বৰ্গৰ পৰা খেদা খোৱা পাপাত্মা।

ভয়াবহ কাৰবালা মৰুভূমিলই।
ভাবিছনে, নিষ্কণ্টকে ৰাজ্য ভোগ কৰি
সুখেৰে কটাবি কাল ? আৰু কত আশা,
প্ৰশংসাৰ পুৰস্কাৰ, এজিদৰ পৰা
লভিবি প্ৰচুৰ ধন। কিন্তু, মূৰ্খ তই
মহা ঘোৰ স্বপ্ন খেলা খেলিছ দিনতে।
আশা তোৰ ফলৱতী নহব কদাপি,
দূৰ হব মোহ স্বপ্ন। দুদিনতে তই
পাপৰ উচিত ফল পাবি হাতে হাতে।"
যুবকৰ কথা শুনি লাজে অপমানে
ৰুষিল জায়েদ, ক'লে বীৰ কাচেমক,
"হিতে বিপৰীত হ'ল। নিজে নিজে তই
অকালতে মৰণক কৰি আলিঙ্গন
ডুবালি এমাম বংশ শোক সাগৰত।"
যুদ্ধৰ সঙ্কেত ধ্বনি শুনালে জায়েদে;
লাগিল তুমুল ৰণ ফোৰাত তীৰত।
যুবক কাচেম বীৰ বিজয় হুঙ্কাৰে
প্ৰবেশিলে অগণন শত্ৰুৰ মাজত !
মহাবীৰ কাচেমৰ অস্ত্ৰৰ আগত
তিষ্ঠিব নোৱাৰি কত দিলে পৃষ্ঠ ভঙ্গ।
পৰিল অসংখ্য বীৰ অসংখ্য সেনানী
ৰণ প্ৰাঙ্গণত। কিন্তু বধিলে এদল
পূৰ্ণ কৰে শূন্য স্থান অন্য এটি দলে।
কি সাধ্য অকলে যুঁজি হয় ৰণজয়ী !
লাহে লাহে শৰীৰৰ টুটি গল বল,
ভোক আৰু পিয়াহত প্ৰাণ কণ্ঠাগত।

তদুপৰি বিষময় তীক্ষ্ণ শৰ জ্বালা।
ৰক্তাক্ত শৰীৰ লই শিবিৰৰ পিনে
গল মহা বেগে। পিতৃব্যৰ সন্মুখত
পৰিল যুবক বীৰ শ্ৰান্ত-ক্লান্ত হই।
'পানী পানী' বুলি চিঞৰিলে কতবাৰ
কিন্তু হায়, নপৰিল শুকান মুখত
পানী এটুপিও। ধীৰে ধীৰে প্ৰাণ বায়ু
মিলি অনন্তত, লভিলে অনন্ত ধাম।
স্বামী হীনা জননীৰ শূন্য হ'ল বুকু
শূন্য হ'ল দুখিনাৰ হৃদয় আসন ,
উঠিছে ক্ৰন্দন ধ্বনি শিবিৰ গৃহত।

—

# হুচেন বধ

কাচেমৰ বিৰহত দগ্ধ হ'ল হিয়া
মহামতি হুচেনৰ। নানা দুশ্চিন্তাই
কৰিলে যে সুকোমল দেহা জৰ্জ্জৰিত।
দৈৱ বিড়ম্বন! পালে আৰু তাতে হাঁয়
শোকৰ উপৰি শোক। অতি চেনেহৰ
আলি আচ্‌গৰ আৰু আলি আক্‌বৰ
দুটি পুত্ৰে সমৰত ত্যজিলে জীৱন
পানীৰ কাৰণে। জয়নাল আবদীন
ভ্ৰাতৃৰ শোকত হ'ল অতি শোকাতুৰ।
থাকিব নোৱাৰি চাই শোকাবহ দৃশ্য
ক্ৰোধত উন্মত্ত হ'ল। পিন্ধি ৰণ সাজ
প্ৰতিশোধ লবলই সাজু হ'ল বীৰ।
নসহিলে হুচেনৰ কোমল হৃদয়ে।
ব্যাকুল চিত্তেৰে ক'লে ধীৰে ধীৰে, "বাপ!
এমাম বংশৰ তুমি শেষ বংশধৰ।
এজন দুজন কৰি পুত্ৰ চাৰি জন
পৰিছে ৰণত। হৃদয় বিদীৰ্ণ হয়
কি কম সি শোক জ্বালা নোৱাৰোঁ ভুলিব।
যোৱা যদি তুমি বাপ, মাহা আৰু ঘূৰি,
নেদেখিম ই জন্মত শ্ৰীমুখ তোমাৰ;

এমাম বংশৰ নাম সুমাৰ নিশ্চয়।
জায়েদৰ কৌশলত ভক্তবৃন্দ সহ
প্ৰবেশিলোঁ মৰুময় প্ৰান্তৰ ভূমিত।
অন্নহীন, জলহীন, অস্ত্ৰ-শস্ত্ৰ-হীন
বন্ধ মদিনাৰ পথ। অতি সাৱধানে
আবৰিছে কাৰবালা গুপ্ত ৰক্ষী দলে।
এজিদ ব্যাধৰ জালে জালবদ্ধ হই
ভুগিছোঁ লাঞ্ছনা বহু বিজন ভূমিত।
ঈশ্বৰৰ কিবা আছে গূঢ় অভিপ্ৰায়
খেলিছে তেৱেঁই, কতৰূপে কতখেলা।
তেওঁৰেই আদেশত পাপাত্মা এজিদে
আৰব ৰাজ্যত বধিব এমাম বংশ।
বুজিছোঁ কি হেতু আনিছে কৌশল কৰি
মৰুময় ক্ষেত্ৰ লই। পাতিছে কৌশলে
নৰমেধ যজ্ঞ। যজ্ঞভূমি কাৰবালা।
কতজনে কতৰূপে, ই মহা যজ্ঞত
সমৰ্পিছে নিজ নিজ অমূল্য জীৱন।
এজিদ নিজেই হোতা আজিৰ যজ্ঞত
এমামৰ বংশ যত যজ্ঞবলি ৰূপে
নিবেদিত দয়াময় ঈশ চৰণত।
যাওঁ মই অবিলম্বে যজ্ঞভূমি লই,
শূন্য আছে যজ্ঞবেদী ; অপেক্ষিছে মোক
মই গ'লে যজ্ঞক্ৰিয়া হব সমাপন,
সুমাব বিদ্ৰোহ বহ্নি আৰব ৰাজ্যত
বন্ধ হব ৰক্ত স্ৰোত। দূৰ হব যত
আপদ অশান্তি। শান্তিৰে প্ৰকৃতি পুঞ্জ

কৰিব বসতি মোছলেম জগতত।
প্ৰেয়সি! ছাহবে বাণু নকৰিবা চিন্তা
ঈশ চৰণত কৰা আত্ম সমৰ্পণ।
পাবা হৃদয়ত বিমল প্ৰেমৰ জ্যোতি
শান্তি পৰিমল। দুৰ্গতি মোচন হব,
আহিব আকৌ ঘূৰি সেই শুভদিন।
আছে মোৰ জ্যেষ্ঠ জন বৈমাত্ৰেয় ভাই
হান্নুফাত; মহম্মদ হানিফা নামেৰে
মহাবল পৰাক্ৰমী আম্বাজ ভূপতি।
পায় যদি তেওঁ মোৰ বিপদ বাতৰি,
তেন্তে, নাই চিন্তা; এজিদক ধ্বংস কৰি
তোমালোক সকলোকে কৰিব উদ্ধাৰ।
মদিনাৰ ৰাজপাট, খলিফা আসন
জয়নাল আবদীনে লভিব নিশ্চয়।
প্ৰিয়ে, দিয়া এবে সাগ্ৰহে বিদায় মোক
যাওঁ শীঘ্ৰে, অপেক্ষাৰ নহয় সময়।"
ধীৰে ধীৰে তাৰপৰা উঠি গুচি গ'ল
পৰি আছে য'ত মৃত পুত্ৰ শৱদেহ।
প্ৰাণৰ দুহিতা ছখিনাক পালে দেখা—
কাচেমৰ ৰক্তযুক্ত মৃত শৰীৰৰ
শোণিত প্ৰবাহ, কোমল হাতেৰে আনি
ছখিনাই, নিজ দেহ কৰিছে ৰঞ্জিত
মৃত স্বামী কাচেমক বুকত সাবটি
কতবাৰ চুমা খালে। আৰু কত বাৰ
চালে প্ৰাণ ভৰি। নপলাল তথাপিতো
মনৰ হেঁপাহ। নমাই কোলাৰ পৰা

তৃণ শয্যাতেই থলে স্বামীক শুৱাই।
লাহে কৰি মুৰ থই ভৰি দুখনিত
কৰিলে শয়ন মুদ গ'ল চকু জুৰি ;
কোমল শ্যামল তৃণশয্যা এখনিতে
পৰি ৰ'ল প্ৰাণহীন প্ৰতিমা দুখনি।
'দুখিনা' 'দুখিনা' বুলি মহাত্মা হুচেনে
চিঞঁৰিলে কতবাৰ উত্ৰাৱল চিত্তে।
কিন্তু হায়, দুখিনাৰ নাপালে উত্তৰ।
দেখি সেই শোক লগা দৃশ্য ভয়ঙ্কৰ
ভাৰত বিমোৰ হই ৰ'ল কিছু পৰ।
একে থিৰে চাই থাকি মৃত দেহ ৰাশি
কিবা এটি ভাব যেন জাগিল মনত
মহামতি হুচেনৰ, মুখৰ আকৃতি
আৰক্ত ৰক্তিম বৰ্ণ হ'ল মুহূৰ্ত্ততে।
উপজিল অন্তৰত প্ৰতিশোধ লিপ্সা
এজিদক দিবলই সমুচিত শাস্তি ;
উঠিল হিয়াত জ্বলি ক্ৰোধাগ্নি প্ৰবল।
বৰিষাৰ বেগৱতী খৰস্ৰোতা নদী
যেতিয়া সাগৰ মুখে অভিমুখী হয়,
কোনেবা ৰোধিব পাৰে তীব্ৰ গতি তাৰ !
হাতত শাণিত অস্ত্ৰে লৰিল বেগেৰে
ৰণভূমি দিশে, বধিলে অলেখ সৈন্য
উন্মত্ততা হেতু, বিপক্ষৰ সৈন্য দল
ছিন্ন ভিন্ন হই এৰি গল ৰণস্থল।
বই গ'ল মৰুময় ৰণ প্ৰাঙ্গণত
শোণিত প্ৰবাহ, অসুৰ দলন হেতু

শুভ্রবস্ত্রা কাৰবালা ৰক্তবস্ত্র পিন্ধি
আবিৰ্ভূতা খড়গ হস্তে সমৰ ক্ষেত্ৰত।
মৃত, অৰ্দ্ধমৃত, বিকলাঙ্গ, শৱৰাশি
ধৰিছে বিকট মূৰ্ত্তি লোহিত বৰ্ণৰ।
ৰক্তেৰে ৰঞ্জিত ছিন্ন মুণ্ড হাত ভৰি
তেজৰ সোঁতৰ উষ্ণ প্ৰৱাহত যেন
উটি যায় কত। ৰক্ত প্ৰৱাহিনী আজি
মিলিছেহি ফোৰাতৰ নিৰ্ম্মল জলত।
দেখি সেই প্ৰাণঘাতী বিভীষিকা দৃশ্য
ক্ষান্ত হ'ল বীৰবৰ। সামৰিলে যুদ্ধ,
ক্ৰমে ক্ৰমে হৃদয়ত চৈতন্য আহিল।
থমকি থাকিল বীৰ কৰি অনুতাপ।
ন্যায় ধৰ্ম্ম পৰিহৰি ক্ৰোধৰ বেগত
কৰিছে যে কি নিঠুৰ পৈশাচিক কৰ্ম্ম!
পিয়াহত লালকাল উত্ৰাৱল চিত,
লৰিল বেগেৰে বীৰ ফোৰাতৰ দিশে
বেজাৰ ভাগৰ দুখ পলুৱাব বুলি।
নদীৰ পাৰত থই বীৰ হুচেনক
প্ৰভু ভক্ত দুলদুল্ ত্বৰিত গমনে
জনালে ইঙ্গিতে; প্ৰভুৰ অশুভ বাৰ্ত্তা
শিবিৰত গই। উঠিল্ বিননি স্বৰে
হিয়া ভেদী সকৰুণ হাহাকাৰ ধ্বনি।
অকলই তটিনীৰ নিৰ্জ্জন তীৰত
ভালেখিনি পৰ থাকি এমাম হুচেনে
পানী পিওঁ বুলি পাচে নামিল জলত।
আজঁলি ভৰাই ললে; মুখলই তুলি

পিব নোৱাৰিলে কিন্তু, হ'ল কণ্ঠৰোধ।
হঠাতে স্মৰণ হ'ল মনৰ মাজত—
"এটুপি পানীৰ বাবে কত শত প্ৰাণী
আত্ম পৰিজন আৰু মিতিৰ কুটুম
এৰিছে জীৱন এই ভীষণ মৰুত!
বধিলোঁ আপোন হাতে লক্ষ লক্ষ জীৱ
সমৰ ভূমিত। বোৱালোঁ ৰুধিৰ ধাৰা
জীৱ শূন্য ভয়ঙ্কৰ তপত বালিত।
অৰ্দ্ধমৃত সৈনিকৰ বিলাপ ক্ৰন্দন,
আতুৰৰ আৰ্তনাদ, মৃত্যুৰ যন্ত্ৰণা;
উঠিছে গগন ভেদি ভৈৰৱ সুৰত।
বিকট ভ'ঙ্গৰে যেন চাই মোৰ ফালে
দীৰ্ঘ হুমুনিয়া কাঢ়ি মুদিছে দুচকু।
মৰিশালি বন্ধুৱালোঁ ফোৰাত কূলত
কৰিলোঁ কি মহাঘোৰ পাপ অভিনয়
সানিলো কলঙ্ক কালি ইছলাম ধৰ্ম্মত"
নাখালে অলপো পানী দিলে ওভোটাই
ফোৰাতৰ স্নিগ্ধ জল ফোৰাতকে পুনু।
শৰীৰৰ সাজপাৰ অস্ত্ৰশস্ত্ৰ আদি
তীৰভূমি লক্ষ্য কৰি দিলে দলিয়াই।
কূট বুদ্ধি মাৰোৱানে ক'লে অলিদক
"যোৱা বীৰ, হুচেনৰ আনা মূৰ কাটি
লভিম উভয়ে সম্মানৰ পুৰস্কাৰ।"
ক'লে ধীৰ ভাৱে জ্ঞানী ওত্‌বে অলিদে
এজিদৰ "পক্ষ হই কৰিছোঁ যি কৰ্ম্ম
সেয়েই যথেষ্ট। হুচেনক বধ কৰি

নকৰিম পুনৰায় দেহা কলঙ্কিত।
জানিবা নিশ্চয় হুচেনৰ বধ হ'লে
এজিদৰো কাল পূর্ণ হ'ব লগে লগে।"
ধন আৰু জায়গীৰ লাভৰ আশাত
কৰিলে অসম সাহ পাপিষ্ঠ চীমাৰে।
মহাবীৰ হুচেনক ৰিক্ত হস্ত দেখি
হাতত 'খঞ্জৰ' লই দ্রুত বেগে পাপী
ভয়ে ভয়ে সম্মুখত হ'ল উপস্থিত।
শোকে তাপে ম্রিয়মান মহাত্মা হুচেনে
কলে চীমাৰক, "জল্লাদ, বুজিছোঁ তোৰ
দুষ্ট অভিসন্ধি। যি আশা বুকত লই
ন্যায়, ধৰ্ম্ম, জ্ঞান, প্রেম অন্তৰৰ পৰা
স্বার্থ হেতু অনায়াসে দিছ বিসর্জ্জন,
আজি তোৰ সেই গুপ্ত দুষ্ট অভিলাষ
পূর্ণ হ'ব অবিলম্বে নকৰিবি চিন্তা।
জড় দেহ লই আৰু নাযাওঁ উলটি
মুলিয়াওঁ পাপ মুখ শিবিৰত গই।
কলোঁ সত্য কাঢ়ি, লভিবি বাঞ্ছিত ফল
হুচেনৰ পৰা। নবী মহম্মদ বংশে
নাজানে কদাপি 'মিছা' নাজানে 'শঠতা',
ক্ষন্তেক অপেক্ষা কৰ ; অন্তিম কালত
লওঁ প্রভু দয়াময় ঈশ্বৰৰ নাম।"
বুকত সাবটি হাত মুদি চকু জুৰি।
মৌন ভাবে কিছু পৰ বল বীৰবৰ।
ওপৰলৈ মুৰ তুলি ক'লে কৰ জুৰি

---

খঞ্জৰ—এবিধ অস্ত্র।

পিতঃ, ক্ষমা অপৰাধ, নাজানি অধমে
কৰিছোঁ কতনো দোষ তোমাৰ পাৱত।
দুৰ্জ্জয় ইন্দ্ৰিয় ক্ৰোধ ৰিপুৰ বশত
বধিলোঁ অলেখ প্ৰাণী আপোন হাতেৰে।
নৰহত্যা পাপ পঙ্কে মজিলোঁ, মজালোঁ
পৱিত্ৰ এমাম বংশ। ঘোৰ পাপী মই
মাগিছোঁ শৰণ; মুক্ত কৰা ই দাসক
পাপ জলধিৰ হন্তে। তুমি আছা য'ত
দিয়া প্ৰভু অভাগাকো স্থান সিপুৰীত।
নাই য'ত জৰা, মৃত্যু, যাতনা নিকাৰ;
মুক্ত আত্মা সকলৰ পুণ্যৰ জ্যোতিয়ে
জ্যোতিৰ্ম্ময় কৰি আছে অমৰা ভুৱন,
সেই শান্তি সুখ ধাম আনন্দ নিলয়
বিৰাজিছে সদা য'ত প্ৰেমৰ মুৰতি;
ত্ৰিতাপ তপন তাপে তপ্ত সন্তাপীয়ে
লভিছে অনন্ত সুখ অনন্ত ধামত,
লই যোৱা মোকো সেই পুণ্য ধাম লই"।
দেখিলে এনেতে এটি বিমল আলোক
পোহৰালে দশোদিশ উদ্ভাসিত কৰি।
হজৰত মহম্মদ দেৱলোক হন্তে
শিষ্য সহ আবিৰ্ভাৱ বিমান পথত!
চেমেহৰ দৌহিত্ৰক লই যাব লই।
উপাসনা শেষ কৰি ধাৰ্ম্মিক হুচেনে
কলে চীমাৰক "আজি তুমি মোৰ
নোহোৱা পৰম শত্ৰু, পৰম বান্ধৱ।
আহা কাষ চাপি। নশ্বৰ শৰীৰ হন্তে

কৰি মুণ্ডচ্ছেদ লভা তুমি জায়গীৰ,
অপ্ৰতুল ধন ; ইমানেই মূল্য যদি
লাও খোলা যেন মোৰ ক্ষুদ্ৰ মূৰটিৰ ।
আৰু যদি সুখী হয় দুৰ্ম্মতি এজিদ
ভেনেহ'লে দিব পাৰোঁ ক্ষুদ্ৰ এই প্ৰাণ ।
কিন্তু বন্ধুবৰ, ৰাখা অনুৰোধ এটি,
নিদিবা অলপো কষ্ট নিধন কালত
এটি আঘাততে যেন কৰা কণ্ঠচ্ছেদ ।
আৰু এটি কথা, অনুগ্ৰহ কৰি যেন
গাৰ আৱৰণখনি কৰা উন্মোচন ।
তাহানিয়ে মাতামহে কইছিল মোক
'লোম হীন যি জনৰ বক্ষঃস্থলখনি
সিজনৰ হাততহে মৃত্যু হ'ব তোৰ' ।
হুচেনৰ কথাশুনি পাপী চীমাৰৰ
হৃদয় কম্পিত হ'ল । ভঙা ভঙা সুৰে
কলে হুচেনক "বীৰ, হইছা কি হেতু
ভয়ত অস্থিৰ ! প্ৰাণ ভিক্ষা, অসম্ভৱ
চীমাৰৰ ওচৰত আশা নকৰিবা ।
চাব খোজা যদি মোৰ বক্ষঃস্থলখনি
নকৰো আপত্তি ৰাৰু চোৱা ভালৰূপে" ।
হুচেন স্তম্ভিত হ'ল, দেখি চীমাৰৰ
মসৃণ প্ৰস্তৰ তুল্য বক্ষঃস্থলখনি ।
হাঁহি মুখে ক'লে চীমাৰক, "বন্ধুবৰ,
দূৰ হ'ল এবে মোৰ মনৰ সংশয়
পাৰিবা সহজে তুমি প্ৰাণ লব মোৰ ।
আহা, আহা শীঘ্ৰে, দিলোঁ গল আগুৱাই ;

দিয়া গই শীত্রে.ছিন্নমুণ্ড উপহাৰ।
তৃপ্ত হ'ক এজিদৰ হৃদয় বাসনা,
বন্ধ হ'ক ৰক্ত স্রোত আৰব ৰাজ্যত।
বিজয় দুন্দুভি নাদে হ'ক নিনাদিত
গিৰি, সিন্ধু, মৰু, বন, তৰু, লতা শিৰে।
মোছলেম জগতত পবিত্র ধৰ্ম্মৰ
শান্তিৰ প্রতিষ্ঠা হ'ক প্রতি ঘৰে ঘৰে।
ই মহা বিশ্বৰ কল্যাণ সাধন হেতু
দিলোঁ ঈশচৰণত আত্ম বলিদান।
লোৱা নাথ দয়াময় আগ্রহেৰে তুলি
ধন্য হক নিবেদিত জীৱন প্রসাদ।"
নিবাত নিষ্কম্প আহা, কি প্রশান্ত মূৰ্ত্তি
গভীৰ ধ্যানত যেন মগ্ন বীৰবৰ!
কি বিমল দীপ্ত জ্যোতি শৰীৰৰ পৰা
হইছে বাহিৰ। পাপীৰো হৃদয় পমে
দেখি সেই চিত্তহাৰী স্বৰগৰ দৃশ্য!
কিন্তু নপমিল, ছয়তান এজিদৰ
কৃতদাস চীমাৰৰ কঠোৰ হৃদয়।
শাণিত অস্ত্রেৰে হাঁয় জল্লাদ চীমাৰে
কৰিলে যি অসম্ভৱ জল্লাদৰ কৰ্ম্ম!
হৃদয় বিদৰা সেই অমানুষী কাণ্ড
মোৱাৰোঁ বৰ্ণাব আৰু, লেখনী অবশ।
শেষ হ'ল শোকাবহ ঘটনা বৈচিত্র্য
শোণিত তৰ্পণ লীলা অভিনয়খনি
কাৰবালা প্রান্তৰৰ ফোৰাত তীৰত।
ৰ'ল চিৰ কীৰ্ত্তিস্তম্ভ যুগ যুগান্তৰ

আৰব ৰাজ্যত। ইছলাম সত্যধৰ্ম্মে
পালিছে যি শোক পূৰ্ণ “মহৰম” ব্ৰত।
মহাত্মন! ধন্য তযু মানৱী জনম
সামান্য মানৱ তুমি নোহোৱা হুচেন।
অলৌকিক আত্মত্যাগ শৌৰ্য্য বীৰ্য্য বল
দেখুৱালা জগতক কৰ্ম্ম অদভুত।
সাম্য মৈত্ৰী প্ৰেম দয়া স্থাপনৰ হেতু
ধৰিছিলা নৰতনু দেৱ অংশ লই
অজ্ঞান তমসাবৃত আৰব ৰাজ্যত।
লাঞ্ছনা, যন্ত্ৰণা কষ্ট ভুগি বহুদিন
অৱশেষে এৰিদিলা প্ৰাণৰ মমতা।
একেশ্বৰ বাদিতাৰ জ্বলন্ত আলোক
লক্ষ লক্ষ নৰনাৰী লভিছে প্ৰাণত।
আজিও জগত জুৰি বিজয় পতাকা
মোছলেম জগতত উৰিছে সদায়।

—

মহৰম—মুচলমানী বছৰৰ প্ৰথম মাহ মহৰম। এই মাহতে এই শোকাবহ দুৰ্ঘটনা সংঘটিত হোৱাত ইয়াক মহৰম নামেই অভিহিত কৰা হয়।



'উদিছে মনত মোৰ<br>
শৈশৱৰ চিত্ৰবোৰ<br>
কোন দূৰ অতীতৰ মায়াৰ সপোন<br>
জগাই তুলিলি মোৰ স্মৃতি বিতোপন'—(দহিকতৰা)

# সূচীপত্ৰ

# পাতনি

## ডক্টৰ বাণীকান্ত কাকতি

আজি দহ এঘাৰ বছৰ আগেয়ে শ্ৰীযুত ৰঘুনাথ চৌধাৰী ডাঙৰীয়াৰ 'কেতেকী' বুলি দীঘল চৰাই-কৱিতা এটি ওলাইছিল। গুণগ্ৰাহী অসমীয়া সাহিত্যসেৱীসকলে কৱিতাটো আদৰেৰে গ্ৰহণ কৰিছে। সম্প্ৰতি অসম ছাত্ৰ সম্মিলনৰ মুখপত্ৰ 'মিলন' বোলা কাকতত 'মিলন দূত' নামে চৌধাৰী ডাঙৰীয়াৰ আকৌ এটি চৰাই-কৱিতা ওলাইছে। গুৱাহাটীৰ একতা সভাৰ ছাত্ৰ সমজুৱা-সকলে 'দহিকতৰা' নাম দি কৱিৰ আন আন কৱিতাৰ লগত পুথিৰ আকাৰে ছপাই উলিয়াৰ খোজাত তেওঁলোকৰ অনুৰোধ মতে পাতনিখিনি লিখা হ'ল।

চৌধাৰী ডাঙৰীয়াৰ ভালেমান দিন আগতে ওলোৱা "সাদৰী" বোলা খণ্ড কৱিতাৰ পুথি এখনি আছে। তাত একুৰিৰ অলপ বেছি কৱিতা আছে। তাৰ কিছুমান কৱিতা পুৰণি "জোনাকী"ত ওলাইছিল। কিন্তু এইটো মন কৰিবলগীয়া যে সেই খণ্ড কৱিতাৰ পুথিখিনিত যিবোৰ কৱিতা আটাইতকৈ সৰস সেই আটাইবোৰেই চৰাই-জীৱন আৰু ফুল-ফুলনি লৈ লিখা। "ৰহাগীৰ বিয়া", "প্ৰিয় বিহঙ্গিনী", "ভেঁটকলি", "কেতেকী চৰাই" আদি কৱিতাবোৰৰ প্ৰত্যেকটোৰেই চৰাই আৰু উদ্ভিদ্ জগতৰ মনোৰম সাধুকথাৰ নিচিনা।

আন আন লেখকসকলক কেতিয়াবা কাহানি ফুল আৰু চৰাই জীৱনৰ বিষয়ে কৱিতা লিখা দেখা যায়। কিন্তু সেই পুৰণি "জোনাকী"ৰ দিনৰ ভাৱকণিকা-বোৰে যেতিয়া আজিলৈকে এজন কৱিৰ লেখনীত নানাত ভাষাত পল্লৱিত হৈ উঠিব লাগিছে, তেতিয়া এইটো বিচাৰি চাব লগীয়াত পৰে যে কৱিতাবোৰে একে সাঁচতেই গঢ়া নে সেইবোৰৰ বেলেগ বেলেগ কেন্দ্ৰস্থ ভাৱ আছে।

"সাদৰী"ৰ অন্তৰ্গত প্ৰকৃতি বিষয়ক কৱিতাবোৰক দুই ভাগত ভাগ কৰিব পাৰি। "ভেঁটকলি", "ৰহাগীৰ বিয়া" আদি কৱিতাত মানৱ সংসৰ্গবিহীন

প্ৰকৃতিৰ ৰূপীকৃত সৌন্দৰ্য্যৰ ধ্যান আৰু নিজৰ সৌন্দৰ্য্যত প্ৰকৃতিৰ নিজৰেই আনন্দোৎসৱ এটি দেখা যায়।

"মৰতৰ শোভাৰাশি একেলগে যেন
সৰজিলে বিধি নিজানত"
"জড় জগতত জীৱ জগতত
পাওঁ সকলোতে দেখা,
মহাবিশ্বজুৰি বিৰিঙিছে যেন
আনন্দৰ পূৰ্ণ ৰেখা "

"বহাগীৰ বিয়া" বোলা কবিতাটোত এই আনন্দৰ ৰেখা ফুটি ওলাইছে। "বহাগীৰ বিয়া" কবিতাটো মানৱসংসৰ্গবিহীন প্ৰকৃতিৰ আনন্দোৎসৱ। বসন্ত-জীয়ৰী বহাগী আইদেউৰ বিয়াৰ উৎসৱত গছ-লতিকা মুঞ্জৰিত আৰু চৰাই-চিৰিকতি বিভোল হৈ উঠিল। বহাগী আইদেউৰ বিয়াৰ উপলক্ষ্য কৰি প্ৰকৃতিৰ সৌন্দৰ্য্য বিকাশৰ উৎসৱ বৰ্ণনাই ডেকা কবিৰ কবিতাটোৰ কেন্দ্ৰস্থ ভাব। এই ভাবৰ ধাৰাৰ পূৰ্ণবিকাশ হৈছে "কেতেকী" বোলা নিৰুপম চৰাই কবিতাটোত। "বহাগীৰ বিয়া"ত যি আনন্দৰেখা উদ্ভিদ আৰু চৰাই-জীৱনত আবদ্ধ আছিল, "কেতেকী" কবিতাত সেই আনন্দই পাৰ ভাঙি আহি মানৱ সমাজৰ মকৰা জীৱনকো প্লাৱিত কৰিছে। "কেতেকী" কবিতাৰ কেন্দ্ৰস্থ ভাব বসন্তৰ আগমনত জড়-চেতন, মানৱ জগতত বিপুল উন্মাদনা। এই উন্মাদনাৰ মূল কাৰণ "বহাগীৰ বিয়া"ত কোৱাৰ দৰে কেৱল বসন্তৰ সমাগমেই নহয়, এটি স্বৰূপবিহীন বিৰাট প্ৰহেলিকাময় চৰাইৰ মাত। কোনোবা দূৰ আনন্দ সাগৰৰ ঢৌৰ খলকনি এটি চৰাইৰ মাতৰ ভিতৰেদি জড়-চেতন জগতক আঘাত কৰি ইয়াক বিয়াকুল কৰি তুলিছে।

বৰ্ত্তমান "দহিকতৰা" কবিতা এই ভাবান্বিত নহয়। "সাদৰী"ত "কেতেকী চৰাই", "গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী" আদি কেতবোৰ চৰাই আৰু প্ৰকৃতি বিষয়ক কবিতা আছে। সেইবোৰত কবিয়ে বসন্তৰ সৌন্দৰ্য্য আৰু চৰাইৰ মাতত কেৱল নিৰ্ব্বিকাৰ আনন্দতেই আপোন পাহৰা হোৱা নাই। সেইবোৰত সৌন্দৰ্য্যৰ আঘাতত কবিতাৰ ভিতৰেদি প্ৰেমিকৰ লোলুপ স্পৃহা জাগি উঠা দেখা যায়—

বিহৰিছে আহা কুঞ্জ কাননত,
প্ৰেমিকা বসন্ত ৰাণী ;
ইচ্ছা হয়, যেন মন পখী মোৰ
কৰে গুণ-গান নৱ বসন্তৰ,
দিওঁ দুগালত হেঙুলী বোলৰ
কুষুম চন্দন সানি।

"দহিকতৰা" চৰাইকবিৰ সক কালৰ স্বৰূপবিহীন "প্ৰিয় বিহঙ্গিনীৰেই" মূৰ্ত্ত আকৃতি। ইয়াৰ কেন্দ্ৰস্থ ভাবৰ অঙ্কুৰো প্ৰিয়বিহঙ্গিনী" বোলা কবিতাটোত পোৱা যায়।

এই দুটি কবিতাৰ চৰাই "জীৱনতোষিণী" প্ৰেমিক মূৰ্ত্তি।
"তোমাৰ সঙ্গীতে প্ৰিয়ে জানে কি মোহনী!
আশাৰ পচুম পাহী
মাৰে মিচিকিয়া হাঁহি
হৃদয় বীণত বাজে প্ৰেমৰ ৰাগিণী।" (কেতেকী চৰাই)
"মৰতত বৈ যোৱা সঙ্গীতৰ ধাৰা
একে থৰে শুনি শুনি
থাকো কিবা ভাবি গুণি
আপোনাক আপুনিয়ে হওঁ আত্মহাৰা।"

প্ৰেমৰ ৰাগিণীত আত্মহাৰা হোৱা ভাবেই "দহিকতৰাৰ" ভাব ; ডেকা কবিৰ "স্বৰূপবিহীন", "মানস মোহিনী", "জীৱন তোষিণী" প্ৰিয়বিহঙ্গিনীয়েই মিলন মন্ত্ৰ মুখত লৈ জড়চেতন জগতক মিলন আশাৰে আশান্বিত কৰি "দহিকতৰা" ৰূপে বাস্তৱ মূৰ্ত্তিত দেখা দিছে। ই এটি "কাম গন্ধ-বিহীন" প্ৰেমৰ কবিতা আৰু চৰাইটিও কবি হৃদয়ত চিৰদিন আনৰ চকুত নপৰাকৈ পুহি থকা আদৰ্শৰ জীৱন্ত মূৰ্ত্তি। ই ডেকা কবিৰ প্ৰেমিকা বসন্তৰাণীৰ 'দুগালত হেঙুলী বোলৰ কুষুম-চন্দন সানি' দিবৰ স্পৃহা থকা প্ৰেমৰ পুঁৰতি গীত নহয়, ই কোনোবা দূৰ অতীতৰ আশাৰ পচুমৰ" স্মৃতি বিজড়িত প্ৰেমৰ সান্ধ্য ৰাগিণী।

"চিৰদিন তই মোৰ হিয়াৰ আপোন
উদিছে মনত মোৰ
শৈশৱৰ চিত্ৰবোৰ
কোন দূৰ অতীতৰ মায়াৰ সপোন
জগাই তুলিলি মোৰ স্মৃতি বিতোপন।"

প্ৰেমিকা বিহগী দহিকতৰাৰ মাতত জগত সৌন্দৰ্য্যেৰে উপচি পৰিছে। কিন্তু কবিৰ সৌন্দৰ্য্য স্পৃহা নাই। তেওঁৰ প্ৰেম সৌন্দৰ্য্যৰ মৰীচিকা নহয়। প্ৰেমিকাৰ সংসৰ্গত সৌন্দৰ্য্যই বিকাশ পাইছে হয়, কিন্তু স্বয়ং প্ৰেমিকা ৰূপহীনা আৰু আনৰ অনাদৃতা চকুত নপৰা।

"কবি লেখনীত তই নুফুটিলি কিয়?
ৰূপ তোৰ নাই দেখি
অনাদৃতা হলি নেকি,
হলি জীৱ জগতৰ অতি ক্ষুদ্ৰ জীৱ!
কিন্তু প্ৰিয়ে তয়ে মোৰ অতি প্ৰাণপ্ৰিয়।"

অসমীয়া কবিৰ আনৰ অনাদৃতা প্ৰেমিকা দহিকতৰা ইংৰাজ কবি ৱাৰ্ডচ ৱাৰ্থৰ প্ৰেমিকাৰ নিচিনা :—'A maid whom there were none to praise and very few to love'

"ছোৱালীজনীক ভাল বোলোঁতা কেও নাছিল; আৰু ভালপাওঁতা নাছিল বুলিলেই হয়।"

এই লোকৰ অনাদৃতা 'বহনা'ৰ মাতত কবিৰ সুদূৰ অতীতৰ সপোন জাগি উঠি তেওঁৰ জীৱনক খন্তেকলৈ এটি অনুভূতিৰ বিষয় কৰি তোলে—

"কোমলতা পৱিত্ৰতা সৌন্দৰ্য্য মাধুৰী,
প্ৰেম প্ৰৱাহিনী হই
আছ চিৰকাল বই
স্নিগ্ধ সলিলত যেন থাকিম নাচুৰি!"

প্ৰিয়তমাৰ পৰশত গছলতা মুঞ্জৰিত হোৱা কথা কাব্য জগতৰ এটি মনোৰম প্ৰৱচনৰ ভিতৰত পৰিছে। কবিৰ বিশ্বাস যে প্ৰেয়সীৰ স্পৰ্শত হে ফুল ফুলে আৰু চৰাঁয়ে গীত গায়।

For her feet have touched the meadows

And left the daisies gay—Tennyson.

প্ৰিয়তমাই ভৰিৰে পথাৰথন চুই দিলত "ডেইজী" ফুলবোৰ জকমকাই উঠিল। সংস্কৃত সাহিত্যত এই কবিত্বময় প্ৰবচন শ্লোকবদ্ধ বিশ্বাসত পৰিণত হোৱা দেখা যায়। সেই অনুসাৰে যুবতী সুন্দৰীৰ কেৱল পৰশতেই নহয় নানা অঙ্গভঙ্গীতহে কেতবোৰ ফুল ফুলি উঠে।

"স্ত্রীনাং স্পর্শাৎ প্রিয়ঙ্গুর্বিকসতি বকুলঃ শীধু গণ্ডুষ সেকাৎ
পাদাঘাতাদশোকস্তিলকুরুবকৌ বীক্ষণালীঙ্গনাভ্যাম্
মন্দাৰো নর্ম্মবাক্যাৎ পটুমৃদুহসনাচ্চম্পকো বক্ত্ৰবাতা
চ্চূতো গীতান্ন মেরুর্বিকসতি চ পুৰোনর্ত্তনাৎ কর্ণিকাৰঃ।"

তিৰোতাৰ পৰশত প্ৰিয়ঙ্গু, মুখত লোৱা মদিৰা ফুৰাই দিলে বকুল, পদাঘাত কৰিলে অশোক, চকুৰে চালে তিল, আলিঙ্গন কৰিলে কুৰুবক, পৰিহাস বাক্যত মন্দাৰ, মিচিকিয়া হাঁহিত চম্পক, মুখৰ বতাহত আমফুল, গীতত নাগেশ্বৰ আৰু সমুখত নৃত্য কৰাত মণিৰাজ ফুল ফুলি উঠে।

মহাকৰি কালিদাসৰ কৰিতাত এই কবিত্বময় বিশ্বাস ঠায়ে ঠায়ে মনোৰম ভাষাত ফুটি ওলাইছিল।

ৰক্তাশোকশ্চলকিসলয়ঃ কেশৰশ্চাত্ৰ কান্তঃ
একঃ সখ্যাস্তৱ সহ ময়া বামপদাভিলাষী—( মেঘদূত )

কিন্তু কৰি চৌধাৰী ডাঙৰীয়াৰ কৰিতাত ফুল ফুলি উঠাৰ বেলেগ কাৰণ আছে। প্ৰকৃতিৰ লীলাভূমি অসমত তৰুণীৰ পৰশত নহয়, কিন্তু কৰিৰ প্ৰিয় বিহগী দহিকতৰাৰ মাতৰেই তৰু-তৃণ পল্লৱিত হৈ উঠে আৰু ৰামধনু আকাশত নীলিমা আভাৰে ব্যক্ত হয়—

"সঙ্গীতৰ সুধাধাৰা দিলি তই ৰাকি
আকাশত ৰামধনু
বৰ্ণিলে নীলিমা তনু"
"সোণগুটি সোণাকৰে লই খোপামণি
কনক কৰিতা ৰচি
দিছে প্ৰেম উপযাচি" ইত্যাদি।

দহিকতৰা

আৰো এটি লক্ষ্য কৰিবলগীয়া কথা এইটো যে আমাৰ কবি চিৰকৌমাৰ্য্যব্ৰতী। তেওঁৰ প্ৰেম-প্ৰতিমা মানৱ মূৰ্ত্তিত কেতিয়াবা দেখা দিছে নে নাই—কব নোৱাৰোঁ। কিন্তু যি প্ৰেম মানৱ মূৰ্ত্তিত আৰোপিত হৈ সন্তান-সন্ততিৰ স্মৃতিমণ্ডিত হৈ পৰিণতি লাভ কৰিব নোৱাৰিলে, সেই প্ৰেম অনাদৃতা "ৰবৰী বন্ধু" "বহনা" "দহিকতৰা" মাতত সজাগ হৈ উঠি তেওঁৰ মনটোকে ফুলনিৰ দৰে কৰি তোলে। "বিভূতি" বোলা কৱিতাত বৰ্ত্তমান কৱিয়ে বসন্ত সমাগমক লক্ষ্য কৰি কৈছে—

"ফুলিল হিয়াত মোৰ লাখে লাখে ফুল
পৰিমল গন্ধে সুৰভিত"—( বিভূতি )

এই পদ ফাকিয়ে ইংৰাজ কবি ৱাৰ্ডচ্‌ৱাৰ্থৰ "ডেফোডিলচ্‌" ফুলৰ স্মৃতিত হিয়া আলোড়িত হোৱাৰ কথা সোঁৱৰাই দিয়ে।

ডেকাকালৰ "প্ৰিয় বিহঙ্গিনী" আদি কৱিতাৰপৰা আৰম্ভ কৰি "দহিকতৰা" লৈকে সমভাৱাপন্ন কৱিতাবোৰ চিৰকৌমাৰ্য্যব্ৰতী অসমীয়া কৱিৰ কামগন্ধ বিহীন অতীন্দ্ৰিয় প্ৰেমৰ বুৰঞ্জী মাথোন আৰু এয়েই "দহিকতৰা" কৱিতাৰ কেন্দ্ৰস্থ ভাৱ।

গোটেই কৱিতাটোৰ ভিতৰত তন্ময়তাৰ ভাৱ এটা আছে। ইয়াত "কেতেকী", কৱিতাৰ মাদকতা নাই। দহিকতৰাৰ মাতত গছ, লতা পল্লৱিত হৈছে, আকাশত ৰামধনু উদয় হৈছে, শীতল, মলয়া বাৱ বলিছে, ধুপুনী চৰায়ে নাচিছে; কিন্তু কৱিৰ শৈশৱৰ স্মৃতিভাৱাক্ৰান্ত মন এইবোৰত নাই। ইংৰাজ কৱিয়ে কবৰ নিচিনা—

He heard it, but heeded not : his eyes
Were with his heart and that was far away

—Byron.

"তেওঁ শুনিছে কিন্তু মন কৰা নাই; তেওঁৰ চকু আছে তেওঁৰ অন্তৰত আৰু অন্তৰ আছে বহু দূৰৈত পৰি।" কোনোবা দূৰ দেশৰ ক্ষীণ আলোক আৰু দূৰ অতীতৰ স্মৃতি জগোৱা মোহিনী কণ্ঠৰ ধ্বনি এটিয়ে তেওঁক তন্ময় কৰি তোলা যেন দেখা যায়।

"বহি গ'ল বিশ্বব্যাপি দিক্ দিগন্তৰ"
"প্ৰকৃতিৰ নিস্তব্ধতা গ'ল ভেদ কৰি"
"কি সুন্দৰ স্নিগ্ধকান্তি কুন্ন বননিত"
"কৰিছে স্বৰ্গীয় দৃশ্যে হৃদয় ৰঞ্জন" ইত্যাদি।

প্ৰত্যেকটো ষ্টেঞ্জাৰে পঞ্চম শাৰীলৈ ভালকৈ মন কৰিলে এই তন্ময়তাৰ ভাৱ উপলব্ধি কৰিব পাৰি।

আনৰ অনাদৃত চৰাইৰ দৰে আনৰ অনাদৃত ফুলেও তেওঁৰ নিপুণ হাতত কি অপৰূপ সৌন্দৰ্য্য ব্যঞ্জক হৈ পৰে তলত তাৰে এটি উদাহৰণ দিয়া হ'ল—

"লুইতৰ কাণে কাণে কহুৱাৰ ফুল
বতাহত হালি-জালি
ঢৌৰে, ঢৌৰে ঢৌ খেলি
তুষাৰ ধৱল কান্তি ধৰিছে বিপুল,
"যেন সুৰ তৰঙ্গিণী পুলকে আকুল।"

প্ৰত্যেকটো প্ৰাকৃতিক বৰ্ণনাই প্ৰাণৰ বহুকলীয়া সঞ্চিত অনুভূতিৰ ৰূপহ বিকাশ।

ওপৰত দহিকতৰাক লক্ষ্য কৰি কৰিব সাধাৰণ গুণৰ কথা যি কোৱা হৈছে, সি তেওঁৰ প্ৰকৃতি বিষয়ক আন আন কবিতাতো সমানভাৱে বৰ্ত্তিতা থায়। চৌধাৰী প্ৰাকৃতিক সৌন্দৰ্য্য বৰ্ণনাত সিদ্ধহস্ত; কিন্তু কেৱল বৰ্ণনা থাকিলেই পদ্য ৰচনা প্ৰকৃত কবিতাত পৰিণত নহয়। তেনে হোৱা হেতেন প্ৰাণী আৰু উদ্ভিদ-বিদ্যাৰ গ্ৰন্থবোৰ কবিতাৰ পুথি হলহেঁতেন। কোনো প্ৰাকৃতিক বৰ্ণনা কবিতাত পৰিণত হ'ব লাগিলে সেই বৰ্ণনা আমাৰ ভূত, ভৱিষ্যত আৰু বৰ্ত্তমানৰ সুখ দুখাত্মক ভাৱৰ লগত ওত-প্ৰোতভাৱে মিলি থকা যেন লাগিব লাগে। যি বৰ্ণনা মানুহৰ সুখ, দুখ বা সৌন্দৰ্য্য স্মৃতিৰ বাহিৰত, সি আমাৰ কল্পনাক স্পৰ্শ কৰিব নোৱাৰে বা আমাৰ আপোন যেন নেলাগে। চৌধাৰী ডাঙৰীয়াৰ বৰ্ণনাই তেওঁৰ বৰ্ণনাৰ বিষয়ক "অজ্ঞাত কুলশীল" আচহুৱা আলহী নকৰি পূৰ্ব স্মৃতিৰ বিজড়িত বহুদিনৰ চিনাকি বন্ধুৰ দৰে উপস্থিত কৰে। বৰ্ত্তমান কবিতাবোৰৰ যেই সেই কবিতাৰপৰাই এইটো প্ৰতিপন্ন কৰিব পাৰি। আমাৰ ভিতৰত বহুতে গিৰি-মল্লিকা ফুল দেখা নাই। কিন্তু কবিৰ বৰ্ণনাত ই

পৌৰাণিক কল্পনাৰ অপ্সৰী, মদন-ভস্ম আদিৰ লগত সান মিহলি হৈ বহুকলীয়া চিনাকি লগৰী যেন লাগে আৰু কৰিয়ে যেতিয়া গায়—

"প্ৰাণ প্ৰিয়া আজি মোৰ বিজন কুঞ্জত,
তুলিবানে লয়লাসে হাঁহিৰ তৰঙ্গ,
নিষ্প্ৰভ ফুলনি মোৰ হোক জ্যোতিৰ্ম্ময়।"

তেতিয়া বাস্তবিকতেই ইয়াক তাপিতৰ মনত আশাৰ বাণীৰ দৰে বহুমূলীয়া বস্তু যেন লাগে। সেইদৰে "পুৰঁতি তৰা" কৰিতাত যেতিয়া গঙা চিলনীৰ করুণ মাতত কৰিৰ মনত সাঁচি থোৱা ব্যথা জাগি উঠে—

"কত যুগ যুগান্তৰ সাঁচি থোৱা ব্যথা
উঠে মোৰ পৰাণ আকুলি
বিপুল আবেগ ভৰা বেদনাৰ সুৰে
আকাঙ্ক্ষাৰ বাজিল সুতুলি।"

তেতিয়া গঙা চিলনীৰ মাত আৰু অনুভূতি ৰসমণ্ডলৰ বাহিৰা বস্তু নহয়। ই সন্তাপিতা জননীৰ আচম্বিতে শুনা হেৰুৱা সন্তানৰ মাতৰ দৰে—মধুৰ, করুণ, মাৰ যোৱা সোৰঁৰণী জগোৱা।

চোধাৰী ডাঙৰীয়াৰ কৰিতাত য'তেই প্ৰাকৃতিক পদাৰ্থৰ উল্লেখ আছে, ত'তেই ইয়াক আমাৰ অনুভূতিৰ কোনোৱা চকুৰ লগত সংশ্লিষ্ট থকা যেন দেখা যায়।

উদাহৰণ স্বৰূপে কেই ফাঁকিমান পদ তুলি দিয়া হ'ল :—

"অনাবিল কল্লোৰৰ প্ৰেম সৌৰভত
সুৰভিত হয় মোৰ মানস সৰস" ( দান )

"সন্ধিয়া খদ্যোত আহি
মাৰে বিদ্ৰূপৰ হাঁহি
নিয়মিত ডালত পৰি মাতে হুটা মাত" ইত্যাদি ( জোনলৈ ) কৰিতা উপভোগৰ বস্তু। আমাৰ মৰহি থকা ভাৱক জগাই তুলি ভাৱৰ খলকনিৰ পৰা যি আনন্দ হয়, সেই আনন্দ দিয়ে কৰিতাই। চোধাৰী ডাঙৰীয়াৰ কৰিতাত সেই আনন্দ দিবৰ শক্তি সম্পূৰ্ণ বিৰাজমান।

# দহিকতৰা*

অ' মৰমী বন্ধু মোৰ অ' দহিকতৰা
কোন মূৰ্চ্ছনাত তোৰ বাজে দোতাৰা
মিলন মাধুৰী লই
আহিছ সাদৰী হ'ই
কোন বিৰহীক দিবি প্ৰেমৰ বতৰা,
পদূলিতে আছে ৰই গুলঞ্চি কতৰা।†

আলোক নে অন্ধকাৰ সুদূৰ প্ৰান্তৰ
কোন সাগৰৰ পৰা
অমৃত গৰল ভৰা
মেলি দিছ সঁফুৰাটি মোহিনী কণ্ঠৰ
বই গ'ল বিশ্ব ব্যাপি দিক্ দিগন্তৰ !

কোনেনো পঠালে তোক কলকণ্ঠী কৰি
পূৰে দিলে ধলফাঁট
মাতিলি সুৰদি মাত
শীতলী মলয়া বাৰে দিলে পাল তৰি,
প্ৰকৃতিৰ নিস্তব্ধতা গ'ল ভেদ কৰি।

---

* মিলন—২য় সংখ্যা ফাল্গুন-চ'ত, ১৮৫০ শক। 'মিলন-দূত' শিতানত ছপা হৈছিল।

† কতৰা—কাঞ্চন ফুল।

জহ গ'ল, বৰ্ষা গ'ল, আহিল শৰৎ
বিদ্যাধৰী চিত্ৰলেখা
খঞ্জনী দিলেহি দেখা
নাচে কত ছন্দ তুলি করুণ সুৰত,
চমক লগালি কিনো নন্দনপুৰত।

কাষত মঙ্গলঘট ফুলৰ কৰণি
মিলি যত বনবালা
পিন্ধাইছে বনমালা
বুকুত সজাই দিছে দুগ্‌দুগীখনি,
ধৰিছে উষাই ৰূপ কনকবৰণী।

পুষ্পবৃষ্টি হ'ল তোৰ পৰশমণিত
নিমজ ঘাঁহনিডৰা
পানীপিয়লীৰে* ভৰা
মুকুতাৰ শুভ্ৰমালা শ্যামল পাটীত,
কি সুন্দৰ স্নিগ্ধকান্তি ফুল্ল বননিত!

শ্যামল তৃণেৰে ভৰা ধুনীয়া পথাৰ
সুন্দৰী শাৰদবালা
পিন্ধালে হৰিৎ মালা
সঙ্গীতৰ হিল্লোলত প্ৰেমৰ আধাৰ,
ফুলিল হ্ৰদত কত কুমুদ কহ্লাৰ।†

* পানীপিয়লী—শেৱালি ফুল

† কহ্লাৰ—বগা পদুম।

আছিলি নিমাতী হই কত দিন ধৰি
বলিল শীতল বায়
কুকুৰাই দিলে বায়
আহিল বসন্ত দৰা লাহৰাহ কৰি,
আদৰি আনিলি তয়ে তুলি সুৱাগুৰি ।

ক্ষীৰস্রাৱী সুকণ্ঠৰ মল্লাৰ ধ্বনিত,
বাজি উঠে বনবেণু
উৰি ফুৰে ফাকুৰেণু
কৰে নৃত্য লীলাভঙ্গী ফুল্ল ফুলনিত,
উঠিল স্পন্দন গিৰি শিখৰ মণিত ।

পল্লৱে পল্লৱে ভৰি উঠে গীতি ছন্দ,
কিবা অপৰূপ দৃশ্য
উদ্বেলিত মহাবিশ্ব
স্বৰগৰ পৰা আনি অমৃতৰ ভাণ্ড
ঢালি দিছ মৰতত প্ৰেম মকৰন্দ ।

কাৰ প্ৰেৰণাত তই জুৰিলি সঙ্গীত
তটিনীৰ ক্ষীৰধাৰা
কাৰ প্ৰেমে আত্মহাৰা
যি গীতৰ তৰঙ্গত হ'ল তৰঙ্গিত,
হৃদয় আপ্লুত কৰে নাচোন ভঙ্গিত ।

সঙ্গীতৰ সুধাধাৰা দিলি তই ঢাকি,
আকাশত ৰামধনু
ৰঞ্জিলে নীলিমা তনু
দেৱপুৰী এৰি ধই আকাশী নৰ্ত্তকী,
মৰতত ভৰি দিলে উৰ্ব্বশী কেতেকী।

মেঘকন্যাসবে পিন্ধি তড়িতৰ হাৰ,
গাত লই নীলাম্বৰী
আবোৱানখনি ধৰি
আগ্ৰহেৰে দিছে তোক প্ৰীতি-উপহাৰ,
কুঞ্জে কুঞ্জে ঘূৰি কত কৰিছ বিহাৰ!

আলোড়ি গন্ধৰ্ব্বপুৰ নন্দনকানন,
গালি কিনো বিশ্বজিত
মদালসা প্ৰেমগীত
পাতিলি প্ৰেমৰ হাট লীলানিকেতন,
কৰে য'ত বসন্তই কুঞ্জে নিধুবন।

সোণগুটি সোণাৰুৰে লই থোপামণি
কনক কবিতা ৰচি
দিছে প্ৰেম উপযাচি
ধবল মেঘৰ বুকু তুলাপাতখনি
কত কাব্য-কথাৰেই হইছে শুৱনি।

লুইতৰ কাণে কাণে কঁহুৱাৰ ফুল
বতাহত হালিজালি
ঢৌৱে ঢৌৱে ঢৌ খেলি
তুষাৰ ধৱল কান্তি ধৰিছে বিপুল,
যেন স্বৰ তৰঙ্গিনী পুলকে আকুল।

সোণোবালি ৰহণৰ সৰিয়হডৰা,
ৰূপৰ মাধুৰী সনা
ঢালি প্ৰেম জ্যোতিকণা
উৰাই পৰাগ ফাঁকু মনপ্ৰাণ হৰা
ৰমকজমক হ'ল বিশ্ব-বসুন্ধৰা।

শোভাৰ অঞ্জন তুল্য তৰু শোভাঞ্জন,*
তাতে পাৰ প্ৰিয়া তই
তুলি সঙ্গীতৰ লয়
সানি দিলি ৰূপচ্ছটা ধৱলী অঞ্জন,
কৰিছে স্বৰ্গীয় দৃশ্যে হৃদয় ৰঞ্জন।

বুঢ়া আজাৰো তয়ে ভাঙিলি চমক,
লাগিল বসন্ত বা
উলহ-মালহ গা
নৱ কিশলয় দলে কৰি জকমক
সম্ভাষিছে ভাগৰুৱা কত পথিকক!

---

শোভাঞ্জন=ছজনা গছ।

শিৰীষ ডালত প্ৰিয়ে পৰি ৰাতি দিন
ফুলকোঁৱৰক লই
কি খেলা খেলিছ তই
ডেকাধনি লাগি তাৰ দেহা হ'ল ক্ষীণ,
এয়ে নেকি যাদু তোৰ ভাল পোৱা চিন ?

ৰূপহী সেউতি জবা চম্পা যুতি জাতি,
ফুলৰ কুঁৱৰীবোৰে
সাজি ৰংৰূপহেৰে
ফুলৰ শৰাই কত থানে থানে পাতি
জনাইছে ব্যাকুলতা ইঙ্গিতেৰে মাতি।

দিনফুলী মালতীৰ ৰূপ বিতোপন,
বিচিত্ৰ বৰণ ধৰি
বুকুখনি উদি কৰি
লই গন্ধ উপহাৰ কুঙ্কুম চন্দন,
যাচিছে সাদৰী তোক প্ৰণয় চুম্বন।

কৰবীৰ. ভগৰতো তুলি দিলি ঢৌ
ফুলে ফুলে ফুলৰাণী
সাজি দিলে ফুলবেণী
মৌপিয়া আইটীকো লাগে কিবা মৌ,
মনৰ আশাটি বাৰু পূৰাবি নে নৌ !

আলসুৱা ডালিমীৰ বুকুখনি জুৰি
পাখিলাহি পখিলাই
ঘনে ঘনে চুমা খাই
ৰূপলীলা তৰঙ্গত নাদুৰি-সাঁতুৰি,
হেপাহ পলাই পীয়ে অমিয়া-মাধুৰী।

অ' প্ৰেয়সী গুটিমালী! নহবি অধীৰা
প্ৰিয়তম জনে আহি
বজাই মোহন বাঁহী
পিয়াব মিলন-দূতে প্ৰণয়-মদিৰা
পলাব পিয়াহ-ভোক হৃদয়ৰ পীড়া।

বিহুৱতী সুৱাগীয়ে বিহুনাম গাই
পিন্ধি বনকৰা শাৰী
লগালেহি মাতষাৰি,
ফুলবছা বিহাখনি গাত মেৰিয়াই
বিলাহী ময়ূৰে দিছে জেউতি চৰাই

সুৰত প্ৰসঙ্গী সৌ কপোত মিথুন,
ৰঙেৰে আধাৰ বাটি
অমাতৰ মাত মাতি
দেখাইছে প্ৰণয়ৰ চানেকী চিকুণ
যেনি চাওঁ তেনি যেন সকলো নতুন।

সখি অ' সখি অ' বুলি সখিয়ন্তী বাই,
গছে গছে উৰি উৰি
ভোৰ স্বুৰে স্বুৰ ধৰি
ৰূপ গন্ধ জেউতিৰে সৌন্দৰ্য্য বঢ়াই
প্ৰকৃতিৰ নগ্নৰূপ নিছে সোলোকাই।

অ' মৰমী বন্ধু মোৰ ! অ' মোৰ বহনা !
চক্ৰবাক মিথুনৰ
আশা হ'ল মিলনৰ
বজালি যি বিশ্বভোলা মিলন-গগনা,
সুমাব নে মৰমীৰ মৰম বেদনা ?

শুনালি যিদিনা গীত শৃঙ্গাৰ ৰসত
বিৰহিনী তপতীৰ
বই গ'ল অশ্ৰুনীৰ
সম্বৰণ ৰূপ ছবি ধৰি অন্তৰত
ভ্ৰমিলে কতনো দিন শৈল শিখৰত !

কৰিলি নে মুখৰিত ঋষি তপোবন,
দেৱযানে উঠি আহি
প্ৰেমনীৰে অৱগাহি
কি যাদু মন্ত্ৰত হ'ল যুগল মিলন,
নুবুজিলো বিধাতাৰ অপূৰ্ব্ব বন্ধন !

নাজানো কি গাইছিলি গিৰি কৈলাসত,
মদনৰ শৰ খৰি
কাৰ তপ ভঙ্গ কৰি
অভিশপ্তা হলি তই ভোগ-বিলাসত,
সি হেতু ভ্ৰমিছ নেকি মৰ্ত্ত্য-প্ৰবাসত ?

সংসাৰত তোৰ মান আশাশুধী নাই
মিলন-সম্ভোগ আশা
জনাই প্ৰাণৰ ভাষা
ব্যথিতৰ ব্যথাভৰা দুখ পাতলাই,
দাম্পত্য প্ৰণয় বীজ দিছ ওপজাই।

গছে গছে পাতে পাতে লতাই লতাই
ৰূপৰ পোহাৰ মেলি
নাজানো কি খেলা খেলি
ছয় ৰাগ সপ্তস্বৰে মুৰলী বজাই
ৰাখিছ সাদৰী তই ভূবন ভুলাই।

তয়েই অলকানন্দা প্ৰেম-মধুৰিমা
জগতৰ অনুপম
তয়ে অতি প্ৰিয়তম
তয়েই বসন্ত-দূত শাৰদ-প্ৰতিমা
প্ৰচাৰিছ ঘৰে ঘৰে মিলন মহিমা।

কবি লেখনীত তই সুফুটিলি কিয় ?
ৰূপ তোৰ নাই দেখি
অনাদৃতা হ'লি নেকি
হ'লি জীৱ-জগতৰ অতি ক্ষুদ্ৰ জীৱ,
কিন্তু প্ৰিয়ে তয়ে মোৰ অতি প্ৰাণপ্ৰিয় ।

চিৰদিন তই মোৰ হিয়াৰ আপোন
উদিছে মনত মোৰ
শৈশৱৰ চিত্ৰবোৰ
কোন দূৰ অতীতৰ মায়াৰ সপোন
জগাই তুলিলি প্ৰিয়া স্মৃতি বিতোপন !

কোমলতা, পবিত্ৰতা, সৌন্দৰ্য্য-মাধুৰী
প্ৰেম-প্ৰৱাহিনী হই
আছ চিৰকাল বই
স্নিগ্ধ সলিলত যেন থাকিম নাদুৰি,
পূৰাবি নে বাঞ্ছা মোৰ কচোন সাদৰী ?

আৰতিৰ শঙ্খধ্বনি হ'ল বিশ্বজুৰি
বিদায়ৰ শেষ বাণী
উচ্চাৰিলে সন্ধ্যাৰাণী
ধীৰে ধীৰে মিলি গ'ল গীতৰ মাধুৰী
বিমোৰত পৰি ৰল মায়া স্বপ্নপুৰী ।

---

# গিৰিমল্লিকা

অয়ি অনৱগুণ্ঠিতা ফুল্লশিখৰিণী
ৰঞ্জি মণিকৰ্ণিকাৰ হৰিত মেখলা,
আছা শোভি শুভ্ৰবেশে, কৰি সুৰভিত
লৌহিত্যৰ তীৰভূমি শ্যামল বননি।
নন্দনৰ ৰূপ-জ্যোতি পৰিমল-সুধা,
কৰি আহৰণ বিশ্ববিজয়িনী ৰূপে
মোহিলা নিতম্ব দেশ নিৰ্জন প্ৰান্তৰ।
বনস্পতি দ্ৰুমদলে নৱ পল্লৱেৰে
জনাইছে হৃদয়ৰ গুপ্ত সম্ভাষণ,
স্তোকনম্ৰা লতিকাৰ কুঞ্জ পল্লৱত
উঠিছে উথলি যেন প্ৰেমৰ তৰঙ্গ।
প্ৰিয়া, তুমি ঢালিলা কি মোহন মদিৰা
হাঁহি কটাক্ষৰ ! যি হাঁহিত বনে বনে,
হৰিতা ক্ষেত্ৰত তৰু তৃণ লতিকাৰো
ভাঙিল চমক ! ঠায়ে ঠায়ে বিধে বিধে
ফুলিল ৰঙেৰে কুটজ কুটমল ৰাজি।
দ্ৰোণিজাত শুভকান্তি ফুল্ল দ্ৰোণিদলে
প্ৰীতিভৰা লাজাঞ্জলি যাচিছে সাদৰে।
দেৱতৰুসকলৰ মুকুল পৰাগ
উৰি আহি পৱনৰ মৃদুল গতিত
সুকোমল গৌৰ তনু পেলাইছে জুৰ।

বঞ্জিত তুষাৰ শুভ্ৰ নিমজ গালত
সুৰভি কুঙ্কুম ৰাগ ৰক্ত চন্দনৰ।
শেষাদ্ৰি শিখৰ যেৱে ৰঞ্জি সন্ধ্যা ৰাগে
সুখেৰে বিশ্ৰাম লভে সান্ধ্য নভোমণি
বিবুধ-বনিতা সৱে সিঞ্চি নভো ৰেণু
দিছেহি পিন্ধাই মুক্তাহাৰ আভৰণ
কৌমুদী প্লাৱিত তৱ কোমল বুকুত।
যেতিয়া জোনালী নিশা মধু পূৰ্ণিমাৰ
হয় সুধাধৱলিত নীলিম আকাশ
সপ্তস্বৰে সমকণ্ঠে কেতেকী অপ্সৰী
ঢালি দিয়ে ক্ষীৰধাৰা। ৰস ভঙ্গিমাত
ভৰি উঠে যেন তৱ পল্লৱিত বুকু!
নন্দননন্দিতা তুমি দেৱপাৰিজাত
যাৰ গন্ধ মদিৰাত মুগ্ধ দেৱপুৰী।
নাজানো অপ্সৰী বেশে কোন দেৱতাৰ
আছিলা হৃদয় ৰাণী আলাসৰ লাক!
মদনৰ কামশৰ আছিলা নে প্ৰিয়া
গিৰি কৈলাসত, যিদিনা মোহিনী ৰূপ
ধৰিছিলা ধূৰ্জ্জটিৰ ধ্যানভঙ্গ হেতু!
কোপ অনলত পৰি শাপভ্ৰষ্টা হই
ভ্ৰমিছাহি নেকি দেৱী শৈল শিখৰত,
দেৱভোগ্য উপভোগ তিয়াগি সকলো
হলা চিৰ নিৰ্ব্বাসিতা চিৰদিনলই।
আছিলা নে তুমি প্ৰিয়া ঋষি-আশ্ৰমত
ফুলৰ কুঁৱৰী সাজি, পুষ্প উপবন

কৰি জাতিস্কাৰ ! প্ৰভাতৰ সমীৰণে
কত খেলা খেলি থাকে তোমাৰ লগত ;
যেতিয়া পিছলি মৃদু হিল্লোলত
বুকুৰ আঁচল, লাজতেই কুচিমুচি
তলমূৰ কৰি কোন ঋষিতনয়ক
যাচিছিলা যৌৱনৰ সৌন্দৰ্য্য-মাধুৰী !
নিদাঘৰ দহনত দুখ পোৱা বুলি
আল ধৰিছিল কোন তাপস কুমাৰী !
মলচি দিছিল গাৰ কোমল হাতেৰে
পুণ্যতোয়া মালিনীৰ শীতল জলেৰে ।
প্ৰাণপ্ৰিয়া ! আজি মোৰ বিজন কুঞ্জত,
তুলিবা নে লয়লাসে হাঁহিৰ তৰঙ্গ ?
ব্যথাৰে উপচি পৰা আকুল প্ৰাণত
দিয়া প্ৰেম মকৰন্দ অমৃত পৰশ ;
অকৃত্ৰিম প্ৰণয়ৰ স্নেহ-আলিঙ্গন
নিষ্প্ৰভ ফুলনি মোৰ হক জ্যোতিৰ্ম্ময় !

# যুগল-তৰা*

তোমৰ দুচকু সখি
পূৰ্ণিমা গগন,
শান্তিৰ আঁজলি ঢালে
কটাক্ষ কিৰণ।

তোমাৰ দুচকু সখি
তড়িতৰ মালা,
মেঘৰ আঁৰত থাকি
কৰে লীলাখেলা
তোমাৰ দুচকু সখি
পুৱতীয়া তৰা ;
মৰতত বই যায়
প্ৰেমৰ নিজৰা।

তোমাৰ দুচকু সখি
বাসন্তী পূৰ্ণিমা,
মানসপটত নাচে
হেঙুলী প্ৰতিমা।

* নতুন খণ্ড 'জোনাকী'ত পোনতে ছপা হৈছিল।

তোমাৰ দুচকু সখি
একেখনি থৰা,
দুৰবিৰনীয়া ৰূপে
জাতিকাৰ কৰা।

তোমাৰ দুচকু সখি
ফুলনি ধুনীয়া,
ভোমোৰাই পিয়ে য'ত
ফুলৰ অমিয়া।

তোমাৰ দুচকু সখি
শৰতৰ জোন,
পবিত্ৰ জেউতি তাৰ
বিশ্ববিমোহন।

তোমাৰ দুচকু সখি
প্ৰেম সৰোবৰ,
ফুলে তাত স্নেহ-প্ৰীতি
লাজুকী কমল।

তোমাৰ দুচকু সখি
প্ৰেমকুঞ্জবন
তাতে মোৰ মনপখী
কৰে বিচৰণ।

তোমাৰ দুচকু সখি
প্ৰেমিকৰ আশা,
অলক্ষ্যে হিয়াত জাগে
মৰমৰ ভাষা।

তোমাৰ দুচকু সখি
বৰণ চিকুণ.
সৰলতা, কোমলতা
লাজ আৱৰণ।

তোমাৰ দুচকু সখি
কেনে দীপ্‌লিপ্‌,
পথহাৰা পথিকৰ
আশাৰ প্ৰদীপ।

তোমাৰ দুচকু সখি
বিতোপন ধাম
তৰুণ লাৱণ্য আভা
কান্তি অনুপাম।

তোমাৰ দুচকু সখি
শোভাৰ আধাৰ,
সুৰভি চন্দনসনা
ছবি কৰুণাৰ।

তোমাৰ দুচকু সখি
চুম্বকৰ প্ৰায়,
প্ৰাণ-মন কাঢ়ি নিয়ে
সংজ্ঞা হেৰুৱাই।

সেই দেখি প্ৰিয়তমা
মনৰ হেঁপাহে,
একে ধ্যানে, একে জ্ঞানে
চাওঁ তোমাকেহে।

—

## জোনলৈ

—ঃ নদীৰ উক্তি ঃ—

বহু পথ ভ্রমি ভ্রমি
বহু বাধা অতিক্রমি
আহিছোঁ অভাগী নাথ তযু পাশলই,
হৃদয়ত অবিৰাম
সুমৰি পবিত্র নাম
নদনবদন ৰূপ চাওঁ ৰই ৰই।

ভুবনমোহন ছবি
দিনে-ৰাতি ভাবি ভাবি
আকাঙ্ক্ষাৰ দীপ জ্বালি মনো-মন্দিৰত,
অপমান অভিমান
কাতি কৰি লাজ-মান
দেহ-মন অৰপিলোঁ তযু চৰণত।

প্রতিবিম্ব ছলে আহি
দিলা প্রীতি-ভৰা হাঁহি
অলক্ষিতে কাঢ়ি নিলা কোমল হৃদয়,
কোৱাচোন প্রাণাধিক
কিয় হতভাগিনীক

দেখা দি অদৃশ্য হ'লা নাহিলা দুনাই ?
মোৰে দৰে চকোৰিণী
ফুল্লপ্ৰাণ কুমুদিনী
হ'ল চিৰ বিৰহিনী স্বৰগ-ললনা,
কঠোৰ তোমাৰ প্ৰাণ
কাকো যে নিদিলা স্থান
কৰিলা মাথোন তুমি কপট ছলনা।

তিৰ্য্যক গতিৰে লৰি
দেশ-দেশান্তৰ ঘূৰি
জনালো মনৰ কথা মৰ্ম্মভেদী সুৰে,
অভাগীক নুবুজিলা
বিননিত নুযুৰিলা
নোৱাৰোঁ ফুটাই ক'ব পৰাণ বিদৰে।

সূৰুযৰ তীক্ষ্ণ শৰে
হৃদয় আকুল কৰে
ওৰে দিন পৰি থাকোঁ তীব্ৰ যাতনাত,
সন্ধিয়া খদ্যোতে আহি
মাৰে বিদ্ৰূপৰ হাঁহি
নিয়তী ডালত পৰি মাতে লুটা মাত।

দীৰ্ঘ এটি হুমুনিয়া
আবৰি উকণ্ঠা হিয়া
পৰি আছে আঁউসীৰ ঘোৰ আন্ধাৰত,
কি ক'ম দুখৰ কথা
কিমান সহিম ব্যথা
নিশ্চয় জানিছো সুখ নাই কপালত।

নিজানত এৰি নাথ
গ'লা ভালেখিনি বাট
পাম নে আকৌ দেখা অবলা জীৱন,
যদিও তৰল মতি
তুমি বিনে নাই গতি
তুমিয়েই সখা মোৰ বাসনাৰ ধন !

যোৱা নাথ, যোৱা বাৰু
নালাগে আহিব আৰু
মিছাতে নিদিও ব্যথা কোমল প্ৰাণত
হেঙুলী ৰথত চৰি
আনন্দে বিহাৰ কৰি
অনুপম সুখ লভা থাকি নিজানত।

কিন্তু এটি কথা কওঁ
শুনা মোৰ দেহলাও
তযু ৰূপ ভাবি ভাবি মাগিলোঁ মেলানি,
জনমে জনমে যেন
পাওঁ স্বামী তোমা হেন
নুভুলিবা অভাগীক এয়ে শেষ বাণী।

———

## পুঁৱতি তৰা

ত্ৰিদিব বাঞ্ছিতা দেৱী হে চিৰসুন্দৰী
পিন্ধি দিব্য মকৰ কুণ্ডল,
কাৰনো মহান্ জ্যোতি কৰি উদ্ভাসিত
আলোকিছা ভুৱন মণ্ডল ?

তড়িতৰ কণ্ঠমালা হীৰাৰ মুকুট
পিন্ধি যত জলদকুমাৰী,
ৰতনমণ্ডিত চাৰু নীলাঞ্চলখনি
দিছে শুভ্ৰ আসনত পাৰি।

গাইছে অপ্সৰী গীত নাচিছে কিন্নৰী
বিদ্যাধৰী বজাইছে বীণা,
বিবিধ সম্ভাৰ লই ধৰিছে যোগান
সহচৰী যত সুৰাঙ্গনা।

নিজম পুঁৱতি নিশা প্ৰেমদীপ জ্বালি
কাৰ বুকু কৰিছাহি জুৰ,
কিম্বা শাপভ্ৰষ্টা হই নিজাম পুৰীত
ভ্ৰমিছাহি এৰি দেৱপুৰ।

কোমল অধৰ সুধা পৰশি তোমাৰ
লুইতৰ শীতলিল চিত,
আনন্দ হিল্লোল তুলি বিবিধ ভঙ্গীৰে
গায় মহামহিমৰ গীত।

গালে গীত দেৱদূতী গঙাচিলনীয়ে
প্ৰকৃতিৰ নিবিড় দেশত,
উঠি সি করুণ ধ্বনি দিগন্ত বিয়পি
মাৰ গ'ল নীল আকাশত।

কত যুগ যুগান্তৰ সাঁচি থোৱা ব্যথা
উঠে মোৰ পৰাণ আকুলি,
বিপুল আবেগ ভৰা বেদনাৰ সুৰে
আকাঙ্ক্ষাৰ বাজিল সুতুলি।

প্ৰেমময়ী! দিয়া এটি পোহৰৰ ৰেখা
আছোঁ ঘোৰ আন্ধাৰত বুৰি,
প্ৰাণৰ দুৱাৰ বন্ধ, বন্ধ মুক্তি-পথ
বাসনাৰ শেলুৱাই পৰি।

তযু প্ৰেম জ্যোতিকণা থবি হৃদয়ত
পাৰ হম ভৱ অন্ধকূপ,
পাম গৈ সদানন্দ নন্দনপুৰত
সত্য শিৱ সুন্দৰৰ ৰূপ।

# বিভূতি*

মাধৱীমঞ্জৰী লই আহিল মাধৱী
গীতি-গন্ধ-ৰসে ভৰপূৰ,
বিয়পিল ফুলমধু দিক্-দিগন্তত
মধুময় কৰি দেৱপুৰ।

জ্বলে গিৰিশিখৰত ৰক্তবেণী বাঁথি
অপৰূপ ধৰি ৰূপশিখা
নিতম্বত কৰধনি গিৰিকৰ্ণিকাৰ
নৱ পল্লৱৰ ৰূপৰেখা।

কৰণি ভৰাই লই দিগঙ্গনাসৱে
কৰিছেহি পুষ্পে সুশোভিত,
ফুলিল হিয়াত মোৰ লাখে লাখে ফুল
পৰিমল গন্ধে সুৰভিত।

কেতেকী পাৰিলে ৰিং ঢুৰাৰদলিত
আৰতিৰ পৰিল উকলি,
অমৃতৰ পৰশন লাগি হৃদয়ত
লয়লাসে বাজিল মুকলী।

ৰস-ৰূপ-গন্ধ-গীতি বিপুল সম্পদ
হে ঈশ্বৰ! তোমাৰে বিভূতি,
দুখিতৰ অন্তৰত দিবা নে অকণি
সৌন্দৰ্য্যৰ প্ৰেম-অনুভূতি?

---

* ১৮শ বছৰ ১ম সংখ্যা, ১৮৫১ শক (ব'হাগ)—বাঁহী।

## সৌন্দর্য্য-সাধক

জীৱনৰ সুখ সম্ভোগ লালসা
অকাতৰে এৰি থই,
নিজেই নিজৰ মেৰঘৰ সাজি
নিজে বন্দী হলি গই।

বিশ্ব-ভাৱনাৰ দুৱাৰ জপাই
সাধিলি অদ্ভুত কাজ
কৃচ্ছ্র সাধনাত অভিষিক্ত হই
পিন্ধিলি গাভৰু সাজ।

কোন অপৰূপ ৰূপ-সাগৰত
বুৰ দি আহিলি তই,
ভুৱনভুলোৱা ৰূপমাধুৰীৰ
বোৱালি প্ৰেমৰ নই।

বিকশিত তোৰ পুষ্প-পৰাগত
অপূৰ্ব্ব সৌন্দৰ্য্য-ভাতি,
দেখালি বিশ্বক প্ৰেমৰ প্ৰতিমা
ৰূপৰ পোহাৰ পাতি।

কিনো অপৰূপা প্ৰাণৰ দুলালী
সাদৰী পখিলী অই!
ললিত ভঙ্গীৰে প্ৰকৃতি কোলাত
কি খেলা খেলিছ তই?

কাৰনো গৰিমা কৰিছ বিকাশ
সন্ধ্যাৰাগে ৰঞ্জি কায়া,
মুহূৰ্ত্তৰ খেলা মুহূৰ্ত্তে সামৰি
হৰিলি জগত-মায়া?

ধৰি চাৰু বেশ ৰং-ৰূপহৰ
অহমিকা কুহকিনী,
হৰি নিছে মোৰ সদানন্দ ৰূপ
পবিত্ৰ দীপিতিখিনি।

কোৱা প্ৰিয়া, মোৰ জীৱন-সন্ধ্যাত
কাৰ ৰূপ কৰি ধ্যান,
অৰূপ ৰূপত অৱগাহি মই
লভিম স্বৰূপ জ্ঞান?

—

# অভিসাৰ*

উষাৰ ৰূপত মধুমালতীৰ
কোমল বুকু কৰে চিক্‌মিক্
সুধাৰ আধাৰ লাৱণি ওঠত
বিৰিঙি উঠিল ৰাঙলী পিক।

ছন্দভৰা গীতি উদাত্ত সুৰত
কোনোবাই যেন গালে একাকি
বেদনা আকুল উদাস প্ৰাণত
গোপন মাধুৰী দি গ'ল বাকি।

নন্দননন্দিত চন্দনৰ গন্ধে
কৰিলে হৃদয় আমোলমোল
অলকাসুন্দৰী অলকানন্দাই
কোমল হাতেৰে পৰশি গ'ল।

বিমানে বিমানে নৃত্য-ভঙ্গিমাৰে
ৰূপৰ পোহাৰী ফুৰিছে উৰি,
কোন ৰূপদক্ষে প্ৰণয় ৰাজ্যত
সাজিলে নতুন সপোনপুৰী!

আজি মোৰ ব্যৰ্থ, বিজন কুঞ্জত—
মানস প্ৰিয়াৰ গোপন খেলা,
মিলন-অলকা জিলিকি উঠিল
বাসৰ ঘৰত মোহন মেলা।

* ২য় বছৰ ৩য় সংখ্যা (পুহ, ১৮৫২ শক)—আৱাহন।

# মাধৱী

মধুগন্ধ গীতি-ছন্দ
মন্মথৰ মহাদান,
মৰতৰ মৰু ফুলে
মলয়াৰ পালে ঘ্ৰাণ।

মন্দ মন্দ তালে বাজে
মেঘমন্দ্ৰ ৰাগিণী—
মধুমালতীৰ গন্ধে
মুগ্ধা মধু যামিনী।

মধুচ্ছন্দা মদনৰ *
মোহন মূৰ্চ্ছনা ধ্বনি,
মুখৰিত মঞ্জুবন
মুকুলিত ফুলমণি।

মাধৱীৰ মুকুলত
মলয়াৰ লুকাভাকু,
মন্দাৰৰ মণ্ডপত
মকৰাই খেলে ফাঁকু।

* মদন—মইনা চৰাই

ময়ূৰৰ নৰ্ত্তনত
মন্ত্ৰমুগ্ধ মণিৰাজ,
মুৰত জিলিকি উঠে
মুনিমনোহৰ সাজ।

মোহ মদিৰাত মত্ত
মদালস মধুলেহী
মধুগন্ধা মঞ্জৰীত
মহানন্দে মিলিছেহি।

মাগিছে মৰম ভিক্ষা
মধুদ্ৰুম মুচুকুন্দে
মিনতিৰে দিলে অৰ্ঘ্য
মল্লিকা মালতীপুঞ্জে।

মনোময় চিত্তময়
মুৰতি মোহন ৰূপ,
মহাবিশ্ব জুৰি বয়
মঙ্গল চন্দন ধূপ।

মূৰ্ত্তিমান জ্যোতিষ্মান
মনোৰম দৃশ্যৰাজি
মুহি মেদিনীৰ বুকু
মূৰ্ত্তৰূপে আছে সাজি।

মৰমী মাধৱী তুমি
মৰমতে যোৱা পমি,
মৰমৰ স্ফুৰণত
মুগুধ মৰতভূমি।

মোহন বেণুত তুমি
মাণিকিমধুৰী মাত,
মচি দিয়া মৰ্ম্মব্যথা
মৰমে বুলাই হাত।

মাধুৰীৰ সোঁত বোৱা
মন্দাকিনী পূতোদক,
মোকো দিয়া বিন্দু এটি
মৰু-তৃষা দূৰ হক।

ম্লানিমা, জড়িমা, ক্লেদে
মৰ্ম্মাহত ব্যৰ্থ হিয়া,
মধুপৰ্ক মধুৰসে
মৃত সঞ্জীৱনী দিয়া।

—

# মধুলিহ*

অ’ চেনেহী শুচিমালী !
অন্তৰৰ সৰলতা
ব্যথাভৰা ব্যথিতৰ
আছে কিনো প্ৰিয় বস্তু
সেই সত্য সন্ধানত
পিয়াহত উত্ৰাৱল
দুৰ্ল্লভ মাধুৰীখিনি
সৌন্দৰ্য্যৰ সম্ভোগত
আন্ধাৰ বুকুত মোৰ
স্নেহৰ মাধুৰী সনা
তেজো·† ফুটোঁ ফুটোঁ কৰা
চুম্বন মদিৰা সুধা
গোধূলিৰ লগনত
ঢালি দি সুৰভি-ভাণ্ড
কি দোষত আজি তেন্তে
ভাঙি দিয়া কিয় মোৰ
অন্তৰৰ প্ৰফুল্লতা
কিনো সুখ পাবা বাৰু

তুমি মোৰ প্ৰিয় বধূ
প্ৰেমিকৰ প্ৰেমমধু ।
সান্ত্বনাৰ জুৰ নই
অন্তৰখনতকৈ !
বেদনা ব্যাকুল মনে
ভ্ৰমি ফুৰোঁ বনে বনে ।
দিলাহি যিদিনা দান
উথলি উঠিল প্ৰাণ ।
দুৰ্ল্লভ কৌস্তুভ মণি
শান্তোজ্জ্বল মুখখনি ।
সুকোমল অধৰত
স্ৰবে প্ৰেম পৰশত ।
ধৰলী মাধৰী নিশা
গুচালা প্ৰাণৰ তৃষা ।
কৰা মোক অৱহেলা
সপোনৰ লীলা-খেলা,
কিয় প্ৰিয়া নিয়া হৰি
অন্ধ কাৰাগাৰ কৰি ?

---

* ২য় বছৰ ৭ম সংখ্যা ( বহাগ, ১৮৫৩ শক )—আৱাহন ।

† পাঠান্তৰ ‘তেজো’ৰ ঠাইত ‘তেজ’—আৱাহন ।

সুবুজিলা, নুশুনিলা মৰমীৰ মৰ্ম্মব্যথা*
নোৱাৰো ফুটাই কব অন্তৰত লাগে ব্যথা
স্নেহৰ শিকলিগছি লাহে লাহে সুলকিল,
কুসুম কোমল প্ৰাণ বেজাৰতে মৰহিল।
বিচ্ছেদৰ তীব্ৰ জ্বালা হৃদয় দগধ কৰে
দুধাৰি চকুলো নিতে দুগালেদি বই পৰে।
দুদিনীয়া সুখ-ভোগ আছিল ভাগ্যত লেখা
দুদিনীয়া মিলনৰ আনন্দৰ দীপ্ত ৰেখা।
প্ৰাণৰ বেদনা মোৰ কিয় তুমি নুবুজিলা
কোমল প্ৰাণত পুনু ব্যথাৰ আঘাত দিলা।
নাজানিলো—সুবুজিলোঁ* অন্তৰৰ ভালপোৱা
সেইদেখি প্ৰিয়তমা নিছলাক দিয়া ভুৱা।
ৰিক্ত হিয়াখনি লই আৰুনো কিমান দিন
বেজাৰৰ গীত গাই বজাই ফুৰিম বীণ?
ইমানতো নুবুজিলা, নুবুজিলা—ভাল কথা
বুজাবৰ চেষ্টা কৰি নিদিওঁ প্ৰাণত ব্যথা।
বিয়োগৰ দহনত হিয়াখনি যায় ফাটি
নাজানো কেতিয়া আৰু পুৰাব দুখৰ ৰাতি।
বিফল জীৱন মোৰ বিফল সকলো আশা
ভাগ্যহীন আজি মই হিয়া মোৰ কৰ্ম্মনাশা।

---

* পাঠান্তৰ 'মৰ্ম্মব্যথা'ৰ ঠাইত 'মৰ্ম্মকথা'—আৱাহন।
পাঠান্তৰ—'নুবুজিলোঁ'ৰ ঠাইত 'দিব নেকি'—আৱাহন।

## অঞ্জলি*

কুঞ্জে কুঞ্জে মালতীৰ মহাসমাৰোহ
প্ৰাণভৰা শেৱালিৰ হাঁহি
চন্দনৰ গন্ধ ৰেণু কৰি বিতৰণ †
ফুৰে দিক্‌-দিগন্তত ভাহি।

দিক্ চক্ৰবাল জুৰি ইন্দ্ৰধনুখনি
সাজিছে কি অপূৰ্ব্ব তোৰণ,
আলোক-সুন্দৰীসৰে পুষ্পপাত্ৰ লই
প্ৰকৃতিক কৰিছে বৰণ !

পদ্মগন্ধা সৰসীত ধীৰ সমীৰণে
নাচি নাচি যায় ঢউ খেলি,
মৃণাল উভঙ্গি লই ৰাজহংস যুথে
আনন্দতে কৰে কত কেলি।

প্ৰভাতৰ ৰাগৰেখা প্ৰকৃত বুকুত
কিবা ৰূপ বিশ্ব বিমোহন—
জাতিকাৰ সেউজীয়া ধাননি পথাৰ
সেউজীয়া বন উপবন।

---

* ২য় বছৰ ১ম সংখ্যা (কাতি, ১৮৫২ শক)—আৱাহন।

† পাঠান্তৰ—'বিতৰণ'ৰ ঠাইত 'আৱাহন'ত 'মধুময়' আছিল

বিন্দু বিন্দু হিমকণা শ্যামল বনত
জ্যোতির্ময় ৰূপে আছে জ্বলি,
বিচিত্ৰ হীৰাৰ মণি উষা দেৱী যেন
প্ৰকৃতিক দিছে হেমাঞ্জলি।

সৌন্দৰ্য্যৰ মহামেলা বিশ্বমন্দিৰত
জ্বলে গন্ধ-পুষ্প-দীপ-ধূপ,
যেনি চাওঁ তেনি যেন মহামহিমৰ
বিশ্বভোলা প্ৰেমানন্দ ৰূপ।

প্ৰেমময়! দিয়া মোৰ হৃদয় বীণত
ছন্দভৰা বন্দনাৰ সুৰ,
নিভৃত মালঞ্চখনি হ'ক মুখৰিত—
প্ৰীতি গন্ধে হ'ক ভৰপূৰ।

-

## বিশ্বৰূপ*

তোমাৰ ৰং-ৰূপহৰ ভাওনাখনি
ভাঙিব কোন দিনা,
তোমাৰ বন্ধ হব কোন কাহানি
মোহন সুৰৰ বীণা!

* চেতনা, ৭ম বছৰ, ৩য় সংখ্যা; ৪৭৮ শকাব্দ।

তোমাৰ কুহকিনী নৰ্ত্তকীৰ
ভুবন-মোহন বেশ,
হাঁহি কটাক্ষৰ বিলাস-ভঙ্গি
কোন দিনা হব শেষ!

মন্ত্রমুগ্ধ মৃগশিশু যেন
চাই ৰলোঁ। ভেবা লাগি,
লগৰীয়াবোৰ দিহাদিহি গ'ল
মোৰ নাভাগিল ৰাগী।

তড়িৎ খেলাৰ চিক্‌মিকনিত
দৃষ্টি হ'ল মোৰ ক্ষীণ,
দিন-কণা হই ভাওনা-ঘৰত
পৰি ৰলোঁ। চিৰদিন।

প্রহেলিকাময় ভাওনা তোমাৰ
কেতিয়া পৰিব ওৰ,
চকুত চমক লগাই কিমান
ৰং চোৱা প্রভু মোৰ!

অৰূপ ৰূপৰ স্বৰূপ তোমাৰ
নুবুজিলোঁ। মই হৰি,
অলীক ভাওনা দেখাই মাথোন
বিবেক নিলা হৰি।

অতীত পথা পকৰাৰ দৰে
মেদেখোঁ কেনিও বাট,
আয়াৰ বান্ধোনে বান্ধি কিয় মোক
পেলাইছা যাতনাত ?

প্ৰভু ! মৰীচিকাৰ ইন্দ্ৰজালখনি
চকুৰ আঁতৰ কৰা,
তোমাৰ বিশ্বৰূপৰ মোহন মেলা
আগত দাঙি ধৰা ।

দূৰ হক প্ৰাণৰ আবিলতা
দূৰ হ'ক মনৰ ভ্ৰান্তি,
তোমাৰ ভূমানন্দ ৰূপটি চাই মই
লভিম প্ৰাণত শান্তি ।

—

## দান

পুঞ্জীভূত বেদনাৰ তীব্ৰ আঘাতত,
আলোড়িত হয় যেবে ক্ষুদ্ৰ বুকুখনি ;
ব্যৰ্থতাৰ অকন্তুদ কৰুণ সুৰত,
বাজি উঠে প্ৰলয়ৰ হাহাকাৰ ধ্বনি ;
নাজানো তেতিয়া কোন মাহেন্দ্ৰ ক্ষণত,
পাওঁ কাৰ সান্ত্বনাৰ কোমল পৰশ ;
অনাবিল কহ্লাৰৰ প্ৰেম-সৌৰভত,
সুৰভিত হয় মোৰ মানস-সৰস ।

## নশ্বৰতা

মুক্ত হ'ল পূব দিশে স্বৰ্ণমন্দিৰৰ
হিৰণ্ময় স্বৰ্গীয় তোৰণ—
সৌন্দৰ্য্য প্ৰতিমাখনি হ'ল প্ৰতিভাত
হেমজ্যোতি কৰি বিকীৰণ।

শোভে শ্যাম কুঞ্জে কুঞ্জে ফুল্ল কুসুমত
হিমানীৰ ধবল কিৰীটি,
দেৱদিব্যাঙ্গনাসৱে পুষ্পপাত্ৰ লই
কৰিছেহি মঙ্গল আৰতি।

সুগন্ধ কুসুম গন্ধ গন্ধবহে আনি
ঢালি দিলে মঞ্জু কাননত,
পৰাগ মদিৰা মধু ভুৱনে ভুৱনে
ভাহি ফুৰে বায়ু-তৰঙ্গত।

তৰু-তৃণ-লতিকাৰ পল্লৱে পল্লৱে
মুঞ্জৰিল কুসুম স্তবক,
প্ৰমোদ-ধনতো আহা স্নিগ্ধ পৰিমল
বিতৰিছে কুন্দ কুৰবক।

অনাহত সুরে বাজে বন-বীণা-বেণু
তুলি কত তরঙ্গ হিল্লোল,
তালে তালে তরঙ্গিণী ঊর্ম্মিমালা লই
মহানন্দে করিছে কল্লোল।

নানা চিত্র-বিচিত্রর বন-বিহঙ্গমে
স্রবে সুধা সঙ্গীত-লহর,
ঝিঝিভি উঠিছে আহা জগত উল্লাসি
প্রভাতর রূপ মনোহর!

ধীরে ধীরে নিদাঘর দহন মূরতি
ধরিলে কি ভীষণ আকার,
নন্দনর চারুখেলা চাওঁতে চাওঁতে
নিমিষতে হ'ল ছারখার!

—

## আকাঙ্ক্ষা*

বাজিল কীচক বেণু ললিত লয়েরে
প্রকৃতির কাম্য কাননত,
হীরক-মণ্ডিত নীল চন্দ্রাতপখনি
আলোকিল শূন্য-বিমানত।

* চেতনা—২য় বছর, ৭ম সংখ্যা; ফাগুন, ১৮৩২ শক।

ফুলৰ সুগন্ধ-বাহী সান্ধ্য সমীৰণে
বিতৰিছে সুৰভি চন্দন,
বৈতালিক পৰঘুমা ত্যজি তন্দ্ৰালস
গায় বিভু মহিমা বন্দন।

বই যায় প্ৰেমধাৰা বিশ্ব ভুবনত
প্ৰেমময় প্ৰভুৰ প্ৰসাদ—
মোহ-মুগ্ধ জীৱদলে পান কৰি আহা!
গুচাইছে আত্ম-অৱসাদ।

কিন্তু মোৰ মৰুময় হৃদি-চাহাৰাত
নাই সেই কবিৰ দুলালী,
সুধাকণ্ঠী বিহঙ্গৰ নাই কলধ্বনি
নাবাজে সি মোহন মুৰলী।

হে প্ৰভু! অন্তৰযামী মঙ্গলনিলয়
তুমি মোৰ হৃদি চিন্তামণি,
কৰুণা কিৰণ ঢালি কৰা জ্যোতির্ম্ময়
মোহ-অন্ধ কাৰাগাৰখনি।

———

# প্ৰতিধ্বনি

দুখে ভৰা জীৱনৰ ভাগ্যক সুঁৱৰি
গই আছোঁ একেৰাহে,
ভয় লগা ঠাই, তাতে বাট দীঘলীয়া
নাজানো বাধেহি কিহে।

নিশাৰ আন্ধাৰ ক্ৰমে আহিছে ঘনাই
নিচিনি আপোন পৰ,
বাট এৰি আওবাটে যাওঁ কেতিয়াবা
কঁপে দেহা থৰ থৰ্।

চঞ্চল বিদ্যুৎ ৰেখা চকুৰ আগত
কৰিছেহি তিৰ্‌বিৰ্,
পকৰাই পোৱা দৰে হওঁ কণামুনা
হৃদয়ে নামানে থিৰ।

ৰিণি ৰিণি যেন মই শুনিলোঁ দূৰত
বাজিছে মৃদুল বাঁহী,
কোনেবা গাইছে গীত, কোনেবা বজায়
শূন্যে শূন্যে ফুৰে ভাহি।

মাজামো কতনো ভাব আছে সি গীতত
অতীতৰ স্মৃতি মধু,
উঠে কত প্ৰীতিভৰা আশাৰ লহৰ
উথলি প্ৰণয় সিন্ধু।

বাজিল হৃদয় বীণা গীতৰ লগত
ভাবত বিভোৰ হলোঁ,
কিনো আকৰ্ষণী-মন্ত্ৰে ভুলালে মনক
নিজকে পাহৰি গলোঁ।

এনেতে পশ্চিম দিশ গৰজি উঠিল
লৰিল প্ৰকৃতি বুকু,
উঠিল উচাপ খাই বিদ্যুৎ সঞ্চাৰে
ভয়তে মুদিলোঁ চকু।

অনন্ত বসুধা পুনু ঘোৰ আন্ধাৰত
বুৰ গ'ল লাহে লাহে,
হিয়াভেদী সুৰে যেন ৰিঙা মাত এটি
প্ৰকৃতি বুকুত ভাহে।

অনন্তত উটি অহা মুৰলীৰ ধ্বনি
অনন্ততে মাৰ গ'ল,
বিষাদ বেদনা সুৰ হৃদয়-তন্ত্ৰীত
ধীৰে ধীৰে বাজি ৰ'ল।

মুহূৰ্ত্তৰ মোহস্বপ্ন আশাৰ দীপিতি
মুহূৰ্ত্ততে গ'ল লীন ;
আছিলোঁ যি আন্ধাৰত সেই আন্ধাৰতে
পৰি ৰলোঁ ভাগ্যহীন।

---

## প্ৰশস্তি

ঊষাৰ কুঙ্কুম ৰাগে ৰঞ্জিলে বসুধা
দশোদিশ উদ্ভাসিত কৰি,
নৱ কিশলয়দলে চামৰ ধুলাই
প্ৰকৃতিক আনিলে সাদৰি।

কৰি চিত্তহাৰী যত ফুল্ল কুসুমৰ
আনন্দত প্ৰাণ টল্‌মল্‌,
মন্দিৰৰ উপেক্ষিত ৰবাৰ ফুলেও
দিছে যাচি প্ৰেম-পৰিমল।

উঠে তৰু শিৰে শিৰে বন-বিহঙ্গৰ
ছন্দভৰা সুমধুৰ তান—
জল স্থল অন্তৰীক্ষ সকলোতে যেন
দেৱতাৰ মহা অভিযান।

কবি দীৰ্ণ জৰাজীৰ্ণ পুঞ্জীভূত ক্লেদ
শেষ হল মহা কালৰাত্ৰি,
উঠা হে ঋত্বিক্ ধ্যানী অমৃতৰ পুত্ৰ,
উঠা যত মুক্তি পথযাত্ৰী।

মোহন কীচক বেণু অনাহত ছন্দে
গায় মহামহিমৰ গান—
মোহ তন্দ্ৰালস তেজি উঠা ভক্তবৃন্দ!
সুন্দৰৰ কৰা ৰূপ ধ্যান।

---

## অতৃপ্ত*

গোধূলিৰ ৰঙা মেঘে
পাতিলে প্ৰেমৰ হাট,
চিৰসুন্দৰৰ যেন
এখনি ৰূপক নাট!

নীলিমৰ বুকু বাজি†
দিছে গন্ধ ফাকুগুৰি,
মৃদু মলয়ত ফুৰে
দিক্ চক্ৰবাল জুৰি।

---

* ৫ম বছৰ, ৬ষ্ঠ সংখ্যা, ১৯৫৫ শক (চ'ত)—'আৱাহন'।

† 'আৱাহন'ত 'বাজি'ৰ ঠাইত 'বাঁজি' আছে। বঁজি শব্দ বুলি সেই বানান লোৱা হৈছিল যেন লাগে।

পলাশ বনত দিলে
    সপোন মাধুৰী ঢালি,
জনাই ব্যাকুল ব্যথা
    বজাহত হালিজালি।

নাজানো বোলালে কোনে
    তটিনীৰ বুকুখনি,
ধীৰ তৰঙ্গত জ্বলে
    সহস্ৰ হীৰাৰ মণি।

উদ্দাম প্ৰাণৰ তৃষা
    অফুৰন্ত আশা লই
ফুৰে কাৰ সন্ধানত
    ভাৱত বিভোল হই।

পুৰবী ছন্দত গালে
    আৰতিৰ স্তুতি-গীত
সুগভীৰ নিনাদত
    গিৰি-বন মুখৰিত।*

অসীমৰ কোলা জুৰি
    বলকাৰ পংক্তি ৰেখা
লেখি থৈ উৰি গ'ল
    বিদায়ৰ শেষ লেখা।

---

* ইয়াৰ তলৰ চাৰিটা স্তৱক 'দহিকতৰা'ত (৭ম তাঙৰণত) নাই। 'আৱাহন'ত প্ৰকাশ হৈছিল।

উঠে নীৰৱতা ভাঙি
নিয়তীৰ বিণা মাত
হৃদয় অধীৰ হ'ল
বিচ্ছেদৰ ভাবনাত।

আন্ধাৰৰ সিপাৰত
জোনাকীৰ মৰীচিকা,
ধীৰে ধীৰে পৰি গ'ল
প্ৰকৃতিৰ যৱনিকা।

বাসনা ব্যাকুল মুগ্ধ
মধু ঋতু অস্ত হ'ল?
প্ৰাণৰ উন্মাদ গতি
পচোৱাত মিলি গ'ল।

## নিঃকিন*

দুখ-দৈন্য জীৱন সম্বল
নিৰ্য্যাতন মোৰ প্ৰভুৰ আশিস
সদানন্দ ৰূপ ধ্ৰুৱ-জ্যোতি
জ্বলে অন্তৰত অহৰ্নিশ।

প্ৰবৃত্তিৰ গুপ্ত অনুচৰে যেৰে
ৰুদ্ধ দুৱাৰত কৰে কৰাঘাত
নিৰ্ব্বিকাৰ চিত্তে কৰোঁ প্ৰত্যাখ্যান †
শেষ নৌ হওঁতেই জীৱন-নাট।

দেৱতাৰ স্নেহ নাপাওঁ কদাপি
মই যে লাঞ্ছিত মানুহ অধম,
বাঞ্ছো তথাপিও আলো-আন্ধাৰতে
লভোঁ যেন পুনু দুৰ্ল্লভ জনম। (ক)

---

* ২৩শ বছৰ, ১১শ সংখ্যা, ১৮৫৭ শক—বাঁহী।

† 'কৰো প্ৰত্যাখ্যান'ৰ ঠাইত বাঁহীত আছিল 'জনাও সম্ভাষা'।

(ক) পাঠান্তৰ— দেৱতাৰ স্নেহ নাপাওঁ কদাপি
মই যে লাঞ্ছিত মানুহ সন্তান,
যুগে যুগে যেন আলো আন্ধাৰতে
মানুহ জনম হয় অৱসান। (বাঁহী)

# মানৱ-দেৱতা

ৰিক্ত পাত্ৰখনি মোৰ পৰিছে উপচি
বেদনাৰ অনুভূতি, বিপুল আবেগ
আৰতিৰ উপচাৰে। অস্ফুট ভাষাত
নিৰানন্দ জগতৰ কৰুণ উচ্ছ্বাস ;
স্তৰে স্তৰে ছন্দে ছন্দে উঠিছে ঝঙ্কাৰি
সীমাহীন প্ৰান্তৰৰ উদাস সঙ্গীত।
বিশ্বৰ সভাত যি আসন হেৰাই
জীৰ্ণ শীৰ্ণ উপেক্ষিত আজিও যি জাতি
নৈৰাশ্যৰ অৱসাদে তন্দ্ৰা অভিভূত ;
শত শত লক্ষ্যভ্ৰষ্ট গণ জীৱনৰ
সুগভীৰ বেদনাৰ তীব্ৰ হাহাকাৰ,
বিধাতাৰ সিংহাসন উঠিছে আলোড়ি !
হে মানৱ ! প্ৰগতিৰ অগ্ৰদূত তুমি,
প্ৰেমৰ দেৱতা, সাম্য মৈত্ৰী স্বাধীনতা
বিজয় কেতন গৌৰৱৰ শিখৰত
উৰিছে সগৰ্ব্বে হে সাধক কৰ্ম্মযোগী !
মহাত্যাগী দধিচীৰ দৃঢ় সঙ্কল্পৰ
মহান প্ৰেৰণা লই চিত্ত কৰা জয় ;
কৰা মুক্তি-আহৱৰ দুৰ্ল্লভ সাধনা
জয় হক শুভ যাত্ৰা মুক্তি-অভিযান।

# কৱিপ্ৰিয়া*

ৰক্ত কাঞ্চন মধুমালতী
বিলাস কুঞ্জত মিলি সকলোটি
ঢালিছে অমিয়া ৰূপ-মাধুৰী
সখি ! তুমিতো† নাহিলা ঘূৰি !

গীতিমুখৰিত[1] তৰুলতিকাই
ছন্দে, সুৰে, চিত্ৰে দিছেহি সজাই
তন্দ্ৰামগন মায়া স্বপ্নপুৰী
প্ৰিয়া ! তুমিতো নাহিলা ঘূৰি।

কুসুম চন্দন* সানি অঙ্গৰাগ
মালঞ্চে মালঞ্চে কত অনুৰাগ,
খেলে কত খেলা ফুলকুঁৱৰী
ৰাধে ! তুমিতো নাহিলা ঘূৰি।

---

* ৫ম বছৰ, ৫ম সংখ্যা, ১৮৫৫ শক (ফাগুন)—'আৱাহন'
† আৱাহনত 'তুমিতো'ৰ ঠাইত 'তুমি' আছিল।
১ আৱাহনত 'মুখৰিত'ৰ ঠাইত 'মুখৰ' আছিল।
* আৱাহনত 'চন্দন' আৰু ৰহিকজবাত 'ছন্দে' আছিল। 'ছন্দে' এই ঠাইত অৰ্থবহ নহয় বাবে 'চন্দন' ৰখা হৈছে।

নিজানৰ সৌ মুগ্ধা তটিনী
গায় প্ৰেম-গীতি তুলি প্ৰতিধ্বনি,
ভুবনে ভুবনে উঠে লহৰি
তথাপিতো প্ৰিয়া ! নাহিলা ঘূৰি !

শুভ্ৰ জ্যোৎস্নাময় মধু পূৰ্ণিমা
ঢালে চন্দ্ৰামৃত প্ৰেম মধুৰিমা,
আনন্দৰ মেলা মহাবিশ্ব জুৰি
প্ৰিয়তমা ! কিয় নাহিলা ঘূৰি ?

সুপ্ত বাসনা কাৰ পৰশত
উচ্ছ্বসিত মধু মোহন আবেশত
ভঙা বুকুখনি উঠিছে আলোড়ি
তেও কিয় তুমি নাহিলা ঘূৰি !

জগতৰ যত সৌন্দৰ্য্য সুষমা
অনৱদ্য ৰূপ অতি মনোৰমা
গইছে সকলো বুকু উদি কৰি
গইছা যিদিনা তুমি সাদৰি !

বিক্ত বেদীত দীন উপচাৰ
কল্পনাৰ ব্যৰ্থ ফুল্ল উপহাৰ
ৰাখিছো সজাই কত যত্ন কৰি
আহিবা নে প্ৰিয়া ! আহিবা নে ঘূৰি ?

---

# অনাহূত

ছন্দহীন জীৱনৰ পদূলিমুখত
শুনো কাৰ মৃদু পদধ্বনি—
কাৰ স্নিগ্ধ পৰশত হ'ল মুখৰিত
ভাষাহীন কাব্যবেদীখনি।

তাহানি এদিন দীন কবি-কাননত
বাজিছিল দীপক হিন্দোল,
যি মহান অমৰত্ব গীতৰ লয়ত
কঁপিছিল সপ্তৰ্ষি মণ্ডল।

নাচিছিল লয়লাসে গোপন কক্ষত
ছন্দময়ী কাব্য-মনোৰমা
কৰিছিল মধুময় বিলাই প্ৰাণত
অপৰূপ সৌন্দৰ্য্য সুষমা।

সুন্দৰৰ ধ্যানমূৰ্ত্তি অন্তৰ্দ্ধান আজি
নাই সেই আৰাধ্য দেৱতা,
আচম্বিতে আহি কোনে কৰিলে মুখৰ
প্ৰাণৰ নিবিড় নীৰৱতা!

———

# বৈৰাগ্যৰ কথা

ভাৰ্য্যা-পুত্ৰ ধন-জন দিলোঁ মই বিসৰ্জ্জন
মিতিৰ-কুটুম কেও নাই লগৰীয়া,
আশা-পখী উৰি গ'ল শূন্য হিয়া পৰি ৰ'ল
সংসাৰত আজি মই অকলশৰীয়া।

সুখৰ সংসাৰ মোৰ অচিৰে পৰিল ওৰ
নিজানতে বহি কত কাঢ়োঁ হুমুনিয়া,
সহায় সম্পদহীন দেখি সবে কৰে ঘিণ
যেয়ে দেখে সেয়ে বোলে বাটৰ বলিয়া।

নালাগে সংসাৰ-সুখ নাচাওঁ মানুহ-মুখ
জীৱনত পালোঁ বহু বেজাৰ আমনি,
ধুন-পেঁচ বিলাসিতা সকলো লাগিছে তিতা
আজুৰি পেলালোঁ মায়া মোহৰ বান্ধনি।

সকলোৰে এৰি আশ অৰণ্যত ললোঁ বাস
মন গলে অকলই ফুৰোঁ বনে বনে,
বিবিধ চৰাই পছু ঠায়ে ঠায়ে আছে বহু
সিহঁতেই সঙ্গী মোৰ জীৱনে-মৰণে।

খায় যদি বাঘে ঘোঙে পৰোঁ যদি খাদে-দোঙে
যদিওবা আক কিবা ঘটে অমঙ্গল,
নকৰো একোকে ভয় আছে প্ৰভু দয়াময়
হব তেওঁৱেঁ আশ্ৰিতৰ আশ্ৰয়ৰ থল।

ভোকত আতুৰ হলে অৰণ্যৰ ফল-মুলে,
গুচাওঁ পেটৰ জ্বালা, পলায় ভাগৰ,
ওদালৰ ছালখনি সেয়ে গাৰ আবৰণী
তাৰেই গুচাওঁ জাৰ, নালাগে কাপোৰ।

আছে কত কুঞ্জবন প্ৰকৃতিৰ তপোবন
হিয়াত নতুন ভাবে খেলে কত ঢৌ,
কোমলতা সৰলতা স্বৰগৰ পবিত্ৰতা
আনন্দ মুৰতি য'ত বিৰাজে নিতৌ।

তাৰে কত শোভা চাওঁ হৃদয়ত শান্তি পাওঁ
বিভুৰ মহিমা গাওঁ পখীৰ সুৰত,
তৰঙ্গৰ লীলা-খেলা অপূৰ্ব্ব মোহন মেলা
ৰং মনে বহি চাওঁ তটিনী তীৰত।

যেতিয়া হেঙুলি বেলি বিচিত্ৰ বৰন ঢালি
লাহে লাহে যায় নীল সাগৰত তল,
ফুলৰ সুগন্ধবাহী মলয় সমীৰে আহি
সন্তাপিত প্ৰাণ মোৰ কৰে সুশীতল।

হিংসা দ্বেষ প্ৰবঞ্চনা সংসাৰৰ বিড়ম্বনা
লোভৰ বেহানি তাত একো নাইকিয়া,
মাভাবো সিবোৰ কথা নাই আৰু একো লেঠা
সঁচাকৈয়ে আজি মই পৰম সুখীয়া।

যিদিনা ললাটী* দেহা বেহাই সংসাৰ বেহা
বিচাৰিব পাৰলৈ মুক্তিৰ বিধান,
গছৰ পাতেৰে সজা আছে যিটি ভঙা পঁজা
তাতে বহি পাম মই শেষ সমিধান।*১

---

* পাঠান্তৰ—লেটাটী (বণিজৰ কথা)

*১ ইয়াৰ পাছত 'বণিজৰ কথা' কবিতাত আৰু আছে—
'সিদিনাহে হব মোৰ
লীলা অৱসান।'

## অন্তিম জ্যোতি*

মৰম ভিখাৰী মই বিশ্ব-ভাণ্ডাৰত
খুজিছিলোঁ অন্তৰৰ দান,
গৰল উদ্ভৱ হ'ল সিন্ধু-মন্থনত
অমৃতৰ নাপালোঁ সন্ধান।

---

২য় বছৰ ৪ৰ্থ সংখ্যা (মাঘ, ১৮৫২ শক)—আবাহন।

উদ্দাম বাসনা লই স্বর্ণ-মৃগ খেদি
সংসাৰত ভ্ৰমিলোঁ কিমান,
দুৰ্জ্জয় লালসা তেও নুগুচিল মোৰ
ব্যৰ্থ হ'ল লক্ষ্যভেদী বাণ।

মৰ্ম্মাহত ব্যথাহত দুৰ্ব্বহ জীৱন
আছে মোহ-আৱৰ্ত্তত ঘূৰি,
স্পন্দনত তন্দ্ৰাতুৰ দুৰ্ব্বল চিত্তৰ
জড়তাই নিছে সংজ্ঞা হৰি।

ব্যথাৰ সহস্ৰজ্বলা, ব্যৰ্থতাৰ গ্লানি
বুকু পোৰা তপত উচ্ছ্বাস,
কোনেবা গুচাব মোৰ কোনেবা শুনিব
আৰব্যৰ স্বপ্ন-উপন্যাস ?

জীৱনৰ ধ্ৰুৱতৰা মাৰ যাওঁ যাওঁ
অনন্তৰ অন্তিম বুকুত,
পৰম আনন্দ ৰূপ ধ্ৰুৱ জ্যোতিকণা
নাপাম নে আৰু সি লোকত ?

## ফুলশয্যা*

আকনো কিমান দিয়া বেদনাৰ বোজা
হে মোৰ হৃদয়-দেৱতা !
কৰুণ ৰোদন তুলি ভাঙি দিলা কিয়
প্ৰাণৰ নিবিড় নীৰৱতা ?

* আৱাহন—২য় বছৰ, ৬ষ্ঠ সংখ্যা, চ'ত, ১৮৫২ শক।

জীৱনৰ সন্ধি-ক্ষণ বিয়লি বেলাত
হিয়া ধুনি উঠে কোলাহল ;
আৰু কিয় তিক্ত ব্যথা বিক্ত হৃদয়ত
ঢালি দিলা তীব্ৰ হলাহল ?

কোন কাহানিয়ে তুমি হৰি নিছা মোৰ
প্ৰীতিভৰা প্ৰণয়ৰ লাৰু,
অন্তৰ্দ্দাহী ৰাৱণৰ চিতা-জুইকুৰা
কোন দিনা নুমাবনো আৰু ?

আনন্দৰ পূৰ্ণপাত্ৰ শূন্য আজি মোৰ
কেউ পিনে দেখোঁ হাহাকাৰ—
দাবাগ্নিৰ দহনত দেৱদাৰু তৰু
পুৰি ডেই হ'ল ছাৰখাৰ।

মাৰিছিল শক্তিশেল তাহানি যিপাত
খোৱা নাই সি বিষ জামৰি,
বেদনাৰ যত অস্ত্ৰ কৰিছা প্ৰয়োগ
বুকু পাতি লইছোঁ সামৰি।

হিয়াভগা বিষাদৰ তিতি অশ্ৰুজলে
পাহৰিছোঁ সংসাৰ মৰম,
ভাবাক্ৰান্ত চিত্ত আজি উদ্বেলিত কৰি
কিবা সুখ পালা প্ৰিয়তম ?

মৰহিছে জীৱনৰ দুৰ্ল্লভ মাধুৰী
নোৱাৰিলোঁ আকাঙ্ক্ষা পুৰাব,
আহিছে প্ৰাণত আজি ক্লান্তি অৱসাদ
দিয়া মোক শান্তিৰে জুৰাব।

যাতনাত নিপীড়িত ওৰে জীৱনত
কৰিয়ালোঁ যত আৱৰ্জ্জনা,
তোমাৰে বিপুল দান বুকুত সাৱটি
অন্তিমত লভিম সান্ত্বনা।

জ্বলিছে দূৰত সউ প্ৰলয়ৰ শিখা
ধৰিছে কি ৰূপ বিভোপন!
সেয়ে মোৰ ফুলশয্যা ৰক্তকমলৰ
লম তাতে অনন্ত শয়ন।

# সূচীপত্র

# ফুল

ফুল, তুমি প্ৰকৃতিৰ অপৰূপ সৃষ্টি, অতি মনোৰম। তোমাক ভাল পাওঁ, প্ৰাণভৰি ভাল পাওঁ, কিয় ভাল পাওঁ কব নোৱাৰোঁ। তোমাক ভালপোৱাটো অহৈতুকী। তুমি থকা বহুত দূৰৈত, তেও বুকুৰ মৰম সকলোকে সমানে বিলোৱা। মৰমভৰা বুকুখনিত বিষাদৰ কালিমা যেন সমুলি নাই। অকিঞ্চনক ভাল পোৱা নে নোপোৱা নাজানো। মই কিন্তু তোমাৰ সান্নিধ্য বিচাৰোঁ। তুমি মোৰ চিৰলগৰী, চিৰচেনেহী।

সৃষ্টিৰ আদিতে পৃথিৱী যেতিয়া প্ৰলয় পয়োধি জলত বুৰ গৈ আছিল, কত যুগযুগান্তৰৰ পাচত কোনো এটি শুভ মুহূৰ্ত্তত অৰুণৰ প্ৰথম প্ৰকাশনৰ লগে লগে এটি কলি ফুটি পাতেৰে তোমাৰ উদ্ভৱ। চিৰআৰাধ্য দয়িত সৱিতৃক তোমাৰ হিমশীতল বুকুৰ মাজত লৈ নিজকে নিজে কৃতাৰ্থ মানিছা আৰু অনন্ত জগতখনকো কৃতকৃত্য কৰিছা। স্বচ্ছ জলত প্ৰতিবিম্ব চাই আত্মভোলা হৈছা। তোমাৰ অতুলনীয় ৰূপ, ৰস, গন্ধ মাধুৰ্য্যত বিশ্বভুৱন সম্মোহিত। অনাবিল গন্ধৰ মাদকতা, বিস্ময়াৱিষ্ট ৰূপৰ বৈচিত্ৰ্য, সৌৰভমণ্ডিত সৌন্দৰ্য্যৰ মনোহাৰিত্ব আৰু চমৎকাৰিত্বত মহাবিশ্বমণ্ডল তমসা ভেদ কৰি উদ্ভাসিত হৈ উঠিছে। কি চমকপ্ৰদ কমনীয় কান্তি, নিগৰি নিগৰি বাগৰি পৰা মন্দাকিনীৰ অমৃতধাৰা! অনিন্দ্যসুন্দৰ ৰূপগৰিমাত দিগ্বলয় জুৰি নিখিল বিশ্ব আনন্দমুখৰ। বিচিত্ৰতাপূৰ্ণ মানৱ জগতখনৰ মানসিক দুৰ্ব্বলতা, অসংযত চিত্তৰ ব্যাকুলতাক তোমাৰ

দীপ্তিৰ মহীয়সী শক্তিয়ে সংযতভাবে চলিবলৈ যি দিব্য জ্ঞান দিছে, সি চিন্তাৰ অতীত। মনোহৰ বন, উপবন, শ্বাপদ জীৱ সঞ্চাৰী দুৰ্গম মহাৰণ্যসমূহো আতিক্ৰাৰ কৰি জীৱমণ্ডলীৰ মনত আনন্দ বৰ্দ্ধন কৰিছা। পৃথিৱীৰ শেষ প্ৰান্ত জনসমাগমহীন মেৰুমণ্ডল আলোকিত কৰি প্ৰকৃতিৰ মহিমা প্ৰচাৰ কৰিছা। ভয়ঙ্কৰ জলচৰ জীৱসঙ্কুল অতল জলধিগৰ্ভ ৰূপায়িত কৰি পৰম তৃপ্তি লাভ কৰিছা। তৰু, তৃণ, লতা গুল্মবৰ্জ্জিত মহাশ্মশান সদৃশ বিশাল মৰুক্ষেত্ৰতো তোমাৰ আত্মপ্ৰকাশ। দিগভ্ৰান্ত পথিকক সান্ত্বনাৰ শান্তিজল পান কৰি শৰীৰ শীতল কৰিবলৈ ইঙ্গিতেৰে আকুল আহ্বান জনাইছা; দুৰধিগম্য শ্যামতৰুচ্ছায়াবৃত মানসসৰোবৰত শুভ্ৰ শতদলৰূপে প্ৰস্ফুটিত হৈ গাম্ভীৰ্য্যপূৰ্ণ সিদ্ধাশ্ৰমখন সুগন্ধ আৰু দিব্য-জ্যোতিৰে পৰিশোভিত কৰিছা। মহাকাশৰ নভোৰেণুৰ লগত তোমাৰ সুবাসিত গন্ধৰেণু মিহলি হৈ এখন নতুন সৃষ্টিৰ অপৰূপ শ্ৰী ধাৰণ কৰিছে। গগনবিহাৰী জীৱবোৰেও আবেগভৰা আনন্দত উন্মত্ত, উদ্‌ভ্ৰান্ত। সুষমামণ্ডিত প্ৰীতি-গন্ধময় বিপুল ঐশ্বৰ্য্যসম্ভাৰেৰে নাতিশীতোষ্ণমণ্ডল ভূমিখণ্ড অধিক সমৃদ্ধিশালী হৈ উঠিছে। পৃথিৱীত এনে এডোখৰ শূন্য স্থান নাই, য'ত তোমাৰ প্ৰাণভৰা হাঁহিৰ নিজৰা ফুটি ওলোৱা নাই। তোমাৰ সৌৰভত ভূমণ্ডল সুৰভিত, তোমাৰ গৌৰৱত জগত গৌৰৱান্বিত। নাজানো কি মহৎ উদ্দেশ্য সাধনৰ হেতুকে তোমাৰ অহেতুকী প্ৰেম।

তুমি ব্যাপক, সৰ্ব্বত্ৰ বিৰাজমান। বসন্তৰ জুৰ বতাহৰ মৃদু হিল্লোলত কোমল পাহিবিলাকৰ নৃত্যভঙ্গীৰ সাবলীল গতিত তোমাৰ কি অপূৰ্ব্ব লয়লাস! লীলায়িত ছন্দৰ তালে তালে লতিকাবেষ্টিত নৱপল্লৱিত তৰুশাখাবোৰে অভিবাদন জনাই স্ৰষ্টাৰ মহিমা কীৰ্ত্তন কৰি ধন্য মানিছে। গন্ধ-ব্যাকুল বিহঙ্গকুলে পুলকভৰা ললিত ছন্দত তোমাৰ শুভ আগমনৰ সূচনা জয়গীতিৰে দিঙ্মণ্ডল মুখৰিত কৰি

তুলিছে। সাদৰি! তোমাৰ মনোময়, প্ৰাণময় অনিৰ্ব্বচনীয় ৰূপ-সাগৰত বুৰ মাৰায় কোন? অমিয়া মাধুৰী পান কৰি প্ৰাণত সান্ত্বনা নাপায় কোনে? তুমি চিৰআনন্দময়ী, চিৰকল্যাণময়ী আৰু চিৰহাস্যময়ী, দিব্য আভৰণে বিভূষিতা সুঅলঙ্কাৰে অলঙ্কৃতা, প্ৰকৃতিৰ অতি আদৰণীয়া মানসকন্যা। তোমাৰ অভ্যুত্থানৰ লগে লগে পৃথিৱীৰ নৱ উন্মেষ। সৃষ্ট পদাৰ্থৰ মাজত তুমি শ্ৰেষ্ঠৰো অতি শ্ৰেষ্ঠ শোভনীয় বস্তু। তোমাক লৈয়ে প্ৰকৃতিৰ গৌৰৱ।

জোৎস্নাপ্লাৱিত ক্ষুদ্ৰ ক্ষুদ্ৰ পাহিবোৰৰ কোমল বুকুখনিত কেশৰ তুলিকাৰে অতীত যুগৰ কত উত্থান-পতনৰ ইতিহাস, ৰূপকোঁৱৰৰ অলৌকিক আখ্যান, গুপ্ত প্ৰণয়কাহিনী, কত ভগ্ন হিয়াৰ বিৰহ ব্যথা, ব্যৰ্থ প্ৰেমিকৰ আত্মনিবেদন, কত আশা-নিৰাশাৰ মৰ্ম্মবাণী, হুঁহা-কন্দাৰ, মিলন-বিয়োগৰ স্মৃতি, চিত্ত বিনোদন নাটৰ অভিনয় লীলা গাঁথা সোণালী আখৰত লিপিবদ্ধ আছে। তোমাৰ কুহেলিকাময় জীৱনৰ প্ৰহেলিকা সম্পূৰ্ণ ৰহস্যাবৃত—বুজিবলৈ টান পাওঁ। চুম্বকৰ নিচিনা আকৰ্ষণ শক্তিৰে কিমান প্ৰাণশক্তিক কেন্দ্ৰীভূত কৰি লৈছা! চন্দনচৰ্চ্চিত বুকুখনিৰ পৰিমলখিনি বায়ুপ্ৰবাহত সঞ্চাৰিত হৈ তৰাবছা নৈশজগতখন জীৱন্ত ৰূপত ৰূপায়িত কৰি তুলিছা। জোনালী নিশা অপৰূপ ৰূপ-লাৱণ্যত মুগ্ধ অলেখ তৰাই প্ৰীতি সম্ভাষণ জনাই আত্মতৃপ্তি লাভ কৰিছে। অস্ফুট কলনিনাদী বিহঙ্গকুলৰ নতুন নতুন গীতি-ছন্দত পুষ্পিত বনস্পতিসকলৰ যেন শিহৰণ জাগি উঠিছে; মুকুলিত নৱপল্লৱেৰে প্ৰকৃতিক সুসজ্জিত কৰি তুলিছে। চুম্বনপ্ৰয়াসী মধুমদিৰামত্ত মৌমাখিবোৰে ক'ৰবাৰ পৰা উৰি আহি উদং বুকুখনিত চুমা এটি খাই কোনোবা দেশলৈ উৰি গ'ল। পুষ্পবনখন যেন মুহ্যমান হৈ পৰিল।

প্ৰকৃতি ৰাজ্যৰ ষড়ঋতু এখনি পূৰ্ণাঙ্গ মিলনান্ত নাটক। প্ৰতি ঋতুতে ছবিধৰৰ অঙ্ক গৰ্ভাঙ্কৰ লোভনীয় দৃশ্যই মৰ্ম্মপীড়িত লোক-

সকলক কোনোবা অজ্ঞাত ৰাজ্যলৈ লৈ যায়। প্ৰিয়া-বিৰহত বিৰহ কাতৰ হতাশ প্ৰেমিকে তোমাক অঞ্জলি ভৰাই লৈ মেঘক দৌত্য-বেশে দয়িতাৰ ওচৰলৈ যাবলৈ কাকুতি জনাইছিল আৰু কৈছিল তুমি তালৈ গৈ দেখা পাবা—

> "হস্তে লীলাকমলমলকে বালকুন্দানুবিদ্ধং
> নীতা লোধ্রপ্রসৱৰজসা পাণ্ডুতামাননে শ্ৰীঃ।
> চূড়াপাশে নৱকুৰুবকং কৰ্ণে চাৰু শিৰীষং
> সীমন্তে চ ত্বদুপগমজং যত্ৰ নীপং বধূনাম্।
> যত্ৰোন্মত্ত ভ্ৰমৰমুখৰাঃ পাদপা নিত্যপুষ্পা
> হংসশ্ৰেণীৰচিতৰসনা নিত্যপদ্মা নলীন্যঃ।
>
> *　　*　　*
>
> —উত্তৰ মেঘ।

হে বলাহক! তুমি অলকা নগৰীত প্ৰবেশ কৰিলেই দেখিবলৈ পাবা তাৰ পুৰনাৰীসকলৰ হাতত শৰৎ কালৰ লীলা-কমল, হেমন্ত কালত চূৰ্ণ কুন্তলত অভিনৱ কুন্দ ফুলৰ কলিৰে গঁথা মালা। শীত-কালত লোধ্ৰ পুষ্পৰ ৰেণুৰে পাণ্ডুবৰ্ণ হোৱা শ্ৰীমুখমণ্ডল। বসন্ত কালত চিকুণ কেশৰঞ্জিত নৱকুৰুবক। নিদাঘ কালত কৰ্ণযুগলত ধুনীয়া শিৰীষ ফুলৰ কুণ্ডল। সীমান্তত তোমাৰ সমাগমত বৰ্ষা ঋতুত ফুলা কদম্ব পুষ্প। সেই অলকাপুৰীত থকা যাৱতীয় গছ-গছনিত্তে ষড়ঋতুৰ প্ৰতি ঋতুতে পুষ্পসমূহ প্ৰস্ফুটিত হৈ থাকে আৰু উন্মত্ত ভোমোৰাবিলাকে ফুলৰ পাহিত পৰি শ্ৰুতিমধুৰ গুণগুণ ধ্বনিৰে মনোৰম পুৰীখন মুখৰিত কৰি থাকে। নিতৌ সৰোবৰত পদুম ফুল ফুলি সুগন্ধেৰে অলকাপুৰীখন ৰম্যপুৰী কৰি ৰাখিছে। ফুলৰ সৌন্দৰ্য্য মাধুৰ্য্য আৰু কামিনীৰ অঙ্গ-সৌষ্ঠৱৰ কোমলতা সম্বন্ধে কৱিয়ে দুয়োৰো অঙ্গাঙ্গী ভাৱৰ সুন্দৰ বৰ্ণনা দিছে—

"শিবসি বকুলমালাং মালতীভিঃ সমেতাং
বিকশিত বনপুষ্পৈর্যূথিকা কুট্মলৈশ্চ।
বিকচনবকদম্বৈঃ কর্ণপূরং বধূনাং
রচয়তি জলদৌঘঃ কান্তবৎ কাল এষঃ॥"

বর্ষাকালে কান্তৰ মিচিনাকৈ কামিনী ফুলৰ মূৰত মালতী ফুল, খোপাত যুতি ফুলৰ কলিৰ চাকি আৰু প্ৰস্ফুটিত বনপুষ্পৰ লগত বকুল মালা আৰু কৰ্ণত ফুটন্ত কদম্বৰ কৰ্ণভূষণ পিন্ধাই দিছে।

"বিকচকমলবক্ত্ৰা ফুল্লনীলোৎপলাক্ষী
বিকশিতনবকাশশ্বেতবাসো বসানা
কুমুদৰুচিৰহাসা কামিনীবোন্মদেয়ং
প্ৰতিদিশতু শৰদ্বশ্চেতসঃ প্ৰতিমগ্ৰ্যাম্।"

প্ৰস্ফুটিত কমলমুখী, প্ৰফুল্লনীলোৎপলাক্ষী, বিকশিত নৱকাশ কুসুম সম শুভ্ৰবস্ত্ৰ পৰিহিতা, কুমুদ পুষ্প সদৃশ কমনীয় হাস্যযুক্তা শৰৎ ঋতুৱে মদোন্মাদিনী কামিনীৰূপে তোমালোক সকলোৰে হৃদয়ত অশেষ প্ৰীতি উৎপাদন কৰে।

কৰ্ণেষু যোগ্যং নৱকাৰ্ণিকাৰঃ চলেষু
নীলেষলকেষশোকঃ
পুষ্পঞ্চ ফুল্লং নৱমল্লিকায়াঃ প্ৰয়াতি কান্তিং প্ৰমদাজনস্য"
—ঋতু সংহাৰ।

বসন্তকালৰ কামিনী কুলৰ কৰ্ণভূষণ-যোগ্য নৱকৰ্ণিকাৰ ফুল, নীল চঞ্চল অলকশোভন অশোক পুষ্প আৰু পুষ্পিত নৱমল্লিকাই প্ৰমদাসকলৰ শোভাবৰ্দ্ধন কৰি থাকে।

তুমি প্ৰেম, দয়া, ক্ষমা, শান্তি, স্নেহ পাঁচোটা পাহিত সাৰ্ব্বভৌম শক্তিৰে দিগ্বলয়-সম্মোহিত কৰিবলৈ সমৰ্থ হৈছা। তোমাৰ লাৱণ্যময় পাহিবিলাক ইমান নম্ৰ আৰু কোমল যে কুমাৰীসকলৰ আঙুলিৰ পৰশত কৰবাত দুখ পোৱা কিম্বা মলিন হোৱা যেন ভাবি কোমলাঙ্গী

নাৰীসকলে ছিঙিবলৈ ইতস্ততঃ কৰে। কোমলে কোমলক আঘাত নিদিয়ে; স্পৰ্শসুখ লাভত শৰীৰ ৰোমাঞ্চিত হৈ পৰে। সেয়েহে ৰমণীৰ ৰমণীয় অঙ্গভূষণৰ ফুলেইহে যাই উপাদান আৰু পুষ্পজাত সুগন্ধি দ্ৰব্য সম্ভাৰেই প্ৰসাধন স্বৰূপ।

তোমাৰ ৰূপ আৰু গুণৰ অপাৰ মহিমা। তোমাৰ তেজস্বিতা ধাৰণাৰ অতীত। তোমাৰ অপূৰ্ব্ব বেশৰ স্বৰ্গীয় অভিনয় লীলা-চাই তন্ময় হৈ থাকিব লাগে। তুমি বেদনাক্লিষ্ট জীৱনৰ সঞ্জীৱনী সুধা দিগন্তব্যাপী বিশ্ববিজয়িনী ৰূপৰ কুহক খেলা। তুমি দেৱতা-বাঞ্ছিত। দেৱতাসকলে তোমাক সদ্যস্নাতাৰূপে পূজাৰ বেদীত পালে কিমান সন্তুষ্ট হয়!

কোনোবা এটি ক্ষণত দেৱৰাজ ইন্দ্ৰৰ বিলাসভৱনত সুন্দৰী অপ্সৰা বেশেৰে নৃত্য আৰু কটাক্ষ দৃষ্টিত কোনোবা দেৱতাক সম্মোহিত কৰিবলৈ অপচেষ্টা কৰিছিলা। নৃত্যত তাল ভঙ্গ হোৱাত শাপভ্ৰষ্ট হৈ মৰ্ত্ত্যত পুষ্পৰূপে অৱতীৰ্ণ হলা নে অপৰূপ সৌন্দৰ্য্য সুষমাত মোহিত হৈ কোনোবা তাপসকুমাৰৰ বৰ লাভ কৰি নৰ্ত্তকীৰূপে দেৱতাসকলৰ চিত্ত জয় কৰিছিলা? সেয়েহে ভূলোক, স্বৰ্গলোক সকলোতে তোমাৰ পূৰ্ণ পয়োভৰ। বাৰাঙ্গনাসকলে প্ৰিয়জনক বুকুত সাৱটি লবলৈ তোমাক বৰণ-ডলাত সজাই লৈ কোন দেৱতাক আৰাধনা কৰিছিল নাজানো। কোনোজনী গুৱনী গাভৰুৱে অলকত চৌখিপাতি কৰি লৈছে। বৈজয়ন্তীমালাৰূপে ডিঙিত আঁৰি লৈ ভুৱন-ভুলোৱা একোজনী অপেস্বৰী হ'বলৈ কিমান উৎকণ্ঠা, কিমান উৰাউল। সিইতৰ উদ্বিগ্নতাৰ মাজেদিয়ে জীৱনৰ অফুৰন্ত চঞ্চল গতি। তুমি প্ৰচুৰ সম্পদৰ অধিকাৰিণী। বিলাসভোগী লোকসকলে বুকুৰ গন্ধ ৰসখিনি আহৰণ কৰি লাহবিলাহৰ কত সুগন্ধি দ্ৰব্য-সম্ভাৰ প্ৰস্তুত কৰি আত্মতৃপ্তি লাভ কৰিছে। তথাপি তুমি অক্ষয়, অব্যয়। অকাতৰে সকলোকে দান দিছা, কাৰো পৰা দানৰ প্ৰতিদান বিচৰা নাই।

প্ৰিয়দৰ্শনে! দুখ-দৈন্য আদি আলৈ-আহুকালে আগুৰি থকা সংসাৰ মৰুভূমিৰ তুমিয়ে নিৰ্ম্মল উৎস, শান্তিৰ পুতধাৰা। তোমাৰ অন্তৰৰ স্নেহবিগলিত অমিয়ধাৰা পান কৰি প্ৰাণ শীতল নপৰে কাৰ? তুমি কবিপ্ৰিয়া, কবিৰ ধ্যানৰ সামগ্ৰী। কাব্যময় জগতৰ চিন্তাৰ মুক্তধাৰা। তুমি চিৰকল্যাণময়ী, আনন্দময়ী। সকলোতে তোমাৰ পূৰ্ণ বিকাশ। বিশ্বৰ সকলোতে তোমাৰ মহা সমাৰোহ; পূৰ্ণতাৰ বিৰাট অভিযান। স্ৰষ্টাৰ কি অপৰিসীম মমতা! তুমি সত্য, জগত সত্য, তুমি আছা, জগত আছে; জগত আছে, তুমি আছা। তুমি আৰু জগত এক সূত্ৰত গঁথা। তোমাৰ অকৃত্ৰিম প্ৰেমৰ বন্ধনত জগতৰ আত্মাই আত্মাই মিলন। তুমি পৰমানন্দৰ বিচিত্ৰ আলেখ্য; সত্য, শিব সুন্দৰৰ জীৱন্ত ৰূপ। তুমি বৰ্ণনাৰ অতীত, কামনাৰ অতীত, কল্পনাৰ অতীত, অতীন্দ্ৰিয় জগতৰ জপমালা, সাধকৰ সাধনা, আন্ধাৰ নিশাৰ আৰিয়া। তোমাৰ বিশ্বভোলা ৰূপ আৰু সুঘ্ৰাণত ভোল নাযায় কোন? হে বিশ্ববৰেণ্যা, বিশ্বাৰাধ্যা! তোমাৰ ত্যাগৰ মহিমা, দানৰ গৰিমাত বিস্ময়াভিভূত হৈ পৰোঁ, ভাবত বিভোৰ হওঁ। তুমি প্ৰকৃতিৰ দুৰ্জ্জ্ঞেয় শক্তি। তুমি ক্ষুদ্ৰাদপি ক্ষুদ্ৰ, মহতোৰ্মহীয়ান, যিয়েই নোহোৱা অতিশোভনে! তুমি মোৰ চিৰপূজ্যা, চিৰআৰাধ্যা, চিৰনমস্যা। তুমি মোৰ অন্তৰৰ অন্তৰতম প্ৰদেশৰ আন্ধাৰ কোণত লুকাই থকা মণিস্যমন্তক। সীমাহীন ব্যৰ্থ জীৱনৰ ছায়া-আলোকৰ লুকাভাকুত, তোমাৰ মায়াৰ কাঠীৰ স্নিগ্ধ পৰশত মোৰ ৰুদ্ধ দুৱাৰ আপোনা আপুনি মেল খাই গ'ল; দিগন্ত জ্যোতিষ্মান হৈ উঠিল।

# চন্দ্ৰমল্লিকা

চ'তৰ দিন যাওঁ যাওঁ, বতৰ ফৰকাল। ডাৱৰৰ ক'তো লেশ মাত্ৰও নাই। প্ৰকৃতি-ৰাজ্যত যৌৱন-দৃপ্ত ঋতুৰাজৰ পূৰ্ণ পয়োভৰ। জল, স্থল, অন্তৰীক্ষ, জুৰি, গছ, লতা আৰু তৃণ বনৰাজিয়ে জীৰ্ণ আভৰণ সোলোকাই থৈ নৱ নৱ কুঁহিপাত, ফুলৰ নৱ নৱ সাজ পিন্ধি তোৰণৰ সন্মুখত বৰণডলা সজাই ওলগ যাচিবলৈ সাজু হৈছে। চকা পাতত বহিল। পশ্চিমৰ হেঙুলীয়া আকাশৰ হিৰণ্ময় সিংহাসনত দিনান্তৰ বেলিটিয়ে ক্ষন্তেক পৰলৈ বাখৰপতোৰা মালা এধাৰি পিন্ধি দিগন্তত মিলি গ'ল। গোটেই আকাশ পিঙ্গল বৰ্ণ হৈ উঠিল। বসন্তৰ আগমনত নৈসৰ্গিক বস্তুবোৰে এটি অপৰূপ শ্ৰী ধাৰণ কৰিলে। উদয়াচলৰ পৰা পূৰ্ণ চন্দ্ৰমায়ো সোণবৰণীয়া ৰশ্মিৰ বেঙনিবোৰ ওপৰলৈ উলিয়াই দি ভৈয়ামলৈ নামি আহিল। আথেবেথে সন্ধ্যা-ৰাণীয়ে তড়িতৰ হাৰ এধাৰি চন্দ্ৰমাৰ ডিঙিত পিন্ধাই দিলেহি। লাখ লাখ সোণৰ কাঁড়েৰে কঁড়িয়াই অন্ধতমস বৃত্ৰক সংহাৰ কৰিলে। নীৰন্ধ্ৰ আকাশখন সোণালীময় জোনালীৰে উদ্ভাসিত হৈ উঠিল। দূৰৰ গিৰি নিতম্বৰপৰা নান্দীকৰ পৰঘূমা পখীটিয়ে এটি নান্দীস্তৱ গাই অভিবাদন জনালে। কুলি, কেতেকী, শৰালি আদি চাৰণবৰ্গই নিখিল বিশ্বৰ দিগ্‌দিগন্ত জুৰি শান্তিৰ মুক্তধাৰা বোৱাই দিলে। ৰাজহংসযূথে কলকল নিনাদেৰে নিনাদিত কৰি মানস সৰোবৰলৈ গতি কৰিলে। যূথভ্ৰষ্ট বলাকা পংক্তিও দিগভ্ৰান্ত হৈ কোনোবা সীমাহীন সীমান্তত মিলি গ'ল। শূন্যত তাৰকাপুঞ্জৰ লুকাভাকু আৰু ভূতলত

ক্ষীণজ্যোতি খদ্যোৎমালাৰ মৰীচিকা থিতাতে নাইকিয়া হ'ল। নীল-বৰণীয়া নৈশ আকাশখন সুধাধৱলিত ৰূপত ৰূপান্বিত হৈ পৰিল আৰু মৰ্ত্ত্যভুবনখনতো জোনৰ কোমল পৰশত এটা শিহৰণ জাগি উঠিল। বন উপবনৰ পুষ্পিত তৰুৰাজি পুষ্পিতা লতিকাপুঞ্জ আৰু নৱতৃণাঙ্কুৰ সপ্ৰে বিপুল পুষ্প সম্ভাৰেৰে আত্মনিবেদন জনালে। এনে চন্দ্ৰাৱলী নিশা ৰূপ, ৰস, গন্ধ, শব্দ, স্পৰ্শ, আদি ইন্দ্ৰিয়গ্ৰাহ্য পঞ্চেন্দ্ৰিয়ৰ সমাবেশত বিশ্বচৰাচৰ মুগ্ধ হৈ উঠিল। শান্তিৰ মোহমদিৰাত বিশাল বিশ্ব তন্দ্ৰাৱিষ্ট হৈ লালকাল দিলে। দেৱপুৰীৰ অপ্সৰীসকলৰ গীতি ছন্দৰ সুৰতৰঙ্গত পদ্মবনতো জলতৰঙ্গ বাজি উঠিল। আশাগুধীয়া ভেটফুলপাহিয়ে প্ৰাণৰ কুটুম কুমুদ্বান্ধৱৰ চৰণত আত্মসমৰ্পণ কৰি জীৱন ধন্য কৰিলে। লোকসমাজত আদৰ-সাদৰ নোপোৱা, আপোন উলাহতে আপুনি ফুলি, আপুনি মৰহি যোৱা দীনদুখী ফুলাম কলমৌ লতাজুপিও নাও বাই ভাগৰি পৰি জোনটিৰ কাষ চাপিলেহি; লঠাহাতে এটি সেৱা জনাই কৃতাৰ্থ হ'ল। শ্যাম কুঞ্জছায়াৰে পৰিবৃত ৰঙ্গমঞ্চৰপৰা সুৰাগী কেতেকী পাহিটিয়েও এবাৰ ওৰণিখন আঁতৰাই কেৰাহিকৈ চাই ললে। কলাডিলীয়া সুকোমল দেহাটিত কুহুমবুলীয়া বস্ত্ৰ আৰু কুঙ্কুমৰঞ্জিত 'দেৱাঙ্গ ভূষণ' সূক্ষ্ম বস্ত্ৰ বুকুত মেৰিয়াই লৈ মধুহীন গন্ধকাকু প্ৰিয়তমৰ গালে ছটিয়াই দি আত্মপ্ৰসাদ লাভ কৰিলে। সৌ দূৰৰ জনসমাগমহীন চাপৰিটোৰ জাঁওতলীৰ কাণে কাণে আপুনি গজি উঠা ৰূপহীন, গন্ধহীন, বালিবাৰৰি ফুলভৰায়ো নীৰলে বাতুল চৰণত শ্ৰদ্ধাৰ অঞ্জলি প্ৰদান কৰিলে। নাজানো কি মন্তহী আশাত মঁৰমীৰ মৰমভিখাৰী হৈ কাৰো চকুত নপৰাকৈয়ে জাঁও-বনডৰাৰ আঁৰতে লুকাই পৰিল।

জীৱ-জগত নিঃপালি দিছে। নিশাৰ নিস্তব্ধতা জয় কৰি ক'ৰ-বাৰপৰা এটি আনন্দৰ অনাহূত সুৰ গগন ভেদি বাজি উঠিছে। বতাহৰ মৃদু হিল্লোলত দিগবলয় মহিমামণ্ডিত হৈ উঠিল। ধীৰ গতিত

পূর্ণ চন্দ্ৰমাই হিৰণ্ময় জ্যোতিৰে বিশ্বভুবন জ্যোতিষ্কাৰ কৰি তুলিলে। সকলোৰে মনত উলহমালহ, উখলমাখল। এনেহেন এটি সৌৰভময়, গৌৰৱময় জোনালী নিশা বিৰহ-কাতৰা অনিন্দ্য সুন্দৰী চন্দ্ৰমল্লিকাহে কিবা ঠেহ পাতি বোহঘৰত পৰি আছে। মনটো বৰ উকঙা। এনে সময়ত লতাকুঞ্জৰপৰা ৰাংঢালী মাধৈমালতী আইদেৱে দীঘলীয়া কেশটাৰি মেলাই লৈ চন্দ্ৰমল্লিকাৰ ওচৰ চাপি মাত এষাৰি মাতিলে, "সখি! উঠা, চোৱা আজি জ্যোৎস্না নিশা দিক্‌চক্ৰবাল জুৰি বিশ্ব-ভোলা ৰূপত ৰূপায়িত, কলকণ্ঠ বিহঙ্গকুলৰ গীতি-ছন্দৰ তৰঙ্গত তৰঙ্গায়িত। ধীৰ সমীৰণৰ হিল্লোলত নৱকিশলয়সমূহ হিল্লোলিত। এনে এটি শুভ ক্ষণত তুমি মুখ ওন্দোলাই আছা কেলৈ? পূর্ণ চন্দ্ৰমা তোমাৰ শিতানত উপস্থিত।" চন্দ্ৰমল্লিকাই বেজাৰৰ সুৰত কলে, "বাইন্ধে! মোৰ বুকুৰ ৰুদ্ধ দুৱাৰত কোনোবাই সঙ্কেত ধ্বনি কৰি আঁতৰি গৈছে, উমানতে বুজিব পাৰিছোঁ।" কিন্তু—

"কান্তো যাস্যতি দূৰদেশমিতি মে চিন্তা পৰং জায়তে
লোকানন্দ কৰোহি চন্দ্ৰবদনে বৈৰায়তে চন্দ্ৰমাঃ।
কিঞ্চায়ং বিতনোতি কোকিলকলাপালাপোবিলাপোদয়ং
প্ৰাণানেব হৰন্তি হন্ত নিতৰামাৰামমন্দানিলাঃ॥" —কালিদাস

"প্ৰিয়সখি! প্ৰাণকান্ত এতিয়া দূৰ দেশলৈ যাবলৈ উদ্যত হৈছে। মোৰ মনত চিন্তা হৈছে, তেওঁ নিখিল বিশ্বৰ আনন্দ বৰ্দ্ধন কৰিব; কিন্তু হতভাগিনীৰ প্ৰতি বৈৰীভাৱ প্ৰকাশ কৰা দেখা গৈছে। আৰু চোৱা; কোকিলৰ কলধ্বনিও মোৰ বিলাপৰ কাৰণ হৈ উঠিছে। সমীৰণৰ মন্দ গতিয়েও প্ৰাণ হৰণ কৰিছে। সখি! সকলোৰে অনাদৃত জীৱন এটা লৈ জীয়াই থকাৰে বা প্ৰয়োজন কি?" চন্দ্ৰমল্লিকাৰ কাতৰ বাণীত চন্দ্ৰমাই ধীৰে ধীৰে বনবীথিকাৰ কামছায়াৰ জলঙাইদি ভুমুকি মাৰিলে। ৰূপহী ফুলপাহিৰ পাহবিলাক মেল খালে। সাতৰঙা তেজী কোমল বুকুখনিৰ গোন্ধৰেণু

আৰু মধুনির্য্যাসখিনি প্ৰাণকান্তৰ চৰণত বাকি দিলে আৰু কৃতাঞ্জলি-পুতে কবলৈ ধৰিলে, "প্ৰিয়দৰ্শন! তুমি মোৰ জীৱনসৰ্ব্বস্ব, চিৰআৰাধ্য। মৰ্ম্মাহত ব্যৰ্থ জীৱনৰ আত্মকাহিনী নিবেদন কৰিবলৈ মানস কৰিছোঁ। প্ৰিয়তম! অলপ স্থিৰ হৈ শুনা, এটি মুহূৰ্ত্তৰ কাৰণেহে তোমাৰে মোৰে মধুৰ মিলন। তোমাৰ স্নেহৰ মায়াৰ কাঠীৰ কোমল পৰশত নৱ জীৱন লাভ কৰিলোঁ। মই বৰ হতভাগিনী, সংসাৰৰ সকলোৰে উপেক্ষিতা, পৰিত্যক্তা। মোৰ লগৰী দিনফুলী ফুলকুঁৱৰীসকলৰ সমাজতো মোৰ স্থান নাই। মৌপিয়া চৰাইবোৰেও মৰম বিচাৰি ওচৰ নাচাপে। ভাই-ভনী মল্লিকাবোৰেও এখাৰি সাদৰী মাতেৰে বুজনি দিবলৈ নাহে—দেৱমন্দিৰত প্ৰৱেশৰ অধিকাৰ নাই দেখি পূজাৰীসকলে এবাৰো উভতি নাচায়। এনে এটা অৱহেলিত জীৱন লৈ জন্ম গ্ৰহণ কৰিছোঁ। দুখুনীৰ দুৰ্ব্বহ জীৱনৰ অসহনীয় যন্ত্ৰনাবোৰৰ কথা তোমাক বুকু উজাৰি কলোঁ। আজি এই মাহেন্দ্ৰ ক্ষণত সকলো সৰ্ব্বহ তোমাক সমৰ্পণ কৰিছোঁ। তুমি মোক আঁকোৱালি লোৱা। মোক মুক্তি নালাগে, লাগে মাথোন তোমাৰ কুসুমকোমল বহল বুকুখনিত এখানিমান জিৰণিৰ ঠাই।" উত্তৰৰ প্ৰতীক্ষাত ফুলপাহে চন্দ্ৰমাৰ মুখলৈ একেধ্যানে চাই থাকিল। জোনটোৱে অলপ ওপৰলৈ উঠি চন্দ্ৰমল্লিকাক ক'লে, "সুবদনী! তোমাৰ জন্ম কোনোবা এটি শুভ ক্ষণত। তোমাৰ অতুলনীয় ৰূপ আৰু সৌন্দৰ্য্যৰ প্ৰেম-পৰিমলত জগত বিভোল। প্ৰেয়সী! তোমাৰ পবিত্ৰ জীৱন। তুমি অনাঘ্ৰাতা, লুব্ধ ভোমোৰায়ো মধু আহৰণ কৰি পবিত্ৰতা নষ্ট কৰিবলৈ সুৰুঙা বিচাৰি পোৱা নাই। সুন্দৰী! তুমি শান্তিৰ মূৰ্ত্ত প্ৰতীক, তোমাৰ পাহিবিলাকৰ কোমলতা, শীতলতা আৰু লাৱণ্যই অপূৰ্ব্ব সৌন্দৰ্য্য সুষমা সৃষ্টি কৰিছে। তোমাৰ ৰূপত উগ্ৰতা নাই, শীতলতা আছে; মাদকতা নাই, স্নিগ্ধতা আছে: অহমিকা নাই, নম্ৰতা আছে। তুমি দেৱতা-বাঞ্ছিত। মৰ্ত্ত্যত যদিও তোমাৰ যথেষ্ট

সমাদৰ নাই, দেৱলোকত আছে। বিশ্বমন্দিৰৰ পূজাৰ বেদীত শ্ৰেষ্ঠ স্থান নিৰূপিত আছে। আমি উভয়ে প্ৰকৃতিৰ অবিচ্ছিন্ন অংশ। প্ৰিয়তমা! তুমি জানিবা মোৰ জীৱনযাত্ৰাৰ পথ বৰ দুৰ্গম। আধা আলো, আধা ছাঁৰ মাজেদিয়েই জীৱন অতিবাহিত হব লাগিছে। গ্ৰহ-উপগ্ৰহবিলাকৰ ঘাত-প্ৰতিঘাতৰ নিষ্ঠুৰ নিষ্পেষণত শৰীৰ জৰ্জ্জৰিত। কগ্ন শৰীৰ এটা লৈ আবহমান কালৰ পৰাই কঠোৰ কৰ্ত্তব্য সম্পাদন কৰি আহিছোঁ। তুমি মোক দূৰৈৰপৰা অতি বিভোপন দেখিছা। বেদনা ভৰা বুকুখনত খালবাম কিমান আছে তুমি কি বুজিবা? মোৰ নৱযৌৱনৰ পূৰ্ণ পৰিবেশো এটি শুভ নিশাৰ কাৰণেহে। যৌৱনৰ দীপ্ত উন্মাদনা ক্ৰমে ক্ৰমে হ্ৰাস হৈ কোনোবা এটা মহানিশাত আত্মবিলোপ ঘটিব। তথাপি মই বিচলিত হোৱা নাই—ক্লান্ত হোৱা নাই। অবিৰাম গতিত কৰ্ত্তব্য কাম সম্পাদন কৰি আহিছোঁ। প্ৰিয়তমা! তুমি মোৰ অনুগামিনী হোৱা। কৰ্ত্তব্য পালনেই সনাতন ধৰ্ম্ম। কৰ্ম্মময় জীৱনত বিশ্ৰাম নাই। গতিশীল আৰু বৰ্দ্ধনশীল জীৱনত অৱকাশ নাই, অৱসাদ নাই। কৰ্ম্মই জীৱনৰ অমিয়া। প্ৰেম আৰু শক্তিতহে সৃষ্টিৰ বিকাশ। শ্ৰান্ত, ভ্ৰান্ত, কৰ্ম্মব্যস্ত জীৱশ্ৰেণীৰ অন্তৰৰ দুষ্ট প্ৰবৃত্তিবোৰ সংযত কৰি শান্তিৰ অমৃতধাৰা বোৱাই দি প্ৰাণ প্ৰতিষ্ঠা কৰাইহে পৰম ধৰ্ম্ম। সৌ চোৱা, পূবে ধলফাট দিছে। চোৱাঁ, বগা ডাৱৰৰ আঁৰে আঁৰে গৌৰ কান্তিৰ কপোত-মিথুনযুৰিয়ে প্ৰেম আৰু শান্তিৰ শুভ্ৰকেতন উৰুৱাই ফুৰে। প্ৰিয়া! আহাঁ, প্ৰকৃতি পুৰুষ আমি উভয়ে জটিলতাপূৰ্ণ মহা আহৱৰ দুৰ্ভেদ্য দুৰ্গ ধ্বংস কৰি প্ৰকৃতি-ৰাজ্যত সাম্য মৈত্ৰীৰ সুদৃঢ় মন্দিৰ প্ৰতিষ্ঠা কৰোঁ। গোটেই জগত প্ৰেমময় আৰু শান্তিময় হব। শান্তি, শান্তি, শান্তি।"

---

# এলাগী বন

সৌ ৰাজআলিৰ দাঁতিত জীৱজগতৰ আদৰ-সাদৰ নোপোৱা এডালি বন। বনডালি দেখিবলৈ তেনে ৰূপহ নহয়, ৰতৰ পাই ঠন ধৰি উঠিছে। গাৰ ওচৰতে সৰু সৰু চাপৰ বন কেইবা বিধমো আছে। সিহঁতো লহপহকৈ বাঢ়ি আহিছে। ৰভাহত গা মেলাই হালি জালি সকলো ঠাইতে আনন্দৰ ধল বোৱাই দিছে। সিহঁত কাৰোবাৰ নহয় কাৰোবাৰ কিবা উপকাৰত লাগে; কিন্তু তাৰহে জীৱনটো তেনেই অকামিলা। কিয় হ'ল, সি বুজিব নোৱাৰে। মনত বেজাৰ লাগে। ৰহস্যময় জগতখনৰ পিনে ৰ লাগি চাই থাকে। নীৰৱে এটুপি চকুলো টোকে। অন্তৰৰপৰা এটি তপত দীঘল হুমনিয়াহ ওলাই পৰে। এদিন কোনোবা এটা বসন্তৰ ধলপুৱা, ৰাঙলী ৰহণ সনা পুৱাৰ আকাশখনি বেঙাই উঠিল। বিশ্বই নতুন সৃষ্টিৰ আগ বতৰা দিবলৈ সাজু হ'ল। পুলিটিৰ তেল-পিছলা কোমল বুকুখনিত নিয়ৰৰ সোণবৰণীয়া টোপাল দুটামান মৃদু ৰভাহৰ কঁপনিত তিৰবিৰাই উঠিল। লাহে লাহে পোহৰৰ পিনে মুখ কৰি সি স্রষ্টাৰ চৰণত অৰ্ঘ্য ঢালি দি অন্তৰৰ অভিবাদন জনালে। মূৰত কেইপাহিমান ধুনীয়া হালধীয়া ফুল। ৰঙা-নীলা আকাশখনলৈ একেৰাহে চাই থাকিল। পোহৰ হোৱাৰ লগে লগে মৌমাখিবোৰে আচহুৱা ঠাইত ফুলি থকা হালধীয়া বনকপাহী ফুলজোপাৰপৰা মৌকণ আহৰণ কৰি গুণগুণাই ক'ৰবালৈ গুচি গ'ল। নানা তৰহৰ সুগন্ধি ফুলবোৰে যেন জগতখন ৰূপায়িত কৰি তুলিছে। তেজীৰঙা লাহি পাটৰ

চেঙেংখন ওবে গাই মেৰিয়াই লৈ দীপলিপ মৌপিয়া চৰাইটি গুটি-য়ালী ফুলৰ মৌকণ চুহি খাই কোনোবা অজান দেশলৈ উৰি গুচি গ'ল। কোনেও তাৰ ওচৰ নাচাপিলে। এবাৰ কেৰাহিকৈও তাৰ পিনে নাচালে। তাৰ মনটো বৰ উৰুঙা। বুকুৰ মৰমখিনি কাকো বিলাবলৈ নাপালে। মনত কিমান দুখ! মনৰ কথা মনতে মাৰ মিয়াই থাকিল। চাওঁতে চাওঁতে গোটেই জগতখন গমগমাই উঠিল। যানবাহনৰ ঘৰ্ঘৰণি, জীৱ-জন্তুৰ দপদপনি। চাৰিওফালে কাণফটা আটাহ, বেসুৰীয়া সুৰৰ বিকট কোঢ়াল। সৰু সৰু ল'ৰা-ছোৱালী জাকৰ চিঞৰবাখৰ, হাঁহিৰ কুমৰধনি! হয়তো ক্ষন্তেক পাছতে ল'ৰাজাকে হাতত চেকনি লৈ সৰু সৰু বন-পাতবোৰ কোবাই ৰ্বাংতৰ্বাং কৰি পেলাব। নাইবা কাৰোবাৰ ভৰিৰ গছকত, চকাৰ তলত পৰি মাটিত লিপিত খাই যাব। সি চক খাই উঠিল, বুকুখন হুমহুমাই গ'ল। আগন্তুক বিপদৰ আশঙ্কাত বুকুখন অলপ হেন্দুলি উঠিল। তাৰ উপায় বুধি হেৰাই গ'ল। কিছু বেলিৰ পিছত ৰথৰ ঘিলাই চেপি আলফুলীয়া পাতখিনি ভেনেই মোহাৰি পেলালে। ঘি তুটা এটা পাত ঠাৰিত লাগি থাকিল সিও ধূলিমাকতিৰে লুতুৰি-পুতুৰি। যন্ত্ৰণাত প্ৰাণ যাওঁ যাওঁ, মৰোঁ-জীওঁকৈ কথমপি কঁকালটো পোনাই দোপ দি উঠিল। সি মৰি নগ'ল কিয়। জীয়াই থকাৰ সকাম কি? কাৰ কি কামত লাগিব? কিন্তু সি মৰিব নোখোজে। আন আন জুপুৰি তৃণবোৰৰ দৰে সিও লেলাইধেন্দাই জী থাকিব খোজে। জী থকাটো তাৰ প্ৰাণৰ হাবিলাষ। সিও এটা তুৰ্ব্বাৰ বাসনা বুকুত বান্ধি সকলোৰে নেওচা খোৱা জীৱন লৈ খলাবমা সংসাৰত জীয়াই থাকিবলৈ আহিছে। সি জীয়াই থাকিও সংসাৰৰে ঢৌ, বতাহ, শিল, চেঁৰেকুনিৰ অত্যাচাৰ-অনাচাৰবিলাক বুকুত সামৰি ল'ব পাৰিব। সি জানে তাক পুতৌ কৰোঁতা কেও নাই। তাক কোনেও লনীলগা সাদৰি মাতেৰে সান্ত্বনা দিবলৈ নাহে। দুখত জৰ্জ্জৰিত

হোৱা খহটা দেহাটো কোনেও কোমল হাতেৰে মলচি দিবলৈ নাহে। তেও সি জীয়াই থাকিব। জীয়াই থকাটোৱেই তাৰ জীৱনৰ সাৰ্থকতা। তাৰো জীৱনত পিয়াহ-ভোক আছে। অন্তৰ চেপি ওলোৱা বেদনাৰ আঙুৰ বসটুপি খাই গা টঙাবলৈ হেঁপাহ। ধুনীয়া সংসাৰৰ ছবিঘৰৰ ৰঙীন চিত্ৰবোৰ চাই সিও পৰম তৃপ্তি লাভ কৰিব খোজে। সি সপোনপূৰীত কল্পনাৰ জাল গোঁঠে, ফাটি যায়। আকৌ গুঁঠিবৰ চেষ্টা কৰে. টোহলিৰ সূতা শেষ হয়। সপোন ভাগি যায়; উচাপ খাই উঠে। ভাবি একো উৰাদিহ নাপায়। সি ভাবে তাৰ জীয়া জকাটো এটা অভিশাপ মাথোন। তাৰ গাতে গা লগাই থকা দুবৰি -বনডালি আৰু জুপুৰা গোমা ফুলজুপিৰো জন্মৰ প্ৰয়োজন আছে। সিহঁতো কোনোবা নহয় ক্লোনোবা দেৱতাৰ পূজাত লাগে নাইবা কোনোবা দেৱতাৰ ভোগত লাগিব। তাৰ একা? সি যে দেৱতাও নাপালে, ভকতো নাপালে। তৃণ-জগতৰ সি এটি আহুকাল মাথোন। তাৰ জীৱনৰ সাৰ্থকতা কোনখিনিত সি বুজি নাপায়। সি তাৰ অভিশপ্ত জীৱনটোৰ আৰু কিমান কাল ভাৰ বুকি থাকিব! সিও বহু আশা-আকাঙ্ক্ষা বুকুত বান্ধি লৈ আহিছিল, কিন্তু আজি তাৰ অকামিলা জীৱন কোনো কামতেই নালাগিল। এই নিষ্ঠুৰ সত্যখিনি উপলব্ধি কৰিও সতকাই সি পৃথিৱীৰপৰা বিদায় লব নোখোঁজে। সি ভাবিছে—তাৰ দৰে সৌ বহল বিলখনৰ বুকুত ওপঙি থকা পুণিডৰা। ৰতাহৰ কোবত তিনিতেলঙনি খাই এবাৰ ইপাৰ, এবাৰ সিপাৰ, লালোডিঙা হৈ টাকুৰি ঘূৰাদি ঘূৰি ফুৰিছে। ক'তো থানথিত নাই। এবাৰ ঢৌৰ কোবত বিহ-মেটেকাবোৰৰ মাজত হেৰাই যায়। কাবৌকোকালি কৰি মেটেকা-বোৰক প্ৰাণৰ বেদনা উজাৰি কয়—'প্ৰিয় বান্ধৈ!ময়ো তোমাৰ নিচিনা উকলিপুঙা। তোমাৰ নিষ্ঠুৰ নিষ্পেষণৰপৰা মোক মুক্তি দিয়া, অলপ আছুতীয়া ঠাইত জিৰণি লব খোঁজো। আমি উভয়ে

একে গোষ্ঠীৰে, চিৰকাললৈ ভৰিৰ তলত ৰাখি তোমাৰ লাভ কি ?"
পুণিৰ ইনমিবিনমি মেটেকাৰ কাণত নপশিল। দিনদিয়েকৰ মূৰত হয়তো পুণিভৰা পানীত মলঙি যাব। সি আজি একে বাটৰে বাটৰুৱা। তাৰ লাঞ্ছিত আৰু নিষ্পেষিত জীৱনটোৰ শক্তি ক্ৰমাৎ ক্ষীণ হৈ আহিছে। আজি নিৰ্য্যাতিত জীৱনৰ বহু কথাই তাৰ স্মৃতিপটত উদয় হৈছে। তাৰ ক্ষন্তেকীয়া জীৱনটোৰ নদনবদন ৰূপ জন্ম-বসন্ত এটাহে। যৌৱনসুলভ বৃত্তিবোৰ উজাৰ খাই হুলস্থুল লগোৱা বৰ্ষাও এটা আৰু ব্যৰ্থ জীৱনৰ শেষ নিশ্বাস পেলোৱা শৰতো এটাইহে। আজি সি জীৱনৰ সন্ধিক্ষণত। সি মৰণ দেৱতাক আঁকোৱালি লবলৈ বাট চাই আছে। জাতি চন্দনজুপিৰপৰা এটা অজ্ঞাত চৰাই ফিছা জোকাৰি ভুকুং কৰে উৰা মাৰি গুচি গ'ল। শূন্যত উৰি ফুৰা নিমাতী চৰাইটোৱে—'আই ! মোক নি থ' বুলি এটি করুণ সুৰ টানি শূন্যত মিলি গ'ল। ওচৰৰ পলাশ জুপিৰ থোন্দত গজা, বহিখোৱা ৰোহমলা ফুলবোৰে ইতিকিং কৰি এটা কাঠহাঁহি মাৰিলে। বান্ধনি বেলি ভাটি দিওঁ দিওঁ খেনতে জীৰ্ণ পাত দুটি বুকুৰে বুকুৰে লগ লগাই ওপৰলৈ মুৰ তুলি কাক জানো বেদনাভৰা শেষ পাত্ৰখিনি উবুৰিয়াই দিলে, বুজি নাপালোঁ। নিশা শিলৰৰমুণত হালধীয়া ফুলবোৰ মলঙি গৈছে। পাতবোৰ লেৰেলি মাটিত লুটি খাই পৰি আছে। আগ ছিগা লঠঙা ঠাৰিডালে থিয় হৈ এটা বিদ্ৰূপ কঙ্কাল ৰূপ ধৰি আছে। অশৰীৰী আত্মাটোৱে একাকি অস্ফুট গীত গাই বতাহত মিলি গ'ল—

বিফল জীৱন মোৰ বিফল সাধনা—
পালোঁ ওৰে জীৱনত সহস্ৰ বেদনা।

# তন্ময়তা

সংসাৰৰ ঘাত-প্ৰতিঘাত আৰু সংঘাতৰ মাজেৰে জীৱনৰ সোঁত চলি আহিছে। গতিৰ বিৰাম নাই। বিপদসঙ্কুল আৱৰ্ত্তত খুন্দা খাই কেতিয়াবা হৃদয় চূর্ণ-বিচূর্ণ হ'বৰ উপক্ৰম হয়, মৰ্ম্মন্তুদ বেদনাত প্ৰাণ ব্যাকুল হৈ উঠে। কেতিয়াবা কোমল বাহুবল্লৰীৰে তটভূমি আঁকোৱালি ধৰিবলৈ বহু চেষ্টা কৰিও বিফলকাম হৈ উভতি আহিব-লগীয়াত পৰা যায়। কেতিয়াবা আকৌ অবাধ গতিত পুলকভৰা আনন্দৰ তৰঙ্গ তুলি মৃদুমন্দ ধ্বনিৰে অজ্ঞাত বাসনাৰ ৰাজ্যলৈ লৈ যায়। নাজানো কি অসম্ভৱ আশাত বিশ্বৰাজীকৰৰ ইন্দ্ৰজালত সম্মোহিত হৈ দুৰ্ব্বহ জীৱন বহন কৰিব লগাত পৰো। তথাপি প্ৰাণত দুৰ্দ্দমনীয় লালসা, করুণ ব্যাকুলতা, বিপুল প্ৰয়াস। নাজানো ইয়াৰ শেষ ক'ত। ক্ষতবিক্ষত জীৱনৰ ভিতৰেদি তীব্ৰ আকাঙ্ক্ষাৰ ক্ষীণ পোহৰৰ ৰেখা এটিয়ে মাথোন বন্ধুৰ পথত আৰিয়া জ্বলাই লৈ ফুৰিছে। ভাল পাইছিলোঁ, বহুতকে ভাল পাইছিলোঁ। ক'তো দিন, ক'তো ঠাইত হতাশ্বাস হৈছোঁ তাৰ অন্ত নাই। ব্যৰ্থতাৰ মাজেদিয়েই জীৱনৰ চঞ্চল গতি। তথাপি ভাল পাইছিলোঁ। ভাল পাইছিলোঁ— অনাঘ্ৰাত অনৱগুণ্ঠিতা এপাহি ধুনীয়া ফুল— সৌন্দৰ্য্যৰ অভৰণেৰে অলঙ্কৃত যৌৱনসুলভ কমনীয় আৰু ৰমণীয় কান্তি; আকুঞ্চিত কেশগুচ্ছৰ বেণীবিন্যাস। অপাৰ্থিৱ ৰূপ আৰু সৌৰভৰ অপূৰ্ব্ব সমাবেশ। ধীৰ পৱন হিল্লোলিত নৃত্য-ভঙ্গিমা। কামগন্ধবিহীন সেই মাদকতা সনা লোলুপ দৃষ্টি। আৰু ভাল পাইছিলোঁ অপ্সৰাকণ্ঠ বিনিন্দিত অমৃত নিস্যন্দিনী প্ৰহেলিকাময় আজলী পখীটিৰ গগন-প্লাৱিত কৰা অস্ফুট গীতিতৰঙ্গ। প্ৰভাতৰ তৰুণ অৰুণ উদয়ৰ লগে লগে দিগদিগন্ত প্লাৱিত কৰা মধুৰ স্বৰলহৰী। বসন্তৰ প্ৰভাতৰ স্নিগ্ধতা, অনবদ্য ৰূপৰ মুগ্ধতা। দুপৰীয়া বহাগী জহত সুশীতল

শ্যামল নৱপল্লৱিত গিৰিপাদপৰপৰা ঢালি দিয়া দীঘলীয়া সুৰৰ পীযুষ ধাৰা। নাজানো জীৱনৰ এই সহজাত মমতাখিনি কোন সতে ত্যাগ কৰোঁ। কিমান দিনৰপৰা প্ৰাণোন্মাদিনী দুৰ্জ্জয় বাসনা অন্তঃসলিলবাহিনী প্ৰবাহিনীৰ দৰে প্ৰবাহিত হৈ আহিছে কব নোৱাৰোঁ। আজি জীৱন-মৰণৰ সন্ধিস্থল চাবি আলিৰ মুৰত। বেলি পৰোঁ পৰোঁ। সন্ধ্যাৰ শেষ আভাখিনি বিৰিঙি উঠিছে। দূৰত তুষাৰশুভ্ৰ বলাকাযুথে মালাৰ আকাৰে শ্ৰেণীবদ্ধ হৈ বিদায় সঙ্গীত গাই গাই উৰি যাব লাগিছে। সমুখত ঈষৎ নীলাভ উদাস গিৰি-প্ৰান্তৰ, অতি অস্পষ্ট। ওপৰত অনন্ত নীলাকাশ। নীলে নীলে নিখিল বিশ্বভুবন যেন গাঢ় নীলিমাময় এখনি নীলাম্বৰী গাত মেৰিয়াই লৈ অপূৰ্ব্ব শ্ৰী ধাৰণ কৰিছে। ঠায়ে ঠায়ে মেঘমালাৰ শৃঙ্গে শৃঙ্গে হেম পুষ্পশোভিত বিদ্যুন্মালাৰ সুন্দৰ সুন্দৰ তোৰণ। দিগঙ্গনা-সকলে বিচিত্ৰ ৰাগৰঞ্জিত দুকুল পৰিহিতা সন্ধ্যাকুমাৰীৰ ডিঙিত চঞ্চল চপলা হাৰ পিন্ধাই বৈজয়ন্তীপুৰত অনৈসৰ্গিক খেলা খেলিছে। কি অপৰূপ দৃশ্য। চাওঁ যে মোৰ সেই জীৱনব্যাপী সাধনাৰ ধন কোমল পাহিটিৰ সৌন্দৰ্য্য মাধুৰীখিনি সান্ধ্য প্ৰতিমাৰ ৰূপত প্ৰতিবিম্বিত হৈ উঠিল। সুধাকণ্ঠনিঃসৃত সুৰতৰঙ্গ আৰতিৰ মঙ্গল নিনাদত দশোদিশ তৰঙ্গায়িত হ'ল। অনিৰ্ব্বচনীয় ৰূপসুধা পান কৰি মন মোহ-স্বপ্নত তন্দ্ৰাভিভূত হ'ল। কিমান পৰ সেই মহিমা-মণ্ডিত চিৰসুন্দৰৰ নীৰৱ ধ্যানত মগ্ন আছিলোঁ। কব নোৱাৰোঁ। এনেতে কোনোবাই যেন এখনি ক'লা আঁৰকাপোৰ চকুৰ আগত দাঙি ধৰিলে। উচাপ খাই উঠিলোঁ। ধীৰে ধীৰে ছায়া-চিত্ৰখনি অনন্তৰ বুকুত অদৃশ্য হবলৈ ধৰিলে। চাওঁতে চাওঁতে বিশ্বমণ্ডল গভীৰ অন্ধকাৰৰ সীমাহীন দিগন্তত বিলীন হ'ল। জগৎ নিস্তব্ধ।

আৱাহন : ১ম বছৰ, ৩য় সংখ্যা। পুহ, ১৮৫১ শক।

তাত লিখকৰ নাম আছিল (শ্ৰী... ...)।

# প্ৰেমৰ জয়

সাতদলা বিলৰ পাৰত ডেকা বাবুৰ এখন সৰু পাম। জনদিয়েক বনুৱা মানুহ ৰাখি খেতিবাতি আৰু বাৰীঘৰৰ কাম কৰি থাকে। হাউলিৰ পুবৰ ফালে এখন সুন্দৰ কাঠনিবাৰী। মণিৰ পৰাগৈকে মুকলি। পথাৰৰ কাম-বন চাই আবেলি পৰত বাপুৱে ডাঙৰ শিলচটাত বহি জিৰণি লয় আৰু কিবা কিবি লিখি থাকে। প্ৰকৃতিৰ দৰ্শনীয় বস্তুবোৰ চাই তেওঁ বৰ ভাল পায়। মানুহজন চিন্তাশীল, একাণ-পতীয়া হৈ কিবা ভাবত বিভোৰ হৈ নিজকে পাহৰি যায়। কেতিয়া গধূলি হয়, কব নোৱাৰে। মুখ-আন্ধাৰি পৰত ঘৰ সোমায়হি। বাপুৰ পৰিয়ালৰ ভিতৰত ভদ্ৰমুখী বিৰালী এজনী, পোহনীয়া শালিকা পোৱালি এযুৰি, ইমানেই পৰিয়াল। এই এঅঁৰা প্ৰাণীয়ে ঘৰখন পোহৰ কৰি ৰাখিছে। সিহঁত তিনিও বাপুৰ চকুৰ আঁৰ হৈ নাথাকে। একে ভাই-ভনীৰ নিচিনা দিনটো ৰংধেমালি কৰি থাকে। সাহচৰ্য্যৰ প্ৰভাৱত সিহঁতৰ অন্তৰৰ দুষ্ট বৃত্তিবোৰ চিৰকাললৈ লুপ্ত হৈ গৈছে। খাদ্য-খাদক সম্বন্ধৰ ঠাইত এটি নিবিড় বন্ধুত্ব গঢ়ি উঠিছে।

ডেকা বাপুৰ আখলঘৰৰ মুখৰ ফালে আটিয়াত এশাৰী বগা কাঞ্চন ফুলৰ গছ। গছবোৰ বৰ ওখ নহয়। জোপোহাবোৰো সেৰেঙা। বহু দিন ধৰি তাৰে এজোপা গছত সৰু এটি বাহ সাজি এযুৰি কপৌ সুখেৰে বাহ কৰি আছে। সিহঁতৰ জীৱন চকৰিৰ সাতোটা কি আঠোটামান মেৰ খহি গৈছে। জীৱনৰ শেষ দিনলৈকে আৰু বা কেইটা মেৰ সুলকি পৰে তাৰ একো ভাৱন নাই। ধলপুৱা

সৃষ্টিকৰ্ত্তাৰ উদ্দেশ্যে এটি সুললিত বন্দনা গীত গাই হাউলিটো মুখৰিত কৰি তোলে। উদয়গিৰিৰ পৰা হিমশীতল ৰেখনিবোৰ প্ৰকৃতিৰ বুকুত বিয়পি পৰাৰ লগে লগে লগৰীয়াবোৰৰ লগত আহাৰ বিচাৰি কোনোবা দূৰণিলৈ গুচি যায়। নিজঞ্জাল সৰু বাহটিলৈ মনত পৰিলে আকৌ উলটি আহি—ক্ষন্তেক জিৰণি লয়। ইটিয়ে সিটিৰ ঠোঁটত ঠোঁট লগাই অজ্ঞাত ভাষাৰে কি জানো প্ৰেমালাপ কৰে অনুভূতিৰ বাহিৰে উপলব্ধি কৰা টান। ভৰ দুপৰীয়া বিশ্ৰম্ভ আলাপৰ সময়ত এটি আৰাধনা গীত গায়। মৰুৰ বুকু প্লাৱিত কৰি যেন শান্তিৰ নিজৰা বোৱাই দিয়ে। কিছু বেলিৰ পিছত লগৰীয়া-বোৰৰ লগত কোনোবা অজান ঠাইলৈ উৰি যায়। দিনৰ দিনটো দুখ-ভাগৰত লালকাল দি গধূলি পৰত এটি পূৰৱী গাই সৰু বাহটিত ৰাতি চাৰিপৰ শান্তিৰে শুই থাকে।

ডেকা বাপুৰে নতুন সংসাৰ পাতি লোৱাৰপৰা শালিকীযুৰি আৰু কপৌযুৰি উভয়ে উভয়ৰ বুকুৰ কুটুম হৈ পৰিছে। বাপুৰে সিহঁতক ধান, চাউল, মাহ, সৰিয়হ খাবলৈ দিয়ে। একে উৰণীয়া জাতিৰ চাৰিটি প্ৰাণী একেলগে খাই-বৈ মিলিজুলি ৰংধেমালি কৰি থাকে। বিৰালীজনীয়েও সিহঁতৰ ওমলাউমলিবোৰ চাই বৰ ভাল পায়। তাইৰ একো লোভ নাই। নিৰ্ব্বিকাৰ। সিহঁতৰ আত্মাই আত্মাই যেন এটা অনাবিল প্ৰীতি ভাব। বাপুৰেও সিহঁতৰ লগতে থাকি নিৰ্ম্মল আনন্দ উপভোগ কৰে। কপৌযুৰিয়ে ডেকা বাপু আৰু বিৰালীজনীক সমূলি ভয় নকৰা হ'ল। সিহঁতে ভাবে—আমি আটাই কেইটি কোনোবা অতীতত একে ঘৰৰ কুটুম আছিলোঁ। বিস্ময়ৰ মাজেদিয়ে এটা পৱিত্ৰ মিলনৰ মধুৰতা।

আঘোণ মাহ। পথাৰত ধানবোৰ পকি সোণ জিলিকাদি জিলিকি উঠিছে। দেখিলেই ভোক-পিয়াহ পলায়। কোনো পিনে চকু অযুকৰাকৈ চাই থাকিবৰ মন যায়। টিয়া, কপৌ, টুনী আদি চৰাই-

ঘোৰে পকাধান খাবলৈ পথাৰ চাকি পৰেহি। মানুহ অহা দেখিলেই জাক পাতি উৰা মাৰি গছৰ ডালত নাইবা জোপোহাত উৰি পৰে। এদিন কোনোবা খেকেকপতীয়াই ধাননিৰ মাজত এখন খেকেক পাতি থৈছিল। ক'ৰবাৰ পৰা এজাক কপৌ উৰি আহি ধাননিৰ মাজত পৰিল। কেইটামান খেকেকখনত পৰিল। কপৌযুঁৰিৰ মতাটোৱে খেকেকখনতে পৰি ধান খাই আছিল। সক ল'ৰা এটাই এহাতে সজা এটা আনহাতে ফৰ্মুটি দুডালমান লৈ খেকেকত লাগি থকা চৰাই ধৰিবলৈ আহিছে। মানুহ অহা গম পাই চৰাই জাক ফৰিং ছিটিকাদি ছিটিকি কেনিবা উৰি গ'ল। কেইটামান খেকেকতে বান্ধ খাই থাকিল। মতা কপৌটো খেকেকত পৰি থকা দেখি মাইকীজনীয়ে ক'তো ভৰণি নাপাই চাৰিওপিনে উৰি ঘুৰিবলৈ ধৰিলে। তাইৰ বুকুত যেন একুৰা জুইহে জ্বলিছে। লৰাটোৱে খেকেকখনৰ আউল ভাঙিব নোৱাৰি গাঁঠিবোৰ দাঁতেৰে কামুৰি ছিঙি পেলালে। চৰাই কেইটা মুকলি পাই তুৰন্তে কৰবালৈ উৰি গ'ল। ধাননিডৰাৰ এদাতিৰ চেচুকীয়া ঠাই এডোখৰত কেইজোপামান ঢেকীয়া আৰু বিহলঙনি আছিল। তাতে আঁৰত জহামাল এটা ধাননিত পৰা চৰাই ধৰিবলৈ সেপ চুকি জোপ লৈ আছিল। লৰাটোৱে খণ্ডতে উৰণীয়া চৰাইবোৰলৈ ফৰ্মুটি মাৰি পঠিয়ালে। চৰাইৰ গাত নালাগি জহা-মালটোৰ আগভৰিত লাগি ভৰি দুখন ভাগি গ'ল। খোঁৰাই খোঁৰাই চুচৰিবাগৰি সি হাবিত সোমালগৈ। কথাতে কয়, "দিনটো যায়, খেনটো নাযায়।" জহামালটোৱে চাগৈ ভাবিছিল—আজি তাৰ বৰ দিন। অন্তবোৰ চৰাইৰ ভিতৰত যেই সেই এটা সি ধৰিবই। ঠেৰেঙা লগা জাৰত কঁপি কঁপি বোন্দা পৰ দি থকাৰ ফল এয়েই তাৰ কপালত লিখা আছিল। "লাভে বেং, অপচয়ে ঠেং।" আগলৈয়ো তাৰ কৰি খোৱাৰ মুদা মৰিল।

মতা কপৌটোৱে জালৰ পৰা মুকলি হৈ ভয়তে ছটফটাই

ফুৰিবলৈ ধৰিলে! তাৰ কি অথন্তৰ ঘটিছিল, কেনেকৈ মুকলি হ'ল—সি কপৌজনীক একো বুজাই কব নোৱাৰিলে। মাইকীজনী উধাতু খাই লৰি আহি সিহঁতৰ বাহটোলৈ তাক লৈ গ'ল। মৰণৰ বিভীষিকাই দাম্পত্য জীৱনৰ ডোলডাল কেনেকৈ ছিঙি পেলাব খুজিছিল তাকে সি মাইকীজনীৰ ওচৰত অব্যক্ত ভাষাৰে বুজাইছিল। ভবিষ্যৎ বিপদৰ আশঙ্কাত দুয়ো অস্থিৰ। মনতে ভাবি স্থিৰ কৰিলে—পৰৰ ফুচলনিত ভোল গৈ নিজে নিজৰ বিপদ চপাই নানে। গাৰ ওচৰৰ মিতিৰ ঘৰে দিয়া খুদকণ গালকে খাই তুষ্ট থাকিব। তেতিয়াৰ পৰা দুয়ো হাউলিৰ সীমা পাৰ হৈ নাযায়। কোনেও কাকো এৰা এৰি হৈ নাথাকে।

সময়ৰ সোঁতত দিনবোৰ উটি গৈ আছে। দুৰ্ভাৱনাবিলাক মনৰ পৰা আঁতৰি যাবলৈ ধৰিলে। শালিকাযুৰিকো সিহঁতৰ বাহটোলৈ মাতি আনি লাগ-বান্ধ নোহোৱা কিবাকিবি কথা পাতি মনত ৰং লগাই থাকে। শালিকাযুৰিৰ ওচৰত সিহঁতৰ হৈ যোৱা আপদীয়া ঘটনাটোৰ কথা অতি কৰুণভাৱে বৰ্ণায়। মাইকী কপৌজনীয়ে কলে, "অজলা ল'ৰাটো নহৈ এজন টেঙৰ মানুহ চৰাই ধৰিবলৈ অহা হলে মতাটো কেতিয়াও মৰণৰ মুখৰ পৰা সাৰি আহিব নোৱাৰিলেহেঁতেন।" বিৰালীজনীক দেখিলে সিহঁতৰ মনটো কোঁচ খায়। যদিও সান্নিধ্যৰ গুণত লুব্ধতা নাইকিয়া হৈছে, তথাপি সিহঁত জন্মগত দোষত দূষিত এটা আসৈ নোপোৱা জাতি। কিন্তু ডেকা বাপুক সিহঁতে বাপেকৰ নিচিনা ভাবে। কিয়নো তেৱেঁই সিহঁতৰ আশ্ৰয়দাতা। নিমাখিত প্ৰাণী কেইটাক তেৱেঁই পোহপাল দি-দিনে ৰাতি সিহঁতৰ গাৰখীয়া হৈ আহিছে।

বহুদিন আগতে সজা পুৰণি বাহটো লাহে লাহে জীৰ্ণ অৱস্থা পাইছেগৈ। তাত কণী পাৰি পোৱালি জগাব নোৱাৰি। এযোৰ এঁযোৰ কৰি সাত আঠযোৰ পোৱালি ফুকাই খুটি খাব পৰা কৰি

এৰি দিছে। সিহঁতে নিজা নিজা ঘৰ কৰি চৰাই জীৱন কটাব লাগিছে। সিহঁতৰো যৌৱনৰ সপনা পাৰ হওঁ হওঁ। মতাটোৱে কলে,—“পুৰণি বাহটো ভাঙি নতুনকৈ এটা সাজি লওঁ।” মাইকী-জনীয়ে ক'লে—“নতুনকৈ সাজিবলৈ গ'লে ভালেমান দিন লাগিব। ইপিনে-কণী পাৰিবৰ সময় হওঁ হওঁ হৈছেহি। সৰহ দিন বাট চাব নোৱাৰি। ভগা বাহটোকে ভালকৈ বাচিবুটি নতুনমুৱা কৰি লওঁ।” মতাটোৱে তাইৰ কথাতে হয়ভৰ দিলে। দুয়ো ভাবিছে,—আৰু এযুৰিমান পোৱালি ফুকাই, ডাঙৰ দীঘল কৰি আমাৰ পুৰণি বাহটো সিহঁতক এৰি দিম। আমি আন এজোপা গছত বাহ সাজি থাকিম। ডেকা বাপুৰ পৰিয়াল আৰু আমাৰ কেইটি লগ লাগি এখন জাকতীয়া পৰিয়াল হৈ থাকিব পৰা যাব। কাৰো মনত দুখ বেজাৰ নাথাকিব আমি এটি সুখী পৰিয়াল হৈ সুখে-সন্তোষে থাকিব পাৰিম। —দুয়ো ভাবি ভাবি ভাবত উভ্রাৱল হৈ পৰে। সিহঁতে শূন্যত এখন ধুনীয়া ফুলনি সাজি পৰম আনন্দ উপভোগ কৰিব খোজে। এয়ে চিন্তাৰ মৰীচিকা।

বিপদ সদায় গম নোপোৱাকৈয়ে আহে আৰু গম নোপোৱাকৈয়ে যায়। ই প্ৰকৃতিৰ আবহমান কালৰপৰা চলি অহা চিৰন্তন নীতি। আকাশত ৰামধনু উঠে এটি মুহূৰ্ত্তৰ কাৰণে। দুবৰি বনত নিয়ৰৰ টোপালবোৰ জিলমিলাই উঠে এটি চকুৰ পচাৰৰ বাবে। আমাৰ কপৌযুৰিৰো ভাগ্যৰ চকৰি ওভোতা পিনে ঘূৰিবলৈ আৰম্ভ কৰিলে।

এদিন দুয়ো হাবিলৈ গৈ কহুৱাবনৰ আঁহ কেইডালমান কাঢ়িয়াই আনি বাহটোৰ কেউপিনে মেৰিয়াই দিলে। নাৰিকল, তামোল গছৰ পাতবিলাকৰপৰাও দুই এডাল আনি নিমজ কৰি তুলিলে। আন গছত টোকোৰা চৰায়ে এৰি থৈ যোৱা বাহবোৰৰ পৰাও কুটা দুডালমান আনি নতুনমুৱা কৰিবলৈ মন কৰিলে।

মাইকীজনীয়ে মতাটোক কলে—"মোৰ গৰ্ভধানৰ সময় উপস্থিত। পুষ্টিকৰ খাদ্য আৰু অমৃত তুল্য পানীয় বস্তু খাবলৈ গৰ্ভৱতী স্ত্ৰী-সকলৰ মনত অভিলাষ জন্মে। সৌ পৰ্ব্বতৰ নামনিৰ জলপ্ৰপাতটোৰ ফটিকৰ ধাৰ যেন নিৰ্ম্মল পানী এটুপি খাই গাটো শাঁত পেলাব খোজোঁ। আমাৰ ওচৰৰ ওখ জামু গছ জোপাত বাহ সাজি থকা হাৰুৱা কপৌযুৰিৰ মাইকীজনীও বৰ্ত্তমান অন্তঃসত্ত্বা। মই সিহঁতৰ লগত গৈ পলকতে উলটি আহিম। তই আৰু দুডালমান কুটা কঢ়িয়াই আনি বাহটোৰ আধৰুৱা কামখিনি শেষ কৰি পেলাবি।"

সিহঁত ভালেখিনি বাট উৰি গৈ জন-সমাগমহীন এখন বিতোপন ধাননি পথাৰ দেখা পালে। জলপ্ৰপাতৰ পানীধাৰ ভৈয়ামলৈ বাগৰি বহল দঁ পথাৰখনত পৰিছে। কোনোবাই যেন কুহুমবুলীয়া উৰাধান এভৰা কই থৈছে। ব'দৰ জিলিঙনিত জিল্‌মিলাই থকা হেম বৰণীয়া শিহনিবোৰে উৰণীয়া পখীবোৰক হাতবাউল দি সোণগুটিবোৰ বুটলি লবলৈ বুকুভৰা আত্মনিবেদন জনাইছে। সিহঁতেও উদৰ ভৰি ধান আৰু কণ্ঠ ভৰি পানী কেইচলুমান হেঁপাহ পলুৱাই খাই পৰ্ব্বতৰ দাঁতিৰ ওখ গছ এজোপাৰ আঁৰত কন্তেক পৰলৈ জিৰণি ললে। কেতেপৰ বেলি প্ৰকৃতিৰ আপুৰুগীয়া দৃশ্যবোৰ চাই মুগ্ধ হৈ আছিল সিহঁতে কব নোৱাৰে। অলপ বেলিৰ পিচত ভাটীৰ আকাশখন আন্ধাৰে ছাটি পেলালে। এজাক ধুমুহা বতাহে গোটেইখন হুলস্থুল লগাই দিলে। কাউৰীবোৰ বাউলী হৈ ৰমলিয়াই উৰি ফুৰিবলৈ ধৰিলে। নিমাখিত প্ৰাণী তিনিটিয়ে উৰাদিহ নাপাই দিগভ্ৰান্ত হৈ কেনিবা উৰি গুচি গ'ল।

প্ৰকৃতিৰ প্ৰলয়ঙ্কৰী মূৰ্ত্তি দেখি মতা কপৌটোৰ মনত পূৰ্ব্বস্মৃতি উদয় হ'ল। প্ৰিয়া-বিৰহত উদ্‌ভ্ৰান্ত হৈ এবাৰ ইডালত এবাৰ সিডালত ছিন্নভগা সুৰত মাইকীজনীক মাতি ফুৰিব ধৰিলে—যেনেকৈ কান্তা বিয়োগত উদ্বাউল চকোৱা চৰাইটোৱে নিশা সৰোবৰৰ এবাৰ ইপাৰ

এবাৰ সিপাৰকৈ ঘূৰি ফুৰে। আকৌ এবাৰ জলত, কেতিয়াবা পদ্মৰ মৃণাল উভপ্তি ঠোঁটত লৈ থাকে; কেতিয়াবা পাখি দুখন পানীত জুবুৰিয়াই ধপলিয়াই ফুৰে—কোমল সুৰত মাইকীজনীক মাতে। মতা কপৌটোৱেও আধকৰা বাহটো সাজিবলৈ বুলি তৃণৰ ভ্ৰমত গছৰ পাতবোৰ ঠোঁটেৰে ছিৰাছিৰ কৰি আছাৰি পেলাই দিয়ে;—

> "আয়াতি যাতি পুনৰেৰ জলং প্ৰয়াতি
> পদ্মাঙ্কুৰাণি বিচিনোতি ধূনতি পক্ষৌ।
> উন্মত্তবদ্ ভ্ৰমতি কূজতি মন্দমন্দং
> কান্তা-বিয়োগ-বিধূৰো নিশি চক্ৰবাকঃ।"
>
> —কালিদাস

ৰাতি পুৱাওঁ পুৱাওঁ। কোনোবা দিগন্তৰ পৰা অস্ফুট ৰিং এটি মৃদু বতাহত উটি আহিল। পৰ্ব্বতৰ গাত ঠেকা খাই তাৰ বেদনা-ভৰা বুকুখন প্ৰিয়া-মিলনৰ শুভবাৰ্ত্তাৰ প্ৰতিধ্বনি তুলি ক'ৰবাত মিলি গ'ল। সি আনন্দত বিহ্বল হৈ উঠিল। সজাই থোৱা ধুনীয়া বাহটোৰ দুৱাৰদলিত এধানিমান বুকুৰে প্ৰাণৰ দয়িতাক আঁকোৱালি লবলৈ হেপা মেলি বাট চাই থাকিল।

# মৌন বেদনা

বুঢ়া গোসাঁইৰ থানত এশাৰী শিলাময় পৰ্ব্বত। সোঁফালে এটা ৰাজ-আলি নগৰলৈকে। বাঁওফালে এখন বহল নৈ। পৰ্ব্বতৰ বুকু ফালি সৰু জুৰি এৰি জিৰ্ জিৰ্‌কৈ বৈ গৈ নৈখনত পৰিছে। জুৰিটোৰ্ দুয়ো পাৰে সৰু-ডাঙৰ কেতবোৰ গছ-গছনি। মাজে মাজে জোপোহা। শাওঁৰৰণীয়া শিলাজুতবিলাক চেচুকীয়া ঠাইবোৰত গজি ঠাইডোখৰ ৰমণীয় কৰি তুলিছে। নামনিত শিলেৰে আগুৰি থকা এটি সৰু কুণ্ড। জুৰিটিৰ পানী বাগৰি আহি কুণ্ডটো ভৰি থাকে। ৰুপতা, সৰুঘনা, ডৰিকণা আদি পোনা মাছবোৰে কুণ্ডটোত ৰং-ধেমালি কৰি থাকে। সোঁতাটোৰে মাছবোৰ নিতৌ দূৰলৈকে উজান-ভাটী কৰি থাকে।

ৰাজ-আলিয়েদি যানবাহনৰ অহা-যোৱাৰ সুচলৰ কাৰণে আলিৰ বুকুত শিল পাৰি দিবলৈ পৰ্ব্বতৰ নামনিৰ ডাঙৰ ডাঙৰ শিলবোৰ খুলি বাথৰ ভৰোৱা পুঙাত জুই জ্বলাই ভাঙি পেলাইছে। তাৰে এটা উধনীয়া শিল উফৰি গৈ নৈৰ দাঁতিৰ শুকান গছৰ মুঢ়া এটাত আউজি থাকিল— জুৰিটোৰপৰা চাৰি-পাঁচ হাতমান ওপৰত। সি জ্ঞাতি-কুটুমৰ পৰা ছিটিকি আহি নৈৰ পাৰৰ এঢলীয়া সেউজীয়া বনভৰাত অকলই থাকিবলগীয়া হৈছে। তাৰ ওচৰত ডুখৰীয়া শিল এটিও নাই। নিতৌ ৰ'দ-বৰষুণত নিকাৰ ভুঞ্জি থাকিব লাগে। পূবৰ ফালৰ সু-কৰি থকা ব্ৰহ্মাৰ কণীটোৰ সমান প্ৰকাণ্ড গৰুৈও শিলটোৰ বুকুৰেদি ফটিকৰ ধাৰ যেন জুৰিটোৰ চেঁচা পানীখিনি বহল বুকুখন শীতল

পেলাই গৈছে। শিলছটাৰ ওপৰত পানীৰ জীপ পাই গজি উঠা শেলাইবোৰ আৰু সৰু চাপৰ কুমলীয়া ঘাঁহবোৰ খাবলৈ সুগৰী, খটীয়া আৰু শৰপহুবোৰ আহে ; দেও-মনিচ নোহোৱা নিজম্মাল ঠাইখিনিত কিমান ৰং-ধেমালি কৰি থাকে। আটাইবোৰ দেখি-শুনি শিলটোৰ মনত অলপ ঈৰ্ষাৰ ভাব উপজিল। সি পেটে পেটে এটা বুধি আলচিলে—কিবা স্বৰূপে যদি বাগৰি গৈ জুৰিটোৰ পানীধাৰৰ তলত পৰোঁ, তেহেলৈ মোক আৰু কোনে পায়! বুকুৰ ওপৰেদি ৰূপালী পোনামাছবোৰ ডেও দি দি মাচি-বাগি অহা-যোৱা কৰি কঠুৱা বুকুখন শাঁত পেলাই থাকিব। ব'দত ফুৰি ফুৰি চকে ধৰিলে পহু-পোৱালি-বোৰে জুৰিটোৰ জুৰ পানী খাবলৈ আহিব আৰু দাপোণত নিজৰ মুখখন চাই আনন্দতে চাৰিওপিনে চপলিয়াই ফুৰিব। মই এৰি থৈ অহা শিলবোৰৰ চাগৈ কিমান নগুৰনাগতি! হাতুৰীৰ কোব আৰু কলৰ চেপাত খেনোৱে বাটলুগুটীয়া, খেনোৱে কৰাইগুৰীয়া হৈ পৰি আছে। খেনোক ৰাজ-আলিৰ বুকুত পাৰি দি কলেৰে চেপি মাটিৰ লগত সমান কৰি থৈ গৈছে। পাৰি থোৱা শিলগুটিবোৰৰ ওপৰেদি যান-বাহনবোৰ বুকু ফিন্দাই লৰি গৈছে। সিহঁতক দেখিলে মোৰ হাঁহি উঠে। সিহঁতকৈ মই কিমান সুখী! —শিলটোৱে চিন্তাৰ বতাহত উৰুলিপুঙা হৈ ফুৰিছে। পানীৰ মিঠে-লাৰু সাজে। জীবনৰ লগত খাপ নোখোৱা কিছুমান অসাৰুৱা কথা ভাবি উত্ৰাৱল হৈ উঠে। চিন্তাত বুকুখন তপত হৈ পৰে। ভাবি ভাবি কেতিয়াবা চক্ খাই উঠে। যেতিয়া তাৰ মনত হিদুক চাপে তেতিয়া বুজি পায়, সি আগেয়ে য'ত, যি অৱস্থাত আছিল, এতিয়াও সি একে অৱস্থাতে আছে।

এদিন আবেলি পৰত ক'ৰবাৰপৰা বতা চৰাই এজনী তাৰ মূৰৰ ওপৰেদি ক'ৰবালৈ উৰি যায়। শিলটোৱে চৰাইজনীক টপৰাই মাত লগালে—"হেৰা আইদেউ! তোমাক এষাৰ কথা সুধিব খোজো, অলপ ৰবা নে?"

চৰাইজনীয়ে কলে—"বাৰু কি সুধিব খোজা সোধা।"

শিলটোৱে কলে—"তুমি ক'ৰপৰা আহিছা, ক'লৈ যাবা ?"

চৰাইজনীয়ে ক'লে—"মই দক্ষিণ ফালৰ ধানতলীখনৰ দোংটোৰ পাৰত থকা আবলি বনৰ আঁৰত এটি সৰু বাহ সাজি পোৱালি-যুৰিৰে সৈতে আছোঁ। তোমাৰ ওচৰৰ নিজৰাটোৰ নিৰ্ম্মল পানী এটুপি খাই পিয়াহ পলুৱালোঁ। এতিয়া বাহলৈ উলটি যাম।"

শিলটোৱে ক'লে—"তুমি নিতৌ ভেউকা মেলি বায়ুৰথত উঠি বহু দূৰলৈকে উৰি ফুৰা। অহা বাটটোৰ কাষত পৰি থকা ভগা শিলবোৰ আছে নে ?"

চৰাইজনীয়ে ক'লে—"এৰা, ওখ ওখ শিলগুটিৰ দ'মবোৰ নগৰলৈকে যোৱা ৰাজ-আলিটোৰ বুকুত পাৰি দিছে। সেইবোৰ চেপেতা লাগি মাটিৰ লগত মিলি আছে। তাৰ ওপৰেদি মানুহ, গৰু, পহুবোৰ আৰু দৈত্যৰ আকাৰৰ হাজাৰমোনীয়া শকত-আৱত শকটবোৰ গমগমাই অহাযোৱা কৰি থাকে। চকাৰ দপ্দপনিত শিলগুটিবোৰৰ হাড় গুৰি হৈ যাব লাগিছে। কেতবোৰ হেঁচাত থাকিব নোৱাৰি আলিৰ ওপৰতে নিঠৰুৱা হৈ পৰি আছে। সেই দুৰ্ভগীয়াবোৰৰ বিলাই বিপত্তিৰ অন্ত নাই। বাটৰুৱাসমূহৰ ভৰিৰ উজুটিত ইটো আলিৰ চকৰপৰা লাঠি খাই খাই ঔ বাগৰাদি বাগৰি সিটো আলিৰ মূৰ পায়গৈ। আৰু ওভোতা পিনৰ পৰা কাৰোবাৰ লাঠি খাই আকৌ ইটো মূৰ পায়হি। কেনেবাকৈ যদি ছিটিকি গৈ খাৱৈত পৰে, তেহে অলপ শান্তি। এয়ে শিলগুটিবোৰৰ জীৱনৰ নিষ্ঠুৰ খেলা ; তুমি সেইবোৰতকৈ বহুত সুখত আছা।"

শিলটোৱে কলে—"আইদেউ ! মোৰ দুখৰ কথা কি বুজিবা ! দিন নাযায়, ৰাতি নুপুৱায়। হাবিৰ চৰাইবোৰে জুৰিটোৰ পানী খাব আৰু গা ধুবলৈ আহি মোৰ মূৰটোতে ৰহি পাখি কোটালি লেলপেল নিছিগা কিবাবোৰ কেলকেলাই থাকিবহি। যাৰৰ

সময়ত গাটো অশুচি কৰি গুচি যাব। মই ইয়াত থিতাপি লগা দিনৰেপৰা খহটা দেহাটোৰ ওপৰত অত্যাচাৰবোৰ নিতৌ চলিয়ে আছে। মই জানিবা হাবিৰ মাজত চৰাইবোৰৰ এটা মৰংখৰ। কেতিয়াবা এজাক ডাঙৰ বৰষুণ আহি খহুলা গাটো পখালি দি যায়। দুদিন মানলৈ তেও অলপ সকাহ পাওঁ। মইহে জানো, দিনৰে দিনটো কিমান হনাখোচা খাই থাকিব লাগে। লুইতেহে জানে ব'ঠা কিমানলৈ বহে। তুমি উৰণীয়া পখী, নিৰ্জ্জীৱ বস্তুবোৰৰ দুখদুৰ্গতি কি বুজিবা!"

চৰাইটোৱে কলে—"আমি ইতৰ জন্তু, পৃথিৱীৰ আওভাও একো বুজি নাপাওঁ। প্ৰকৃতি-জাত জীৱবিলাকৰ ভিতৰত মানুহ জাতিয়েই সৰ্ব্বশ্ৰেষ্ঠ জীৱ! তেওঁলোকে জগতত শৃঙ্খলা ৰক্ষাৰ কাৰণে কোনো কোনো ক্ষেত্ৰত প্ৰকৃতিৰ বিৰুদ্ধ কামো কৰিবলগীয়াত পৰে। তেওঁলোক ধ্বংসমুখী নহয়, সৃষ্টিমুখীহে। কল্পনা আৰু সৃজনী প্ৰতিভাৰ বলত প্ৰকৃতিৰ বস্তুবোৰ ৰূপান্তৰিত কৰি এটা বাস্তৱ ৰূপ সৃষ্টি কৰে। তুমি চোৱা, মই থকা পথাৰখনত আপুনি গজি থকা বনবোৰ এক শ্ৰেণী জীৱৰ প্ৰধান খাদ্য। কিন্তু খেতিয়কবিলাকে বনবোৰ নষ্ট কৰি সকলো শ্ৰেণীৰ খাদ্য স্বৰূপ আন খাদ্য উৎপাদন কৰে। তাৰ পৰা অলেখ প্ৰাণীৰ আত্মৰক্ষাৰ সংস্থান হৈ উঠে। সৃষ্টিৰ কাৰণে বনবোৰৰ যেনে ধ্বংসৰ প্ৰয়োজন, যাতায়াতৰ কাৰণে শিলবোৰ ভাঙি আলিবাটত পাৰি দিয়াৰো সেই একেটা কাৰণ। তুমি থকা পৰ্ব্বতখনৰ তলত প্ৰকাণ্ড প্ৰকাণ্ড শিলবোৰ সৃষ্টিকালৰ পৰা ভূগৰ্ভত থাকি পৃথিৱীক ধাৰণ কৰি ৰাখিছে; যুগ-যুগান্তৰ ধৰি বহিৰ্জগতৰ লগত কোনো সম্বন্ধ নাৰাখি কঠোৰ কৰ্ত্তব্য পালন কৰি আছিছে। প্ৰকাণ্ড প্ৰকাণ্ড শিল আৰু অণু-পৰমাণুবিলাকেই পৃথিৱীৰ আত্মাৰ স্বৰূপ। তুমিও সেই প্ৰকাণ্ড শিলৰে ক্ষুদ্ৰাতিক্ষুদ্ৰ এটি অংশ। কঠিন শিলবিলাকে

বুকুত পৃথিৱীক ধাৰণ কৰি কেনে সহিষ্ণুতাৰ পৰাকাষ্ঠা দেখুৱাইছে। পৃথিৱীৰ মহৎ উপকাৰৰ কাৰণে তোমাৰো ত্যাগৰ নিতান্ত প্ৰয়োজন। পৃথিৱীৰ বস্তুৱে পৃথিৱীক সজীৱ কৰি ৰখাটো প্ৰকৃতিৰ ধৰ্ম্ম।" ইয়াকে কৈ সৰু চৰাইটো ক'ৰবালৈ উৰি গ'ল।

নৈৰ কাণে কাণে উজাই অহা কোনোবা নাৱৰীয়াৰ লগী বা ব'ঠাৰ খোঁচত শিলটো আউজি থকা পচা গছৰ মুঢ়াটো এৰাই গৈ কোনোবাখিনিত পৰিলগৈ। উধনীয়া শিলটোও লুটিবাগৰ খাই জুৰিটোৰ পানীধাৰৰ মাজতে ভেটা দি উবুৰি খাই পৰি থাকিল। সি ভাবিছিল তাৰ দিন ভালৰ ফালে আহিল, পানীত গাটো তিতি থাকিলে বুকুখন জুৰ পৰি থাকিব। সৰু সৰু মাছবোৰে গাৰ ওপৰেদি অহা-যোৱা কৰি মনত সন্তোষ দি থাকিব। জগতৰ সুখ-দুখ, হঁহা-কন্দা, আৰু আকাশখনৰ মনোৰম দৃশ্যবোৰ চাই মনত কিমান আনন্দ পাই থাকিব। কিন্তু মনটোৱে পাঙে, ঈশ্বৰে ভাঙে। বিধিৰ বিধানত তাৰ ওলোটোহে হ'ল। তাৰ গোটেই গাটো তেনেই পানীত বুৰ নগ'ল। চৰাইবোৰে অশুচি কৰা বুকুখন ওপৰলৈ ওলাই থাকিল। মাছবোৰ যোৱা-অহা কৰা বন্ধ হ'ল। মাথোঁ পোনামাছবোৰৰ সি পথালি-হেঙাৰ হৈ থাকিল। পানীধাৰ ডাঙৰ শিলটোৰ আনপিনেদি বাগৰি যাবলৈ ধৰিলে। মাছবিলাকে উজাই যাব নোৱাৰা হ'ল। সিহঁতে শিলটোক সুধিলে—"তুমি আমাৰ অহা-যোৱা বাটত বিধি-পথালি হ'লা কেলৈ ?"

শিলটোৱে ক'লে—"মৰমৰ আইটিহঁত! মোক খং নকৰিবা। মই ইঃালৈ আহোঁ বুলি অহা নাই আৰু যাওঁ বুলি যাবৰো শকতি নাই। সকলো প্ৰকৃতিৰ ইচ্ছা।"

মাছবিলাকে ভাবিলে সিহঁতৰ সুখৰ দিন উকলি আহিল। মাছবোৰ কুণ্ডটোলৈ ঘুৰি গৈ সাৱধানে থাকিবলৈ দিহাপৰামৰ্শ কৰিবলৈ ধৰিলে।

আহাৰমহীয়া কোনোবা এটা খেণত ৰাতি কলহৰ কাণে ঢলা এজাক ডবাপিটা বৰষুণ দিলে। খাল বাম সকলো একাকাৰ হ'ল। পৰ্ব্বতৰ ওপৰেদি ধলপানী বাগৰিবলৈ ধৰিলে। সৰু জুৰিটোৰ বুকুৰেদি এনে কোবাল সোঁত বৰলৈ ধৰিলে যেন এখন নতুন নৈৰ সৃষ্টি হৈছে। ৰাতিপুৱা দেখা গ'ল জুৰিটিয়ে স্বাভাৱিক গতি সলনি কৰি আনফালে ঢাল খাইছে। প্ৰায়বোৰ মাছ কুণ্ডটোৰ পৰা ওলাই বৰনৈখনত পৰিছেগৈ। অলপ কেইটামান ভৰিকণা-পোৱালি কুণ্ডটোত বং খেলি আছে। উধনীয়া শিলটো কোবাল সোঁতত ঠাৱৰিব নোৱাৰি পৰ্ব্বতৰ গৰাকাণৰ ওখ শিল এটাৰ গাতে ভেজা লৈ থাকিল। সকলোৱে নেওচা খোৱা জীৱন এটা লৈ কিমান কাল জীয়াতু ভুঞ্জি থাকিব লাগিব তাক নেদেখা জনাইহে জানে।

# জীৱনৰ হাবিয়াস

পৰ্ব্বতৰ নামদানীৰ খলাবমা ঠাই এডোখৰত আওকাঠী গছৰ মূঢ়াটোৰ ওপৰত এটা উঁই-হাঁফলু। দেখিবলৈ ধুনীয়া, ঠিক যেন কলচি লগোৱা এটি মন্দিৰ। এদিন নিশা শিল-বৰষুণৰ ঠেকেচাত হাঁফলুটো উৰলি গৈ চিনচাব নোহোৱা হৈছে। মাথোন পচা মূঢ়াটোৰ ক্ষয় যোৱা জকাটোহে ওলাই আছে। উঁই-পৰুৱাবোৰে ক'তো থানিকা নাপাই কেউপিনে পিয়াপি দি ঘূৰি ফুৰিছে। তাহাঁতৰ মূৰ গুজিবৰ ঠাইকণো নোহোৱা হৈ পৰিল। তাতে আকৌ বিপদৰ উপৰি বিপদ। ক'ৰবাৰপৰা এটা দীঘলঠেঙীয়া পাতবেং আহি নিমাখিত পৰুৱাবোৰ এটা এটাকৈ তপতপ কৰে গিলিবলৈ ধৰিছে। প্ৰায় সৰহ ভাগ খাই এটালেই। ইপিনে বামুণীসাপ এটায়ো ছেগ বুজি বেঙটোৰ পাচ ভৰি দুখন কোৱাৰিৰ ভিতৰলৈ চপাই আনি কৰচি খাবলৈ ধৰিছে। বেঙটোৰ কি বিপদ হৈছে, সি নিজে একো আটকাল পোৱা নাই। সি হাঁফলুটোৰ ফালে আগুৱাব খোজে, সাপটোৱে পেটৰ ভিতৰলৈ সুমুৱাব খোজে। টনা-আজোঁৰাৰ দোমোজাত নিৰুপায় হৈ সি ভাগৰি পৰে। উজান দি আকৌ ওলাব খোজে। নোৱাৰে, এখোজ আগুৱায়, দুখোজ পাচুৱায়। কিহে পাচলৈ টানিছে বুজি নাপায়; জীয়াই থকাৰ আশাত ক্ষুধাৰ তাড়নাত দুই এটা পৰুৱা ওচৰ চাপিলেও সি ঢুকি নাপায়। বেঙা মেলি আগঠেং দুটাৰে উঁইবোৰ ধৰিবলৈ বৃথা চেষ্টা কৰে, লাহে লাহে তাহাঁত যেন বহু দূৰলৈ আঁতৰি গৈছে। অহোপুৰুষাৰ্থ কৰিও পাচঠেং দুটা

উলিয়াব নোৱাৰে। তাক কোনোবা জীয়া যমে কোনোবা অজান পুৰীলৈ নিব খুজিছে। একো উমান পোৱা নাই। সি কাতৰ উক্তিৰে কাৰোবাৰ সহায় বিচাৰে, কাৰো সঁহাৰি নাপায়। কেও ওচৰ চাপি নাহে। বিনন্দীয়া ভোগৰ সংসাৰখনৰ ওপৰত প্ৰাণৰ কিমান হেঁপাহ, কিমান কাকুতি। এনেকৈয়ে জানো সি তিল্তিলকৈ কষ্ট ভুগি ভূ-ভাৰস্তৰপৰা বিদায় ল'ব? ভাবি ভাবি একো ওৰ নাপায়। চিন্তাৰ আঁত হেৰায়. বুধি চুটি হয়। আৰু সি ভাবিব নোৱাৰে। বেদনাকাতৰ কণ্ঠে টোৰটোৰায়। শেঁতা পৰা চকুযুৰিৰে কেউপিনে ঘূৰি চায়। সকলো আন্ধাৰ দেখে। তেন্তে জানো সি মায়ামোহৰ সংসাৰখনৰ পৰা চিৰকাললৈ আঁতৰ হব? ওহোঁ, সিতো মৰিবলৈ অহা নাই; মৰণৰ নিষ্ঠুৰ খেলা সি কোনো দিনে দেখা নাই, দুদিনীয়া তিতা-কেঁহা সোৱাদ পোৱা নাই। তাৰ মিতিৰ-কুটুম লগৰীয়াবোৰকো মৰণক বুকুত সাৱটি লোৱা দেখা নাই। সি যেন মৃত্যুক জয় কৰি লাহবিলাহৰ সংসাৰখনত ৰাজভোগ খাই সুখে-সন্তোষে থাকিব, এয়ে তাৰ জীৱনৰ পৰম তৃষ্ণা।

ওচৰৰে গাঁৱৰ এমূৰে ভকতদাহ দিহদাৰৰ ঘৰ। মানুহজন বৰ হোজা। কেও কিছু নাই, অকলশৰীয়া একণীয়া পাৰ। তেওঁৰ দিনদিয়েকৰ পৰা কুকুৰা ৰৰণৰ ভৰগাভিনী চেঁউৰী এজনী গৰু ঢলৰপৰা নোহোৱা হৈছে। বিচাৰি হাবাথুৰি খাই ফুৰিছে, পোৱা নাই। মণ্ডলতীৰ হতুৱাই মণ্ডলো চোৱাইছে; সচংঘৰত চাকি এগছে সৈতে ঠগী এখনো আগবঢ়াইছে। ৰাজহুৱা গোসাঁইঘৰত পকা মনোহৰ কল এঠোকে সৈতে এভাগ কেঁচাভোগ দিবলৈ মানস কৰি ছৰতীয়া এটি দোখা তুলি থাপনাত থৈ দিছে। চেঁউৰীজনীৰ জগোঁ জগোঁ অৱস্থা, কৰবাত মৰবচ পেলালে নে শাল বজি মৰিলেই, কিজানি বনৰজাৰ পেটতে সোমাল, ভাবি একো ঠিৰাং কৰিব নোৱাৰে। য'তে ত'তে উধাতু খাই বিচাৰি ফুৰিছে, গোসাঁয়ে তেও মুৰ দাঙি

চোৱা নাই। ভকতদাহৰ চকুত টোপনি নোহোৱা হৈ পৰিছে। এদিন ওৰে নিশা উজাগৰে থাকি পুৱে ধলফাট দিয়াৰ লগে লগে গাইজনী বিচাৰি সি পোনছাতে উঁই-হাঁফলুটোৰ ওচৰৰ বৰগছ-জোপাৰ তল পালেগৈ। বিৰিণা, কহুঁৱা আদি জোপোহাবোৰৰ আঁৰে আঁৰে জুমি চাবলৈ ধৰিলে। ক'তো নেদেখিলে, তাৰ মনটো জঁয় পৰি গ'ল। এনেতে হাঁফলুটোৰ ওচৰত গাৰ নোম শিঁয়ৰি উঠা দুৰ্ঘটনাটো দেখি দিহদাৰ উচাপ খাই উঠিল। মৃত্যুৰ সংগ্ৰামখন একেৰাহে চাই আছিল। কি কৰিব কি নকৰিব বিবুধি হৈ পৰিল। আকৌ দেখিলে হাঁফলুটোৰ পিছফালে এবেও মান দূৰৈত গাঁতৰ পৰা এটা জালপহীয়া সাপে মুৰ দাঙি চাৰিওপিনে ঘূৰি দেখিলে নেজ লৰাই থকা এটা বস্তু। তাৰ জুইৰ আঙনি যেন চকু দুটা তিৰবিৰাই উঠিল, জিভা দুখন লক্‌লকাবলৈ ধৰিলে। ভকতদাহে টোকনডাল জোকাৰি তাক মাৰিবলৈ উদ্যত হ'ল। সাপটো ভয়তে সেও হৈ ঠাবেচিঁয়াৰে বুজালে—"দেউ! তুমি মোক নামাৰিবা। মই তোমাৰ একো অনিষ্ট কৰা নাই। আমি বিনা কাৰণত কাকো আক্ৰমণ নকৰোঁ। জীৱই জীৱক খাই জীৱনধাৰণ কৰি থকা আমিষভোজী জীৱ-বিলাকৰ জৈৱিক ধৰ্ম্ম। আমি সৰীসৃপ জাতীয় জীৱ। ক্ষুধা নিবৃত্তিৰ কাৰণে যি পৰিমাণ আহাৰ আৱশ্যক, তাতকৈ অধিক নিবিচাৰোঁ। প্ৰয়োজনৰ অতিৰিক্ত অপচয় কৰে আন মাংসাশী জীৱশ্ৰেণীয়েহে। তুমি জীৱশ্ৰেষ্ঠ মানুহ হৈও আন নিকৃষ্ট আমিষভোজী জীৱৰ দৰে জঘন্য জান্তৱ ধৰ্ম্ম পালন কৰি আছা। তোমালোকেই আমাক 'ক্ৰুৰ' আখ্যা দিছা। আমি মানুহজাতিৰ অত্যাচাৰত মাটিৰ তলত থাকিও আত্মৰক্ষাৰ উপায় নাপাওঁ। পৃথিৱীত আমিষভোজী জীৱশ্ৰেণী সৃষ্টি নোহোৱা হ'লে, নিৰামিষভোজী শ্ৰেণীৰ সংখ্যা বৃদ্ধিৰ সংঘৰ্ষত আত্মকলহ সৃষ্টি হৈ মহাপ্ৰলয় সংঘটিত হ'লহেঁতেন। তোমাক কাবৌ কৰিছোঁ, মোৰ ভোজ্য বস্তুত অবাঞ্ছিত বাধা নজন্মাবা। সৃষ্টিকালৰে-

পৰা ক্ষুদ্ৰ ক্ষুদ্ৰ জীৱবিলাকৰ লগত আমাৰ খাদ্য-খাদক সম্বন্ধ। সেই-বোৰেই আমাৰ প্ৰধান আহাৰ। ক্ষুদ্ৰ ক্ষুদ্ৰ সাপবোৰ যদিও আমাৰ জ্ঞাতি-বংশ, তথাপি তাহাঁত আমাতকৈ জাতত নীহ। আমি উচ্চ বংশৰ। জীয়াই থাকিবৰ হেতুকে সাপ, বেং উভয়ৰে আমাৰ নিতান্ত প্ৰয়োজন। তুমি চোৱা—উঁই-পকৰাবোৰে অকল গছৰ মুঢ়াটোৰ পৰা ৰস টুপি খাই জীয়াই থকা নাই; মুঢ়াটোৰ ভিতৰৰ পোক-পকৰা আটাইবোৰকে খাই শেষ কৰিছে। উঁইবোৰকো বেংটোৱে খাইছে, বামুণীসাপটোৱেও বেংটো খাবলৈ চেষ্টা কৰিছে, ইটোৱে সিটোক খোৱা-খুই কৰি বৰ্ত্তি থাকিবলৈ হাবিলাস। গতিকে উভয়ে মোৰ খাদ্য। দুয়োকো একেলগে ভোজন কৰিলেহে মোৰ উদৰ পূৰ্ত্তি হ'ব। তুমি তলত থিয় হৈ থকা গছজোপাৰ ওখ ডালত এবুৰি উকহ চৰাইৰ বাহ দেখিছা। মাইকীজনীয়ে পোৱালিক আহাৰ খুৱাবলৈ নখেৰে খামোচ মাৰি লেটাবৰালী এটা ধৰি আনিছে। তুমি চেঁউৰীজনী জগিলে তাইৰ গাথীৰ টুপি খাবলৈ পাবা। সেই হেতুকে গাইজনী বিচাৰি নাপাই বলিয়াৰ দৰে ধাকুৰি ফুৰিছা। তুমি মোক আঘাত কৰাৰপৰা বিৰত হোৱা।" ততালিকে তাৰ সুপ্ত হিংসা-বৃত্তিটো উজাৰ খাই উঠিল। বামুণীসাপটোৰ নেজডাল কামোৰ মাৰি ধৰি লাহে লাহে গাঁতত সোমালগৈ।

ভকতদাহে বহু কথা গুণা-গৰ্থা কৰি সাপটো নামাৰিলে। মনতে ভাবিলে, সাপটোৰ আটাইবোৰ যুক্তি মানি লব নোৱাৰি। তৃণ-ভোজী আৰু নিৰামিষভোজী জীৱশ্ৰেণী সঙ্গপ্ৰিয়। সিহঁত সদায় জাক বান্ধি থাকে। কথাতে কয়, 'মাউথে উটিলে গুৰিপকৰাবো মৰণ নাই।' হিংসুকীয়া জন্তুবিলাকৰ হাত সাৰিবলৈ নিৰীহ জীৱবিশেষে কিছুমানৰ অস্ত্ৰ সম্বল আৰু নানান কৌশল জানা থাকে, তাৰেই সিহঁতে আত্মৰক্ষা কৰিব পাৰে। গতিকে জগত অবিনশ্বৰ। পৃথিৱীত মুহুৰ্মুহু পৰিবৰ্ত্তন ঘটিবই লাগিছে। কোনো কাৰো একো নহয়,

তথাপি জীৱবিলাকে আত্মসুখৰ কাৰণে স্বাৰ্থৰ পাছে পাছে লৰি ফুৰিছে—বিৰাম নাই। হয়তো এদিন এনে এটা ক্ষণ আহিব, যিটো ক্ষণত সকলো পাৰ্থিৱ সম্পদ হেৰুৱাব লাগিব।

টোকনডালৰ মূৰত থুতুৰিটো থৈ সি কিছু পৰ টলকা মাৰি থাকিল; আওমৰণৰ বিভীষিকা ৰূপটো চাই বিমোৰত পৰিল। মহাকালৰ বিয়োগান্ত নাটক এখনিৰ করুণ দৃশ্যবোৰ চাই থাকিবলৈ সং নগ'ল। দুগালেদি দুধাৰ চকুৰ লোতক বাগৰি তপত বুকুখন তিয়াই পেলালে। ধ্বংসমুখী জগতখনৰ আন্ধাৰৰ ফালটো সি সৰহ পৰলৈ থিৰেৰে চাই নাথাকিল। এটি দীঘল হুমুনিয়াহ টানি 'অথিৰ ধন জন, জীৱন যৌৱন, অথিৰ এই সংসাৰ'— নামৰ দেহবিচাৰৰ গীত-ফাকি গাই আগৰ পিনে খোজ পেলাওঁ-নেপেলাওঁকৈ ঘৰমুৱা হ'ল।

তেতিয়া বেলা থিয় দুপৰীয়া। কিছু দূৰ গৈয়েই দেখিলে নঙলাৰ মুখত শোৱনখুৰীয়া সুন্দৰ নোদোকা পোৱালিটিৰে সৈতে চেঁউৰীজনী। গাতে গা লগাই মৰমতে পোৱালিটিৰ চিকুন গাটো চেলেকি আছে। গৰাকীক দেখি আথেবেথে হেম্বেলাই উঠিল। ভকতদাহৰ তেজাল ওঁঠ দুটাত অলপ হাঁহিৰ ৰেঙণি বিৰিঙি ওলাল।

---

## গছা আৰু চাকি

ঠকুৰণীয়া গাঁৱৰ এমূৰে অলপ নিজগ্গাল ঠাইত নামঘৰটো। ভিতৰখন মুকলি। বেৰত লাগি থকাকৈ পাভটিবোৰত সুন্দৰকৈ সজাই থোৱা কিছুমান সাঁচিপতীয়া ধৰ্ম্মপুথি। মুধৰ পিনে ওখ থাপনাখনত এখন ভাগৱত পুথি। আঠোপৰে থাপনাখনৰ ওচৰত এগছ চাকি জ্বলি থাকে। এদিন সাঁজবেলিকা আলহীয়া ভকত এজন আলহী স্বৰূপে নামঘৰৰ পিৰালিতে মূৰে-গাই কাপোৰ লৈ শুই আছে। ভালেখিনি ৰাতি জ্বলি থকা চাকিগছ ফৰ্‌ফৰাই উঠিল। ভকতজনে সাৰ পাই মূৰ দাঙি দেখে যে ক'তো একো হোৱা নাই। কাণৰ সাৰে চকু মুদি টলকা মাৰি শুই থাকিল। টোপনি আহোঁ আহোঁ, জীৱজন্তুবিলাক নিঃপাল দিছে। মাজে মাজে উঁইচিৰিঙাটোৰে ওৰেনিশা ছিঁ ছিঁ াই আছে। টোপনিতে ভকতজনে কাণ পাতি শুনায় যে গছা আৰু চাকিগছৰ মাজত কিবা এখন উখনা-উখনি লাগিছে।

গছাই চাকিগছক সম্বোধি কৈছে—"প্ৰিয় বান্ধৈ! তুমি আৰু কিমান কাল মোক যন্ত্ৰণা দি থাকিবা? নামঘৰত প্ৰবেশ নকৰালৈকে আমাৰ দুয়োৰে মাজত কোনো চিনাকি নাছিল। এতিয়া দেখিছোঁ, তুমি মোৰ মূৰৰ ওপৰত বহি ইকাতি সিকাতি হবলৈ নিদিয়াকৈ বন্দী কৰি ৰাখিছা। গাটো ভেলেৰে ধুৱাই থৈছা। পৃথিৱীৰ সকলো বস্তুৱে পোহৰ পায়, মই চিৰআন্ধাৰত বুৰ গৈ থাকোঁ। কোন জনমত তোমাৰ কি অপৰাধ কৰিছিলোঁ, যি দোষৰ কাৰণে

আজি মই তোমাৰ ভৰিৰ তলত নিকাৰ ভুগিব লাগিছোঁ ? বান্ধে !' কোৱাচোন কেতিয়া তোমাৰ নাগপাশৰ পৰা মুক্ত হম ?"

ভমক কৰে শিখাডাল এবাৰ জ্বলি উঠিল। অলপ পৰ তভক মাৰি থাকি চাকিগছে কলে—"বন্ধু ! তুমি ভুল বুজিছা। মোৰ প্ৰয়োজন কাৰণে তোমাৰ জন্ম। মোক অৱৰক্ষণৰ কাণে তুমি, তোমাৰ কাৰণে মই। আমাৰ উভয়ৰ মাজত এটা নেৰানেপেৰা সম্বন্ধ। তুমি এজোপা গছৰ ক্ষুদ্ৰ অংশহে। প্ৰকৃতি ৰাজ্যত আন আন পদাৰ্থৰ নিচিনা তুমিও এটা লাগতিয়াল অংশ। জগতৰ মহৎ মহৎ কৰ্ম্মসমূহ সমাধানৰ কাৰণে তোমাৰ আৱশ্যক। তোমাৰ নিচিনা ক্ষুদ্ৰ ক্ষুদ্ৰ বস্তুৰ ভিন ভিন অংশবিলাকেও আত্মত্যাগ কৰিছে। তোমাৰ প্ৰয়োজন ত্যাগৰ কাৰণে। তোমাৰ যেনে বন্দী জীৱন, একে কাৰণতে মোৰো বন্দী জীৱন। দুয়ো একে পথৰ যাত্ৰী। তোমাক ঘূণে নোখোৱাকৈ আৰু পচি নোযোৱাকৈ ৰাখিবলৈ তেলেহে সহায় কৰিছে। তুমি নাজানা, তোমাতকৈ মই কিমান কষ্ট ভুগিছোঁ। মোৰ মুখৰ পৰা অহৰ্নিশে জুই ওলচে, ডেইপুৰি মৰিব লাগিছোঁ। এই নিঃকিনৰ পৰা যদি জগতৰ কিবা মঙ্গল হয়, তাতেই পোৰা মুখখনৰ জনমৰ সাৰ্থকতা। বন্ধু ! তুমি কাঠ এডোখৰৰ এটা নগণ্য অংশ। মই পোৰা মাটিৰ এটা তৰাং খোল, বুকুত এটুঁপি সৰিয়হ তেল, ধূনা তুলাৰ এডাল শলিতা আৰু মুখত মহাতেজা সৰ্ব্বব্যাপক বহ্নিৰ এটি স্ফুলিঙ্গ। আটাইবোৰ পদাৰ্থৰ অংশই এটা বিৰাট শক্তিৰ সৃষ্টি। গছা, মাটি, তেল, শলিতা আৰু জুই এই পঞ্চ শক্তিৰ সংযোগত জ্বলন্ত বহ্নি বা জ্ঞানৰ বিকাশ। পদাৰ্থবোৰেই ধাৰক, বহ্নি ধাৰণা, ব্ৰহ্ম তেজ বা দিব্যজ্ঞান। ই যেতিয়া ব্যাপকভাৱে জগত সুৰঞ্জিত কৰি তোলে, তেতিয়াই প্ৰকৃতিয়ে জীৱন্ত ৰূপ ধৰি জীৱক ৰক্ষা কৰি থাকে। ইয়াৰ প্ৰভাৱতে পৃথিৱী যন্ত্ৰৰ দৰে চালিত হৈ অসম্ভৱকো সম্ভৱ কৰি তুলিব লাগিছে। তুমি কৈছা, তোমাক চিৰ আন্ধাৰত বুৰাই ৰাখিছোঁ।

তুমি ভুল নুবুজিবা, আমি সকলো প্ৰকৃতিৰ ক্ৰীড়নকহে। স্ৰষ্টা ক্ৰীড়ামোদী। আমাক লৈয়ে তেওঁৰ সাৰ্ব্বভৌমত্ব প্ৰকাশ। অনু, পৰমাণু সকলোতে তেওঁৰ গৰিমা উদ্ভাসিত। তুমি চোৱা, সৌ গছজোপাক জীৱন্ত আৰু সৌন্দৰ্য্য-বৰ্দ্ধক কৰিছে শিপাইহে। গছৰ জীৱন শিপা। সিয়েই মাটিৰ ভিতৰৰ পৰা ৰস আকৰ্ষণ কৰি গছজোপাক জীয়াই ৰাখিছে। কুঁহিয়াৰৰ ভিতৰৰ মিঠা ৰসখিনি ধাৰণ কৰিছে কিছুমান আঁহ থকা জাবৰিয়েহে। ৰসখিনি ওলাই গলে জাবৰখিনি অপদাৰ্থ হৈ পৰে। অমৃততুল্য ৰসখিনিৰ ধাৰক জাবৰিহে। ধুনীয়া পদুম ফুল পাহে লেতেৰা পানীৰ ওপৰত ওপঙি চাৰিও দিশ আমোল-মোলাই আছে। তাৰো ধাৰক আলু আৰু শিপা। এইবোৰেই কেহৰাজবুলীয়া পানীৰ আঠুৰনি বোকাত পোত গৈ ফুলৰ বিকাশৰ পথ মুক্ত কৰি দিছে। তুমি জানিবা, ই প্ৰকৃতিৰ নিষ্ঠুৰ কৰ্ত্তব্য; সকলোৰে ইয়াক পালন কৰিবলৈ বাধ্য। জড়, চেতন কোনেও ইয়াৰ হাত সাৰি থাকিব নোৱাৰে। আমি আটায়ে এটা পৱিত্ৰ মন্দিৰত নিৰাপদে আছোঁ! আংশিকভাৱে ইয়েই নামঘৰটো পোহৰ কৰি ৰাখিছে। সংসাৰৰ কোনো আহুকালে আমাক পোৱা নাই। তুমি বেজাৰ কৰিছা, দিনে ৰাতিয়ে তপা মুৰটোত শিখাৰ জুয়ে তাপ দি থাকে। যদি তোমাৰ মুৰৰ ওপৰত মোক নাৰাখিলাহেঁতেন, হয়তো তোমাৰ দুখ-দুৰ্গতিৰ অন্ত নপৰিলেহেঁতেন! কোনোবাই খৰি-ছিৰা টাঙোন কিম্বা খদে-বৰষুণে গাটো থেতালি পেলালেহেঁতেন। কোনোবাই ফালিছিৰি খৰি স্বৰূপে আখল ঘৰৰ আখাৰ তলত জ্বলাই ছাই কৰি পেলালেহেঁতেন। প্ৰকৃতিৰ নিদাৰুণ খেলাত তোমাৰ নিচিনা বৃহৎ বৃহৎ কাঠ আৰু বাঁহবিলাক দাবাগ্নিৰ দহনত দগ্ধ হৈ যাব লাগিছে। মানুহেও ব্যৱহাৰিক জীৱনত তোমাক ইন্ধন স্বৰূপে ব্যৱহাৰ কৰিব লাগিছে। ধুমুহা বতাহত প্ৰকাণ্ড প্ৰকাণ্ড গছ উভালি পৰি শিলনিত থেকচা খাই খণ্ড-বিখণ্ড হৈ গৈছে।

কিছুমানে আকৌ নৈৰ বালিৰ তটত পোত গৈ নিজৰ অস্তিত্বকে হেৰুৱাই পেলাইছে। কোনোৱে নৈৰ সোঁতত উটি-বুৰি চাকনৈয়াত বুৰগৈ অস্থিপচি ভেলখন হৈ মহাসাগৰৰ ফালে ঢাল লৈছে। এয়েই নিয়তিৰ কঠোৰ নীতি। বন্ধু! তুমি বহুত সুখত আছা। দুখ-জীৱনৰ মাজেদিয়ে সংসাৰৰ উত্থান-পতন, হাঁহি-কান্দোন, জন্ম-মৃত্যু, বিশ্ব-বাজীকৰৰ ভোজবাজীৰ আচৰিত খেলবোৰ দেখি আছা, জীয়াই থকা যদি আৰু কিমান দেখিবা। বৰ্ত্তমান যি অৱস্থাত আছা সেইটোৱেই তোমাৰ পক্ষে সুখৰ জীৱন। মোৰ মুখত যিকণ পোহৰ, সি বহ্নিৰ এটা শান্ত ৰূপ। যেতিয়া ৰুদ্ৰ ৰূপ ধৰি উঠিব, তেতিয়া পৃথিৱী ধ্বংস হৈ যাব। চাকিৰ মুখত যিকণ স্ফুলিঙ্গ সেইকণেই হিৰণ্য-ৰেতস্‌ দীপিকা শক্তি, জীৱৰ প্ৰাণ স্বৰূপ শান্ত ৰূপ। ইন্ধনৰ যিকণ স্ফুলিঙ্গ সিয়েই দাহিকা শক্তি, বিশ্বসংহাৰক সংহাৰ মূৰ্ত্তি। তেনেৰে বুৰগৈ থকা তোমাৰ ৰূপহীয়া দেহাটোত কেনেবাকৈ এটা স্ফুলিঙ্গ ছিটিকি পৰিব লাগিলে তেনেই ভস্ম হৈ যাবা। ময়ো কেইভোৰমান খোলাকটি হৈ মাটিত বাগৰি পৰি থাকিম। দুইৰো জীৱন বিফলে যাব। তুমি জানিবা, পৃথিৱীৰ জড়, চেতন যাৱতীয় পদাৰ্থৰ প্ৰকৃতিতে উৎপত্তি, স্থিতি আৰু লয় সংঘটিত হৈ আছে! মৃত্যুৰ পিচত সকলোৱে নিজ ৰূপ পৰিত্যাগ কৰি বিভিন্ন ৰূপ পৰিগ্ৰহ কৰিব। গতিকে আমি জীৱনৰ কঠোৰ কৰ্ত্তব্য পালন কৰিবই লাগিব। বন্ধু! বিবাদ পৰিহাৰ কৰা। আমাৰ তিতৰত থৰিয়াল লাগি যদি পৃথক হবলগীয়া হয়, জানিবা উভয়ৰে পতন অৱশ্যম্ভাৱী। আমাৰ ঐক্যই জগতৰ ঐক্য। আমাৰ শান্তিয়েই জগতৰ শান্তি। আমাৰ ত্যাগৰ পৰা যদি জগতত শান্তি বিৰাজ কৰে, জ্ঞানৰ বিকৃতি হয়, ইয়াতকৈ সৌভাগ্যৰ কথা আৰু কি হব পাৰে? যেতিয়া আমি আমঘৰৰ ক্ষুদ্ৰ গণ্ডীৰ পৰা উন্মুক্ত হৈ পৃথিৱীৰ বিশাল বুকুত বিয়পি পৰিম, তেতিয়াহে আমাৰ ত্যাগৰ সফলতা, জন্মৰ সাৰ্থকতা!"

বাতি পুৱাওঁ পুৱাওঁ, পূবে ধলফাট দিলে। আন্ধাৰত বুৰ গৈ থকা পৃথিৱীয়ে পুনৰায় নৱজীৱন লাভ কৰিলে। নিখিল বিশ্ব যেন সদানন্দ ৰূপত জ্যোতিৰ্ম্ময় হৈ উঠিল। ক্ৰমে চাকিগছো ম্লান হৈ পৰিল। গছা আৰু চাকি দুয়ো নিতাল মাৰিলে।

ভকতজনে এটি সাৰগৰ্ভ তত্ত্বজ্ঞান পাই নামঘৰটোত সাষ্টাঙ্গে প্ৰণিপাত কৰি বিদায় ললে।

---

# খদা আৰু জাপি

মাঘ বিহুৰ উৰুকাৰ দিনা। দেউৰাম মহন্ত আৰু তেওঁৰ লগুৱা গেঠুৰামে বিহুৰ ওচৰ চপা দেখি চোতালৰ বনবোৰ কোৰেৰে চাঁচি-চুৰুকি চিকুনাই চকুত লগাকৈ তুলিছে। থুলুকী বেটীজনীয়ে ভলিভগা খদাটোত ভগা ঢাবি এছোৱা পাৰি জাবৰ-জোঠৰবোৰ ভৰাই পদূলি মুখৰ হোলাটোত পেলাই দিছে। কাঁচি ব'দ ওলোৱাৰে পৰা কেঁৰাভুপৰীয়ালৈকে কঢ়িয়াই নিওঁতে নিওঁতে তাইৰ কঁকালটো টনকা যেন পালে। মহন্তই নেদেখাকৈ বুলনি ঘৰটোৰ পাছফালৰ ছাঁতে অলপ জিৰণি ললে। ভৰি দুখন সিৰামুৰীয়ে ধৰা যেন গম পালে। কথমপি কঁকালটো পোনাই লৈ এহাতে ঝাড়ুনীডাৰ আৰু খদাটো হাতত লৈ চুঁৰৰিঘৰৰ পানীপাছৰ বেৰখনত আঁৰি থোৱা ভগা জাপিটোৰ তলতে আওজাই থলে। জাপিটোৰ খোল দুটাৰ দৈবোৰ এৰাই গৈছে। মাজৰ পাত প্ৰায় নায়েই। জাপিটোৰ মোহ এৰাব নোৱাৰি দুখিলা মে তিনিখিলামান পাত গাতে লাগি আছে। মুৰৰ মটুকটো ভগা। গাঁঠিবিলাকত ৰৰমোহাই ধৰি বাওৰ কাষৰ গুৰিবিলাক ঠুনুকা হৈছে। বাৰিষাৰ পিচৰপৰা জাপিটো তেনেকৈ আঁৰি থোৱা আছে। তালৈ কোনেও চকু-কাণ দিয়া নাই।

ৰাতি হ'ল। ত্ৰয়োদশীৰ জোনটো ভেঁয়ামলৈ নামিছে। ডাবৰ নাই। কুঁৱলীয়ে গোটেইখন ছাতি পেলাইছে। হোমঘৰৰ ন'ৰাই খৰি চুৰ কৰি নিয়ে বুলি মহন্তই মণ্ডলামুখৰ শলখা কেইডাল তমালেৰে টানকৈ গাঁঠি দি থৈছে। বাটচ'ৰাত জুই একুৰা জ্বালি মহন্ত আৰু

গেঠুবাম হুয়ো দেড়পৰ মান বাত্তিলৈকে পৰ দি আছিল। কেও ক'তো নাই, চোৰ অহাৰো একো সঁহাৰি নাই; চকুৰেও বৰণী বাব খৰিছে। সাস্তে-সোতবে তেওঁ জুইকুৰা থাপি-থুপি থৈ দিছে। বুলমি ঘৰৰ ছালপীৰাখনত মহস্ত আৰু লগুৱা ল'ৰাটোৱে গাথৈখনত ঢাৰি এখন পাৰি মুৰে-গাই নিহালিখন মেৰিয়াই লৈ হুয়ো লেতা কুন্দাই পৰি থাকিল। মহৰ শিং কঁপোৱা জাব; তাতে ঠেটুৰৈ খৰা ফেৰফেৰিয়া বতাহ! মহস্তৰ চিলমিলীয়া চৌপমি আছিছে মাথোন। বতাহতে জাপিটো অলপ অলপ লৰি আছে। খৰি চুৰ কৰা ল'ৰাবোৰ অহাবুলি ভাবি মহস্তই সাৰ পাই থাছিবলৈ ওলাই আছিল। চাৰিও-পিনে ঘূৰি পকি ক'তো একো নেদেখিলে। মহস্তই শোৱাপাটীত পৰি টলকা মাৰি শুই থাকিল।

কাণ ডুখম থিয় কৰি শুনে যে, জাপিটোৱে খদাটোক কৈছে,—"হেৰ গেঙ্কেলী! তই মৰিবৰ ঠাই ক'তো বিচাৰি নাপালি। তোৰ শুৱকৱা গাটোৰ ভেকেটাভেকেট্ গোন্ধত ওৰে নিশা শুব পৰা নাই। তই ভালে ভালে ইয়াৰপৰা আঁতৰ হ। চুৰা-পাতনি, গেৰেকনি আৰু গোহালিঘৰেইহে তোৰ জিৰণি ঘৰ। কাণী খেন্দেলী থুলুকী বেটীজনীয়ো কেমে! তাই বৰ আচল, কোনো কথা গাত নালাগে। তোক থবলৈ ঠাই পালে মোৰ মৰা দেহাটোৰ ওচৰতহে। যত জটকুটৰ থাই এলাজুকলীয়া বেটীজনী। তাইক দূৰৈতে দেখিলে ওকালি আহিয় খোজে। মুখটো জুপৰা, ঠিক যেন কোটোহা বাঁহৰ মূঢ়াটো! চুলিবোৰ কুটকুৰা। মুৰে কাহানিও তেল এটুপি দেখা নাই। কাকৈ, জটভাৰ চুলিৰ লগত সম্বন্ধ নাই। ভালেটোহে গৰখীয়া ল'ৰাবোৰে জোকাই কৰে—'থুলুকীৰ মুৰত কপোৰ বাহ।' খুত্তি গাবে মাথাকে, তিৰিটামান সিয়নি, সেইখনেই তাইৰ তিয়নী। মাহুদিবুলীয়া কাপোৰ ডুখম জাৰে জহে সমানে গাব পৰা মুগুচে। থুপৰীজনী, নিতৌ মহন্তলী

আইদেউৰ কিলটো, ভুকুটো, মুখত মুকুটিটো, বুঢ়িবাঢ়নীৰ খোচটো লাগিয়েই আছে। তেও তাইৰ লাজ নাই। হাউলিটোৰ গেলা-পচা বস্তু, জেং-জাবৰ, সৰু সৰু ল'ৰা-ছোৱালীৰ লাদ, গোহালিৰ গোবৰ মেচা কঁকালটোৰে কঢ়িয়াই ফুৰোঁতে দিন যায়। চোতাল ঘৰ সাৰিব, গোহালি সাৰিব, দেশৰ ধূলি-মাকতিবোৰ মোৰ মুৰত থব। লেতেৰা ঠাইবোৰ সাৰিপুচি শোটাটো মোৰ তপা মূৰটোতে খুচি থব। মৰতাইঁতক যমেও পাহৰিছে। মই মৰিলেহে তাই বেটীৰ বুকুৰ পটাখন জুৰ পৰে। খদাটোক ক'লে,—'হেৰ' জহনী যাতী! থুলুকীক কৰি, বাত্তি পুৱালেই তোক ইয়াৰ পৰা আঁতৰ কৰিব।'

খদাটোৱে ভালেখিনি পৰ তভক মাৰি থাকি জাপিটোৰ গাত কাঁইটে মিঙ্কা দুটা কথা কেইবাৰ শুনি আছিল। গাটো এণ্ডামুৰি দি ক'লে,—"ভনীটি, তুমিতো মোক উধাইমুধাই যিহকে পোৱা তিহকে বলকি বলিয়াজি কৰিলা। মই তোমাতকৈ কেইমাহমানৰ ডাঙৰ। তুমি মোক বাইদেউ বুলি মাতিবলৈকো লাজ পালা। তুমি মাতবাৰিবো টোকামা হলা। বেটীজনীক অনাহকতে ধুলি গালি পাৰিলা কেলৈ? বাঁহজাতিৰ ভিতৰত জাতিবাঁহেই উত্তম বাঁহ। আমি দুয়ো সেই একে বংশৰে। এটা বাঁহৰ একালৰ তুমি, একালৰ মই। মহন্ত বাপুৱে ঘৰুৱা কামৰ ব্যৱহাৰৰ কাৰণে দুয়োকো বেলেগে বেলেগে সাজি লৈছে। তোমাক নিমজকৈ দৈ তুলাই জাপি সাজি মূৰত লৈ অ'লৈ ত'লৈ যায়। মোক মোকোহা কৰি সাজি ঘৰুৱা লেতেৰা কামবোৰ কৰাই লয়; ব্যৱধান এইখিনিহে। আমি দুয়ো একে মহাজনৰ তলত কিমান কাল সুখে-দুখে কটালোঁ! কোনো দিনে তোমাৰে মোৰে দাঁতে-ওঁঠে লগা নাই। আজি কিয় মতিভ্ৰম হ'ল? তুমি মোক ইতিকিং কৰাটো ভুল হৈছে।"

জাপিটোৱে ক'লে,—"হঁঞেৰা খহুলীজনী! মুখ চাই বচন বুলিবিচোন। আমি একে বংশৰ হব পাৰোঁ সঁচা, কিন্তু

দুয়োৰে কাম-কাজ, আচাৰ-নীতি বেলেগ। তই দিনৰে দিনটো বাহী কামবোৰ কৰি থাক, মই বামুণ-গোসাঁই, সাধু-মহন্তৰ মূৰৰ ওপৰত উঠি ফুৰোঁ। খেতিয়ক আৰু গৰখীয়া ল'ৰাবোৰৰ গাত ৰ'দ-বৰষুণ নপৰাকৈ কুশলে ৰাখোঁ। তই চা, মোক কেনেকৈ ধুনীয়াকৈ সজাই-পৰাই ৰাখিছে। সৰু সৰু লাহি দৈৰে আঙুলিৰ পাৰ সোমাব পৰা আঙঠিৰ নিচিনা সৰু সৰু জালি। মটুকটোৰ ওপৰত ফুলকটা চুলা। খলপ দুটাৰ মাজত টকৌ গছৰ কুঁহি কুঁহি পাত। চাৰিও ফেৰে মুৰণীয়াকৈ বালিচন্দাৰ ফুল। আচুবুলীয়া কাপোৰৰ ঘিলাডুঙীয়া চক। চালে চকু যোৱাকৈ কেনে আপডাল কৰি ৰাখিছে। কেলেহুৱা! তই কি গুণত মোৰ সমান হব খোজ? সৰগৰ তৰা আৰু পিটনিৰো তৰা একে জানো?"

খদাটোৱে ক'লে—"ভনীটি! তোমাৰ ওকাইদাং মৰা কথা শুনি অথনিৰেপৰা কাণ দুখন ঠহঠহাই আছে। তুমি গপত গণ্ডাটোপটো হৈ ওফন্দি পৰিছা। তিনিকাল গ'ল, একাল আছে। মৰণ কালত তোমাৰ বুধি হত হৈছে। ডেকা কালত মাৰল-ঘৰৰ চিলিঙিখনৰ ওপৰত নপতা ফুকন হৈ ফকাম পাতি বহি আছিলা। ৰৰমানুহৰ মূৰত উঠি মথৰি পাগ মাৰি ফুৰোঁতে কিমান ঔকিল খাই ফুৰিছিলা। কেনকেনীয়া বৰষুণৰ উৎপাতত তিতি বুৰি জুকলা হৈছিলা। শিলৰ খুন্দনিত হাড়জুনজুনীয়া হৈ গৈছিল। কিতাহি মাৰি ফুৰোঁতে, বতাহত মূৰৰ পৰা উফৰি কেতিয়াবা গৈলা গৰখাৰৈত, কেতিয়াবা পথাৰত বুকু থেকেচা খাই লটিঘটি খাইছিলা। তোমাৰ অতীত জীৱনৰ ধপচালি-বোৰ মনত পেলোৱাচোন। ওপৰলৈ থুতকুৰিয়ালে নিজৰ মুখতেহে পৰে। তোমাৰ তিনিহাতমান তলত বেৰখনত আউজি থকাত মোক গাব গোন্ধত তোমাৰ মূৰ নোহোৱা কবন্ধটোৱে বাতি শুব পৰা নাই। ভাবি চোৱা ভেম কৰি মাৰি বাটে বাটে ফুৰোঁতে উৰণীয়া চৰাইবোৰে কিমান অৱস্থা গাত জাপি দি যায়। কোনোবা দিনা মহন্ত বাপুৰে

তোমাৰ অশুচি গাটো ধুই-পখালি শুচি কৰি দিছিল নে? মহন্ত বাপুৰ গোটেই হাউলিটোৰ আপচু বস্তুবোৰ আঁতৰাই ঘৰখন শুচি কৰি মই ৰোগব্যাধিৰ পৰা ৰক্ষা কৰি ৰাখিছোঁ। তোমাৰ গাৰ গোন্ধত হুকুৰি এন্দুৰ মৰে। আজি মই মৰণ কালত হলো অশুচি, তুমি হলা নিকাপন্থীয়া! ওৰাক নিন্দে কোৱাই, পুঠী-খলিহাক নিন্দে ভেৰপেটী মোৱাই।"

"তুমি জানিবা, মানুহ মানুহৰ সেৱক। তাত উচ্চ নীচ নাই। সমাজ ব্যৱস্থাৰ কাৰণে মানুহৰ মাজত কিছুমান বিষয়বাব আছে। কামৰ যোগ্যতা আৰু গুৰুত্ব অনুসৰি পদবোৰৰ শ্ৰেণীবিভাগ আছে; বেতনৰো তাৰতম্য আছে। বেতনভোগী হলেই মৰ্য্যাদা অনুপাতে প্ৰভু-ভৃত্যৰ সম্বন্ধ আহি পৰে। আমাৰ জীৱন স্বতন্ত্ৰীয়া নহয়; আমি জড় বস্তু। আমাৰ চেতনা নাই, বেতনো নাই। আহাৰো নাই, বিহাৰো নাই। আছে অপব্যৱহাৰ। মানুহে নিজৰ সুখ-সুবিধাৰ কাৰণে জড় বস্তুৰপৰা যিবোৰ বস্তু সাজি লয়, সেই বস্তুবোৰ মানুহৰ সেৱক বা ভৃত্য। দুয়ো মহন্ত বাপুৰ দাস বা ভৃত্য। তুমি ওপৰ খাপৰ, মই তাৰে নামনাচ। ভৃত্যই ভৃত্যক নিন্দা বা অপমান কৰা দোষণীয়। বৰ্তমান দুয়োৰো জৰা অৱস্থা, ব্যৱহাৰৰ অযোগ্য। অকামিলা বস্তুবোৰ কোনোৱে গম নোপোৱাকৈ পৃথিৱীৰ বুকুত জাহ যাব লাগিছে। আমাৰ দুখ-কষ্টৰ বিননি, হা-হুমুনিয়াহ, কত অপ্ৰকাশৰ বেদনাৰ বুৰবুৰণি বুকুতে উঠি বুকুতে মাৰ যাব লাগিছে। কাক কম, কোনে পতিয়াব? জীৱনত অনুভূতি নাই যেতিয়া, প্ৰকাশৰো থল নাই। পুতৌ পাবলৈ আশা কৰা বৃথা। মহাকালৰ কঠোৰ ব্যৱহাৰত পৰিণত বয়সত প্ৰকৃতিৰ বস্তুবিলাকৰ মৰণ-শেতেলিখন মাটিৰ লগত মিহলি হৈ যাব।

## সূচীপত্র

# মনাই বৰাগী

সংসাৰ পথত ভ্ৰমি বহু দিন
বেহালোঁ কতনো বেহা,
লাভৰ ঘৰত একো নেথাকিল
ঘূৰীয়া কৰিলোঁ দেহা।

কত যত্ন কৰি পাতিছিলোঁ মই
সংসাৰ মোহন মেলা,
বেলি নৌ পৰোতে দিন দুপৰতে
ভাঙিল মায়াৰ খেলা।

কান্ধত জোলোঙা মুৰত পাগুৰি
হাতত লাখুটি লৈ,
গুচি গলোঁ এই জঞ্জালে আগুৰা
ঘৰ-বাৰী এৰি থৈ।

যদিওবা হায়! শোকে-তাপে ভৰা
এৰালোঁ সংসাৰ হাট,
চিৰ লগৰীয়া স্মৃতি আৰু আশা
কদাপি নেৰিব বাট।

বিভীষিকাময় অতীত ভৱিষ্য
দুখনি চিত্রই আছি,
কত প্রহেলিকা ফুৰে দেখুৱাই
হৃদি সাগৰত ভাহি।

অতীতৰ চিত্র অতীব বিচিত্র
শোকে বুকু খুন্দিয়ায়,
চিন্তাৰ জাউৰি উঠি ঘনে ঘনে
গাৰ তত্ হেৰুৱায়।

ভাবিলোঁ মনতে জীৱনত আৰু
নাপাওঁ অলপো সুখ,
কণা বিধাতাই পোৰা কপালত
লেখিছে বিষম দুখ।

হায়! কিনো অই খৰম কপাল
কি বিলাই হব মোৰ;
চাওঁতে চাওঁতে মাৰ গ'ল বেলি
কৰিলে আন্ধাৰ ঘোৰ।

আৰত ঠেৰেঙা লাগিল গোটেই
মচলে ভৰি ও হাত
পছোৱা-বতাহে অথিৰ কৰিলে
বুলিব মোৰাবোঁ বাট।

এটি এটি কৰি দাঁত সৰি গ'ল
মুখৰ পকিল চুলি,
গাৰ ছালবোৰ সোতোৰা পৰিল
কেনেকৈ যাওঁ বুলি।

পিয়াহ ভোকত দুখ ভাগৰত
প্ৰাণ কৰে চাটি-ফুটি
দোপ্ দি উঠিব নোৱাৰা হলো ঐ
গাৰ বল গ'ল টুটি॥

জীৱনৰ ভাৰ কিমান সহিম
সহিব নোৱাৰা হলোঁ।
ডেকা কাল ধৰি আপচু দেহাত
বহুত আমনি পালোঁ॥

জ্ঞান অৰ্জ্জনত পিঠি দি থাকিলোঁ।
মুখেৰে কাঢ়িলোঁ ভৰি
ধন আৰ্জ্জিবৰো সাথৰ নহ'ল
থাকিলোঁ লখোনে পৰি।

ভৱিষ্য জীৱন সিও খলা-বমা
ভীষণ আৱৰ্ত্তময়
বিবিধ ভঙ্গিমা উঠিছে হিয়াত
ভাবিলে ওপজে ভয়।

আহিলোঁ বিফলে যামও বিফলে
বিফলে কটালোঁ দিন
জীৱন জকাটো মাটিত মিলিব
নাথাকিব ভাবো চিন।

কাম নাই আৰু এনুৱা জনম
নোৱাৰো সহিব ভৰ
থম এঠাইত মাটিৰ ভাণ্ডটো
নাৰাখোঁ সবহ পৰ।

জ্ঞানী বা প্ৰবীণ দেখিলে বাটত
সুধিম এবাৰ কথা
আৰু নো কিমান আছে পাপ ভোগ
কিম্বা সংসাৰৰ লেঠা।

হৰি নাম লৈ উঠি পোন হাতে
কাছুটি বান্ধিলোঁ আঁটি
গাৰ ছু-কঠিয়া দুতবপ কৰি
মাৰিলোঁ যাগৰি-গাঁতি।

দুখৰ সুখৰ কথা পাতিবৰ
কেও নাই লগৰীয়া
যাওঁ কিছুদূৰ ৰহোঁ কিছুপৰ
মনে কাঢ়োঁ হুমুনিয়া।

নৈ-ৰ পাৰৰ হাবি কাণে কাণে
গৈ আছোঁ লাহে লাহে।
খাগৰি ইকৰা আছে গাজ মৰা
যাওঁনো কোনটো সাহে।

নাপালোঁ বাটৰ একো উৱাদিহ
হেৰাল উপায় বুধি
ওচৰত্তো কেও নাই জনপ্ৰাণী
কাত লওঁ দিহা সুধি।

বেলিও দুপৰ নীৰৱ প্ৰকৃতি
নাই কাৰো মাত বোল
লাহে লাহে কৰি দাঁতি কাষৰীয়া
পালোঁহি গছৰ তল।

দেখিলোঁ এনেতে হাবি তলে তলে
আছে এটি সৰু বাট
আশাৰ পোহৰে মুখ জিলিকালে
চেতনা আহিল গাত।

কান্ধৰ জোলোঙা মূৰৰ পাগুৰি
মাটিত নমাই থলোঁ
গছ এজোপাৰ ওপৰত উঠি
কেউপিনে ঘূৰি চালোঁ।

আচৰিত দৃশ্য দেখিলোঁ বসন্তৰ
শোকে ভৰা যেন প্ৰাণ
ধীৰ গতি ধৰি করুণ সুৰত
গাইছে বিষাদ গান।

লাহ-বিলাহৰ একো নাই চিন
নাই যৌৱনৰ ভেম
অকণি অকণি ঢৌবোৰে আহি
গাতে লগাইছে প্ৰেম।

বালিচন্দাবোৰে কৰে চিক্-মিক্
ৰ'দ জিলিগুনি পৰি
সোণ-খটা যেন গলপতা ধাৰি
আছে বুকু শোভা কৰি।

বিচিত্ৰ বৰ্ণৰ নানা জাতি পখী
জাকে জাকে উৰি পৰে
পানী-জীয়লিৰ কাষে কাষে গৈ
আহাৰ বিচাৰি ফুৰে।

নৈখনি দেখি উদাস পৰাণ
ভাবত উতলা হ'ল
ভপত হিয়াৰ চকুলো দুধাৰি
দুগালেদি বৈ গ'ল।

কিবা ভাবি ভাবি পানী-জীয়লিতে
বহিলোঁ লেপেটা কাঢ়ি
চকুৰ আগতে পালোঁ এটি যেন
দুখীয়া মনাই আঢ়ি* ।

মিনতি বচনে সম্বোধিলোঁ মই
হেৰা দয়াৱতী নদী
কত যুগ ধৰি বইছা ইদৰে
প্ৰকৃতিৰ বুকু ভেদি ।

উত্থান-পতন জগতৰ চিত্ৰ
বহুত দেখিছা আই
জীৱন-যুঁজৰ হৰা-জিকা-গীত
দিনে ৰাতি আছা গাই ।

সংসাৰ ভাৱনা দেখিছা অলেখ
আৰু বা কিমান দেখা
অতীত কাহিনী আছে হৃদয়ৰ
প্ৰতি স্তৰে স্তৰে লিখা ।

কত জনে আহি তোমাৰ জালত
পখালিছে দগ্ধ প্ৰাণ
দিয়া আজি দেৱী হতভগীয়াৰো
পৱিত্ৰ কোলাত স্থান ।

* আহি—(সম্পাদক)

কিছুপৰ থাকি তভক মাৰিলোঁ
হৃদয় উৰুঙা হ'ল
নৈ খনি যেন হিয়া-ভেদী সুৰে
কাণে কাণে কৈ গ'ল।

নানামিৰি বাছা মোৰ ই জলত
পৱিত্ৰ নহওঁ মই
হতভাগিনীৰ দুখৰ কাহিনী
শুনিবি অলপ ৰৈ।

নহওঁ সামান্যা দেৱকন্যা মই
পিতা মোৰ হিমগিৰি
অতি চেনেহৰ আই বসুন্ধৰা
পালিলে যতন কৰি।

মইহে মাতৃৰ একেটি ৰতন
অতি আদৰুৱা জীয়া
মৰমতে আই কাকো নগতালে
কাকো যে নিদিলে বিয়া।

বিধিৰ বিধান কোনেবা খণ্ডাব
সুশুনিলোঁ কাৰো হাক
মনে মনে মই আত্ম সমৰ্পিলোঁ
প্ৰাণপ্ৰিয় চন্দ্ৰমাক।

তেওঁ আকাশত মই ভূতলত
কোটি যোজনৰ পথ
কেতিয়ানো হায়! হতভাগিনীৰ
পূৰ্ণ হব মনোৰথ।

মোহিনী-মোহন ৰূপটি চিকণ
একে ধ্যানে থাকোঁ চাই
ছয়া-ময়া কৰি আহি কেতিয়াবা
দেখাদি আঁতৰি যায়।

অবলা স্বভাৱ অতি কুমলীয়া
নিচেই তৰল মতি
আঁউসীৰ দিনা নেদেখি স্বামীক
ধৰিলোঁ গহীন গতি।

ৰূপ যৌৱনত উন্মাদিনী হৈ
কৰিলোঁ কি মহাপাপ
ভ্ৰষ্টানাৰী বুলি স্বামীয়ে ত্যজিব
দিব ঘোৰ অভিশাপ।

লাজতে পিতৃক নেদেখালোঁ মুখ
ঘৰলৈ নগলোঁ ঘূৰি
হাবি-বন ভাঙি গলোঁ বহুদূৰ
স্বামীক উদ্দেশ্য কৰি।

কান্দি কান্দি মই হলোঁ লাল-কাল
উঠিল শোকৰ বান
বিৰাট শৰীৰ প্ৰশান্ত সাগৰে
দিলে অভাগীক স্থান।

চঞ্চলা অবলা নাৰীৰ জীৱন
ধিক্ শতবাৰ ধিক্
ধীৰ শান্ত চিত্ত নেদেখি স্বামীয়ে
দিলে শাপ অভাগীক।

হেৰ' পাপীয়সী যেনে কৰি তই
স্বামীক কৰিলি ছল
তয়ো তেনে কৰি পাবি অচিৰাৎ
পাপৰ উচিত ফল।

ভৰ বাৰিষাত গাঁও-ভূঁই ভাঙি
বুকুত সুমাই লবি
জীৱহত্যা পাপে পৰশিৱ তোক
চিৰদিন শোক পাবি।

খৰালি কালত জৰায়ে গ্ৰাসিব
হব তোৰ ক্ষীণ গতি
অতি কুমলীয়া বুকুখনি হব
শুকান বালিৰ ভেটি।

অভাগী জীৱন অতি শোক লগা
কি কম দুখৰ কথা
ইহ জনমত সুখ নুভুগিলোঁ
জনম ধৰিলোঁ বৃথা।

বাৰিষা-খৰালি দুই বাই-ভনী
চিৰ লগৰীয়া মোৰ
কত কাল ধৰি আছোঁ এইদৰে
দুখৰ নপৰে ওৰ।

শুন বাছা তই অবুজৰ দৰে
নহবি চঞ্চল-চিত্ত
নৰ হত্যা পাপে অভাগীৰ দেহ
নকৰিবি কলঙ্কিত।

যি কেদিন থাকে জীৱন জকাটো
সবাৰো নেওচা খাই
ঘোৰ মায়াবিনী পাপ বাসনাক
হিয়াত নিদিবি ঠাই।

বলিয়াৰ দৰে নুফুৰিবি বাছা
নুবুজি মনৰ ভ্ৰান্তি
জ্ঞান-শলা জ্বালি ৰাখিবি সদায়
পাবি হৃদয়ত শান্তি।

ক'ই ক'ই দেৱী অন্তৰ্দ্ধান হ'ল
ভুমাই নাপালোঁ মাত,
স্বপ্ন যেন মোৰ লাগিল সকলো
বিজুলী খেলালে গাত।

আজি হন্তে মোৰ ঘুমটি ভাঙিল
আত্ম-মোহ দূৰ হ'ল—
জ্ঞান চকু জুৰি মেল খালে যেন
পালোঁ হৃদয়ত বল।

নাযাওঁ উভতি ঘৰলৈ আৰু
গৈ থাকো বাটে বাটে
কাৰোবাক যদি লগ পাওঁ আৰু
সুধিম এষাৰ তাতে।

## আমৰ কথা

শীতল পানীত হাত মুখ ধুই
বহিলোঁ গছৰ ছাঁত
কিছুপৰ থাকি উঠি তাৰ পৰা
আগপিনে ললোঁ বাট।

দুয়ো কাষে দেখোঁ ভীষণ জাৰণি
নেদেখোঁ এখনো গাওঁ
গছ-গছনিৰে ভৰা হাবিখন
কি ৰূপে নো পাৰ হওঁ।

দুখৰ উপৰি দুখ দিলে বিধি
উপায়ে বা হ'ব কি
আহিছোঁ যেতিয়া যাওঁ সাহ কৰি
মৰণত শৰণ দি।

গৈ গৈ পালোঁ পথাৰ এখনি
সুন্দৰ ঘাঁহেৰে ভৰা
সেউজীয়া ৰূপে জাতিষ্কাৰ হৈ
আছে যেন বসুন্ধৰা।

ইফালে সিফালে গাওঁ-ভূঁই একো
নেদেখিলোঁ ওচৰত
অকলশৰীয়া জৰি গছ জুপি
আছে মাজ পথাৰত।

বাটৰ ভাগৰ গুচাবৰ মনে
গলোঁ মই কাষ চাপি
আচৰিত হই থিয় দি থাকিলোঁ
দেখিয়েই গছ জুপি।

অকল জৰিও নহয় দেখোন
আধা-মৰা আম গছ
গোটেই গাটোত শিপা মেৰিয়াই
মাৰিছে পুৰণি সঁচ।

গছ জুপি দেখি বেজাৰ লাগিল
ভাবত বিভোৰ হলোঁ
দুখ জীৱনৰ অংক এটি যেন
নতুন আদৰ্শ পালোঁ।

ইয়াৰ তলতে কত ভাগৰুৱা
বাটৰুৱা লোক আহি
শীতল ছায়াত তপত দেহাটো
ক্ষন্তেক জুৰাই বহি।

নানা বৰণীয়া পখী জহকালি
গায়হি সুন্দৰ গান
সুন্দৰ সুন্দৰ পকা ফল খাই
জুৰায় তাপিত প্ৰাণ।

যি গছে এদিন দিছিল সুফল
আজি কি দুৰ্দ্দশা তাৰ
সংসাৰ হাতত আধামৰা হৈ
বইছে জীৱন ভাৰ।

যিমানেই ভাবোঁ সিমানেই বাঢ়ে
ভাবৰ নাপাওঁ পাৰ
উভতি চাও যে পশ্চিমৰ ফালে
গইছে বেলিটি মাৰ।

মানুহৰ মাত মুশুনি সমূলি
কাউৰী নকৰে কা
ঠাই খনি দেখি গহীন লাগিল
জিকাৰি উঠিল গা।

অকলে অকলে নিৰ্জান ভূমিত
থাকোবা কোনটো সাহে
জীৱনৰো মায়া এৰাব নোৱাৰোঁ
আৰু বা কত কি আহে।

"বিপদ কালত ধৈৰ্য্যই আহুদি"
ললোঁ সাৰোগত কৰি
বুঢ়া বিৰিষৰ ওপৰত উঠি
কেউপিনে চালোঁ ঘূৰি।

চাৰিহাত মান ওপৰত আছে
বহল খোৰোঙ এটি
কোনোমতে আজি এই খোৰোঙতে
পুৱাম দুখৰ ৰাতি।

লাহে লাহে কৰি প্ৰকৃতি দেৱীয়ে
পিন্ধিলে গধূলি সাজ
লৰালৰি কৰি উঠি তাৰ পৰা
সোমালোঁ হাবিৰ মাজ ।

ডাঙৰ ডাঙৰ কাঠ খৰি আনি
জ্বালিলোঁ একুৰা জুই—
বাখেও ঈশ্বৰ মাৰেও ঈশ্বৰ
থাকিম ইয়াতে শুই ।

ভয় ভয় কৰি উঠিলোঁ গছত
ঠাই খনি সাৰি ললোঁ
দুবাৰ-মুখত কাপ খোৱা কই
কাঠ এডুখৰি দিলোঁ !

ভাবোঁতে ভাবোঁতে বহু নিশালই
চকুত টোপনি নাই
ৰাতিৰে ৰাতিটো কত কি আহিল
আৰু কত আহে যায় ।

হুদুৰে মুৰব ওপৰত থাকি
মাতে কি বিকট সুৰে
বনবীয়া হাতী পালে পালে আহি
কাষে কাষে ঘূৰি ফুৰে ।

আছিল এনেতে ঢেকীয়া-পতীয়া
হাঁউৰণি এটি মাৰি
জুইকুৰা দেখি কায নাচাপিল
চাই গ'ল ঘূৰি ঘূৰি ।

আহে জাকে জাকে শিয়াল ফেকৰা
বাঘ-কুকুৰৰ পাল
জানিলোঁ নিশ্চয় বিশ্ব-বাজীকৰে
পাতিছে কুহক জাল ।

চকু দুটা মুদি ৰলোঁ ভাবি গুণি
কেতিয়া পুৱায় ৰাতি
চল পুৱা মোৰ টোপনি আহিল
দেখিলোঁ সপোন এটি ।

নমৰা-নিজীয়া বুঢ়া আম জুপি
গাৰ ওচৰতে বহি
কলে ভালেমান দুখৰ কাহিনী
হুমুনিয়া এটি কাঢ়ি ।

"শুন বোপা তই কওঁ একাষাৰ
বুঢ়াৰ দুখৰ কথা
কৰ্ম্ম বিপাকত মাজ সাগৰত
হলোঁ আগ-চিগা ৰ'ঠা ।

আবেলি এদিন সক গুটি এটি
আহি ক'ৰবাৰপৰা
গাৰ ওচৰতে পৰিল ছিটিকি
হৈ যেন আধামৰা।

আলাই-বিলাই দেখি গুটিটিৰ
মনত লাগিল বেথা
গাৰ ওচৰতে বহৱাই লই
সুধিলোঁ ঘৰৰ কথা।

ক'ৰ পৰা তই আহিছ পুতাই
কোন আছে সংসাৰত
কচোন কি নাম মাৰ-বাপেৰৰ
জনম ধৰিলি ক'ত।"

ডালেমান পৰ থমকি থাকিল
নমতা-নোবোলাকৈ
কান্দি কান্দি কলে ক্ষন্তেক পাচতে
অলপ সুস্থিৰ হৈ।

"সমুখৰ সেই হাবিত যে দেখিছা
ওখ ওখ গছবোৰ
ডালে পাতে ভৰা সউ জৰি জুপি
তেৱেঁ জন্মদাতা মোৰ।

বয়স পৈনত হোৱাৰ পাচত
বৰণ সলালোঁ গাৰ
চৰাইবোৰেও ধৰি গিলি খায়
দুখৰ নাপাও পাৰ।

বেটু ছিণ্ডি পৰি চাঁচি ৰভাহৰ
লগত আহিলোঁ উৰি
বহু দুখ পালোঁ বিশ্ব-ব্ৰহ্মাণ্ডত
বহু ঠাই ঘূৰি ঘূৰি।

কোনেও নিদিলে ঠাই এফেৰিও
চাপিছোঁ তোমাৰ কাষ
ক্ষুদ্ৰ দেখি মোক নিঘিনাই যেন
দিয়া ওচৰতে বাস।

মহাজ্ঞানী তুমি পুন্যাত্মা শৰীৰ
সৰল তোমাৰ হিয়া
বাটৰ ভিকহু ছাল ছিগা মই
আধা-মৰা আধা-জীয়া।

আতুৰত পৰি আহিছোঁ নিচলা
দিয়া এচুকত ঠাই
পাতৰ আগত এৰা মুঠিকেই
থাকিম সুখেৰে খাই।

কত আতুৰক শীতল ছাঁয়া দি
কৰিছা সুফল দান
দেৱযজ্ঞ আৰু নৰৰ যজ্ঞত
সমৰ্পিছোঁ নিজ প্ৰাণ।

জীৱ-জগতৰ সাধি হিত কাম
সাঁচিছা অক্ষয় পুন্য
পৰ হিত ব্ৰত আচৰি সদায়
জীৱন কৰিছা ধন্য।

দধিচী মুনিয়ে দেৱৰ কাৰণে
সাধিলে অদ্ভুত কাম
আপোন প্ৰাণ দি বৃত্তক বধিলে
ৰ'ল জগতত নাম।

জীওঁ যত দিন সংসাৰ-ভূমিত
তোমাৰে সুযশ গাম
মৃত্যুৰ পাচত পুণ্য দেহ লৈ
লভিবা স্বৰগ ধাম।

আগপিচ একো নাভাবি মুগুণি
দিলোঁ পাৰগুক স্থান
ডাঙৰ দীঘল হই ক্ৰমে ক্ৰমে
শুছিলে গোটেই প্ৰাণ।

গাখীৰ খুৱাই সাপক পুহিলোঁ
নিচিনিলোঁ আগধৰি
চুকতে সোমাই বুকত দংশিলে
থলে আধা-মৰা কৰি ।

জীৱনৰ আশা নাই আৰু মোৰ
নিজীওঁ সৰহ দিন
গাত এফেৰিও নাই তেজ বল
ক্ৰমে ক্ৰমে হলোঁ ক্ষীণ ।

ভালে হ'ল বোপা লগ পালোঁ তোক
কাহানিবা মৰি যাওঁ
শুন কাণ পাতি মন থিৰ কৰি
গুপ্ত কথা এটি কওঁ ।

জৰিৰ নিচিনা বিশ্বাসঘাতক*
নিদিবি ঘৰত বাস
আশ্ৰয়দাতাৰ প্ৰাণ বধ কৰি
সবংশে কৰিব নাশ ।

হিতোপদেশত জৰদ্গৱৰ
আছে এটি উপাখ্যান
ভণ্ড মেকুৰীক ঠাই দি শেষত
হেৰুৱালে নিজে প্ৰাণ ।

* মিত্ৰঘাতকক ?—সম্পাদক

সংসাৰত বহু আছে শঠমিত্ৰ
তাৰে নাপাতিবি কথা
বিপদত তোক হেঁচা মাৰি ধৰি
লগাব বিষম লেঠা।

তোলনীয়া কৰি পুত্ৰ নাৰাখিবি
জানিবি কথাৰ সাৰ
তেজৰ লগত সম্বন্ধ নহলে
নুবুলিবি আপোনাৰ।

পৰ কেতিয়াও আপোনে নহয়
আশ্ৰয় নিদিবি তাক
শিমলু চন্দন নহয় কদাপি
শুনিবি বুঢ়াৰ হাক।

ক'ই ক'ই বুঢ়া আম গছ জুপি
ততালিকে গুছি গ'ল
সাৰ পাই উঠি চাওঁ যে দেখোঁ
জগত পোহৰ হ'ল।

## জোন আৰু জোনাকী

জোনাকী পৰুৱা এটি সন্ধিয়া পৰত
সৰু সৰু পাখি দুটি মেলি
হিয়াভৰা আনন্দত আপোনা আপুনি
ফুৰিছিল কত খেলা খেলি। ইত্যাদি
( সাদৰীৰ ২৯ পৃষ্ঠাৰপৰা ৩১ পৃষ্ঠাত আছে )

## বণিজৰ কথা

কত আশা কৰি কতনো যতনে
গোটাই আনিলো ধন
বণিজ বেহাই সুখে সন্তোষেৰে
চলাম সংসাৰখন। ইত্যাদি
( সাদৰী'ৰ ৬৮ পৃষ্ঠাৰপৰা ৭৪ পৃষ্ঠাত আছে )

## বৈৰাগ্যৰ কথা

ভাৰ্য্যা পুত্ৰ ধন জন দিলোঁ মই বিসৰ্জ্জন
মিতিৰ-কুটুম কেও নাই লগৰীয়া,
আশা-পখী উৰি গল শূন্য হিয়া পৰি ৰ'ল
সংসাৰত আজি মই অকলশৰীয়া। ইত্যাদি
( 'দহিকতৰা'ৰ ৩০৬ পৃষ্ঠাৰপৰা ৩০৮ পৃষ্ঠাত আছে )

# সূচীপত্ৰ

# ঈশ্বৰ*

নিচিনো তোমাক  ক'ত আছা প্ৰভু
আমি অতি সৰু ল'ৰা।
চিয়ঁৰি চিয়ঁৰি  মাতিলে তোমাক
নামাতা দূৰৈৰ পৰা॥

নাজানো তোমাক  মিনতি কৰিব
আমি অতি সৰু ল'ৰা।
আছানেকি প্ৰভু  সৰগত তুমি
হই জোন বেলি তৰা॥

নুবুজোঁ তোমাৰ  মৰমৰ মাত
আমি অতি সৰু ল'ৰা।
ৰিণিকি ৰিণিকি  সুৰ এটি আহে
জানো ক'ৰবাৰপৰা॥

তথাপি তোমাক  ভালপাওঁ প্ৰভু
আমি অতি সৰু ল'ৰা।
তোমাৰ চেনেহ  দয়াৰে আমাৰ
বুকুখনি থাকে ভৰা॥

নোৱাৰোঁ বুজিব  তোমাৰ মহিমা
আমি অতি সৰু ল'ৰা।
বিলোৱা হিয়াত  মৰম জেউতি
নিতে আঁতৰৰ পৰা॥

---

* বিহগী কবি ৰঘুনাথ চৌধাৰীৰ সম্পাদনাত ১ম বছৰ ১ম সংখ্যা (ভাদ্ৰ) মাহেকীয়া শিশু আলোচনী 'মইনা'ত প্ৰকাশিত; ১৮৪৫ শক; ইং ১৯২৩ চন।

# মায়াৰ খেলা*

( ৰচনা কাল ১৮২৪ শক )

লাহে লাহে আঁতৰিল শৈশৱ জীৱন,
অনন্তত লীন হ'ল সুখৰ সপোন।
নিভৃত হিয়াত ফুলা আনন্দৰ পাহি
কালৰ সোঁতত গ'ল কেনিবাদি ভাহি।
ধূলি-খেমালিৰ খেলা জীৱন অমিয়া
মাৰ গ'ল কেনি ক'ত শূন্য কৰি হিয়া!

গছৰ ডালত দুটি পখী হৰ্ষমনে
সাজিছিল বাহ এটি পৰম যতনে।
হেন সময়ত হ'ল বায়ু সঞ্চালন
ঘনে ঘনে ঢেৰেকনি মেঘৰ গৰ্জ্জন।
চাওঁতে চাওঁতে গছ উভালি পৰিল
জীৱনৰ আশা-বাসা সকলো উৰিল।

নিমজ শীতল পাটী শেলুৱা আসন,
সুন্দৰ জোনাক নিশা অতি বিতোপন!
সোণালী বালিৰ স্তৰ, শিলনিৰ শাৰী
ৰমক-জমক কৰি কোনে দিছে পাৰি!
ধীৰে ধীৰে বাগৰিল বাৰিষাৰ ধল
নাজানো ভাঙিলে কোনে প্ৰীতিৰ মণ্ডল!
প্ৰকৃতিৰ কাননত জকমক কৰি
আছিল শেৱালিজুপি ডাল পাত ভৰি
সুবিমল সৌৰভত জগত বিভোল,

* 'আৱাহন'ত ( ৩য় বছৰ, ৮ম সংখ্যা, জেঠ ১৮৫৪ শক ) প্ৰকাশিত।

মদান্ধ ভ্ৰমৰ সিও হ'ল বিয়াকুল।
নিদাৰুণ হেমন্তই সহিব নোৱাৰি
আলসুৱা ফুলপাহি পেলালে মোহাৰি!

জীৱনৰ সুখ-শান্তি, আশা-অভিলাষ,
দুদিনীয়া ৰঙ্-চঙ্ আনন্দ-বিলাস
গতিশীল জগতৰ আচৰিত গতি
কালৰ হাতত সৱে লভে পৰিণতি।
সংসাৰ হাটত বহি বিশ্ব-বাজীকৰে
খেলিছে মায়াৰ খেলা অতি কৌশলেৰে॥

## অম্বাৰ তনুত্যাগ

ৰাজ অন্তঃপুৰৰ সম্মুখত থকা ভূমিখণ্ড,
পূব দিশত ৰাজপুৰুষসকলৰ আসন,
পশ্চিমত প্ৰকৃতিপুঞ্জৰ শাৰী,
মাজত বিৰাট অগ্নিকুণ্ড; খৈৰা, সমিধ আৰু চন্দনাদি
সুগন্ধি হৱনীয় ইন্ধনবিলাকেৰে প্ৰজ্বলিত
লেলিহান অগ্নিশিখাৰ আকাশ স্পৰ্শৰ এটা ব্যৰ্থ প্ৰয়াস।
দশোদিশত প্ৰোজ্জ্বল জ্যোতিৰ
এক অপূৰ্ব্ব সমাবেশৰ সৃষ্টি হৈছে।
অন্তঃপুৰৰপৰা ৰক্তবৰ্ণা দুকূল পৰিহিতা কাশীৰাজ কন্যা অম্বা
থিয় হ'ল ধীৰে ধীৰে অগ্নিকুণ্ডৰ সম্মুখত।
ৰাজভৱনত পুৰনাৰীসকলৰ উৰুলি-ধ্বনি;
কান্দোনৰ এটি করুণ সুৰ।

ৰাজকুমাৰীৰ কি অপৰূপ ৰূপ-লাৱণ্যময় দেহৰ কান্তি !
অলকত 'বালকুণ্ডানুবিদ্ধং'—
কপালত ৰক্ত চন্দনৰ এটি তিলক ;
শৰীৰত সুগন্ধি অনুলেপন,
কি মনোৰম দৃশ্য !
প্ৰাতঃস্মৰণীয় সূৰ্য্যলৈ--

'জবাকুসুমসংকাশং কাশ্যপেয়ং মহাদ্যুতিং'

বুলি এটি স্তৱ গাই নতশিৰে জনালে প্ৰণাম।
জনালে সাষ্টাঙ্গে প্ৰণতি পুনু অগ্নি দেৱতাক—
"হে ভগৱান বৈশ্বানৰ, মই বৰ হতভাগিনী,
মোৰ নাৰী-জীৱন লাভ কৰা অসাৰ্থক।
আজি মই এটি দুৰ্দমনীয় বাসনা লৈ
তোমাৰ কোলাত আত্মাহুতি দিবলৈ ওলাইছোঁ।
হে মহাভাগ, দোষিণীৰ প্ৰতি সদয় হোৱা।
হে অনঙ্গ, তোমাৰ হেমাঙ্গ ৰূপৰ পৰা যিবোৰ
অগ্নিস্ফুলিঙ্গ বাহিৰ হৈছে সিয়ে যেন মোৰ
শৰীৰটো অলঙ্কৃত কৰি তোলে।
হে হেমৰেতস্, তুমি বিশ্ব-সংহাৰক ৰুদ্ৰৰূপ ধৰিছা—
সেই ৰূপটোৱেই মোৰ জীৱনৰ মুক্তিৰ পথ হওক।
মোক আকোৱালি লোৱা,
ভীষ্মক কলে—
"হে গাঙ্গেয়, তুমি জিতেন্দ্ৰিয় পুৰুষ
তুমি নাৰীৰ মুখ কোনো দিনে দেখা নাই
তুমি চিৰকুমাৰ। ভৱিষ্যতেও নাৰীৰ প্ৰণয় পাশত
আবদ্ধ নহ'বৰ হেতু প্ৰতিজ্ঞাবদ্ধ।
কিন্তু, হে দেৱব্ৰত !

স্বয়ম্বৰত কৰি পৰাভৱ সামন্ত ৰজা আৰু ৰাজকুমাৰ-
সকলক, লৈ গ'লা ৰথে তুলি—
অম্বা, অম্বিকা, অম্বালিকা তিনিজনী বাই-ভনীক।
সাম্মুনয়ে জনালোঁ তোমাক—
"প্ৰভু ! মানস কৰিছিলোঁ মই পতি বৰণ কৰিবলৈ
বীৰশ্ৰেষ্ঠ শাল্বৰজাক। তেতিক্ষণে তুমি মোক জনালা—
বাৰু, মই তোমাক শাল্বৰজাক গটাই দি আহোঁগৈ।—
ৰজাই ওচৰ পোৱাত কলে—
অম্বা, স্বয়ম্বৰৰ যুদ্ধত জয়ী হৈ ভীষ্মই তোমালোকক
লাভ কৰিছে, মই তোমাৰ পাণি গ্ৰহণ কৰিবলৈ অসমৰ্থ।—
প্ৰত্যাখ্যাতা অম্বা থাকিবলৈ ল'লে পিতৃ গৃহতে।
মোৰ নাৰী জীৱন তুমি ব্যৰ্থ কৰি দিলা,
যদিও নাৰী অবলা আৰু পুৰুষৰ হাতৰ পুতলা,
তথাপি নাৰীৰো এখনি "বজ্ৰাদপি কঠোৰাণি" হৃদয় আছে।
মই তোমাক নকৰিম ক্ষমা।
তোমাৰ হাতত মই যিদৰে লাঞ্ছিতা আৰু পৰিত্যক্তা
নহৈছেনে বাৰু ই গোটেই বিশ্বৰ নাৰী জাতিক
অপমানিত কৰাৰ তুল্য ?
নিশ্চয় লবই লাগিব প্ৰতিশোধ ইয়াৰ,
তোমাক নিধন কৰিবলৈ হৈছোঁ মই দৃঢ়প্ৰতিজ্ঞ।
পৰজন্মত দ্ৰুপদ ৰজাৰ ঘৰত
অৰ্দ্ধেক পুৰুষ, অৰ্দ্ধেক নাৰীৰূপে জন্ম গ্ৰহণ কৰিম।"
নাৰীসুলভ মানসিক উন্মাদনাত প্ৰণোদিত হৈ
ওলাই পৰিল হঠাতে মুখৰপৰা এই নিষ্ঠুৰ বাক্যশাৰী।
শেষত অগ্নি দেৱতাক,—"হে মৰুৎসখ, মোক তুমি
ইন্ধনৰূপে গ্ৰহণ কৰি মুক্তি দিয়া—।" বুলি কৈ

অগ্নিকুণ্ডত জাপ দিলে—
চাওঁতে চাওঁতে সোণৰ প্ৰতিমাখনি কোনোবা
দূৰ দিগন্তত মিলি গ'ল ।..........*

---

* ১৯৫৪ চনৰ, ২য় বছৰ, ২য় সংখ্যা 'নীলাচল'ত প্ৰকাশিত।

## খেকেৰুপতীয়া

( ১ )

আহাৰমহীয়া ভৰদুপৰীয়া
ব'দে খাওঁ খাওঁ কৰে ;
ভমক ভমক কি চাবা চমক
চকু ছাট মাৰি ধৰে !

( ২ )

বা-বতাহ নাই মূৰ ৰাইজাই
নলৰে গছৰ পাত ;
চৰাই-চিৰিকতি কৰে চাটিফুটি
ভত নাই কাৰো গাত ।

( ৩ )

দূৰণিৰপৰা কাণ তালমৰা
জিলীয়ে ৰাগিনী টানে ;
কাণকুৰিয়াই কিৰিলি ফুটাই
গানত ৰহণ সানে ।

( ৪ )

ইহেন পৰত মনৰ বেগত
চেঙেলীয়া ডেকা এটি ;
বাঁহ-বেত বাছি কাঠী-কামি চাঁচি
সাজিলে পিজঁৰা-গুটি ।

( ৫ )

ভাত-পানী খাই জিৰাই-শঁতাই
এখুজি-দুখুজি কৰি ;
ওলাল যুঁজাৰু হাতত খেকেৰু
যণলৈ সাজিপাৰি ।

( ৬ )

অকলশৰীয়া খেকেকপতীয়া
হই পদূলিৰ বাজ ;
ৰ'দ কাতি কৰি বজাই শুহুৰি
সোমাল হাবিৰ মাজ ।

( ৭ )

দেখিয়ে ডঁৰিক চৰাইহালিক
ওলাল জিভাৰ পানী ;
হাবিৰ আঁৰত গছৰ তলত
পাতি থলে ফাঁদখনি ।

( ৮ )

হাম্রি-হাঁচি-কাহ উশাহ-নিশাহ
সকলো পেলাই তল ;
"ধৰি ৰং চাম পুহিম নে খাম"
ভাবোঁতে গধূলি হ'ল ।

( ৯ )

হেন সময়ত, হাবিৰ মাজত
শুনিলে আটাহ ৰব ;
চুৰিয়া কোঁচাই যুঁজাক ডেকাই
মাৰিলে ভিৰাই লব।

( ১০ )

হামখুৰি খাই পৰিল দেহি ঐ
গছৰ মূঢাত লাগি ;
লাভৰ মূৰত থাকিল শেহত
আঁঠুৰ ঘিলাটি ভাগি।

( ১১ )

হায় হায় হায় কি হ'ল বিলাই
খেকেৰুপতীয়া ডেকা ;
কৰিছিলা যেনে ফল পালা তেনে
পালা তেনে ভাল সেকা।

( ১২ )

আঠুও ভাগিল, পখীও উৰিল
ঘুনীয়া কৰিলা দেহ ;
যি হবৰ হ'ল ভাবি কিনো ফল
ঘৰত পাতাগৈ ঠেহ।

( ১৩ )

চুচৰি-বাগৰি লাখুটিত ধৰি
লাহে লাহে গুচি গ'ল ;
সিদিনাৰেপৰা সচং বিচৰা
পৰম ভকত হ'ল।*

---

* প্ৰত্নতাত্ত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ সম্পাদিত 'অৰুণ'ত আৰু পিছত অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা সম্পাদিত, 'দীপক'ত ( ১৩শ বছৰ,৯ম সংখ্যা ; জুন, ১৯৬৭ ) প্ৰকাশিত।

# মন্দিৰত আজি দেৱতা নাই

মন্দিৰত আজি দেৱতা নাই
নাই, নাই, নাই, মানৱতা নাই,
মন্দিৰত ইষ্টদেৱতা নাই—বস্তি নজলে
ধূপ-ধূনা নাই, পূজাৰী নাই
সত্য, প্রেম, দয়া, শান্তি
সূক্ষ্ম অনুভূতিবিলাক জনগণৰ অন্তৰৰ পৰা অন্তৰ্হিত হৈছে।
পবিত্ৰতা, সৰলতা বন্দীশালত অৱৰুদ্ধ।
সাম্য, মৈত্রী, স্বাধীনতা
কোনোবা দ্বীপান্তৰলৈ নিৰ্ব্বাসিত।
চাৰিও দিশে হাঁহাকাৰ
সিংহাসনত অজগৰৰ বাহ।
মন্দিৰৰ আটালত ফেঁচাৰ কুৰুলি
নৰভুক্—বলিভুক্।
বুভুক্ষু ৰাংকুকুৰৰ দলে—
মন্দিৰ প্ৰাঙ্গণৰ আন্ধাৰত বিপণি সজাই,
নিৰীহ গণমানৱক বিভ্ৰান্ত আৰু প্ৰৱঞ্চিত কৰিছে।
সিহঁতৰ শৰীৰ ৰুধিৰ-সিক্ত।
আৰু, সৌ চোৱা আৰু একশ্ৰেণী নৰপশুৰ মুৰত বনকৰা উষ্ণীষ।
শৰীৰত শুক্ল কপাহী বস্ত্ৰ
আৰু যন্ত্ৰচালিত ৰজত শুভ্ৰ
শকটত চৰি অহৰ্নিশে গুপ্ত ব্যৱসায় চলাই ফুৰাই
তেওঁলোকৰ মুখ্য কাম।

সিহঁতৰ হৃদয়ত থকা নিহিত শক্তি
ভবিষে মোহাৰি পেলাইছে।
ৰাজপথ ৰুদ্ধ।
পণ্য বীথিবিলাক পূতিগন্ধময় ;
সিহঁত আন্ধাৰৰ জীৱ ;
সিহঁতৰ দানৱীয় অত্যাচাৰত
পৃথিৱীৰ বায়ুমণ্ডল বিষাক্ত হৈ পৰিছে।
আজি গোটেই বিশ্ব, জীৱন মৰণৰ সন্ধিস্থলত।
হে অমৃতৰ সন্তান-সন্ততিসকল,—ডেকা গাভৰু,
তোমালোকেই মুক্তি যুঁজৰ যুঁজাৰু, দুৰ্নীতি দমনৰ বোমাৰু,
আগবাঢ়ি আহা,
তোমালোকৰ জীৱনৰ ব্ৰত,—শিক্ষা ব্ৰতৰ পৰা নামি আহি
নৰশাৰ্দ্দূলৰ দলক পশুশালাত চিৰকাললৈ বন্দী কৰি
ৰখাই তোমালোকৰ জীৱনৰ পণ হওক।
যি দেশত অৰাজকতা—য'ত নাই নৈতিকতা—
তাত নাই শিক্ষাৰ সাৰ্থকতা।
হে শান্তিকামী অভিযাত্ৰীদল
ভগবান তোমালোকৰ সহায় হওক।
এয়ে মহা স্থবিৰ কৰিৰ আকুল আহ্বান।
শান্তি, শান্তি, শান্তি ॥

# হাজোৰ নটী

হে সুন্দৰী,
তুমি দেৱমন্দিৰৰ সেৱিকা নে নৰ্ত্তকী,
যুগ যুগ ধৰি বংশ পৰম্পৰা দেৱ মন্দিৰৰ সেৱাকাৰ্য্য
চলাই আহিছা
মন্দিৰবিলাক চাৰু শিল্পৰ কলা-ভৱন।
সুকুমাৰ শিল্পকলাৰ চৰম বিকাশৰ ক্ষেত্ৰ এই কলামন্দিৰবিলাকেই।
দেৱাৰ্চনা আৰু আৰতিৰ সময়ত
পুৰুষ-প্ৰকৃতি উভয়ে ইষ্টদেৱতাৰ ওচৰত নৃত্যগীত বাদ্যেৰে
দেৱতাক সন্তুষ্ট কৰাই তোমালোকৰ ধৰ্ম্ম।
তুমি দেৱদাসী, নৃত্য বিশাৰদা
আৰু কলা ভৱনৰ প্ৰসিদ্ধা কলাৱতী।
তুমি পৰিচাৰিকা নে অভিসাৰিকা?
বুজিব নোৱাৰিলোঁ।
তুমি অস্পৃশ্যা, অৱহেলিতা আৰু লাঞ্ছিতা
তোমাৰ স্থান সমাজৰ অতি নিম্ন স্তৰত।
কিয়?
অতি সামান্য বৃত্তি বিধানৰ ব্যৱস্থা,
এয়ে নেকি তোমাৰ জীৱনৰ সম্বল?
এনে অৱজ্ঞাসূচক অপমান ভুঞ্জিব লাগিছা।
অন্তৰৰ অন্তৰতম স্থানৰ পৱিত্ৰতাখিনি
আৰু জীৱনীশক্তিখিনি কিয় বিসৰ্জ্জন দিবলগা হলা?

তোমাৰ নৃত্যত তন্দ্ৰামগ্ন দেৱতাৰো
স্বপ্নভঙ্গ হয়।
তোমাৰ লাস্যময়ী নৃত্যৰ মধুৰ নিক্কণত
মাধৱকৃষ্ণৰ বংশীধ্বনি প্ৰতিধ্বনিত হৈ
মন্দিৰৰ আৱেষ্টনিৰ ভিতৰত পুষ্পৰাজিও
হাস্যময়ী হৈ উঠে।
তোমাৰ নৃত্যৰ ছন্দৰ তালে তালে তাল ৰাখি
কোনো এক শুভক্ষণত সতী বেউলাইও নটৰাজক সন্তুষ্ট কৰি
মৃতস্বামী লক্ষীন্দাৰক পুনৰ উজ্জীৱিত কৰিব পাৰিছিল।
তোমাৰ গৌৰৱকান্তি দেহৰ কমনীয়তাখিনি
বৰ্ণনাতীত।
স্মৰণাতীত কালৰপৰা তুমি অতি উচ্চ বংশৰ।
তুমি গন্ধৰ্বলোকৰ কিন্নৰী আৰু বিদ্যাধৰীসকলৰ আত্মজা।
ইন্দ্ৰৰ ইন্দ্ৰপুৰীৰ অপ্সৰাসকলৰ বংশজা,
কিম্বা বৃন্দাবন বিলাসিনী শ্ৰীৰাধাৰ বংশসম্ভূতা
গোকুলৰ কেলি কদম্বৰ তলত নৃত্যশীলা
গোপিনীসকলৰ ভিতৰৰে কোনোবা?
আৰু কুবেৰৰ অলকাপুৰীত থকা
"তন্বীশ্যামা শিখৰী দশনা,
কুসুমাভৰণা" যক্ষ্যবধূসকলৰ ভিতৰৰে এজনা
মৰ্ত্ত্যভূমিলৈ নামি আহিছা?
সংসাৰ নাটকৰ প্ৰত্যেকজন ভাৱৰীয়াই একোজন নট
আৰু নাৰীসকলে নটীৰূপে অভিনয় কৰি আহিছে।
তুমি তাৰে ভিতৰৰে এগৰাকী নাৰী
তোমাৰ পাৰ্শ্বৰে মৃদঙ্গবাদকজনো ভগৱান অমিতাভৰ
প্ৰধান শিষ্য আনন্দ আৰু শিষ্যা প্ৰধানা সুজাতা।

হে ৰূপশ্ৰী,
তোমাৰ জন্ম পবিত্ৰ হাজোৰ ত্ৰিবেণীসঙ্গম* ক্ষেত্ৰত।
আজি জগতত নৱযুগৰ সভ্যতাৰ আলোক-সম্পাত হৈছে।
পৃথিৱীজুৰি মুক্তিৰ আহ্বান আহিছে।
তুমি বন্ধন-মুক্তা,
তুমি তোমাৰ গোপন কক্ষৰপৰা বাহিৰ হৈ আহা,
মন্দিৰৰ ৰুদ্ধদ্বাৰৰ অৰ্গল ভাঙি পেলোৱা,
সঙ্কীৰ্ণতা আৰু অস্পৃশ্যতাৰ অন্ধকাৰে
দেৱমন্দিৰ তমসাচ্ছন্ন কৰি ৰাখিছে।
মন্দিৰৰ দুৱাৰ মুকলি কৰি দিয়া,
নতুন সভ্যতাৰ পোহৰ ৰূপায়িত হৈ পৰক।
জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে দেৱতাৰ মন্দিৰত
সমাধিকাৰৰ মৰ্য্যাদা চিৰ প্ৰবহমান হৈ থাকিব।

---

* বৌদ্ধ, বৈষ্ণৱ আৰু মুছলিম ( পোৱামক্কা )

# অ' যমুনা

| | | |
|---|---|---|
| হে দেৱশ্ৰী | অনন্ত যৌৱনা | মুক্ত প্ৰৱহমানা |
| তুমি ৰত্না | বৈভৱ শালিনী | পুণ্যতোয় সম্পদে |
| নিতে নিতে | পখালি দিয়ে গা | জ্যোৎস্না ধৌত তৰঙ্গে |
| স্নিগ্ধ জ্যোতি | বিকীৰিত অঙ্গ | তুমি হিম শীতলা |
| উৰঃ স্থলে | বাজি থাকে নিত্য | মৃদু জল-তৰঙ্গ |
| তুমি দেৱী | অতি স্নেহশীলা | নমো মাতৃযমুনে |
| নিৰৱধি | বই আছা তুমি | মৰ্ত্ত্য গঙ্গা সঙ্গমে |
| পৰশনে | তোমাৰ সি জল | জন্মে প্ৰেমোন্মাদনা |
| অৱগাহি | সি প্ৰেমজলত | পাম কত সান্ত্বনা |
| গায় য'ত | উদগাতা ঋত্বিকে | সামবেদ বন্দনা |
| গায় স্তোত্ৰ | উপনিষদৰ | পুৰাণৰ মহিমা |
| আম্ৰনিপ | শিৰীষ বকুল | মঞ্জৰিত মঞ্জৰী |
| বংশী বাজে | গোপাল কৃষ্ণৰ | পুষ্পতৰু কদম্বে |
| বেণুৰবে | উন্মাদিনীপ্ৰায় | যত ব্ৰজ ললনা |
| লৰি আহে | অৰ্দ্ধ নগ্নবেশে | মুক্ত হয় কবৰী |
| নৃত্য কৰে | গোপ গোপীসঙ্গে | বালকৃষ্ণ গোপালে |
| ধন্যা তুমি | ধন্যা আৰ্য্যভূমি | ধন্য মহাভাৰত |



৭

# ৰাজ ৰাজেশ্বৰী চম্পা

অয়ি স্নিগ্ধা — অয়ি চাৰু মুগ্ধা — তুহিন শোভনাশ্ৰী
তুমি স্বপ্না — তুমি প্ৰহেলিকা — মোহ মৃগ তৃষ্ণিকা
নক্তন্দিব — উভ নভোমণি — উদ্ভাসিত গগনে
অন্তৰীক্ষে — মহদাড়ম্বৰে — বাজে মেঘ ডম্বৰু
ছন্দে ছন্দে — দোলায় সুতনু — মৃদু মন্দ সমীৰে
কল-কণ্ঠে — গায় পৰভৃতে — বিভুগীত বন্দনা
কেকাৰবে — আকাশী নৰ্ত্তকী — নৃত্য কৰে কলাপী
অভ্ৰংলেহী — শ্যাম তৰু-শাখে — মঞ্জৰিত মঞ্জৰী
মধুলোভী — মধুকৰ পংক্তি — মধুপিয়ে গুঞ্জৰি
শ্যামকুঞ্জে — কুসুম স্তবক — তুমি দিব্যাভৰণা
শ্যামলিম — তৃণপুষ্পৰাজি — তোমাৰহে সঙ্গিনী
পুষ্পমধ্যে — তুমি মধ্যমণি — মঞ্জু কুঞ্জ বনশ্ৰী
কুঞ্জে কুঞ্জে — লাখে লাখে পুষ্প — প্ৰস্ফুটিত কাননে
বৰাননে — পুণ্য জ্যোতিৰ্ময়ী — তুমি বিশ্ববৰেণ্যা
মহাবিশ্বে — প্ৰেমৰাজ্য পাতি — কৰা শান্তি প্ৰতিষ্ঠা

( মন্দাক্ৰান্তা ছন্দ )

# উৰ্ব্বশী*

হে উৰ্ব্বশী !

তুমি দেৱী নে মানৱী,

নে অপ্সৰা আৰু বিদ্যাধৰীসকলৰ মধ্যমণি,

নে সৰ্ব্বাধিনায়িকা ?

তুমি যিয়েই নোহোৱা

তুমি মৃগতৃষ্ণা, তুমি স্বৰ্ণমৃগ, তুমি জীৱন-তৃষ্ণাৰ শান্তিবাৰি।

তোমাৰ দেহৰ অতুলনীয় ৰূপৰাশি আৰু সৌন্দৰ্য্যসুষমাত

দ্যুলোক বশীভূত—

তাতেই তোমাৰ উৰ্ব্বশী নামৰ সাৰ্থকতা।

তোমাৰ নৃত্যৰত অলক্তৰঞ্জিত চৰণৰ নূপুৰ-ধ্বনিত ৰক্তজবা ফুলি উঠে।

ললিত লবঙ্গলতাৰ শীতল নৃত্যত নৈশগন্ধা ৰজনীগন্ধা যোজনগন্ধাত

পৰিণত হৈ দশোদিশ আমোদিত কৰে

জ্যোৎস্নাপ্লাৱিত নিশা দিগ্বলয় বিকম্পিত হৈ উঠে।

দেৱী ! তুমি মানৱীও দেৱীও

তুমিয়ে 'নাৰীষু ৰত্না' কিম্বা সত্যভামা নে ঘৃতাচী— ?

তুমি এটা প্ৰহেলিকা।

তুমি বিধাতাৰ অপৰূপ ৰূপসৃষ্টি।

তুমি সূক্ষ্ম ক্ষৌমবস্ত্ৰ পৰিহিতা—

তোমাৰ স্ফীত বক্ষৰপৰা পিচলি পৰা বস্ত্ৰাঞ্চলখনি

আকোৱালি ধৰিবলৈ

দেৱতাসকলৰ কি ব্যৰ্থপ্ৰয়াস !

ধৰোঁ ধৰোঁ কৰি ধৰিব নোৱাৰি ভাগৰি পৰে।

---

* নৱযুগ, .ম বছৰ, ৬ষ্ঠ সংখ্যা, ১৯৬৩ চন, ২৭ নবেম্বৰ সংখ্যা।

তুমি কল্পনাময়ী, তুমি ৰহস্যময়ী অপৰূপ ৰূপ লাৱণ্যময়ী,—
তোমাৰ আজানুলম্বিত মুক্ত কেশৰাজিয়ে নৃত্যৰ ভঙ্গিমাত সঞ্চালিত হৈ
দিগ্‌মণ্ডল আলোড়িত কৰি তোলে।
তুমি অনিন্দ্যৰূপ লাৱণ্যৱতী—
তুমি নৃত্যৰতা হৈ থকা অৱস্থাত কাৰ কোপানলত পৰি
শাপভ্ৰষ্টা হৈ, কতকাল তুমি দণ্ডীৰ ৰাজ্যত বন্দিনীৰূপে
বনে বনান্তৰে,
প্ৰান্তৰে প্ৰান্তৰে, দিনত ঘোটকীৰূপে বিচৰণ কৰি ফুৰিছিলা আৰু
নিশা নাৰীৰূপে আত্মগোপন কৰি আছিলা। দেৱলোকত
যেতিয়া হাঁহাকাৰ ধ্বনি উঠিল, তোমাৰ উদ্ধাৰৰ কাৰণে তেতিয়া
অষ্টবজ্ৰৰ মিলন ঘটিল,—তাতেই তোমাৰ মুক্তি।
তোমাৰ দৃষ্টি শিশিৰসিক্ত নবোদগম তৃণাঙ্কুৰৰ নিচিনা
—অন্তৰ্স্পৰ্শী।
তাত তীক্ষ্ণতা নাই, শীলতা আছে,—মাদকতা আছে।
তোমাৰ চুম্বন-লোলুপ প্ৰেয়ানসকলৰ লোদ্ৰফুলৰ ৰেণুসনা
লাৱণ্যময়ী তোমাৰ গালদুখনিৰপৰা এটুপি দ্ৰাক্ষাৰস পিবলৈ
কিমান হাবিয়াস, কিমান উখল-মাখল!
ৰিক্তহৃদয় কলামোদীসকলৰ তুমিয়ে এপাহ মকফুল।
দেৱী! তুমি কাৰ অভিশাপত আকৌ অভিশপ্তা হৈ মহাভৈৰৱ
উমানন্দৰ পাদপ্ৰান্তত পাষাণীৰূপে সমাধিস্থ হৈ আছা?
তোমাৰ জীৱন বৈচিত্ৰ্যপূৰ্ণ এখন বিয়োগান্ত নাটক।
মহাভাগ লৌহিত্যই তোমাৰ শৰীৰ পখালি নিজেই ধন্য হৈছে,
হে পাষাণী দেৱী! তুমি উঠা, জাগা;
তোমাৰ নৃত্যৰ মূৰ্চ্ছনাত নব্য কলাজগত আকৌ সঞ্জীৱিত হওঁক
'উত্তিষ্ঠত জাগ্ৰত'—

# বন্দী-জীৱন

সেই দিনা ১৯২১ চনৰ ৩ ডিচেম্বৰ। মই তেতিয়া মোৰ উজান বজাৰৰ ঘৰৰপৰা ১৩ মাইলমান দূৰৈত থকা ঠাকুৰকুছি গাঁৱত কালি বিহৰ অপকাৰিতাৰ কথা কৈ বক্তৃতা দি গধূলি জয়গোপাল সেনৰ ঘৰত ৰাতিটো আলহী থাকি পুৱা তাতে আৰু এখন মিটিং কৰি দুপৰীয়া বাৰ বজাত বোন্দাত থকা ঘৰ পাওঁহি। ঘৰ পাই ঘৰৰ লগুৱাটোৱে যতনাই দিয়া চাহ-পানীটোপা খাই ওচৰতে থকা শাক-পাচলিৰ বাৰীত চকু ফুৰাইছোঁ। চোতালত ৫০নে ৬০ ভাৰমান ধানৰ মৰণা মাৰি থোৱা হৈছে, আকৌ তাতে নতুন মৰণা মাৰিবলৈ যো-জা কৰোঁতেই ডাৰোগা এজন, ১৩/১৪ জনমান চিপাহী লৈ উপস্থিত হ'লহি। মোৰ পদূলিত দুফালে দুজোপা গুলঞ্চি গছ। তাৰে অলপ আঁতৰত দুজোপা তাল গছ। তাল দুজোপাৰ তলতে চিপাহীকেইটাই বহি বিশ্ৰাম ললে। দাৰোগাজনে চোতাললৈ আহি মোক সুধিলে, "আপোনাৰ নাম জানো ৰঘুনাথ চৌধাৰী নহয় ?" মই কলোঁ— 'হয়'। "তেন্তে এই কাগজখন পঢ়ক" বুলি গ্ৰেপ্তাৰী পৰোৱানাখন মোলৈ আগবঢ়াই দিলে। 'আপোনাক বিচাৰি আজি এসপ্তাহমান কেইবা বাৰো ইয়ালৈ আহি উভতি গৈছোঁ। আপোনাক লগ পোৱা নাছিলোঁ, আজিহে পাইছোঁ। আপুনি যায় যদি কওঁক, মই মটৰ অনাও।'

মই কলোঁ,—"নালাগে মটৰ। মই যাব পাৰিম। কিন্তু মই যে ভাত খোৱা নাই!"

—"আপুনি তেন্তে ভাত-পানী খাই এই কনিষ্টবল কেইজনৰ লগতে যাব। মই আহিলোঁ।"—এইবুলি দাৰোগা গুচি গ'ল। মই ভাত-পানী খাই কনিষ্টবল কেইজনৰ লগত গুৱাহাটী-মুখে আহি সন্ধিয়া হও-হও মানত শিলপুখুৰী পালোঁহি। তাতে পানীকলৰ চুপাৰিণ্টেণ্ডেণ্ট শ্রীলক্ষ্মীনাথ দাস এম. এছ. চিয়ে লগত সহকৰ্ম্মী কেইজনমান লৈ গৈ তাতে মোক চাহ-জলপান খুৱাই সম্বৰ্দ্ধনা জনায়। এনেতে নগৰৰ অন্যান্য ঠাইৰপৰাও বহুতো লোকে ঢোল-খোল বজাই মোক আদৰিবলৈ সেই ঠাই পালেগৈ। সকলোৱে যেন মোক আদৰিবলৈ উদ্‌গ্ৰীৱ। ( ১।৯।৩৫ )

শিলপুখুৰীতে দাৰোগা ৰমেশ ভট্টচাৰ্য্যও আহি মোৰ কাষ চাপিল। তেখেতক মই "ঘৰলৈ যাব পাৰিম নে" বুলি সোধাত তেখেতে মোক ঘৰলৈ নগৈ থানালৈ যাব কলে। ১৫ মিনিট মানৰ পিছতে গাড়ীয়ে মোক লৈ গ'ল। গাড়ীৰ কাষে কাষে বহুতো লোক সদৰ থানালৈ আহি থাকিল। মোক 'লক্‌আপত' থোৱা হ'ল। বাইজে "মহাত্মা গান্ধী কী জয়" ধ্বনি কৰি উলটিল।

## থানাৰ "লক্-আপ"

'লক্-আপ' বোলোতে গুৱাহাটীৰ সদৰ থানাৰ পূব পিনে গাতে লাগি থকা—গন্ধ-মহ খোৱাৰভ দি ৰখাৰ নিচিনা লোহাৰ বেৰৰ এখন খোৱাৰ। কি অপূৰ্ব্ব দৃশ্য! শৌচ-প্ৰস্ৰাবৰ অপূৰ্ব সমন্বয়ৰ কি এক গোন্ধৰ সফুৰা! পূতিগন্ধময় নৰকৰ কল্পনায়ো এই নৰকৰ ওচৰত হাৰ মানিব। ম'হ-ডাঁহ-মাখি-উৰহৰ কি সুন্দৰ সহ-অৱস্থান! এইবোৰৰ লগতে ময়ো সেইদিনা 'লক্-আপ'ৰ সুখ উপভোগ কৰিলোঁ।

সন্মুখত হাতত কল-বাৰী এডাল লৈ কিবা বোলেনে "ৰেগুলেশ্যনষ্টিক" মোচত তাও দি থাকে—ভোজপুৰী কনিষ্টবল

এজনে। ঘৰত খবৰ কৰি জানিলোঁ—ভতিজা উমেশ ঘৰত নাই। তেওঁ কেইদিনমানৰ আগতে মহীউদ্দিন আহমদ আৰু নুৰুল হকক লৈ পশ্চিম বংশৰ মৌজাত কংগ্ৰেছৰ সভা পাতিবলৈ গৈছে। ঘৰত অকল বিধবা মাক। মোক যেতিয়া গ্ৰেপ্তাৰ কৰাৰ কথা শুনিলে, তেওঁ কান্দি-কাটি হিয়ালি-জিয়ালি হ'ল। তাৰ পিছত মোৰ খোৱাৰ কথা সোধাত "ৰাতি আৰু মই একো নাখাওঁ" বুলি কলোঁ। মাত্ৰ কৈ পঠালোঁ—উমেশ বোপাক যেন সোনকালে খবৰ দি মাতি অনায়। বোন্দাত ধান-চাউল, শাক-পাচলি আৰু কুহিয়াৰৰ খেতি সোপাই নোহোৱা হব—যদিহে কোনেও সেইবোৰ চোৱা-চিন্তা নকৰে।

নৰকৰ পূতিময় গন্ধ আৰু পোক-পৰুৱা, মহ-ডাঁহ, মাখি-মকৰা, উৰহ-চেৰেপাৰে সহাৱস্থান কৰাৰ পিছত দোকমোকালিতে তেতিয়াৰ কামৰূপৰ পুলিচ-চাহাবে থানালৈ আহি 'লক্-আপ'ৰ দুৱাৰ খুলি দি তাতে তেখেতলৈ অনা চাহ-জলপান খাবলৈ দি মোৰ মুখ-গা পিহিবলৈ ধৰিলে। আবেগত মোৰ চকু-লো ওলাল, কিয়নো তেওঁ মোৰ এগৰাকী কবি-বন্ধু! অলপ সময় তেনেকৈ থাকি তেখেতে মোক কলে —'আপুনি মোৰ বন্ধু, সদায় আহ-যাহ কৰে; আজি সাদিন মানৰ আগতেও এদিন আহি গৈছে। এইদৰে আহি আপুনি মোৰপৰা অসহযোগ আন্দোলন দমনৰ উপায়বোৰ জানি লৈ তাত সেইবোৰৰ বাধা জন্মায় গৈ। তদুপৰি আপুনি অ'ত-ত'ত খাজানা দিয়া বন্ধ কৰিবলৈ কৈ ফুৰিছে। আপুনি নো ঠাকুৰবাৰীত কি কাম কৰিছিল?'

—'মই তাত একো কাম কৰা নাই।'—মই কলোঁ।—'দেশৰ কানি খাই, মাটি-ভেটি শেষ কৰি—শৰীৰৰ অৱস্থাতো সিহঁত ভূত-পিশাচৰ দৰে হৈ পৰিছে। সিহঁতক কানি খোৱা বন্ধ কৰিবলৈ কোৱাটোও জগৰৰ কথা নে?'

—'নহয়! পিচে, চাওকচোন, এইখন গবৰ্ণমেণ্ট প্ৰীভাবে দিয়া অভিযোগ। আপুনি বোলে ৰায়তক চৰকাৰী খাজানা দিব

নালাগে বুলি কৈ ফুৰিছে। এই অভিযোগতহে আপোনাক গ্ৰেপ্তাৰ কৰা হৈছে।'

মই কথাটো শুনি কলোঁ—'অ' কথা তেনে সেইটো! গবৰ্ণমেণ্ট প্লীডাৰে কব তো! কাৰণ তেওঁ থাতত কাম কৰা বনুৱা লালুং, মিকিৰ আদি লোকক কেইপুৰামান ধান আৰু কেইতোলামান কানি খুৱাই ঘৰত গোলাম বোৱাব পাৰিছিল। এতিয়া আমি কানি খোৱা বন্ধ কৰিবলৈ ধৰাত প্লীডাৰবো বহুত বনুৱা অইন ঠাইত কাম-বন কৰি জীৱিকাৰ উপায় বিচাৰি যোৱাত প্লীডাৰ খণ্ডত অগ্নিশৰ্মা হৈ —আঁউসীৰ ধাৰ পূৰ্ণিমাত শুজিবলৈ বুলি এইপাত শৰ মাৰিলে।'

বেলি উঠি অহাৰ লগে লগে থানাত লোক সমাগমো বাঢ়ি আহিল। প্ৰত্যেকেই হাতত কিবাটো নহয় কিবা এটা টোপোলা বান্ধি মোলৈকে বুলি জা-জলপান, গাখীৰ-পিঠা, ফলমুল আদি আনিব যে আনিবই। ইতিমধ্যে পুলিচ চাহাব আগৰৱালাদেৱে তলতীয়া পুলিচ বিষয়াজনক—'মই গাড়ী নপঠোৱালৈকে এখেত ইয়াতে থাকিব' বুলি কৈ গুচি গ'ল।

পুলিচ চাহাব আৰু মোৰ মাজত সহৃদয়তা দেখি পুলিচৰ তলতীয়া বিষয়াবোৰো বিস্মিত হৈ উঠিছিল। পুলিচ চাহাব যোৱাৰ পিছতে তাৰে এজনে সুধিলে, 'ছাৰ, আপোনাৰ নামটো জানিব পাৰোঁনে?'

মই কলোঁ—'মোৰ নাম-ধাম লৈ কি কৰিব? মই এজন সাধাৰণ খেতিয়ক মানুহ।'

—'নহয় ছাৰ, আমাৰ পুলিচ চাহাবে আপোনাক আলহ-উদহ কৰিছে; ঘৰৰপৰা চাহপানী কৰি আনি জলপানেৰে সৈতে খাবলৈ দিছে! আপুনি নিশ্চয় ডাঙৰ মানুহ। নামটো আমাক কওক।'

মই তেতিয়া মোৰ নামটো ৰঘুনাথ চৌধাৰী বুলি কলোঁ। নামটো শুনি ইজনে-সিজনে পৰস্পাৰে বিস্ময়-কৌতূহল দৃষ্টিৰে

চোৰা-চুই কৰিবলৈ ধৰিলে। এজনে মন সামৰিব নোৱাৰি উৎসুক দৃষ্টিৰে চাই সুধিলে—'ছাৰ, আমি যে 'সাদৰী', 'কেতেকী'—পঢ়িছোঁ সেই ৰঘুনাথ চৌধাৰী আপুনিয়ে নেকি?'

—'জানো, তোমালোকে কি ভাবা!— এই বুলি মই তেওঁলোকৰ মুখলৈ চাই ৰলোঁ।

তাৰ পিছত মোক ডুপৰীয়া ঘোড়াগাড়ী এখনত থানাৰপৰা পুলিচ চাহাবৰ অফিচলৈ লৈ গ'ল। তাতে মোৰ বাল্যবন্ধু পূৰ্ণৰাম দাসকো লগ পালোঁ। তেওঁ কলে—'আপোনাকো আনিলে নে ভালে হ'ল দে!'

এনেতে প্ৰায় ডুইমান বজাত আদালতৰ চৌহদত হাই-উৰুমি লাগি গ'ল। জিলাৰ চাহাব বেন্টিঙ্ক চাহাবে পুলিচ চাহাবক মাতি পঠালে। পুলিচ চাহাব আগৰবালা মোৰ ওচৰতে আছিল। তেওঁ ডেপুটি কমিচনাৰৰ অফিচলৈ সোমাই গ'ল আৰু শান্তি ৰক্ষাৰ বাবে ডুই ৰেজিমেণ্ট সশস্ত্ৰ পুলিচ আনোগৈ বুলি পুনঃ ওলাই গ'ল। এই সশস্ত্ৰ ৰেজিমেণ্টৰ এটা দলে বোন্দাৰ কালৰপৰা অহা লালুং, কছাৰী খেতিয়কসকলক খেদি শিলপুখুৰী পোৱাইছে আৰু এটা দলে মোক মাজতে ঘোঁৰাগাড়ীত বহুৱাই আগে-পিছে চিপাহী-চন্তৰীৰে বেঢ়ি লৈ জেললৈ লৈ গ'ল। (২।৯।৬৫)

জেলৰ ডুৱাৰমুখ পাওঁতেই আমাক অনা ৰেজিমেণ্টৰ দল দিহাদিহি গুচি গ'ল। বাট-চ'ৰাত থকা কেৰাণী এজনে (তেওঁ যোধকৰোঁ যোৰহাটৰ আছিল) মোক তেওঁৰ কাষলৈ মাতি নি মোৰ লগত থকা কাকত-কিতাপ, টকা-পইচা বা অইন বস্তু তেওঁৰ হাতত জমা দিবলৈ কলে। মই কলোঁ—'মোৰ জমা দিবলৈ একো নাই। হাতৰ এই লাখুটিডাল আৰু খদ্দৰৰ এই চুৰিয়া-চোলাযোৰ।'

কেৰাণীজনে কলে—'কিয়? আপুনি লগত 'গীতা' অনা নাই

নেকি ? আজিকালি দেখোন দেশৰ কাম কৰা প্ৰায় সকলো ভলণ্টিয়াৰে চোলাজেপত এখন 'পকেট গীতা' ৰাখে। সোৰা চাওক-চোন—ওপৰৰ 'ৰেক'খনত কিমান 'গীতা' পৰি আছে।' এইবুলি মোক ওপৰৰ 'ৰেক'ত থকা 'পকেট গীতা'ৰ দ'মটোলৈ আঙুলিয়াই দেখুৱালে।

মই মাত দিলোঁ—'গীতা' অৱশ্যে মাজে-সময়ে ময়ো মেলি চাওঁ—কিন্তু কি কথা—তাৰ সকলো কথা প্ৰকৃত অৰ্থত হৃদয়ঙ্গম কৰিব নোৱাৰা বাবেই নেকি—বলে নোৱাৰা শিলক পৰি নমস্কাৰ কৰাৰ দৰে আঁতৰতে সাতোটি সেৱা জনাওঁ।'

'ভাল বাৰু'—এইবুলি মোৰ লাখুটিডাল তেওঁৰ হাতত জমা দিবলৈ কৈ তেওঁ ওচৰত থিয় হৈ থকা যমদূত হেন দুৱৰীটোক কাৰাগাৰৰ দুৱাৰ খুলি দিবলৈ হাতত চাবি দিলে। কাৰাগাৰৰ দুৱাৰ মুক্ত হোৱাৰ লগে লগে ময়ো কাৰাগাৰৰ ভিতৰত আবদ্ধ হৈ মোৰ বন্দী-জীৱনৰ পাতনি মেলিলোঁ।

কাৰাগাৰৰ ভিতৰ সোমায়ে দেখিলোঁ অসহযোগ আন্দোলনত দণ্ডিত সৰুপেটাৰ মহাজন গোপীকান্ত চৌধুৰীক। তেৱোঁ বিনাশ্ৰম কাৰাদণ্ডত দণ্ডিত। এনেতে জেল-কয়দী এজনে দুটা লোহাৰ বাটি—তাৰে এটা জানিবা ভাল, আনটো ফুটা :—এখন তলত পাৰা নাৰিকলৰ জৰীৰ চটকাপোৰ আৰু তিনিখন কম্বল—তাৰো এখন ফটা—মোক দিলে। ভাবিলোঁ—ইয়াকে গাত লৈ বা ইয়াকে পাৰি জনা-নজনা, খ্যাত-অখ্যাত কত লোকে কাৰাগাৰৰ নিৰ্য্যাতন সহি গ'ল! সেই কম্বলকে হয়তো আজি ময়ো গাত লৈ, তলত পাৰি—তাকে সম্বল কৰি মোৰ কাৰাগাৰৰ দিনবোৰ কটাব লাগিব। এই কম্বল তিনিখন আৰু জৰীৰ চটখনকে জেলৰ জীৱনৰ সম্বল কৰি তুলি আনোতেই জেলৰ 'কমবিলাসী' (কমডালচান গেং) কয়দী এটাই 'হজুৰ হামকু দিজীয়ে' বুলি লৈ গ'ল।

তাৰ পিছত আমাক 'কাপোৰ-চালি' ঘৰটোলৈ লৈ গ,ল। তাতে হেড্ ৱাৰ্ডাৰে হুকুম কৰিলে—'চৰকাৰ চালাম'। সাধাৰণ কয়দীয়ে 'চৰকাৰ চালাম' কৰিলে। ৰাজনৈতিক বন্দীসকলে নকৰিলে। এইদৰে 'চৰকাৰ চালাম' পৰ্ব্ব শেষ হোৱাৰ পিছতে আমাক 'কাপোৰ-চালি' ঘৰত বাঁহৰ চাঙৰ গাধৈত নিজ নিজ শেতেলি পাৰি শুবলৈ দিলে। সেইমতে শুবলৈ দীঘল দিছোঁহে এনেতে হ'ল গন্তি। 'এক, দুই, তিন্—সব ঠিক হ্যায়—তুম্ গন্তি কৰ'—এইবুলি ইটোৰ পিছত সিটোৰে চাৰা ৰাতি গন্তি আৰম্ভ কৰি থাকোঁতেই ৰাতি পুৱাল। টোপনিৰ নামেৰে চকুৰ পিৰিকটিয়ে পিৰিকটিয়ে নালাগিল।

ৰাতি দেখোঁ মই থকা 'কাপোৰ-চালি'ত দেখোম মই জনা-শুনা ভালেমান লোক আছে। তাৰ ভিতৰত ৰজা-দুৱাৰৰ শ্ৰীপয়োধৰ বৰুৱা, বকোৰ কমলাকান্ত মেনেজাৰ. হৰেশ্বৰ পাঠক, চন্দ্ৰকান্ত চৌধুৰী, খহুৰাম মণ্ডল, মহৰাম মহন্ত, ৰঙিয়াৰ মধুকুছিৰ প্ৰতাপচন্দ্ৰ নাথ, শিংৰা নুইহাটিৰ ৰূপৰাম ডেকা, খ্যাতিমল চৌধুৰী ( এওঁৰ কথা মৌলবী তৈয়েবুল্লা চাহাবেও লেখি গৈছে )—এওঁলোক হ'ল বিনাশ্ৰম কয়েদী। অম্বিকাগিৰী ৰায়চৌধুৰী, কৰ্ণদাস, জনাৰ্দ্দন পাঠক, গিৰীশ শৰ্ম্মা,—এওঁলোক হ'ল সশ্ৰম কাৰাদণ্ডত দণ্ডিত কয়েদী। গোৱালপাৰাৰ শৰৎচন্দ্ৰ সিংহ, বৰপেটা বিহাবাৰীৰ দুলাল চন্দ্ৰ চৌধুৰী, গোপীকান্ত চৌধুৰী : টিহুৰ—*তালুকদাৰ, গোলক পাঠক, বাসুদেৱ দাস—এওঁলোক বিনাশ্ৰম কাৰাদণ্ডত দণ্ডিত আছিল। ( ৬। ৯। ৭৫ )

এইখিনিতে জেলৰ চাৰিসীমাৰ কথা কওঁ। জেলৰ ভিতৰলৈ যোৱা 'গে'ট'টোৰ ওপৰতে এটা ঘণ্টা আছে, তাকে বোলা হয় পগলা ঘণ্টা অৰ্থাৎ 'ডেঞ্জাৰাচ বে'ল'। তাৰ সোঁহাতে দেৱালৰ কাষে

* নাম নাই, সম্ভৱ মনত পৰা নাছিল ( সম্পাদক )

কাণে কয়েদীবিলাকৰ কাপোৰ থোৱা গুদাম-ঘৰ। তাৰ দক্ষিণে মিঠাতেলৰ ভাণ্ডাৰ। কয়েদীৰ হতুৱাই পেৰা তেল এই ভাণ্ডাৰতে থাকে। এই তেলকে কয়েদীকো খুউৱা হয় আৰু বাহিৰৰ বজাৰতো বিক্ৰী কৰা হয়। তেলীশালৰ দক্ষিণে হ'ল গোহালি ঘৰ। গোহালি ঘৰত চৰকাৰী বলদ গৰু নাই। যিবা দুই-এটা চেৰেলা গৰু আছে সি বাহিৰতে পৰি থাকে। জেলৰ গোহালিত থাকে কেৱল 'জেইলৰ', 'এচিষ্টেণ্ট জেইলৰ' আদি বিষয়াসকলৰ গাই গৰু। দক্ষিণৰ দেৱালৰ কাণতে পায়খানা ঘৰ দুটা। দুটা ঘৰত একোটাত ১৪টাকৈ মুঠ ২৮টা পায়খানা। কয়েদীবিলাকৰ কাপোৰ-কানি ৰখা ঘৰৰ সমুখতে—এটি বাঁহৰ গৰালেৰে সজা দুমহলীয়া ঘৰ। ইয়াত সাধাৰণ কয়েদী আৰু ৰাজনৈতিকবিলাককো ৰখা হয়। তাৰে তলত হ'লঢেঁকী-শালি। এই ঢেঁকীশালিত ৬। ৭ টা মান ঢেঁকী। প্ৰত্যেক ঢেঁকীত তিনিজন তিনিজন কয়েদীয়ে এমোনকৈ ধান বানিব লাগে। ধান বানোতে ওলোৱা চাউল—চালনিৰ তলৰ আৰু চালনিৰ ওপৰৰ চাউল হ'ল—মাৰ ভাতৰ কাৰণে। তাৰ ওপৰৰ কয়েদীৰ চাউল—তাৰ ওপৰত ওলোৱা নভগা-মিছিগা চাউলেই হ'ল 'বাবু চাউল'। জেইলাৰ, সহকাৰী জেইলাৰ, কেৰাণী আদি চৰকাৰী বাবুৰ বাবে এই চাউল; অৰ্থাৎ মলথু চাউলটোৱেই হ'ল 'বাবু চাউল'।

ঢেঁকীশালিৰ পূবৰ ফালে আছে এখন পথাৰ। এই পথাৰখনত গৰুৱে ঘাঁহ খাই থাকে। তাৰ পূব ফালে থকা দীঘল ঘৰেই হ'ল—মুঢ়া চালি। মুঢ়া চালিৰ দক্ষিণে হ'ল কাপোৰ চালি। ইয়াৰ কাষতে কমাৰ চালি। ইয়াত বিনা জুয়ে হাতুৰীৰে কোবাই কোবাই এই বাটিবিলাক তৈয়াৰ কৰা হয়। গেটৰ বাওঁফালে প্ৰায় আশীহাতমান দীঘল এটা টিনৰ ছুচলীয়া ঘৰ। তাতে ৰাজনৈতিক বন্দীবিলাকক থাকিবলৈ দিয়া হয়। কাপোৰ চালিৰ কাষতে আছে কৰিব বাগান। তাৰ পূবে 'চলিটেৰী চে'ল'—নিজান কাটক। মুঢ়াচালিৰ

দক্ষিণে থাকে জনমভৰ ফাটেক খোৱা কয়েদী। এই জনমভৰ ফাটেক খোৱাসকলক 'দায়মালি' বোলে। তেওঁলোকৰ কাষলৈ অইন কোনো কৰ্ম্মচাৰী বা কয়েদী বিশেষ নাযায়। ইহঁতে কাম-বন্ধ একো নকৰে।

নিজাম ফাটেকৰ আঠটা ৰুম। 'দায়মালি' কয়েদীয়ে জিৰণি লোৱা ঘৰটোৰ দক্ষিণে তেলীশাল। যিবিলাক কয়েদীয়ে জেলৰ সাধাৰণ নিয়ম আদি ভঙ্গ কৰে, তেওঁবিলাকক এই নিজান ফাটেকত দিয়া হয়—কোনোক তিনি দিন, কোনোক সাত দিনলৈ। এই নিজান ফাটেকৰ বাৰাণ্ডাখনৰ ওপৰত টিন নাই, খোলা। সিহঁতে নিজান ফাটেকতো বহি থাকিব নোৱাৰে। কোনোৱে সৰিয়হ, কোনোবাই ধান, কোনোবাই বা বাঁহ-বেতৰ কাম কৰে। কোনো কাম নাথাকিলে এসেৰ চাউল আৰু এসেৰ মাহকে মিহলাই তাকে আকৌ সুকীয়া সুকীয়াকৈ বাছি উলিয়াবলৈ দিয়া হয়। 'নম্বৰ' বন্ধ হোৱাৰ আগতে সেই মাহ আৰু চাউল আগৰ জোখৰ সমানে আছে নে নাই তাকে চোৱা হয়। হীন-ডেঢ়ি হলে শাস্তি ভুগিব লাগে। ক্ষুদ্ৰ দোষ হলে—বেগুকাফ বা হাতকেৰেয়া। নিজান ফাটেকত সাত দিনতকৈ বেছি নাই। (৭।৯।৩৫)

তাৰ ওচৰতে 'বাবুৰ্চ্চী-খোলা' (ৰান্ধনি ঘৰ)। 'বাবুৰ্চ্চীখোলা'ৰ উত্তৰ-পূবে হস্পিতাল। তাত এজন ডাক্তৰ থাকে—এল. এম-এছ। তেৰোঁ মোৰ ছাত্ৰ-বন্ধু—নাম আব্দুল গফুৰ। কাষেদি আছে এশাৰী বেলগছ। বেলগছ জোপা কোন ডাক্তৰে কইছিল কব নোৱাৰি—তাৰ ফলবিলাক হ'ল একোটা মধুৰী আমৰ সমান। একুৰিমান বেল পাৰিলেহে আমাৰ এটা বেলৰ সমান বস্তু পোৱা যায়। এই বেলবিলাক লাগে গ্ৰহণী ৰোগৰ চিকিৎসা কৰিবলৈ।

'ইছ'ত আমি মুখ ধুব লাগে। এই 'ইছ' হৈছে—গাধোৱা ঠাই।

এইখিনিতে কথা এটি মনত পৰিল। ওপৰত 'চৰকাৰ চালাম' দিয়াৰ কথা কওঁতে আমাৰ ৰাজনৈতিক বন্দীসকলে 'চৰকাৰ চালাম' নকৰা কথা জেলৰ ডাক্তৰ চাহাবৰ কাণত পৰিল। আমাৰ তেতিয়া একতৰফা বিচাৰ আৰু শাস্তি হ'ল। শাস্তি 'পেনেল ডায়েট'। এই 'পেনেল ডায়েট' হৈছে আধাখুন্দা পিঠাগুৰি অলপমান লোহাৰ কেৰাহী এখনত তপতাই দিয়া খাদ্য। তাত লোণ তেল বুলি একো নাই। আমাকো তেনে খাদ্য দিয়া হ'ল; কিন্তু আমি সকলোৱে সেই খাদ্য দলিয়াই পেলোৱাত শেষত আমাক আনিবা ভাত খাবলৈ দিয়া হ'ল।

## মাইকী-ফাটক

যিবোৰ তিৰোতা অপৰাধমূলক কাৰ্য্যৰ বাবে দণ্ডিত হয়, তেওঁলোকক আবদ্ধ কৰি যি ঠাইত থোৱা হয় তাকে বোলে 'মাইকী ফাটক'। আমি ৰাজবন্দী হৈ গুৱাহাটী কাৰাগাৰ সোমোৱাৰ সময়ত তেতিয়া তাত কোনো তিৰোতা-কয়েদী নাছিল, আৰু আছিল যদিও তাক আগতে অইন ঠাইলৈ স্থানান্তৰিত কৰা হৈছিল। গতিকে সেই সময়ত গুৱাহাটী জেলত কোনো তিৰোতা কয়েদী নথকাত আমাক বিনাশ্ৰমী কয়েদীসকলক মাইকী-ফাটেকত ৰখা হৈছিল।

আমি আহি জেল প্ৰৱেশ কৰাৰ দুদিনমান আগতেই মহেন্দ্ৰ ডেকা উকীল, খ্যাতিমল চৌধুৰী (এওঁলোক বিনাশ্ৰমী কয়েদী), কবিৰাজ থানেশ্বৰ শৰ্ম্মা ভিষগৰত্ন আৰু গোপীনাথ শৰ্ম্মা (কৰৰা হাইস্কুলৰ হেড্ পণ্ডিত)—(এওঁলোক সশ্ৰম কাৰাদণ্ডত দণ্ডিত)—এওঁলোকো জেললৈ আহে। মই এসপ্তাহমান থকাৰ পিছতে, অৰ্থাৎ হাজতী বা বিচাৰাধীন বন্দী হিচাপে থকাৰ পিছত গোপী ববদলৈকো গোৱালপাৰাৰ 'দমৰাহাট'ত কপাহ কিনিবলৈ গৈ উভতি আহোঁতে

গ্ৰেপ্তাৰ কৰি অনা হয়। যি সময়ত গুৱাহাটীত ফুকন, বৰদলৈ, বিষ্ণু মেধি, গৌৰী তালুকদাৰ, সিদ্ধি শৰ্মা আদিক গ্ৰেপ্তাৰ কৰি শিলচৰ আৰু যোৰহাট আদি বিভিন্ন জেললৈ লৈ যোৱা হয়, সেই সময়ত গোপী বৰদলৈ নগৰত নাছিল। তেওঁ আছিল 'দমৰাহাট'ত কপাহ কিনি। সেই সময়ত কংগ্ৰেছৰ চেক্ৰেটৰী আছিল গগন পাটোৱাৰী। কংগ্ৰেছ অফিচ খানাতালাচ কৰি শ্ৰীমান গগন পাটোৱাৰীকো গ্ৰেপ্তাৰ কৰি অনা হয়।

অফিচ খানাতালাচ কৰা চাবলৈ যাওঁতে গোলোকেশ্বৰ গোস্বামী, শিশিৰকুমাৰ বৰুৱা, অম্বিকা গোস্বামী আৰু জ্ঞান বৰা আদি জনচেৰেককো পুলিচে গ্ৰেপ্তাৰ কৰি আনে। তাৰে কিছুদিন পিছত বিচাৰত গগন পাটোৱাৰীৰ ৯ মাহ ফাটক হয়। খানাতালাচ কৰা চাওঁতে গ্ৰেপ্তাৰ হোৱা কেইজন তেতিয়াও বিচাৰাধীন হৈয়ে হাজতী হৈ থাকিল।

ইতিমধ্যে গোলাঘাট কংগ্ৰেছৰ চেক্ৰেটৰী কমলেশ্বৰ শৰ্মা, দ্বাৰিকানাথ গোস্বামী, হৰিনাথ দাস ( বিনাশ্ৰম দণ্ডিত ), উকীল মহেশ্বৰ বৰুৱা, গকুলেশ্বৰ হাজৰিকা আদি ৭।৮ জন লোককো গ্ৰেপ্তাৰ কৰি গুৱাহাটী জেললৈ লৈ আহে। এওঁলোকৰ বাহিৰেও হলিৰাম মহন্ত, মহৰাম মহন্ত ( চমৰীয়া ), তামোলপুৰৰ গোবিন্দৰাম মেধি—এইবিলাকো বিনাশ্ৰমী সহ-কয়েদী হৈ পৰিছিল।

মোৰ বিচাৰৰ দিন পৰিল। 'মেট চুইনি' বুলি এজন আইৰিচ ডেপুটি কমিচনাৰ আছিল। তেওঁ যাইকৈ ৰাজনৈতিক বন্দীবে বিচাৰ কৰিছিল। বিচাৰৰ দিনা ( জেলতে এই বিচাৰ হয় ) তেওঁৰ ওচৰলৈ মোক লৈ গ'ল। ( ৮।৯।৬৫ )

মোৰ জবানবন্দী লোৱাৰ আগে আগে পুলিচ চাহাব আনন্দ চন্দ্ৰ আগৰৱালা গুচি গ'ল; থাকিল মাথোন কেৱল দাৰোগা ৰমেশ

ভট্টাচাৰ্য্য। ৰবচাহাব মেটচুইনিয়ে মোক সুধিলে—'আপুনি বোলে ৰাইজক খাজানা দিবলৈ মানা কৰি ফুৰিছে ?'

মই কলোঁ—'খাজানা দিয়া বন্ধ কৰিবলৈ কোৱা নাই। মই মাথো দেশৰ ৰবিহ মদ-ভাং কানি আদি ৰাগীয়াল বস্তু বৰ্জন কৰিবলৈহে ৰাইজক কৈছোঁ। মিছাতে মোৰ বিৰুদ্ধে খাজানা বন্ধৰ অভিযোগ তুলিছে। চৰকাৰী উকীলবো এইবোৰ অঞ্চলতে বহুত মাটিবাৰী আছে; তাৰ লোকক মাহে এতোলা কানি আৰু বছৰি তিনিপুৰা ধান দি তেওঁ বন্ধুৱা খটুৱায়। কানি বন্ধ আন্দোলন চলাত চৰকাৰী উকীলবো বন্ধুৱা লোক পোৱাত মস্কিল হৈছে। সাতেপাঁচে বাৰ কৰি আঁউসীৰ ধাৰ পূৰ্ণিমাত শুজাৰ অভিপ্ৰায়েৰে এই চলতে মোৰ বিৰুদ্ধে চৰকাৰী উকীলে এনে অভিযোগ কৰাটো একো আচৰিত কথা নহয়।'

—'বাৰু, পিছে আপুনি অইন ঠাইত এখন হাট বহুৱাবলৈ এইখন নোটিচ জাৰি কৰা নাছিলনে ?'—ৰবচাহাবে সুধিলে।

—'হয়, মই নতুন হাট খুলিব খোজা কথা সঁচা। মোক এতিয়া থকা চৰকাৰী হাটখোলাখনো লাগে—আৰু মই নতুনকৈ খুলিব খোজা হাটখোলাখনো লাগে; কিয়নো মই মনকৰা ঠাইখিনিহে সকলো ফালৰপৰা সকলোৰে বাবে সুচল হয়।'

মোৰ কথাত দাৰোগাই সমৰ্থন জনালে। ৰবচাহাবে তেতিয়া মোক কলে—'আপুনি এজন ৰাজদ্ৰোহী।'

মই কলোঁ—'মই ৰাজদ্ৰোহী নহয়; বিদেশী শাসনৰহে বিৰোধী। আপুনি মোক ৰাজদ্ৰোহী বুলি কোৱাটো কিমান সমীচীন হৈছে সেইটো আপুনিয়েই এবাৰ ভাবি চাব। আয়াৰলেণ্ডৰে এজন মেটচুইনিয়ে ইংৰাজৰ শাসনৰ বিৰুদ্ধে প্ৰতিবাদ কৰি দুমাহ অনশন ব্ৰত কৰি প্ৰাণ ত্যাগ কৰিছিল—সেই আয়াৰলেণ্ডৰে আৰু এজন মেটচুইনিয়ে ইংৰাজৰ তলতীয়া কৰ্মচাৰী হিচাপে আহি মোক

'ৰাজদ্ৰোহী বুলি আখ্যা নিদি দিব কোনে ?'—এই বুলি কোৱা মাত্ৰকে বিচাৰকক্ষত থকা সশস্ত্ৰ পুলিচ প্ৰহৰীৰ দল বন্দুক-বেয়নেট খাজি সচকিত হৈ ৰ'ল। মোৰো বুকুখন চেৰেংকৈ উঠিল। ভাবিলোঁ, মোক গুলিয়ায়ে মাৰে নেকি ? ৰবচাহবজনে বহু সময় নিতাল মাৰি থাকি মোক বিচাৰৰ ৰায় শুনালে—'যদিও আপোনাৰ বিৰুদ্ধে কোনো সাক্ষী প্ৰমাণ নাই তথাপি মই আপোনাক এবছৰ বিনাশ্ৰম কাৰাদণ্ড দিলোঁ'। সেই দিনটো আছিল ৬ ফেব্ৰুৱাৰী, ১৯২১ চন।

ইয়াৰ কিছুদিন পিছৰ কথা। এদিন গধূলি মই বাহিৰ ফুৰিবলৈ ধৰোতে শুনিলোঁ—বাহিৰৰ ফালে গণ্ডগোল হৈছে। ওলাই আহি দেখোঁ যে জেইলাৰ আদি কেইবাজনেও ভলণ্টিয়াৰসকলক গালি পাৰিছে। বিনা কথাত অকথ্য গালি পৰাত মই অসহ্য হৈ প্ৰতিবাদ কৰিলোঁ। তাৰ ফল হ'ল—মই, গোলোক পাঠক, কমলা মেনেজাৰ, হৰেশ্বৰ পাঠক, মহম্মদ সিদ্দিক আদি আঠজনে নিজান ফাটেক খাবলগা হ'ল—সাদিনলৈ। মই, গোলোক পাঠক আৰু কমলা মেনেজাৰ - এই কেইজনে নিজান ফাটক খোৱাৰ উপৰিও ডুমাহলৈ চটৰ কাপোৰ পিন্ধিব লগা হৈছে ৩ মাহলৈ : বিশেষ সুবিধা আদি (privilege) বন্ধ।

এইখিনিতে এইটো উল্লেখ কৰিব পাৰি যে ৰাজনৈতিক বন্দী-সকলে ইচ্ছা কৰিলে জেলৰ ভিতৰত বেলেগে টৌ-খুটি মাৰিও ৰান্ধি খাব পাৰে। সেইমতে হলীৰাম মহন্ত (চকা বাউসী), গোবিন্দৰাম মেধি (ভামোলপুৰ), মহৰাম মহন্ত (চমৰীয়া) আৰু দ্বাৰিকা গোস্বামী—এই চাৰিজনে সুকীয়াকৈ চৰু জুৰি খাইছিল।

এদিন ঘটনাক্ৰমে দ্বাৰিকা গোস্বামীয়ে অলপ লোণ আৰু এটা জলকীয়া মোৰ শোৱা পাটীৰ তলত লুকাই থৈছিল। কিবা স্বৰূপে শোৱাপাটী খানাতালাচ কৰাত মোৰ গাৰুৰ তলত থোৱা লোণ আৰু জলকীয়া ওলাই পৰিল। তেতিয়াই মই 'বাবুৰ্চিখোলাৰ'পৰা

নিমথ-জলকীয়া চুৰি কৰাৰ অভিযোগত আকৌ তিনি দিনলৈ হাতত হাতকেৰেয়া পিন্ধি কাৰাবাস খাটিবলগা হ'ল। এইদৰে মোৰ লগতে একেলগে থকা গোলোক পাঠকেও কেবাবাৰো জেলৰ ভিতৰতো উগ্ৰ শাস্তি ভুগিবলগীয়া হৈছিল।

আজ এদিনৰ কথা। এদিন 'ল'ৰা-চালি'ৰ কয়েদী কেইটামানে কৰিপুলি খুচৰি থাকোঁতে কোনো ৱাৰ্ডাৰ, মেট আদি নথকাত কাপোৰচালিৰ কাষতে ভাগৰ জুৰাবলৈ আহিল। এনেতে তাতে এজন শুই পৰিল। লগৰ কেইজনে সেই শুইথকাজনক হাতে-ভৰিয়ে ধৰি জোকাৰিবলৈ ধৰাত সি চিঞৰি উঠিল। চিঞৰ শুনি ৱাৰ্ডাৰ আহিল, মেট আহিল। বিচাৰ আৰম্ভ হ'ল। জেইলাৰে ল'ৰা-কয়েদীৰ বিৰুদ্ধে অভিযোগ তুলিলে—'ইহঁতে এই ল'ৰাটোক মাৰিব ধৰিছিল।' বিচাৰত তিনিওজনৰ বেত্ৰদণ্ড হ'ল। এওঁলোকৰ ভিতৰত এজন প্ৰভাত বেনাৰ্জী (পচা)। এওঁৰ ওপৰতো ১৫ বেত দিয়াৰ হুকুম হ'ল। তিনিকোব বেত দিওঁতেই চিঞৰ-বাখৰত ৰৰ মোৱাৰি সকলো কয়েদী বাহিৰ ওলাই আহিল। তেতিয়া আগন্তুক বিপদ আশঙ্কা কৰি জেইলৰ, ৱাৰ্ডাৰ আদিও গুচি যায়। সেইদিনাৰ সেই অমানুষিক বেত্ৰদণ্ডৰ প্ৰতিবাদকল্পে জেলৰ কোনো কয়েদীয়ে আহাৰ গ্ৰহণ কৰা নাছিল। পিচলৈ অৱশ্যে এই বেতদিয়া শাস্তি কমি আহে। (৯। ৯। ৬৫)*

* ইমানলৈ পোৱা হৈছে; অসমাপ্ত হৈ থাকিল—সম্পাদক

# সূচীপত্ৰ

# শইকীয়াৰ ঘাট

লুইতৰ পাৰৰ এখন আহল-বহল ঘাঁহনি পথাৰ। ফুলনি নহয় যদিও ওখ ওখ পলাশ, শিমলু, জাতি চন্দন, আজাৰ, মাহৰ আদি বনস্পতি ফুল গছবোৰে ঠাইডোখৰ ৰম্যপুৰী কৰি ৰাখিছে। গৰাৰ কাষে বুঢ়া শিমলু গছ আৰু জৰী গছ কেইজোপামানও আছে। নৈৰ বহল বুকুখনত ঔফুলীয়া ঢৌবোৰত ৰ'দৰ জিলিঙনি পৰি জিলমিলাই উঠিছে। পাৰৰ নিজস্থাল ঠাইডোখৰ আৰু ৰমণীয় হৈ পৰিছে। এবাৰ তালৈ গলে উলটি আহিবলৈ মন নাযায়।

ফাগুন মাহ। জিৰ্‌জিৰীয়া বতাহ। গছলতাবোৰৰ পুৰণি পাতবোৰ এটি দুটি কৰি সৰি পৰিবলৈ ধৰিছে। বতৰ খৰাং। লাহে লাহে পানীও শুকাই আহিল। নৈৰ মাজত এটি টুলুঙা বালি চাপৰি মূৰ দাঙি উঠিছে। সৰু সৰু ল'ৰাবোৰে কল গছৰ ভুৰত উঠি জানটো পাৰ হৈ তাত গৈ অনেক ৰং-ধেমালি কৰে আৰু ভুকপীয়া জা-জলপানো খায়, কেতিয়াবা বালি ভাতো খায়। ঠায়ে ঠায়ে জোপোহা কঁহুৱা আৰু বিৰিণা বন, তাৰ আঁৰত লুকাভাকু খেলি ৰংপায়। টাং গুটি, ঢোপখেল আদি নানান খেলা খেলি থাকে।

চ'ত আহিল। বসন্তৰ বা পাই নঙঠা গছ লতাবোৰো জকমকাই উঠিল। গছবোৰে কুঁহিপাত আৰু মূৰত একোথুপি ৰঙা ৰঙা ফুল পিন্ধি জিৰনীয়া মানুহবোৰৰ মনত সন্তোষ দিছে। জাটৌ-ঠুঁটীয়া ফুলৰ পলাশজুপিও মূৰ দোঁৱাই কাষোবাক আত্ম নিবেদন জনাইছে।

বাগুলী ফুলেৰে উপচি পৰা বুঢ়া শিমলুজোপাও ডেকাটি হৈ বিহু খেলিবলৈ সাজু হৈছে। দেখিলেই বুকু জুৰ পৰে। কিছুদিনৰ পাছত শিমলুজোপাৰ ফুলবোৰ সৰি গ'ল। কপৰাবোৰ ফাটি বগা তুলাবোৰ চাৰিওপিনে বিয়পি পৰিল। তলত ধৱল পাটি, মূৰত কিৰীটি পিন্ধি ঠাইডোখৰত কোনোবাই যেন এখন নতুন ধৱলগিৰি সৃষ্টি কৰি থৈছে। গোটেইখন পথাৰ ৰং-ৰূপহেৰে জকমকাই মনোৰম পুৰী কৰি তুলিছে। প্ৰকৃততে ই যেন প্ৰকৃতিৰ এটা আনন্দ ভৱন।

কেইনলমান দূৰত শইকীয়াৰ ঘাট, তাৰ পাৰত কেইঘৰমান সূতাৰ মানুহ থাকে। সূতাৰ মানুহ আছে দেখি গাওঁখনৰ নাম সূতাৰ গাওঁ। ঘাটৰ পাৰত ভৰাম শইকীয়াৰ ঘৰ। মানুহজন আদহীয়া। পৰিয়ালটোৰ ভিতৰত মানুহ দুজনেই। এজন শইকীয়া আৰু আনজন শইকীয়ানী। শইকীয়াই বাঢ়ৈ কাম ভাল জানে। ভঙা ফুটা নাওঁ ভাল কৰি দিয়েই পেটৰ ভাত মোকোলায়। ঘাটত সদায় দুখন চাৰিখন ভঙা নাও বন্ধা থাকে। কোনোখনৰ আগটিং নাই, কোনোৰ বাৰ বাঁহ নাই ; কোনোৰ তলিৰ কাঠ ফুটি ভোলোঙা হৈছে। কোনোখনৰ আকৌ তলিৰ পাতছটা পচি গৈ পানীত এফাল বুৰ গৈ আছে। গৰাকীৰ নাওবোৰ বাটি-বুটি দিয়াই হৈছে বুঢ়া বাঢ়ৈৰ কাম। মানুহে কথাতে কয় "দুনিয়াৰ যত ভগা নাও শইকীয়াৰ ঘাটত" ! থকা ঘৰটো দুছলীয়া খেৰৰ ঘৰ। পুলি দুটা ; এটাত মানুহ-দুনুহ বহা আৰু আলহী আহিলে ৰাতি থাকিব দিয়া ; আনটোত বুঢ়া-বুঢ়ী থাকে। মুখেদি দুপুলীয়া আখল ঘৰটো। থকা ঘৰটোৰ চালত খেৰ নাই বুলিলেই হয়। চালৰ কামীবোৰে দাঁত নিকটাই আছে। বেৰকেইখনো ভগা। আখল ঘৰটো বুকলি খেৰেৰে কোনোমতে চাল দুখন ঢাকি থৈছে। পৰোঁ পৰোঁ অৱস্থা। চাৰিওকালে হামোকা দি নপৰাকৈ ৰাখিছে। বাৰিষা আহিলে কি

গতি হয় যেদেখাজনেহে জানে। গাত তেল-চিকটিলগা আঁঠুমুৰীয়া, দুমুৰীয়া চুৰিয়া এখন, গাত এটা ফটুৱৈ, পিঠিৰ ফালে উদং। পুৰণিৰ মোহ এৰাব নোৱাৰি তাৰে কোনোমতে গাটো ঢাকি ৰাখিছে। চোলাও নাথাকে, বুঢ়ায়ো এৰি নিদিয়ে। বুঢ়াই মনে মনে কয়, 'দুদিনমান থাকচোন, একেলগে যাম'। ৰাগিয়াল বস্তুৰ ভিতৰত ধপাত-চিলিম। বেলমুৰীয়া হোকাটো আৰু কাণভগা চিলিমটো। খোৱাহলে হোকাটো হাঁকোটাৰে বেৰত আঁৰি থয়। ঘৰৰ পাচফালৰ চালিখনৰ তলত ভাত ৰন্ধা গুকান খৰি দুকোচামান; এমুৰে ছানখেৰৰ গাইন কেইটামান মুঠি বান্ধি তিনিঠেঙীয়া চাংখনত তুলি থোৱা আছে। চোতালখনৰ এদাঁতিত চুটি দীঘল পাট কেইচলামান। গন্ধসৰৈ, গমাৰী, আজাৰ, উৰিআম আদি সুকাঠী কাঠৰ টুকুৰা কেইডোখৰ-মান পেলাই থোৱা আছে।

বাঢ়েৰ সঁজুলি চাঁচ-বটালিখিনি চোৰে নিয়ে বুলি থকাঘৰৰ ভিতৰত সুমুৱাই থৈ দিছে। নাও ভাল কৰি দিয়াৰ বানচ গৰাকীৰ পৰা ধন-বিত্ত একো নলয়; ধান, চাউল, মাহ, সৰিয়হহে লয়। দোকমোকালিতে গাটো তিয়াই গুৰুৰ নাম লৈ লোৱা পিঠাগুৰি এবাটি, এজেৰা গুৰৰ লগত অলপ তপত পানী মিহলাই বেলাটোলৈ খাই লয়। ঘাটতে ওৰে দিনটো নাৱৰ কামকে কৰি থাকে। কাষত গুদা খৰিৰ একুৰা জুই, কেইলডামান গোবৰ খদা এটাত ভৰাই থোৱা আছে। বাঢ়েয়ে মাছ নহলে ভাত খাব নোৱাৰে। দিহ নহলে সুদা ভাত পেটলৈ নাযায়। খেৱালি জালখন আগটিং নোহোৱা নাওখনৰ মণি-গুৰাত সুমুৱাই লয়। আৰু চচালিখনৰ ওপৰত জুইৰ পালিয়াটো হোকা চিলিমেৰে সৈতে তুলি লয়। বাঢ়েৰ ঘনাই ধপাত খোৱা অভ্যাস। এখনমান তামোল খোৱাৰ পকে পৰে ধপাত খাব লাগে। ধপাত নহলে বাঢ়ে থাকিব নোৱাৰে। চুচীয়া নাওখনত উঠি অলপ উজাই গৈ দুসাজমান যোৱাকৈ একাজলিমান

নাছিল, ভাগুন আৰু কেতিয়াবা ৰবিয়লা মাছ আনি বুঢ়ীক ৰান্ধিব দিয়ে। বুঢ়ীয়ে অলপ কেট্‌কেটায় 'ভিতা মাছবোৰ আনিছ' বুলি। বুঢ়াই ধেমালি কৰি কয়; "বুজিছ, মাছৰ চিকুণ মোৱা, হোমৰ চিকুণ খোৱাঁ।" সক মাছৰ ভিতৰত মোৱা মাছেই ভাল। তইতো হোমৰ.খোৱাৰ গোন্ধ নেপালিয়েই। হোমৰ গোন্ধে দেহ মন সকলো জুৰ পেলাই কোনোবা এখন সৃষ্টিৰ পৱিত্ৰ মন্দিৰলৈ আগুৱাই লৈ যায়। সংসাৰী জীৱবিলাকে অমৃত ফল লাভ কৰি পৰম আনন্দ পায়। কিন্তু আমাৰ পোৰা কপাল। সেই সুখৰ পৰা চিৰকাললৈ বঞ্চিত হলোঁ। তোকো নাছিল নিওঁতা মোকো নাছিল দিওঁতা। ভগৱন্ত বস্তুৰ কিৰিপাতে দুয়ো বেলি ভাটি দিয়াৰ কোনোবা এটি ক্ষণত ভেঁটাভেটি হলোঁ। ইমানেই কথা। পিগুচলা দিয়াবো ভিকাচৰ ভাগিল। যি হবৰ হ'ল। সেইবোৰ পুৰণি কথা উকটিলে কোনো লাভ নহয়। এতিয়া যা-গৈ। আদাৰ জোল নাইবা সোকোতাৰে থপ্‌থপীয়াকৈ ৰান্ধ।" কেতিয়াবা জাল বাবলৈ আমনি লাগে দেখি বাৰীৰ পাছফালে থকা দলনিখনৰ উৰি দলবোৰ কাটি বা উভালি ভুৰখনত উঠি কাৱৈলাঙি বা গৰৈ-লাঙি জাল এখন পাতি থৈ আহে। জালখনত কাৱৈ-মাগুৰ মাছ লাগি থাকে, বুঢ়াই আনি বুঢ়ীক মৰলীয়া শাকেৰে বা পকা ঔটেঙাৰে আঞ্জা এখন ৰান্ধিবলৈ দিয়ে। ৰাতি ৰভাহ-ৰৰষুণ আহিলে শইকীয়াৰ দুৰ্ঘোৰ চিন্তা। মাওবিলাক ঢোৰ কোৰত জৰী ছিগি উটি যায় বুলি। ৰভাহ-ৰৰষুণ নহলে ৰাতি বুঢ়া-বুঢ়ী ঘৰৰপৰা নোলায়। গাৱঁত সকসুৰা মেল-দোৱান হলে নাযায়। ৰৰমেল বহিলে ৰাইজৰ হেচাঁ এৰাব নোৱাৰি কেতিয়াবা যায়, একো নামাতে। এবাৰ কিবা এখন লেঠা থকা মেলত বুঢ়াই মামাতিলে নহয় দেখি ৰৰমেধিয়ে মাত লগালে; "বোলোঁ বুঢ়া আতৈ, আপুনি এবাৰ মাত মাতক, নহলে কথাৰ আঁৰ মিছিগে।" তেতিয়া বুঢ়াই কলে, "মিধিয়ে যি কৈছে সিও সঁচা,

তুলায়ে যি কৈছে সিও সঁচা, ৰাইজে যি ভাল বুজে তাকে কৰক, আমিনো কোন কুটা। খজুৱালে বান্দৰৰ ঘাৰ মিচিমা বহল হৈছে যায়, ইমানতে সামৰণি মৰা ভাল হব।” তেতিয়া বৰ মেধিয়ে মাত লগালে, “তেনেহলে তুলাইক দুটকা চিকা ৰূপ দণ্ড বিহা হ’ল। তামোল পান এশৰাই দি ৰাইজৰ ওচৰত আঠু লওঁক বুলি আদেশ দিলে।” ৰাইজে সম্মতি দি সভাউৰি ভগাই ঘৰা ঘৰি গুচি গ’ল। বুঢ়ায়ো আদমহীয়া এটি সভাউৰি লৈ ঘৰমুৱা হ’ল। বুঢ়ীয়ে কলে, ‘ভাত পানী নাখাই মাজ নিশালৈ টোপনি খতি কৰি মেললৈ গৈ আদমহীয়া এটাহে পালিনে ?’ বুঢ়াই কলে ; ‘হেৰ মানুহঘৰ তেনেই চাউলে চকৰে তললৈ যায় ; যি হওক তথাপি মানুহঘৰো ৰক্ষা পৰিল আৰু ৰাইজৰো মান ৰক্ষা হ’ল। আদমহীয়াটো এঠাইত থৈ দেচোন ; ক’ৰবাত হেৰাই যাব।’ বুঢ়ীয়ে বেৰত আঁৰি থোৱা খুদি চাউলৰ টেকেলিটো নমাই আনি জলীয়া-পোকে ধৰা চাউল খিনিত গুজি থলে। বুঢ়াই মিচিক কৰি হাঁহি এটা মাৰি বুঢ়ীক কলে, ‘আৰু অলপ গোটাব পাৰিলে থকা ঘৰটোৰ চালখন বখলিয়াই পেলাব লাগিব। তেতিয়া আমি বতাহ-বৰষুণৰপৰা হাত সাৰি থাকিব পাৰিম।’ বুঢ়ীয়ে খং মুৱা হৈ কয়—“তই মোক সেলেঙি লগা কথামখা কৈ ভালৰি লগাব নালাগে ; গাছত কঠাল ওঁঠত তেল। সি মৰণ কালত এটা চাংঘৰ সাজি ভৰ ডেকাটি হৈ থাকিব। “বুঢ়া কালত ৰাওৰ থাক, ডেকা হবৰ কাৰু ৰাক।” তোৰ এই ফোপজহী কথাবোৰ বুঢ়ীৰ কাণত নোসোমায়। চেঁচা ভাত এগাল পেটত ভৰাই মাৰলী গণি গণি শুই থাকহি”, বুলি দুয়ো পাটিত পৰিল। এয়ে শইকীয়াৰ জীৱনৰ স্মৃতি।

লুইতৰ পিনে ঢাল খোৱাকৈ কেইজোপামান ঢোপ গছ আৰু জৰি গছো আছে। গৰাৰ কাণতে বুঢ়া শিমলু এজোপা। নৈৰ পাৰৰ মাটিবোৰ পলসুৱা বালিচহীয়া। ঢোৰ থেকেচাত গছৰ গুৰিৰ

মাটিবোৰ এৰাই এৰাই গৈছে। জক্ জক্ কৰে শিপাবোৰ ওলাই আছে। গছজোপা পোলোডা, গুৰিছোৱা হাতেৰে আকোঁৱালি নোপোৱা। তিনি মুনিহ মানৰ বেৰ হব। ওখই ডুকুৰি হাত মানৰ কম নহব। গাত দুটামান খোৰোং আছে। এটাত এজুৰি ভাটৌ, আনটোত ফেঁচা এজুৰি থাকে। ডালেখিনি ওপৰত ডাল কেইডাগৰ ফেৰেঙনিত কুকৰা এজুৰিৰ বাহ। এজুৰি কণী পাৰি থৈছে, প্ৰায়ে সিহঁতৰ এটা নহয় এটা উমনিত থাকে। আনটোৱে আঠোপৰে কুৰুলিয়াই থাকে। শুনি বৰ ভাল লাগে। গছজুপিৰ আশ্ৰয়ত তিনিও জুৰি চৰাই একে মাকৰ সন্তানৰ দৰে দন্দ্ব-খৰিয়াল নোহোৱাকৈ নিৰাপদে আছে। সিহঁতৰ জীৱনত যেন কোনো দিনে একো বিপদ হোৱা নাই। দিনত ভাটৌ আৰু কুকৰাজুৰিয়ে পৰ দি থাকে। ৰাতি ফেঁচাজুৰিয়ে উৰুলি দি বিপদৰ সঙ্কেত ধ্বনি কৰি জীৱ জগতক সাৱধান বাণী শুনায়।

এনেকৈয়ে সিহঁতৰ দিনবোৰ গৈ আছে। কিমান বছৰৰ পৰা সিহঁত গছ-জোপাত আছে, কোনেও কব নোৱাৰে। জহৰ দিনত ছাটি-ফুটি কৰা বতৰো পাৰ হ'ল। বৰ্ষা নামিল ; আলিবাট, পথাৰ-বোৰত ভৰি দিব নোৱাৰা বোকা পানী হ'ল। আমাৰ শইকীয়াৰো ভগা নাওবোৰ পাৰলৈ চপাই আনিব লগা হৈছে। লোকৰ নাও, বানপানীত উটি গলে ধন ভৰিব লাগিব। বুঢ়াই টোপনি খতি কৰি ৰাতি ৰাতি পৰ দিবলৈ ধৰিলে। পৰো পৰো হোৱা উকখা ঘৰটোত খোহা দি থলেও একো নহয়। ইপিনে খোহা দিলে আনপিনে উৰুখে। বুঢ়া-বুঢ়ী মহা ভাবনাত পৰে।

পেটত ভাত আৰু চকুত টোপনি নোহোৱা হৈ পৰে "ৰাখেও ঈশ্বৰে, মাৰেও যমে" ইয়াকে সাৰোগত কৰি থাকে। হিলদল ভাঙি বানপানী দোকোল-টকা হৈ বাঢ়িছে। সাপৰ নেগুৰ-ছিগা ধাৰ ; দ বাম সকলো একাকাৰ হ'ল।

আবেলি পথাৰৰ অৰ্জুন গছ-জোপাৰ তলত শাৰীকৈ পাতি থোৱা খুৰা লগোৱা পাতকেইচলা মানৰ ওপৰত ডেকা-গাভৰুবোৰে গভুৰা ল'ৰা-ছোৱালীবোৰক লগত লৈ আহি থৌকি-বাথৌ লগাই থকা উতলা ঢোলবোৰ নিতৌ গণি থাকেহি। ষাচনি পানীৰ নৃত্য-ভঙ্গীৰ তালে তালে ডেকা মনো যেন উতলি উঠে; প্ৰকৃতিৰ প্ৰলয় নৃত্য চাই চাই আপোন পাহৰা হৈ পৰে। কেতিয়া বেলি মাৰ যায় উমানকে নাপায়।

এদিন বেলি পৰোঁ পৰোঁ হওঁতে ভাটীফালৰ পৰা ঘাইচুলীয়া-টোৱে বেতালত গুৰুমকৈ এটা ঘেটা মাৰিলে। ওপৰৰ ভাৰবোও ক'লা ছানিমৰাখন তৰি দিলে। এটি দুটি কৰি চুচুক-চামাককৈ আকাশৰ অপেস্বৰী তৰাবোৰো থিতাতে নাইকিয়া হ'ল। সোঁ-সোঁ কৰে এছাটি ফেফেঁৰীয়া বতাহ বেগেৰে বৱলৈ ধৰিলে। এখোজ দুখোজকৈ ওপৰৰ পৰা দীঘল-ঠেঙীয়াও নামি আহিল। কোনোবাই দুটা এটা ডাঙৰ বগা শিলগুটি দলিয়াই আমাৰ ডেকা-গাভৰুৰ দলটোক উজাৰ খুৱাই দিলে। সিহঁত উচপ খাই উঠিল। ভয়তে উধাতু খাই লৰি-ধাপৰি দিহা-দিহি গুচি গ'ল। গৰু-ছাগলীবোৰে তৰা-নৰা ছিঙি ঘৰলৈ ঢাপলি মেলিলে। আকাশ-পাতাল জুৰি মহা হুলস্থুল লাগি গ'ল। কাণ-তাল-মৰা মেঘৰ গাজনি, ঢেৰেকনি, ধুমুহা বতাহৰ হো-হোৱনিত পৃথিবীখন তল-ওপৰ লাগি পৰিল। ঠায়ে ঠায়ে জুপুৰী ঘৰবোৰ ধুপধাপ কৰি পৰিবলৈ ধৰিলে। গোহালিৰপৰা পঘা ছিঙি গৰুবোৰ হেম্বেলাই ছেদেলি-ভেদেলি হৈ পৰিল। গোটেইখন তোলপাৰ লাগি গ'ল। নটৰাজৰ প্ৰলয় নাচোনত গোটেইখন জগৎ যেন ধ্বংসৰ ফালে গতি কৰিছে। শেষ নিশা কেঁচাটোৱে নিউ নিউ কৰি নিয়তিৰ হাত কোনোৱে এৰাব নোৱাৰে বুলি অশুভ বাৰ্তা জনাই ক'ৰবালৈ উৰি গ'ল। কুকুৰাটোৱে প্ৰিয়া-বিৰহত হিয়াধুনি চিঞৰি ফুৰিছে। শেষ

নিশা কিছু শাম কাটিলে। সকলো নিমাত নিস্তব্ধ। গোটেইখন কাঁহ পৰি জীণ গৈছে। কথাতে কয়, "খন্তেকৰ ভোজ খাওঁতা নাই।"

ৰাতিপুৱাল। প্ৰকৃতিৰ বুকুত যেন খণ্ড প্ৰলয়ৰ সৃষ্টি হৈ সকলো মষিমূৰ হৈছে। বাঁহনি পথাৰ নহৈ এখন জলাহ; শিমলু-জোপা আৰু পাৰৰ গছবোৰ উভালি পৰি ক'ৰবালৈ উটি গৈছে। ভাটৌ যুৰিও নাই। ফেঁচা যুৰিও নাই। শূন্যত মতা কুকুৰাটোৱে চিঞৰি চিঞৰি অনাই-বনাই কাক জানো বিচাৰি ফুৰিছে। শইকীয়াৰ ঘাটৰ দৃশ্যবোৰ শোক লগা। ঘাটৰ নাওবিলাক আৰু ডুখুৰীয়া কাঠবোৰ পানীয়ে উটুৱাই নিছে। উৰলি যোৱা ঘৰ দুটাও মাটিত হামখুৰি খাই পৰি আছে। হোকা-চিলিমবোৰ বেৰৰপৰা সুলকি মাটিত লাংখাই পৰি আছে। বুঢ়া-বুঢ়ী হালো নাই। কোৱাকুই কৰা শুনা গ'ল ভালেখিনি ৰাতিলৈকে বুঢ়া-বুঢ়ী হালে নাওকেইখন উটি যাব বুলি পাৰ ঘাটত পৰ দি আছিল। পিছত কেনি গ'ল কোনেও কব নোৱাৰে। কুকুৰাটোৱে নিতৌ পধূলি পৰত লুইতৰ পাৰে পাৰে এটি বুকু ভগা গীত গাই যায়হি।

মোৰে ঐ বহনা ক'তেনো লুকালি
বুকুতে অগণি জ্বালি;
ক'তনো ভল গ'ল অতি হেপাহৰে
মোৰে সান্দহ খোৱা বালি।
কাৰেনো লগতে ফুৰিম ঐ বান্ধৈ
কাৰেনো পাতিম কথা,
ক'তো যে নেদেখোঁ লাৱণী মুখনি
মনতে লাগিছে ব্যথা।

# আধলি এটা

চন্দ্ৰপুৰ পৰ্ব্বতৰ নামনিত শান্তিৰাম হাজৰিকা নামে এজন পুৰণি ডাঙৰ মানুহৰ ঘৰ। তেওঁৰ ৰূপিত মাটিৰ খাট এখনত ৰায়ত মানুহো কেইঘৰমান আছে। মানুহবিলাক মিকিৰ, লালুং, কোঁচ। কেইঘৰমান টোকৰ মানুহো আছে। সিহঁতৰ খেতিয়েই ঘাই জীবিকা। মানুহবিলাক হোজা। পৰ্ব্বতৰপৰা খেৰ, বাঁহ, কাঠ-কুঠ আনি সিহঁতে নিজৰ ঘৰ-দুৱাৰ সাজি লয়। অলপ দূৰৈত এখন ডাঙৰ বিল। তাৰেপৰা জাল, পল, জুলুকি বাই সিহঁতে মাছ-পুঠীটো পায়। হাবিৰ আলু, কচু, ঢেঁকীয়াই সিহঁতৰ ঘাই পাচলি। পৰ্ব্বতৰ নিজৰা বাগৰি অহাৰ দৰে ইহঁতৰো কত পুৰুষৰ পৰা জীবনৰ সোঁত বৈ আহিছে। গাঁৱত পঢ়াশালি নাই। লিখা-পঢ়া জনা মানুহো নাই। বহুদিন আগেয়ে বজাৰে এখন পঢ়াশালি পাতি দিছিল। গঞা-ৰাইজৰ আওহেলাত পঢ়াশালিখন উঠি গ'ল। মানুহবিলাকে ল'ৰা পঢ়োৱাৰ কথা সুধিলে কয়,—"আমি দুখীয়া খেতিয়কমানুহ। সাতাম পুৰুষ খেতি-বাতি কৰিয়েই মৰি গৈছে। আমিও সেই বৃত্তিকে লৈ জীয়াই আছোঁ। লিখা-পঢ়া শিকিলে ল'ৰাবোৰ টেঙৰ হয়। ঘৰত কামবন কৰিব নোখোজে। আটাই-বোৰ ভাল মানুহ হয়। বহুত ধন ভাঙিব লাগে। আমি কোনোমতে পেটে-ভাতে খাই চলি আছোঁ। ল'ৰা পঢ়াবৰ শক্তি নাই। আমাৰ ইয়াত এজন পুথিপঢ়া মানুহ থাকিলেই হয়। ভেদাই বায়নৰ পুতেক

কলীয়াই দুবছৰমান নগৰত থাকি ক'লীয়া আখৰ দুটামান শিকি আহিছে। নাম-ঘৰত সিয়েই পুথি পঢ়ে।”

সেই গাঁৱতে টোকৰ জাতিৰ জামতী (জাম্ববতী) নামে বাঁৰী-তিৰোতা এজনীও আছে। তাইৰ আঠ-নবছৰীয়া দেহজুৰ নামে ল'ৰা এটা। আৰ-তাৰ ঘৰত ধান বানি, কাপোৰ বৈ মা-পোৱে পেটৰ ভাতমুঠি উলিয়ায়। ল'ৰাটোৱেও ইঘৰ-সিঘৰৰ গৰু চাৰি দুই চাৰি পূৰা ধান পায়। এনেকৈয়ে টুকটাককৈ সিহঁত চলি আছে। দুটা প্ৰাণীয়ে সিহঁতৰ দহোটা নখেৰে আজুৰিলেও পেট নভৰে।

হাজৰিকাই এদিন কেৰকণ ঠাকুৰীয়া আৰু দুজনমান মানুহ লৈ জামতীৰ ঘৰলৈ গ'ল। ডাঙৰীয়াক যোৱা দেখি তাই আথে-বেথে ভগা মূঢ়াটোত ধান-খেৰৰ সোপা এটা দি বহিবলৈ আগবঢ়াই দিলে। হাজৰিকাই মূঢ়াটো বেৰখনতে আউজাই লৈ বহিল। তাই মূৰত ওৰণিখন লৈ আঁতৰত থিয় হৈ থাকিল।

চটীয়া চৰাখনতে বহি ঠাকুৰীয়াই কলে,—“ডাঙৰীয়াই তোৰ ঘৰৰ ভেটিটোৰ ৰাজহ সাতোটা আধলি নিজেই নিবলৈ আহিছে। এই বছৰে সৈতে তিনি বছৰৰ হব।”

“তাই কলে মোৰ হাতত ফুটা-কড়ি এটাও নাই।”

ঠাকুৰীয়াই কলে-“তেন্তে ল'ৰাটোকে দে। তেখেতৰ ঘৰত টান কাম একো নাই। ধপাত-চিলিম লগাই দিয়া, দুপৰীয়া গাধোৱা পানীকলহ যতনাই দিয়া, খৰমযোৰ আনি দিয়া আৰু তিয়নী চুৰীয়াখন চেপি মেলি দিয়া, ইমানেই। নিজৰ ল'ৰাৰ দৰে মৰম কৰি ৰাখিব। এবছৰ খাটিলে গোটেইখিনি ৰাজহ কটা যাব।”

জিৰহন বাংখাই কলে—“আমি সকলো তেখেতৰ বহতীয়া ৰায়ত। ঠাকুৰীয়াই ভালেই কৈছে, ল'ৰাটোৱে একো দুখ নাপায়। ডাঙৰীয়া ভাল মানুহ। ঘৰখনো ভাল। খাওঁতা সিমান নাই।

বনকৰোঁতা মানুহ তাতকৈ সৰহ। ল'ৰাটো দে। আমি মাজে-সময়ে গৈ বা-বাতৰি লৈ আহিম।"

জামতীয়ে কলে,—"ইয়েই মোৰ পেটমচা ল'ৰা। সকলো মৰি-হজি গৈ শেহত ইয়েই আছে। ই গলে মোৰ বুকুখন তেনেই উদং হব। মই তাক চকুৰ আঁৰ কৰিব নোখোজোঁ। সি পৰ্ব্বতৰপৰা খৰি একোছা লুৰি আনি দিয়ে। বাঁহৰ চুঙা কেইটাৰে নিজৰাৰ পৰা পানী কঢ়িয়াই আনি কাণভগা কলহ-কেইটা ভৰাই থয়। মই দিনৰ দিনতো লোকৰ ঘৰত গেবাৰি খাটি মুখ আন্ধাৰিতহে ঘৰ পাওঁহি। অকলে ইমানবোৰ জহল টানি চলিম কেনেকৈ? দেউতা! আপোনাক কাবৌ কৰিছোঁ। ল'ৰাটো এৰি যাওঁক। পেৰাত সাঁচি থোৱা কাঁহী দুখন আছে। তাকে এঘৰত সোঁতা থৈ আপোনাৰ লেঠাখিনি মাৰিম। বাপেক ঢুকুৱাৰপৰা লোকৰ ঘৰৰ লেদেনা উকটিহে দুটা প্ৰাণী পোহ গৈছোঁ। সি গলে তেনেই হাত-ছিগা হ'ম। মূৰত টঙনিয়াই নামাৰিব।"

বৰিহনা দেউৰীয়ে মাত লগালে,—"জেঠাই! তোৰ ল'ৰা ডাঙৰীয়াৰ ঘৰত ৰজা-সুখে থাকিব। তেওঁ তাক নিজৰ ল'ৰাৰ নিচিনা আপডাল কৰি ৰাখিব। চিন্তা নকৰিবি।"

তাই ক'লে,—"আমি ছালছিগা দুখীয়া মানুহ, দুখ-বন কৰিয়েই খাম। আমাৰ ৰজাসুখ কেলেই? কাঠৰ পোক কাঠতেই থকাই ভাল। বাহিৰ ওলালে তাৰ মৰণ হে মিলিব। চৈধ্য পুৰুষ হাল-চহৰ কাম কৰি খাই মৰি গৈছে। বুজন হলে সিও তাকে কৰি খাব। তইঁতে টানি নধৰিবি।"

হাজৰিকাই কলে—"বাৰু, এতিয়া মই তাক লৈ যাওঁ। যেতিয়াই তই ধনখিনি গোটাই মোক শোধাব পাৰিবি তেতিয়াই তোৰ ল'ৰা তোক গতাম। তোৰ বুকুৰ মঙহ কাটি নিব নোখোজোঁ।"

হাজৰিকাৰ কালে চাই থিনায়ে কলে,—"দেউতা! তাইক আৰু

দোঢোলমান খান দিব। আমি সমূহ ৰাইজে আপোনাক ল'ৰাটো গতালোঁ।" হাজৰিকায়ো ল'ৰাটো লগত লৈ ঘৰমুৱা হ'ল।

শান্তিৰাম হাজৰিকা ধনে-ধানে এজন টনকিয়াল মানুহ। সমাজতো তেওঁৰ নাম-যশ আছে। টানে-আপদে মানুহক সহায় কৰে। মানুহজন তেনেই ঢোলাৰ ভাই মোলা। ঘৈণীয়েকজনীহে ওলোটা, ৰাউনী। গাঁৱৰ তিৰোতা মানুহৰ কোনেও তেওঁক ভাল নাপায়। ঘৰলৈও কোনো অহা-যোৱা নকৰে। এঘৰীয়া মানুহৰ নিচিনাকৈ থাকে। হাজৰিকানীৰ খেচখেচনিত তেওঁৰ ঘৰত কোনো মানুহ নাথাকে। পুৱাৰপৰা ৰাতি টোপনিত নপৰালৈকে তেওঁৰ মুখখনৰ খতি নাই। হাজৰিকাক ঈশ্বৰে ধন-সম্পত্তি বহুত দিছে। কিন্তু সেইবোৰ সুখেৰে ভোগ কৰিবলৈ হলে কপালত লিখা নাই। মনৰ অশান্তিৰ কাৰণে প্ৰায়েই তেওঁ ঘৰত নাথাকে। বৰ বেজাৰ লাগিলে দুই-এজন বন্ধুৰ ঘৰলৈ গৈ ডবা-পাশটি খেলি মনটো ভুলাই ৰাখে। ঘৰলৈ কেতিয়াবা আলহী আহিলে গিৰিহঁতনীয়ে আগেয়ে মুৰফুৰণি নাইবা পেটৰ বিষ তুলি শোৱা পাটীত পৰে গৈ। ল'ৰা-ছোৱালীক জগাবলৈ হাক দিয়ে। হাজৰিকাই সাত-পাঁচ ভাবি দেহজুৰক আনি ললে। ঘৈণীয়েকে তাক দেখিয়েই কলে,—"আনিলে নে ক'ৰবাৰপৰা বুটলি মৰকুচীয়া ল'ৰা এটা? সি খাই-বই নেদো-কাটি হৈ এদিন চোৰাংকৈ কাপোৰ-কানি লৈ পলাই যাব।"

হাজৰিকাই কলে,—"আমাৰে ৰায়তৰ ল'ৰা, পলাই নাযায়। ল'ৰাটো ভাল, তজৰজীয়া, দেখিবলৈ ঘিনলগা নহয়। সকলুৰা বনবোৰ কৰিব পাৰিব। টান বন নিদিবা এথোন।"

"এৰা, ক'ৰ সোণামুৱা গোসাঁইৰ ল'ৰাটো আহি পালে, মই সাত বম কাতি কৰি থৈ মৰা দেহাটোৰে ফুল দি পূজা কৰি থাকিব লাগিব।"

হাজৰিকাই হুম ভুম একো নামাতি ভাব পৰা গুচি গ'ল।

(খ)

এদিন দুদিন কৰি বহুদিন পাৰ হ'ল। ল'ৰাটো নাহে কিয় ? জামতীয়ে ভাবিছে,—ইমান দিনে ল'ৰাটোৰ এবছৰ পাৰ হোৱা নাই নে ? বাৰু, দৈৱজ্ঞ বাপুৰ হতুৱাই পাঁজিখনত গণিপিটি চোৱাওঁগৈচোন, সি কেতিয়ামানে ঘৰ পায়হি। তাই একঠামান বণ্ডা আহু চাউল ফটাকানি এখনত বান্ধি আৰু গৰৈচিৰিকা মাছ কেইটামান লৈ গাঁৱৰে দৈৱজ্ঞ ভুভুং (ভুতনাথ) দেউৰ ওচৰ পালেগৈ। দেউক আটাইবোৰ কথা ভাঙিপাতি কলে। দেৱে তাইক সুধিলে,—"তাক কোন মাহত থৈছিলি ?"

তাই কলে—"মৰাআঁউসীৰ পুৱা মণ্ডলবাবে কেৰা দুপৰীয়া তাক হাজৰিকাই লৈ গৈছিল।"

দেৱে কলে—"তোৰ দেখোন দুমাহেই পূৰ হোৱা নাই। বছৰ পূৰ হবলৈ বহুত দিন আছে। ভালে-কুশলে আছে যদি তই একো চিন্তা নকৰিবি। হাজৰিকা বৰ জুৰ মানুহ।" জামতীয়ে একো নামাতি গুচি গ'ল। ল'ৰাটোৰ চিন্তায় তাইৰ বুকুখন খুলি খুলি খাবলৈ ধৰিলে। তাইৰ পেটত ভাত, চকুত টোপনি নোহোৱা হ'ল। মনটো ছাটিফুটি কৰি থাকে। মন গলে খায়, মন নগলে শেতেলীত চেপেটা খাই পৰি থাকে।

তাই ভাবে, অতদিনে ল'ৰাটো ঘৰলৈ নাহে কেলেই ? একো অথন্তৰ নহলেই হয় এতিয়া। সি যোৱা মাহৰ মণ্ডলবাবৰ দিনাবে পৰা আজিলৈকে কেইবাটাও মণ্ডলবাৰ পাৰ হৈ গ'ল। তেওঁ এবছৰ পূৰ হোৱা নাই নে ? আৰু এদিনমান বাপুৰ ঘৰলৈ গৈ আৰু এচাল মণ্ডল চাই আহোঁগৈ। কেইদিনমান পিছত চাইটামান ঔটেঙা আৰু হেলেচী শাক দুমুঠিমান লৈ তাই বাপুৰ ঘৰ পালেগৈ। তাত গৈ দেখে যে বাপুৰ ওচৰত ভুতকুৰী বুঢ়ী এজনীয়ে খোকা কোমোৱা এটা বাপুৰ কাষতে থৈ বহি আছে। তায়ো আজি

তিনিদিনে বুঢ়ী ছাগলীজনী বিচাৰি পোৱা নাই। বাপুৰ ওচৰলৈ মণ্ডল চোৱাবলৈ আহিছে। বাপুৱে জামতীক দেখি মনে মনে ভাবিছে—আজিও তাই লবাটোৰ কথা লৈয়েই আহিছে। মইনো তাইক কি কম? কথাতে কয় বোলে, "বন্ধাৰ মাকে মণ্ডল চায়, ধন দিলে মুকলি পায়।" আকঁৰী তিৰোতা; যি হক তাই শুদা হাতে অহা নাই। তেওঁ ফুটাই কলে—"তই আকৌ আহিলি দেখোন? ল'ৰাটোৰ কিবা অথন্তৰ ঘটিছে নেকি?"

জামতীয়ে কলে—"দেউ! কেইবাটাও মণ্ডলবাৰ পাৰ হ'ল। এবছৰ পূৰ হ'ল নহয়, ল'ৰাটো উভতি অহা নাই দেখোন? দেউ! মই জৰী এডালত গাঁঠি দি দিনবোৰ লেখি থৈছোঁ। আপুনি গণি চাওক।"

বাপুৱে গণি চাই দেখে, তেৰটাহে গাঁথি। তেওঁ পাঁজিখন মেলি চাই কলে—"আৰু বহুত দিন আছে। বাৰু তোৰ ঘৰত কি কি বস্তু আছে?"

তাই কলে—"দুজনীমান ছাগলী আছে। পেৰাত সাঁচি থোৱা দুখন কাঁহৰ কাঁহী আছিল, তাৰে এখন বেচি ডেৰ সেৰমান সূঁতা আনি এযুত্তি কাপোৰ লগাইছোঁ। আৰু একো নাই!"

বাপুৱে কলে,—"ছাগলী কেইজনী ফালেণ্ডীক বেচি আধলি সাতোটা লৈ মোৰ ওচৰলৈ আহিবি। মই দেহজুৰক মুকলি কৰি আনি দিম।"

তাই ভাবিলে, দেৱে ভালেই কৈছে। হয়তোন, ল'ৰাটো নিৰ খোজেঁাতে ছাগলীকেইজনী বেচি ৰাজহখিনি মাটিৰ গৰাকীক দে বুলি ৰাইজে একো নকলে। যি হ'ক কি উপায়ে পাৰোঁ আধলি সাতোটা গোটাওগে। জামতী গুচি গ'ল।

জামতীৰ পিন্ধা কাপোৰ এযোৰ—সিও পুৰণি হৈ ঠায়ে ঠায়ে ফাটিছে। বখিয়া মাৰি কোনোমতে গা ঢাকি ৰাখিছে। সূঁতা

কিনিবৰ ধন নাই দেখি পেৰাত থোৱা থোৱা কাঁহী এখন বেচি সুঁতা ভেৰ সেৰমান আনি কাপোৰ এযুতি লগাই লৈছে। তাঁতত বহিবলৈও সমুলি সময়ে নাপায়। তাঁতত ভৰি থোৱা কাপোৰ ভৰি থোৱাতে আছে।

এদিন আকৌ জামতী গোটাদিয়েক খকৰা যেঙেনা এডাল টঙালেৰে জুম্তি লৈ ভুতুং বাপুৰ ঘৰলৈ গ'ল। বাপুক দেখিয়েই জামতীয়ে কলে—"দেউ! ছাগলী কেইজনী বেচিলোঁ। আধলি এটা কম হ'ল। এযোৰ কাঁহীৰ এখন বেচি পিন্ধিবলৈ কাপোৰ এযোৰ লগাইছোঁ। বেচিবলৈ আন বস্তু নাই। মেখেলাযুতি বৈ উলিয়াব পাৰিলে তাৰে এখন বেচি আধলি এটা পাম। আটাই-খিনি আপোনাক দিম। আপোনাৰ চিৰি চৰনত ধৰিছোঁ, যেনে তেনে লৰাটো মোকলাই আনি দিব।

( গ )

হাজৰিকানীয়ে এদিন দেহজুৰক লোণ-ভাত কেইটামান খাবলৈ দিছে। সি অলপ গাখীৰ খুজিলে। তেওঁ কলে,—"লোণ ভাতত এৱাঁ গাখীৰ সানি খালে দামুৰিৰ মুৰত ফাপৰে ধৰে, গাৰ নোমবোৰ উঠি যায়। বাক কাইলৈ দিম, এতিয়া আঠীয়া কলটোৰে খা।'

আৰু এদিন লৰাহঁতৰ লগত দেহজুৰে ভাত খাইছে। মাকে সিহঁ-তক অলপ অলপ গাখীৰ দিছে। সিও খুজিলে।

হাজৰিকানীয়ে কলে—"আজি দামুৰি কেইটাই মুৰ পোলোকা দি মাকক পিলে। বখনীয়াজনীক খীৰাই আদসেৰমান পাইছিলোঁ। অলপ পানী মিহলাই ল'ৰা কেইটাক ভুকিয়াই থলোঁ। কাইলৈ তোক দিম।" হাজৰিকানীয়ে দেহজুৰক গাখীৰ দিয়া 'কাইলৈৰ পৰা আজি' কোনো দিনে হৈ নুঠিল।

দেহজুৰে শুই উঠি গোহালিৰপৰা গৰুবোৰ বামুণী অহতজোপাৰ

ওচৰৰ মুকলি ঠাই খিনিৰ খুঁটিবোৰত বান্ধি থয়। পোৱালি কেইটাক ঘাঁহ এবোজামান দিয়ে। গোহালিৰ গোবৰবোৰ খদাত ভৰাই পাণৰ গুৰিত দিব লাগে। লৰালৰিকৈ বাহী ভাত কেইটামান শুদাই-নিকাই খাই লয়। গাঁৱৰ মানুহবোৰৰ লগত মৰা জানটো পাৰ হৈ দলনিখনৰপৰা কেইবোজামান ঘাঁহ কাটি আনি গোহালিৰ সকলো কাম কৰে। হেদালিখনত তুলি থৈ দিয়ে। মনত অকণো দুখ নাই। সি ৰংমনেৰে গৰখীয়া ল'ৰাবিলাকৰ লগত পথাৰত গৰু চাৰে। দুপৰীয়া হাজৰিকানীয়ে লৰাছোৱালীয়ে খাই এৰি থৈ যোৱা ভাত আঞ্জাখিনি বাটি এটাত ভৰাই তালৈ সজাই থয়। সি তাকে খাই গৰুদল লৈ যায়। গৰখীয়া ল'ৰাবিলাকৰ লগতে উমলি-জঁামলি সি মনটোত ৰং লগাই থাকে।

গধূলি গৰুবোৰ বান্ধি থৈ সি গৃহস্থৰ ল'ৰাহঁতে পঢ়াশুনা কৰা চাই থাকে। তাৰ ভাল লাগে। সি ডাঙৰ ল'ৰাটোক কয়,—"দাদা। তোমালোকৰ ফটা ক, খ কিতাপ এখন আৰু ভগা ফলি এখন মোকো দিবা।"

ল'ৰাহঁতে "তই আমাক নিতৌ সাধুকথা শুনাবি" বুলি দেহজুৰক ক, খ পুথিখন আৰু ভগা ফলি এখন দিলে। সি সিহঁতৰ লগতে পঢ়ে। এদিন মাকে ল'ৰাহঁতৰ লগত দেহজুৰক পঢ়া দেখিলে। তেওঁ খণ্ডতে তাৰ হাতৰ পৰা পুথি-ফলি কাঢ়ি লৈ গ'ল। "তই লগুৱা ল'ৰা। পঢ়ি-শুনি ৰৰলোক হোলাৰ নালাগে" বুলি কৈ তেওঁ আখল ঘৰলৈ উচাৎ মাৰি গুচি গ'ল।

মাক যোৱাৰ পিছত লৰাহঁতে ফলিপুথিখিনি আনি পুনৰ দেহজুৰক দিলে। সি সেইবোৰ লৈ গৈ শোৱা পাটীৰ তলত লুকাই থলে। সি গৰু চাৰোঁতে দুপৰীয়া ল'ৰাবোৰৰ লগত পঢ়ে, লিখেও। ৰাতি শুৰৰ সময়তো পঢ়ে। এতিয়া সি আন পুথিও পঢ়িব পৰা হৈছে। সেই দিনা ৰাতি সি চাকি জ্বলাই পঢ়ি থকা গম পাই হাজৰিকানীয়ে তাক

চেকনিৰে পিঠিত কেইবাটাও কোব মাৰিলে। তাক গালি-শপনি পাৰি তেওঁ কলে, "ৰাতি ৰাতি চাকিয়ে চাকিয়ে তেল পুৰি মোক খাস্তাং কৰিব খুজিছ ? চাকি নুমাই ভালে ভালে শুই থাক। পণ্ডিত হব নালাগে। জনমত তেল একণ নেদেখাকৈয়ে লোণ-ভাত খাই ডাঙৰ হলি। এতিয়া পঢ়ি-শুনি হাকিম-মঞ্চুপ হবলৈ আহিছ ?' সি উচুপি উচুপি কান্দি শুই থাকিল।

সেই দিনৰপৰা সি ঘৰত পঢ়িবলৈ এৰি দিলে। গৰু চৰাবলৈ গলে পঢ়ে। গধূলি নামঘৰৰ পিৰালিত বহি পূজাৰী বাপুৱে পুথি পঢ়া শুনে। নাম গোৱা শুনি থাকে। গীত পদবোৰৰ গোৱা শুনি সিও দুই-এটা গীত গায়। এদিন মাকলৈ শুধে-অশুধে সি এখন চিঠি লিখিলে।

"মই ভালে অছোঁ। ইয়ালৈ অহা দিনেৰেপৰা গিৰিহঁতে মোক কাপোৰ—কানি একো দিয়া নাই। তই দিয়া গামেচাখন ফালি ছিৰি গৈছে। পেলাই দিছোঁ। ৰাতি উদং গাৰে থাকোঁ। জাৰ পাওঁ। ছকঠীয়াখন সোনকালে দিবি। মই অলপ পঢ়িবপৰা হৈছোঁ। আৰু নাই।"

চিঠিখন মাকে পালে নে নাই, একো সমিধান নাপালে। দুখ মনে থাকিল।

এদিন পুৱা কিনকিনীয়া বৰষুণ দিছে। গৰুবোৰ গোহালিতে আছে। গোবৰো পেলাব পৰা নাই। ঘাঁহ কাটিবও নগ'ল। সি জুপুকা মাৰি চুক এটাত বহি আছে। হাজৰিকানীয়ে দবিয়াই-ছকিয়াই তাক গোবৰ পেলাবলৈ কলে। সি তিতিবুৰি গোবৰ পেলালে। ভাত-পানী নাখাই গৰু চাৰিবলৈ গ'ল। দুপৰীয়া পথাৰতে তাৰ জ্বৰ উঠিল। কঁপনিত থাকিব নোৱাৰি সি লগৰীয়াবোৰক গৰুবোৰ ঘৰলৈ লৈ যাবলৈ কৈ শুই থাকিলহি।

গধূলি হাজৰিকানীয়ে গোহালি সোমাই চায় যে দামুৰি এটা অহা নাই। তেওঁ গৰজি উঠিল—'জ্বৰ বুলি ফাকি দিছ? এতিয়াই দামুৰি বিচাৰি আনগৈ। তোক আজি হাজৰিকানী মাৰে শুদাই নেৰিম।" দেহজুৱে ৰৰষুণত তিতি তিতি গৈ গৰু বিচাৰি নাপালে। উভতি আহিল। ৰাতি তাৰ তীৱকঁপে জ্বৰ উঠিল। 'আই আই' বুলি সি কেইবা বাৰো চিঞৰি উঠিল। কাৰো ক'তো মাতবোল নাই। ঘৰৰ কোনো তাৰ ওচৰলৈ নাহিল। সি ভুল কথা কবলৈ ধৰিছে। 'আই মোক নামাৰিব। গোটেই গাটো বিষাইছে। দুখ পাম। পুৱা দামুৰিটো বিচাৰি আনিম। আই আহিছে, মোক লৈ যা। মই তোৰ লগত যাম। ৰ, ৰ, লৰ মাৰি ফলি-পুথি দুখন লৈ আহোঁ।" কিছু পৰ টলকা মাৰি অলপ পিছত 'ঘাটে নাও চপাই দিয়া এ বনমালী' গীতফাকি গাই সি নিমাত হ'ল।

ৰাতিপুৱা শুই উঠি হাজৰিকানীয়ে দেখে যে দেহজুৰ তাৰ শোৱা পাটীত নাই। ৰাতি এজাক কিনকিনীয়া ৰৰষুণ হৈ গৈছিল। চোতালৰ বোকাত দেহজুৰৰ ভৰিৰ কেইটামান খোজ পৰি আছে দেখোন! সি বোধকৰোঁ সকাহ পাই দোকমোকালিতে উঠি-ক'ৰবালৈ গুচি গ'ল। গ'ল কলৈ?

ঘ

জামতীৰ চোতালৰ পিনে মুখ কৰি পানীপোচাৰ নামনিত বাঁহৰ খুটা চাৰিটাত এখন তাঁতশাল তৰি থোৱা আছে। ওপৰখন ঢকুৱাৰে ঢাকি থোৱা—বেৰ নাই। খুটা চাৰিটাৰ গুৰিখিনি পচি গৈ হেলেক্‌লেক হৈ পৰিছে। আজি দুমাহে হাতৰ আজৰি নাই দেখি বৈ উলিয়াব পৰা নাই। কাপোৰযুতিত শাও লাগিছে। ওলাৰলৈ আৰু তিনি ওহালিমান আছে। আজি আবেলি তাই বৈ উলিয়াবই। পুৱা খাবলৈ চাউল নাই দেখি শুকুৱা ধান এদোনমান বানিবলৈ

বুলি ঢেঁকীত জুৰি লৈছে। দুই অনামান জৰা হৈছে। এনেতে ঢলুৱা গৰু এমথা চোতালত সোমাই তাঁতশালৰ কাপোৰযুতি ভেনেই মহতীয়াই পেলালে। কুঁৰা চাউলখিনিও আধানাৰ্জ্জি হ'ল। বেচেৰীয়ে হিয়া ঢাকুৰি কান্দিবলৈ ধৰিলে। বলিয়া হোৱাদি হ'ল। চোতালত থাচ কৰে পৰি গ'ল।

এডাঁৰমান বেলিৰ মূৰত তাই সাৰ পালে। উঠি গৈ গাটো তিয়াই ৰাতি পানী দি থোৱা পইতা-ভাত এগালৰ থালৈত ভৰাই থোৱা কাৰৈ মাছ দুটামান পুৰি তাৰে সৈতে ভাত দু-গৰাহমান খালে। বেছি খাব নোৱাৰিলে। চিন্তাৰ জাউৰিয়ে তাইৰ বুকুখন খুন্দিবাব ধৰিলে! আজি তাইৰ ঘৰ নহয় জানিবা বাঁহ-তলহে। ছাগলী কেইজনীও নাই। ঢেঁকীত বানিবলৈ নিয়া ধানখিনিও সিচঁৰতি হৈ থাকিল। শালৰ কাপোৰ শালতে ফালি-ছিৰি একো নাই হ'ল। কাপোৰখন বেচি আধলিটো গোটোৱা আশাৰো মুদা মৰিল। ছাগলী বেচি পোৱা ৰূপ তিনি টকা চালিখনতে বান্ধি থোৱাই থাকিল। হাবাথুৰি খাই ফুৰিও আধলি এটাৰ বাবে লৰাটো মোকলাব নোৱাৰিলে। কণা বিধাতাই তেও তাইক মাৰি নিনিয়ে। থৰক্‌বৰক দেহাৰে তাই পাটীত পৰিলগৈ। দুবাৰমান বঁতিয়ালে। উঠিব নোৱাৰা হ'ল। পানী পানী বুলি কেইবাবাৰো চিঞৰিলে। কোনেও এষাৰ মাত নিদিলে। আকৌ এবাৰ বঁতিয়ালে। কিছুবেলিৰ পিছত ডাঙৰকৈ এটা চিঞৰ মাৰিলে। গোটেই হাউলিটো কঁপি উঠিল। তাৰ প্ৰতিধ্বনি কোনোবা অনন্তত মিলি গ'ল। সকলো শেষ। আধলি এটাৰ চিন্তাকে লৈ তাই চকু মুদিলে।*

---

* শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা সম্পাদিত 'গল্পলতা' পুথিত প্ৰকাশিত।

# কালীয়াৰ সচং

বেজগাঁৱত কোণাকটা আলধৰা এজন লেখত লবলগীয়া মানুহ। মানুহজন বৰ একাচেকা। গাঁৱৰ মানুহে তেওঁক মানো কৰে, ভয়ো কৰে—দুটা কাৰণত। বয়সত তেৱেঁই ডাঙৰ। আনটো কাৰণ, মানুহক কেতিয়া কাক শ'ল-ঠেকত পেলাই নগুৰ-নাগতি কৰে একো ঠিক নাই। ডেকা কালত গুৰু ঘৰত কিছুদিন আলধৰা কাম কৰিছিল। অলপ হাতলৰ দেখি গোঁসায়ে আলধৰা কামৰপৰা গুছালে। কিছুদিন গুৰু ঘৰত লাচনি-পাঁচনি কৰি পেটৰ ভাত মুঠি উলিয়াইছিল। এতিয়া ঘৰতে আছে। তেওঁৰ কেও নাই। বৰলা। উপাৰ্জ্জনো নাই। হাউলিটো তেনেই ধোপাংপাং। বাৰীত তিনিজোপামান কাকিনী তামোল গছ, ধেনা নাৰিকল এজোপা, আগমুৰা কঠাল এজোপা—বাৰীত শইচ ইমানেই। ঘৰটোৰ এটা মুৰ হাতী বৈঠ পৰাদি পৰি আছে। ঘৰৰ লগত সম্বন্ধ নাই বুলিলেই হয়। পুৱাবেপৰা লোকৰ ঘৰে ঘৰে পদূলি-সুঙা হৈ ফুৰি থাকে। দুপৰীয়া কেতিয়াবা এমুঠি ৰান্ধি খায়, কেতিয়াবা লোকৰ ঘৰতে লেঠা মাৰি থয়। ৰাতিও তথৈবচ। ডাং-মুঠীয়া মানুহ, য'তে ৰাতি ত'তে কাতি।

এনেতে হঠাৎ ৰূপাই মেধি টুকাল। কোণাকটা লৰালৰিকৈ গুৰু ঘৰলৈ গ'ল আৰু গুৰুৰ ভৰিয়ে-হাতে ধৰি মেধি বাবটো লৈ আহিল। এতিয়া তেওঁক কোনে পায়! তেওঁ দহ বুলিলে দহ, পাঁচি বুলিলে পাঁচি। গাঁওখন তেওঁৰ হাতৰ মুঠিত। মেধিৰ এতিয়া

যাই কাম হ'ল গাঁৱৰ লোকৰ দোষ খুচৰি ফুৰা আৰু গুৰুজনৰত গোচৰ দিয়া। কাৰ বোৱাৰীয়ে শহুৰেকৰ আগত মুৰত ওৰণি নোলোৱাকৈ ওলাই ফুৰিছে, কোনে বাহী গাৰে ভাত খালে, কোনে অজাতিৰ হাতে কটা তামোল খালে—এইবোৰেই মেখিৰ দিনতীয়া কাম। এনেকৈয়ে মেখিৰ চাউল কঠা মুকলি হৈ আছে।

ৰূপাই মেখি মানুহজন বৰ নিজু আৰু সোপাটিলা আছিল। সা-সম্পত্তি একো নাই। একেটি মাথোন মোগোৰা ল'ৰা বংবৰ। খীৰতী গাই দুজনীমান, বকনীয়া আৰু পিয়ামছাৰা গাই কেইজনীমান আৰু হালোৱা গৰু দুহাল। মৰকীয়া-বোৱা মানুহ ৰাখি এহালেৰে কেই হালিচামান মাটি বোৱে। তাৰে বাপেক-পুতেক দুয়োৰো বছৰটো চলে। ল'ৰাটো তেনেই আওগটী; তেল-ক'লা বিধৰ; মুৰটো জপৰা, ঠিক বৰগুতলী যেন। কপালখন ষাঁড়েচেলেকা, কাণ দুখন কুলাকণীয়া, চকুযোৰ শালচকুৱা, নাকটো ভোটোঙা। হাতদুখন লোহোৰা-লোহোৰ, বুকুখনত একোছা লোম। গাটো আটিল, পেটটোত মেকুৰি-খুজীয়া হৈছে। ৰৰপেটি ওলমি পৰা, কৰঙণ দুখন মঙহাল, ভৰিৰ কলাফুল দুটা মঠঙা—এয়ে বংবৰৰ আপচু দেহাটো। বাপেকে কামকাজৰ লায়ক নহয় দেখি আগলৈ খুটি খাব পৰা হওক বুলি মৰমতে লিখাপঢ়া অলপ শিকালে। বাপেক চাই ল'ৰা। সিও শিকি বুজি এজন জনা-বুজা মানুহ হৈ উঠিল। বংবৰ নামে মানুহে একে। বৰ ধেমেলীয়া। গাঁৱত গন্ধচ'পৰি সভা নাইবা বিয়াই-সবাহে ওজা, ঢুলীয়া, কালীয়া, গায়ন-বায়নবোৰ আহি সুবলা সুৰলা গীত-পদ গায়। সেইবোৰ শুনি তাৰ মনটো উকলিকৃত হৈ পৰে। গুণীনবিলাকৰপৰা সি সকলো বাজনা শিকি লয়। যাইকৈ কালি-পেপাটো বজাবলৈ ভালকৈ শিকি ললে। আজৰি পালেই সি কালিটো বজায়।

কিছু দিনৰ মুৰত ৰূপাই মেখিৰ শৰাধৰ দিন ওচৰ চাপিলহি।

ৰংবৰৰ দদায়েক সতায়ে কলেহি, "বোপা, দাদাৰ কৰমৰ দিন চমু চাপি আহিল। মৃতকৰ মুখৰ ছাইখিনি যি উপায়ে হওক গুচুৱাৰ দিহা কৰিব লাগে।' ৰংবৰে কলে, 'দদাই, মোৰ এতিয়া শুদা হাত। বাপতীয়া ধন বুলিবৰ পেৰাত ফুটা কড়ি এটাও নাই। মাথোন ভৰাঁলত কেইগালমান গুটি-ধান আৰু গোহালিত গৰু কেইটামান— ইমানেই বাপতীয়া সম্পত্তি। পুৰোহিত বাপুক জা-জলপান আৰু অলপ দান-দক্ষিণা দিব লাগিব। গিয়াতিক ভোজ এটা দিলেই হব। ইয়াৰ ওপৰলৈ আৰু যাব নোৱাৰিম।'

দদায়েকে কলে—'নাম লওঁতে পুৰোহিত বাপু আহিলেই। কি কথা হৱ হ।' ইয়াকে কৈ দাদায়েক গ'লগৈ। পুৰোহিত বাপুৱেঁ ৰংবৰক ওচৰলৈ মাতি আনি কলে—'বোপা ৰংবৰ, বোপায়েৰ গাঁৱৰ ভিতৰতে এজন জনাবুজা মানুহ আছিল। গুৰিৰেপৰা তহঁতৰ ঘৰখন নামজ্বলা ঘৰ। গুৰু-ব্ৰাহ্মণৰ ওপৰত অচলা ভক্তি। গুৰু-ঘৰৰো এটা ডাঙৰ পদ আছিল। কাজটো সৰু-সুৰাকৈ কৰিলে ঘৰখনৰ অপযশ ঘটিব। তুৰুপীয়াকৈ নকৰিবি। মই দিয়া লেখাখনৰ মতে সকলো কৰিবি।' পুৰোহিতে এখিলা কাকত দিলে। সেইখন পঢ়ি ৰংবৰৰ চকু থিয় হ'ল। আন যি হওক, পুৰোহিত বাপুক দিব লগাই মাৰঘাত-মৰা।—'দেউ, শৰাধত ইমানখিনি ধন ভাঙিবলৈ মোৰ কঁকালত বল নাই।' বাপুৱে কলে,—'বাৰু গিয়াতি-গঞাৰ কথা নকৰেই, তহঁতৰ খেলৰ দিহামতে কৰিবি। বামুণৰ দানটোহে শ্ৰেষ্ঠ দান। তেহে তোৰ কোটি পুৰুষ উদ্ধাৰ হব। নহলে চৌৰাশী নৰক ভুঞ্জিব লাগিব। ব্ৰাহ্মণ-সজ্জনক দান কৰাই পৰম ধৰ্ম্ম। শ্ৰাদ্ধত ব্ৰাহ্মণক ওঠৰবিধ দান উছৰ্গা কৰিলেহে মৃতকৰ সদগতি হয়, স্বৰ্গলাভ হয়। তাৰ ভিতৰত আকৌ স্বৰ্ণদান, ভূমিদান, শয্যাদান আৰু গোদানেই শ্ৰেষ্ঠ দান। তোৰ ঘৰত সবৎসা কপিলী গাইগৰু এজনী আছে। গাইজনী দান দিব লাগিব। মৃতকৰ দানত

আন এজনী খীৰতী গাই দিব লাগিব। ইয়াৰ অন্যথা হ'ব নোৱাৰে। তোৰ ঘৰ-ওপজা বাজন গৰুহাল গুৰুঘৰৰ প্ৰাপ্য। কপিলা গৰু ব্ৰাহ্মণেতৰ জাতিবিলাকে ঘৰত ৰাখিব নাপায়। সোণ এতোলা আৰু তদনুৰূপে দক্ষিণা আৰু কিঞ্চিৎ অহিৰণা সহ বাজন গৰুহাল গুৰুঘৰলৈ পঠাই দিবি।'

পূজাৰী বাপুৱে মাত লগালে, 'বোপা, এভাগ বিষ্ণুপূজা, বটুক-ভৈৰৱ পূজা আৰু সহস্ৰ পাত তুলসী পূজা এভাগ কৰাব লাগিব।'

গ্ৰহবিপ্ৰ বাপুৱেও ছেগ চাই মাত লগালে, 'মৃতকে পুৰুৰ পাইছে, ত্ৰিদোষ পাপ, শনিৰ দৃষ্টি। দোষ মোচনৰ বাবে এভাগ গ্ৰহপূজা কৰাব লাগিব। তিনি ধেনু পৰাচিত।'

গাওঁৰে টকৰু বেজেও কলে, 'বাইজ, বৰ মানুহজন গ'ল। গাওঁত আৰু এনে এজন গিয়ানী মানুহ নুপজিব।'

ওচৰৰে কেইজনমান মানুহে সুধিলে, 'ওজা, এঢাল কড়ি মাৰি চোৱাচোন, মেথি আগদিনালৈকে ভালেই আছিল। পিছদিনা কেঁৰা ডুপৰীয়াৰপৰা মানুহজন বলিয়া হোৱাদি হ'ল।' ওজাই কড়ি এঢাল মাৰি কলে, 'ঢুকুৱাৰ আগদিনা মেথিয়ে থিয় ডুপৰীয়া পানীখাইতী বিলৰ পাৰৰ বামুণী আঁহতজোপাত থকা বুঢ়া ডাঙৰীয়াৰ চকুত পৰিছিল: এটা ক'লা পঠাৰে দক্ষিণা সহ এভাগ দেওপূজা দিব লাগিব। পূজাভাগ নিদিলে মৃতক প্ৰেত হৈ থাকিব।'

এনেতে ঠহৰাই ললিতেও গল খেঁকাৰি মাত লগালে, 'মই মুৰ-ডাঢ়ি খুৰাই নিদিলে বামুণে শুধি কৰিব নোৱাৰে। মোক দমৰা পোৱালি এটা, শালীধান এটোপা, খুৰ এখন, কাঁহৰ তেল-বাতি এটা দিব লাগিব।' সকলো কথা শুনি ৰংবৰৰ মুৰ আচন্দ্ৰাই কৰিব ধৰিলে। কিছুপৰ টলকা মাৰি থাকি কলে, 'বাইজ, আপোনালোকে মোক লাও-লোৱা কৰিহে এৰিব। নিয়ক, সোপাকে নিয়ক, মই বাটৰ ভিকহু হোৱাটোকে আপোনালোকে বাঞ্ছা কৰে। ভাল,

আপোনালোকৰ মনৰ বাঞ্ছা সিদ্ধি হওক। যি হ'ক, দেউক এবাৰ কথা সুধিব খোজোঁ, 'কপিলী গাইজনীৰ গাখীৰ অকল আপোনাৰ পৰিয়ালে খাব নে লগুৱা-লিকচৌবোৰেও খাব ?' দেৱে কলে, 'জাতিনির্বিশেষে ঘৰঘৰোৱাহে খাব।' বংবৰে কলে, 'মই আপোনাৰ ঘৰত গাইজনীৰ গাখীৰ খালে জাতি নাযায়, কিন্তু মোৰ ঘৰত খালে জাতি যায়! বামুণ-গোঁসাইৰ ঘৰত কপিলা গৰুৰে হাল বালে জাতি নাযায়, কিন্তু মোৰ ঘৰত হাল বাই উপার্জ্জন কৰিলে জাতি যায়, এনে অদ্ভুত বিধি-ব্যৱস্থা কোন ত্ৰিকালজ্ঞ ঋষিয়ে ৰচি জাতিক নিষ্পেষিত কৰি থৈ গৈছে নাজানো।'

বংবৰে সকলো দি-থৈ আহৰি হ'ল। দান-ধৰ্ম্ম কৰি পিতৃপুৰুষ উদ্ধাৰ কঁৰিলে। নিজেও পৰকাললৈ পুণ্য সঞ্চয় কৰি ললে। এতিয়া 'সি লুৰ্ধ্বুং, লুচুঙা ; খাৰপানী ঢুচুঙা' হৈ ঘৰতে নপতা ফুকন হৈ হাত চাপৰি বজাই বহি থাকিল। শেষত সঞ্চিত বস্তুৰ ভিতৰত ৰ'লগৈ এগোহালি গৰুৰ ভিতৰত হালোৱাহাল আৰু বণ্ডা-নেজীয়া পোৱালিটোৰে বকনীয়া পাৰলী গাই এজনী। এভঁৰাল ধানৰ ভিতৰত চুকত কেইপাঁচিমান ধান, হাত ধৰি খালে দুমাহমান যাব। ভাত খোৱা সাজ থাকিল পিতলৰ ফুটা টেকেলি এটা, গলছিগা সৰু ভগডগী এটা, তৰাহি এখন, টৌমুৰা বাতি এটা, নাল নোহোৱা লোহোৰা এটা আৰু নদীয়া এখন—ইমানেই বংবৰৰ বাপতি সাহোন। গৰুহাল এঘৰলৈ ভাৰালৈ দিলে। মাটি কেইহালিছাও আধি খানলৈ কাবোবাক লগালে। এতিয়া সি উদংমুৰীয়া, 'দায় নোহোৱা দেউৰীয়া, ভিৰী নোহোৱা কেৱলীয়া'। অৱশেষত সি ভাবিগুণি নিজৰ ভেটিতে এটা নামঘৰ সাজিবলৈ স্থিৰ কৰিলে। গাওঁৰপৰা কিছু খেৰ-বাঁহ গোটাই আনিলে। থকা ঘৰটোৰ ওচৰতে টুপ লগোৱা, আটক ধুনীয়া সচংঘৰ এটা সজালে। চাৰি সীমা বেঢ়ি ওখকৈ টাটি বেৰ দি এখন শুৱনি ফুলনিবাৰী পাতিলে। ঘৰটো

ভালকৈ লিপি-পুচি থগা এখনত সাঁচিপতীয়া ভাগৱত পুথি এখন থাপনা কৰিলে। দিনে-নিশাই মুমুমুৰাকৈ এগছ অখণ্ড প্ৰদীপ জ্বলাই ৰাখিলে। থাপনাখনৰ ওচৰতে বহি কীৰ্ত্তন, দশম, নামঘোষা, গুণমালা আদি ধৰ্মপুথি পঢ়ে। সাধু ভকত আহিলে ধৰ্ম আলোচনা কৰে। মন গলে কালিটো বজাই মনটো শাঁত লগাই থাকে। ডেকা ল'ৰাবোৰৰ হতুৱাই ৰংঘৰে গাঁওৰ লেতেৰা আলিটো ওখকৈ বন্ধাই ললে। পানীৰ দোষত গাঁওৰপৰা জ্বৰ-নৰিয়া, জহনী আদি ৰোগ নুগুচে, মানুহ মৰি খাস্তাং হয় দেখি সমূহ ৰাইজৰ হতুৱাই এপুৰামান মাটিৰ দ'কৈ এটা পুখুৰী খনালে। গোটেই অঞ্চলটোৰ মানুহে তাক সন্মান আৰু শ্ৰদ্ধা কৰিবলৈ ধৰিলে। তাৰ মনটো ফুলৰ নিচিনা। এজুলৈমান বহল বুকুখন শৰতৰ জোনালীময় আকাশখনৰ নিচিনা। বসন্তৰ সীমাহীন এখন সেউজী পথাৰৰ নিচিনা। সকলোকে বুকুত সাৱটি লব পাৰে। হিয়াভৰা মৰম ল'ৰা-বুঢ়া, ডেকা-আদহীয়া সকলোকে সমানে বিলাই দিব পাৰে। ঠিক এটা জপৰা সঁফুৰি কঠাল যেন ৰসে ভৰপূৰ। দুপৰ-বেলি নাম প্ৰসঙ্গৰ পাছত ডবা কোবাই, শংখ ফুৰাই, ৰৰকাঁহ বজাই সৰু সৰু ল'ৰা-ছোৱালীবোৰক মাতি আনি মাহ-চাউল বিলাই দিয়ে। চাউল এমুঠি সিজাই খাই কুহিঁলাৰ কঠটোত এটা ঘোঁৰা বাগৰ দি উঠি ডেকাবোৰৰ সৈতে ৰাজহুৱা কামত লাগে। আজৰি পালেই কালিটো অকলশৰে বজায়। সকলোৱে তাক এতিয়া 'ৰংঘৰ কালীয়া' বুলিহে মাতে। সি থাপনা কৰা আসনখনৰ নামো কালীয়াৰ সচং।

এনেকৈয়ে তাৰ দিনবোৰ গৈ থাকে, ঘড়ীৰ কাঁটাৰ নিচিনা। নিতৌ প্ৰসঙ্গৰ পাছত এজনী ছয়-সাত বছৰীয়া ধুনীয়া ছোৱালী সচং ঘৰটোৰ পিৰালিৰ পাটছটাত বহি থাকে। কাকো মাতবোল নিদি আপুনি গুচি যায়। গাঁওৰ ছোৱালী নহয় দেখি ৰংঘৰে

এদিন সুধিলে, "মাই, তোমাৰ ঘৰ ক'ত ? কি নাম ? ঘৰত কোন কোন আছে ?" ছোৱালীজনীয়ে কলে, "মোৰ নাম পাটমাদৈ। আমাৰ ঘৰ মৰা সুঁতিটোৰ সিপাৰে। বুঢ়ি আই এজনী আছে মাথোন। খুজি মাগি খায়ে প্ৰৱৰ্তিছোঁ। আপোনাৰ ভৰা, বৰ কাঁহৰ মাত শুনি ল'ৰাবোৰৰ লগত সুঁতিটো পাৰ হৈ আহোঁ। কালীৰ মাতটো শুনি বৰ ভাল লাগে; শুনি থাকিবৰ মন যায়। আয়ে কৈ পঠিয়াইছে আপুনি বৰ ভাল মানুহ। পাৰে যদি এসাজ মানৰ চাউল একঠা দিব কৈছে। আপোনাক কবলৈ মোৰ লাজো লাগিছে, ভয়ো লাগিছে, সেইদেখি কবলৈ সাহ কৰা নাছিলোঁ। এতিয়াই পাৰ হৈ যামগৈ।" ৰংবৰে তাইক চাৰি কঁঠামান চাউল আৰু লগতে কিছু পাচলিও দিলে। তাকে লৈ তাই গুচি গ'ল। এনেকৈয়ে তাই আহে আৰু কিবাকিবি লৈ যায়। এদিন তাই কন্দনামুৱা হৈ ভালেখিনি পৰলৈ বহি আছে। ৰংবৰে তাইক সুধিলে, 'তই কান্দিছ কেলেই?' তাই ভয়ে ভয়ে কলে, 'আজি এবছৰ মান হ'ল মোৰ কিবা এটা টান নৰিয়া হৈছিল। বেজক দিবলৈ বুলি এঘৰৰপৰা ৰূপ পাঁচ টকা আৰু আন এঘৰৰপৰা পাঁচ টকা আনিছিলোঁ। অতদিনে ধাৰ সুজিব নোৱাৰাৰ কাৰণে ভাত খোৱা কাঁহী-বাতি দুজোৰ নিলে। আমি এতিয়া কলপাতত হে ভাত খাইছোঁ। ইঘৰেও যোৱা কালি বৰ টান কথা শুনাই গৈছে। বাতি লঘোনে আছোঁ। আয়ে আপোনাক পাঁচ টকা মান ৰূপ ধাৰলৈ দিবলৈ কৈছে। অলপ বুজন হলে মোক হেনো আপোনাৰ লগত থব।' ৰংবৰ অলপ পৰ থমকি ৰ'ল। অলপ পিছত ভিতৰৰপৰা তাৰ ভাত খোৱা তৰহিখন, টৌমুৱা বাতিটো আৰু টকা পাঁচটা তাইক দিলে। "বাৰু, ইয়াকে লৈ যোৱা, মোক ধাৰ সুজিব নালাগে।' —তাকে লৈ ছোৱালীজনী গুচি গ'ল।

কেইদিনমানৰপৰা এজন কেৰলীয়া ভকত আহি কালীয়াৰ সচং ঘৰতে ৰ'ল। সজ আলোচনা কৰিবলৈ সাধুলোক এজন পাই বংৰবে বৰ বং পালে। বংৰবে ভকতজনক কলে, "আতৈ, আজি দুদিনমানৰ পৰা মোৰ মনটো ইছাট-বিছাট কৰি আছে। মোৰ ওচৰলৈ যে সুঁতিটোৰ সিপাৰৰপৰা নিতৌ ছোৱালীজনী আহে তাই সাত-আঠ দিন মান ইয়ালৈ অহা নাই। বা-বতৰাও পোৱা নাই। কি হৈছে নাজানো। মনটো কেনেবা কেনেবা লাগিছে। ঈশ্বৰে ভালে ৰাখক। আতৈ, মোৰ অভাল-ভালে সচংখনৰ আপুনিয়েই সেৱা চলাই থাকিব। কেঁচা দেহা, কেতিয়া ক'ত পৰে একো থা-ঠিকনা নাই। মই আহোঁ বুলি অহাও নাই, যাওঁ বুলি যাবৰো অধিকাৰ নাই; চৰণেহে জানে মৰণৰ ঠাই। গাঁওৰ মানুহবোৰ বৰ হোজা। একো নাজানে। সজ পৰামৰ্শ দি থাকিব।" ৰাতি ভালেখিনি হোৱা দেখি দুয়ো শুবলৈ গ'ল। "পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে'—গীত ফাঁকি গাই টোপনিত পৰিল।

মাজ নিশা বাহিৰত ধুম্ দাম্ হিলৈ ফুটাৰ শব্দ শুনি বংৰবে বাহিৰলৈ ওলাই আহি দেখে যে সুঁতিটোৰ সিপাৰৰ গাঁওখন জুই লাগি ছাই হ'ল। বংৰবে টোকোনডাল আৰু কালিটো হাতত লৈ সুঁতিটো পাৰ হৈ গ'ল।

...পিছদিনা পুৱা দেখে যে কালীয়া নাই। ক'লৈ গ'ল কোনেও কব নোৱাৰে। গাঁওৰ পৰা যেন দেৱতা এজন অন্তৰ্দ্ধান হ'ল। গাঁওখন চিৰকাললৈ আন্ধাৰত ডুব গৈ থাকিল।

# এয়ে জীৱন

মগৰৰপৰা অলপ দূৰৈত এখনি সৰু গাঁও। তাৰ সৰহভাগ মানুহেই খেতিয়ক। সিহঁতৰ আকালো নাই, ভঁৰালো নাই। গাই গোটা, পেটে ভঁৰাল। গাঁওখনৰ কাষেদি লুইতৰ সুঁতি এটি বৈ গৈছে। ঘৰে ঘৰে একোখনি চুঁচীয়া নাও ঘাটে ঘাটে বন্ধা থাকে। সুঁতিটোৰ সিপাৰে এখন চৰণীয়া পথাৰ লুইতৰ পাৰলৈকে। পুৱা হালোৱা গৰুবোৰ খেতিপথাৰলৈ লৈ যায়। আন আন গৰুবোৰ নাৱেৰে পাৰ কৰি চাপৰিটোত এৰি আহে। গধূলি ঘৰলৈ চপাই আনি গোহালিত বান্ধি থয়।

সেই গাৱঁতে অনিৰাম দিহদাৰৰ ঘৰ। মানুহ ঘৰ চহকী। পৰিয়ালত তিনিটি প্ৰাণী মাথোন: বাপেক, মাক আৰু পুতেক মণিৰাম। লৰাটো দেখনিয়াৰ, তেজগোৰা, নাকটো ভাটৌ ঠুঁটীয়া, পিঠিত ওলমি পৰা পাহকটা চুলি একোছা। মোগোৰা ল'ৰা দেখি বাপেকে হাল-চহৰ কামত নলগাই গাৱঁৰ সিমূৰে থকা গাঁও এখনৰ পঢ়াশালিখনত নাম লগাই দিছে। পঢ়াশালিখনত সৰহভাগেই বামুণ, কাইথ আৰু কলিতাৰ ল'ৰা। কিছুদিন পিছত মণিৰামে পঢ়াশালীয়া শিক্ষা শেষ কৰিলে। ওখ খাপৰ কোনো শিক্ষাৰ থল নাই দেখি তাৰ পঢ়া-শুনা বন্ধ হ'ল। ডুজন হোৱাৰ লগে লগে ডুপৰীয়া বাপেকৰ লগত পথাৰত পৈৰাম বন কৰে গৈ। আজৰি পৰত লিখা-পঢ়া কৰে আৰু উপদেশমূলক ধৰ্ম্ম পুথিবোৰ পঢ়ে।

কিছুদিনৰ পিছত ওচৰা-উচৰিকৈ মাক-বাপেক হালেই ঢুকাল। সি বিবুধিত পৰিল। চাৰিওফালে ধোঁৱা-কোৱা দেখিবলৈ ধৰিলে।

ভাবি ভাবি সি থাউনি নোপোৱা হ'ল। পুৱঁতি নিশাতে উঠি ঘৰ-দুৱাৰ অটাই নাঙলখন কান্ধত লৈ হাল বাবলৈ যায়। ঘৰুৱা কামকাজ শেষ কৰি পথাৰৰ কাম-বন কৰা তাৰ পক্ষে অসম্ভৱ। দিনৰ দিনটো অলপো আজৰি নাই।

গাঁওৰ ওচৰতে দূৰসম্বন্ধীয়া মাহীয়েকৰ পুতেক ভায়েক এজন আছে। নাম মাটিৰাম। তাৰো আপোন বুলিবৰ কেও নাই। তেনেই নিঠৰুৱা। তাক আনি ঘৰত ৰাখিলে। অলপ সকাহ পোৱা হ'ল। ঘৰৰ সৰু-সুৰা কামবোৰ তাক কৰিবলৈ দি মণিৰামে পথাৰৰ কাম চায়গৈ। চিন্তা-ভাবনা কিছুপৰিমাণে পাতলিল। সৰু ভায়েক মাটিৰাম আৰু এজন ভেৰণীয়া ৰাখি সি চন পৰি থকা চাপৰি মাটি খণ্ডত এখন তামোল-পাণৰ বাৰী পাতিবলৈ মন কৰিলে। বাপেকে তাক কাৰো ওচৰত হাত পাতি খাবলৈ এৰি থৈ যোৱা নাই; ঈশ্বৰৰ ইচ্ছাত সকলো আছে। দুটা গুটি ধানৰ ভঁৰাল, এগোহালি গৰু, বাৰী-মাটি, ৰোৱতী মাটিও কেইদৰামান আছে। হাল-কোৰ বাই খোৱা বিধৰ খামি-ডাঠ ল'ৰা। সি গোটেই হাউলীটো আগুৰি চাৰি চাপ মাৰি গোটেই বাৰিখন আগুৰি ললে। ওখকৈ গৰা তুলি আটিয়াত এখন গজগজীয়াকৈ বেৰা দি ললে, যাতে ছাগলী-গৰু সোমাব নোৱাৰে।

সি এতিয়া টেকনীয়া দি উঠিছে। হাল বাই-কোৰ মাৰি বাৰীখন তেনেই বৈয়ত কৰি পেলালে। ভাগে ভাগে তামোল, পাণ, নাৰিকল, আম, কঠাল, কুঁহিয়াৰ আদি নানান সুৰদি ফলৰ গছ আৰু বাঁহ। টকৌ, পমা, গন্ধসৰৈ, গমাৰি আদি নানান লাগতিয়াল সুকাঠী গছ-গছনি কই বাৰীখন আটোম-টোকাৰী কৰি তুলিলে। সকলোৰে চকুত লগা হৈ আহিল। কাঁড় মাৰিলে কাঁড় নসৰকা হৈ উঠিল। বাৰ মাহত তেৰ বিধ শহ উৎপন্ন হবলৈ ধৰিলে। খেতিৰ লেখ ঘৰতে পোৱা হ'ল। দিনৌ বেহেকৱা মানুহ পদূলিমুখৰপৰা

সুগুচা হ'ল। যেন তাৰ নঙলাৰ মুখত এখন সৰু-সুৰা হাটহে। ঘৰখন সুকলমে চলিও মাহে মাহে কিছু ৰাহি হবলৈ ধৰিলে। সি তেনে কটুকিয়া বিধৰ মানুহ নহয়। গাঁওৰ বাঁৰী-খাৰী, নিছলা-দুখীয়াক বিলাই-বুলাই দিহে সন্তোষ পায়। নিতৌ সাঁজ লগাৰ লগে লগে গা-পা ধুই ধুতি গাৰে ভঁৰাল ঘৰত চকিগছ জ্বলাই দিয়ে। যেৰত আঁৰি থোৱা তেলৰ টাৰিটোৰপৰা লক্ষ্মীচাপৰ গুৰিত থকা চাকিগছ জ্বলাই দিয়ে। শলিতাভাল জ্বলাই দি এক আধ্যা পুথি পঢ়ে। তাৰ পিছত আখল ঘৰৰ আখাত জুই কুৰা জ্বালি চৌকাটোত পানীৰ তাউনি তুলি দি থয়। মজিয়াত কঠ এটা পাৰি ছয়ো ভায়েক বহি ককায়েকে সৰু ভায়েকক শিকায়। টঙৰা দি উঠাৰ লগে লগে সিও ককায়েকৰ সমানে লিখিব পঢ়িব পৰা হৈ উঠিল। এতিয়া সিয়ে ঘৰখন চলায়।

এইদৰে মণিৰামৰ ঘৰখন চলি আছে। একো আহুকাল নাই। গাঁওৰ বুঢ়ামেঠা মানুহবিলাকে কোৱাকুই কৰে, ল'ৰাটোৰ ঘৰখন সোমকালে পাতিব লাগে। ল'ৰা চাই ছোৱালী আনিব লাগিব। এনে ঠানুৰা পোলোঙা ল'ৰাটিলৈ ছোৱালীৰ আকালনে? দুই এজনে কয়, আমাৰ গাওঁত তেনে বোৱা-কটা, ৰন্ধা-বঢ়া জনা ঘৰধৰা ছোৱালী নাই। আমাক সকলো কামতে পাকৈত ছোৱালীহে লাগে। য'ৰে পৰাই হওক ভাল ছোৱালী এজনী গাঁথি দিব লাগে। আঁতৰৰপৰা হলেও বাছকবনীয়া ছোৱালী এজনী আনিব লাগে। আমাৰ গাঁওৰ মুৰৰ ভিন গাঁওখনত এঘৰ নতুন ধনী মানুহ আছেহি। মানুহঘৰ তেনে টটাটিঙা বিধৰ নহয় বুলি শুনিছোঁ। গৰাকীজন সৰবৰহী, মানুহৰ লগত মিলিজুলি থাকে। ভেম-ফন্দি অলপ নোহোৱাও নহয়। অহুকাণে পহুকাণে শুনিব পাইছোঁ তেওঁৰ হেনো প্ৰাটগাভৰু ছোৱালী এজনী আছে। দশ হওঁ হওঁ হৈছে। সেই ছোৱালীজনী মণিৰামলৈ ধৰিব পাৰিলে ভাল হয়। গাঁৱৰ দুজনমান

মুখিয়াল মানুহ গৈ হোৱালীজনী চাই-চিঁতি আহি মণিৰামৰ আগত বৰকৈ বখানিবলৈ ধৰিলে। 'বপা, হোৱালীজনী বৰ মৰম-লগা। থাউকাল গাটো, কেঁচা হালধিৰ নিচিনা বৰণ। মুখখন কুন্দত কটা, তোমাৰ লগত সোণত সুৱগা মিলাদি মিলিব। যেনেতেনে কইনাৰ ঘৰত সোনকালে ভাৰ পেলাব লাগে।'

বিয়াৰ দিন-বাৰ সকলো ঠিক হ'ল। গাঁওৰ মানুহবোৰে কলেহি, 'গঞা-গিয়াতিয়ে গঙা; দহ ভকতক মাত্তি আমি ভৰি হাত ধুৱাই লৈ বিয়ালৈ যাত্ৰা কৰাহে মঙ্গল হব। মণিৰামে গিয়াতি-গঞাক ভোজভাত খুৱাই দৰা সাজি বিয়া ঘৰলৈ যাত্ৰা কৰিলে। বাটতে শুনিলে, কইনাৰ ঘৰত হেনো জুই লাগি বহুতো বস্তু পয়মাল হ'ল। শুনি তাৰ মনটো টেঙাই গ'ল। ৰাইজো অলপ বিমৰিষ হ'ল। বিয়াঘৰ পাবলৈ মাথোন কুৰি নলমান আছে। এনেতে গাঁওৰে জনদিয়েক উটমুৱা ডেকা ল'ৰাই হেঙাৰ ধৰিলেহি। দৰাই ল'ৰাবোৰক বহুত কাকুতি-মিনতি কৰি জনালে; তথাপি হেঙাৰ এৰি নিদিলে। অৱশেষত দৰাই এশৰাই গুৱা-পাণ আৰু ৰূপ কেইটকামান আগ-বঢ়াই আঁঠুকাঢ়ি ৰাইজক সেৱা জনালে। সিহঁতে এহাজাৰ টকাৰ কমত মান্তি নহে হেঙাৰ এৰি নিদিলে। দৰায়ো ইমানখিনি ধন একেলগে ভৰিবলৈ অপাৰগ। তেতিয়া ডেকা দলে হাতত টাঙোন-টোকন লৈ দোলাৰ কাষ চপা দেখি দৰা জাপ মাৰি দোলাৰপৰা ওলাই আহিল। সিহঁতে দোলাৰ চৰীয়াটো কোবাই ভাঙি পেলালে, ঢেঁকৰযোৰ সুলকি পৰিল। ব'হাগি মাৰিকেইডাল দলিয়াই পেলালে। দোলাত ওলোমাই থোৱা গুলচটো কৰবাত ছিটিকি পৰিল। ল'ৰাবোৰৰ উদুগুলি দেখি দৰাই মুৰে-কপালে হাত দিলে। দৰাঘৰীয়া মানুহখিনি লাজে-অপমানে কোনোমতে বিয়া-ঘৰলৈ গ'ল।

কইনাৰ ঘৰৰ আলাই-আঠানি দেখি মানুহবিলাক বিমোৰত পৰিল। ইপিনে বিয়াৰ লগ্নও কেতিয়াবাই উকলি গৈছে। এনে

এটা শুভ অনুষ্ঠানত অমঙ্গলীয়া ঘটনাবোৰ ঘটি উঠাত ভৱিষ্যত বিপদৰ আৰু কিবা আশঙ্কা আছে বুলি মানুহবোৰৰ মনবোৰ চঞ্চল হৈ উঠিল। দৰাই ভাবিলে, কোনোবা ত্র্যহস্পৰ্শ ক্ষণত তাৰ জন্ম। কি কৰিব, কোনোমতে বিয়াৰ কাম সমাধা কৰি কইনাক ঘৰলৈ আনিলে। দৰা লঘোনে-ভোকে চেৰ-মেৰ খাই শেতেলিত পৰিলগৈ। ইপিনে কইনা চাবলৈ জাক জাক ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-মেঠা আহি মাৰল ঘৰৰ চোতালত উদুলি-মুদুলি লগাই দিলে। ঘৰখন ৰজন-জনাই গ'ল। ন কইনা চাই আটায়ে মুখে কপালে হাত দিলে। "আই চিকৌ! এনে তিয়হৰ জলীয়া ল'ৰাটোলৈ এইজনী ছোৱালীহে বিচাৰি পালে? আগৰো নাই, পাছতো নাই একেটি ল'ৰা! এনে বিচক্ষণীয়া সোণৰ সঁফুৰাটোলৈ এইডাল ৰাঙৰ মণি পিন্ধাবলৈ আনিলে নে? কপালখন উঠঙা, বাঁও চকুটোত আইৰ ফুল পৰা, ভৰি দুখন খৰমযুৰীয়া, গাটো লিহিৰিপতীয়া। এনেজনী ছোৱালীহে ঘৰ শুৱনি কৰিবলেহি।

লাহে লাহে মাইকী মানুহবোৰ ঘৰাঘৰি গুচি গ'ল। কইনা চাব যোৱা মানুহবিলাকে কোৱাকুই কৰিলে; 'মানুহঘৰ বৰ লাঠুৱা, দেখুৱালে এজনী, বিয়া দিলে আন এজনী'। সি ভাবিবলৈ ধৰিলে— বিয়া কৰাই কিবা ভুল কৰিলোঁ নেকি? ৰবলা জীৱনেই তাৰ পক্ষে মঙ্গলদায়ক আছিল। বিয়া কৰোৱাৰ আগলৈকে মাক-বাপেকে তাক বিৰিণাৰ পাতে গা নকটাকৈ ৰাখিছিল। তেওঁলোক ঢুকোৱাৰ পিছত এইটোৱে তাৰ প্ৰথম থলামুৰি। "অপৰংকিং ভৱিষ্যতি।" বাঁহৰ এফাল, মানুহৰ একাল। সি ভাবিলে—তাৰ সুখৰ দিন লাহে লাহে চুটি হৈ আহিছে। ওপজাৰপৰা বিয়া কৰোৱা সময়খিনিলৈকে কৰ্ম-জীৱনটো বোধকৰোঁ "সৰ্ব্বসিদ্ধি ত্ৰয়োদশী" তিথি আছিল। এতিয়া চতুৰ্দ্দশীৰ প্ৰথম পদত ভৰি দিছে। শেষত কিজানি ঘোৰ অাঁউসীয়ে ঘটে! নাজানো ইয়াৰ লগে লগে আৰু কি বিপদে জুমুৰি

দি ধৰেছি। বিপদ লেঠাবি নিচিগা পকৱাৰ লাগি। চিন্তা-ভাবনাই তাক অস্থিৰ কৰি তোলে। সি বুজিবলৈ চেষ্টা কৰে, কিন্তু সকাহ নাপায়। চিন্তাৰ বা-মাৰলীয়ে তাক ঘূৰাই লৈ ফুৰিছে। ভাৰ্য্যা তাৰ পক্ষে ঘোচামৰ জৰী হ'ব নেকি? সি ভাবি ভাবি একো ওৰ নাপায়।

শেষত কপালকে থিয়াই সি কাম-বনত মন দিলে। সক ভায়েক মাটিৰামক লগত লৈ বাৰীখনৰ হাবি বনবোৰ কাটি, চাঁচি-চুৰকি চিকুনাই চকুত লগা কৰি তুলিলে। বাৰীখনেই তাৰ সকলো সম্পদ। তাৰ উৎপনেৰেই ৰূপিত মাটি দুশ পূৰামান আৰু ধনবিত কেইবা হাজাৰো গোট খুৱালে। তাৰ ল'ৰা-ছোৱালী এহাল। সিহঁতক অহো পুৰুষাৰ্থ কৰি লিখা-পঢ়া শিকাই মানুহ কৰা তাৰ জীৱনৰ সঙ্কল্প; যাতে তাৰে নিচিনা নিজৰ ভৰিৰ ওপৰত থিয় দি খুটি খাব পৰা হৈ উঠে। সি দিনৰ দিনটো হাড়-ভগা খাটনি খাটি ঘৰখন টনকিয়াল কৰি তুলিলে। লাহে লাহে তাৰ জীৱনৰ দুপৰ বেলিটো অলপ ভাটিমুৱা হবলৈ ধৰিছে। দুকুৰিৰ জপনাত ভৰি দিয়াৰ লগে লগে দুপৰীয়া অলপ কুঁহকুহীয়া জ্বৰ উঠিবলৈ ধৰিলে। দিনৰ আগবেলা ভালেই থাকে। দুপৰীয়াৰপৰা জ্বৰ আৰম্ভ হয়। দিন দিয়েকৰ পিছত জ্বৰ নেৰা দেখি গাঁওৰ ফোপোৰা বেজকে লগালে। পোনতে জৰা ফুৰা আদি কৰি চালে, একো গুণ নধৰিলে। পিছত ডিঙিত এৰী ছোকোলাৰ আললীয়া, হাতত জাপ-জৰীৰ কৰচ বান্ধি দিয়াতো জ্বৰ নেৰিল। গোটেই গাটো ফুলিবলৈ ধৰিলে। নাকমুখো উখহিল। গাৰ অৱস্থা দেখি সি কিবা এটা ব্যৱস্থাৰ দিহা পাঙিবলৈ ধৰিলে। ভাবি-চিন্তি মাটিৰামৰ হতুৱাই পঢ়াশলীয়া শিক্ষকজন আৰু নদাই মেথিক মতাই আনিলে। দুয়োবো লগত পৰামৰ্শ কৰি এখন হেবানামা লেখালে। স্থাবৰ-অস্থাবৰ সম্পত্তি প্ৰায় ডেৰ লাখ দু লাখ মান টকাৰ হব। সমুদায় সম্পত্তি সি তিনি ভাগ কৰিলে।

এভাগ ল'ৰা, তিৰোতা আৰু ছোৱালীজনীৰ ; এভাগ মাটিৰামৰ, বাকী ভাগেৰে নাম-ঘৰটো আৰু গাঁওতে এখন ওখ ধৰণৰ সংস্কৃত টোল পাতিবলৈ স্থিৰ কৰিলে, যাতে জাতি-ধৰ্ম নিৰ্বিশেষে সকলো শ্ৰেণীৰ ল'ৰাই পঢ়িব পাৰে। আৰু পুথিভঁৰাল এটাও নিৰক্ষৰতা দূৰ কৰবলৈ ;·এয়ে সম্পত্তিৰ সুব্যৱস্থা।

গৃহস্থী-কামৰপৰা সি আঁতৰি আহিবলৈ ধৰিলে ; শৰীৰ বেয়াৰ পিনে ঢাল খালে। বৰ ৰোগে দেখা দিয়া যেন অনুমান হয়। গাঁওৰ মানুহে কণাকণি কৰিবলৈ ধৰিলে—মানুহজনক গাঁওৰ মাজত ৰখাটো উচিত নহ'ব। সোঁচৰা ব্যাধি। নগৰলৈ নিয়াও টান। গাঁওৰ মুৰৰ পথাৰখনত এটা ঘৰ বান্ধি তাক তাতে থোৱাহে যুগুত হয়। আমি আটাইবোৰ গাওঁৰ মানুহে যি হয় আল-পৈচান ধৰি থাকিম। মণিৰামো তলমনা বিধৰ মানুহ। সি মাটিৰামৰ হতুৱাই হাউলীৰ বাহিৰে বাৰীখনৰ মূৰত এটা ভুঁইঘৰা সাজি দিবলৈ কলে। বাকী দিন কেইটা তাতে থাকিব। দুনাই ঘৰমুৱা নহয়। সেই ভেটিতে হাড় কেইডাল পেলাব।

কেইদিনমানৰ পাছতে বাপেকৰ আওপুৰণি বাঘমেজী খণ্ডাখন, ঘৈণীয়েকে বৈ দিয়া ধৰীয়া এৰী সূতাৰ পচৰাখন আৰু সাতাম পুৰুষীয়া টোকানডাল লৈ পজাটোলৈ সি খোজ ললে। এয়ে তাৰ অগস্ত্য যাত্ৰা। ঘৰত হুৰাদুৰা লাগিল। সি মৰি যোৱা হলে ভাল আছিল। নমৰা-নিজীয়া ভাবখন লৈ সি আৰু কিমান জীয়াতু ভুগি থাকিব? বুকুৰ মাজলৈ হাত দুখন চপাই আনি মনটোক এনেয়ে বুজনি দিবলৈ চেষ্টা কৰে। অশান্ত মনে অলপো বুজনি লব নোখোজে। পানী যুৱলিত বালিৰে সজা কাবেং ঘৰটো নৈয়ে উটুৱাই বালিতে মিহলি কৰি দিলে। যতনেৰে সজা অতি মৰমৰ নন্দন কাননখন পুৰি ছাই হৈ গ'ল। পাৰেমানে বৈনাবে* কোঁচোৱা

* বৈনাবে—বইনাবে।

দি খম কোঁচালে, ভঁৰাল বান্ধিলে, দেৱতা ভকতক দান-দক্ষিণা দিলে। ৰাজহুৱা কামতো পানী সিঁচা দি সিঁচিলে, কিন্তু তাৰ কপালত একো ভোগ নহ'ল। তাৰ ভাগ্যত বেলি উদয় নহ'ল। এয়েই তাৰ অদৃষ্টৰ পৰিহাস। আজি এই খলা-বমা সংসাৰখনৰ ৰহস্য বুজিবলৈ সি টান পাইছে। মহাব্যাধিয়ে লাগধৰা এই লাউ-খোলাটো ক'ত পেলাব সি একো কব নোৱাৰে। সি উচুপি উচুপি কান্দে, বুকু ঢাকুৰিয়াই কান্দে, কতো সান্ত্বনা নাপায়। এয়ে তাৰ সংসাৰ। আজি সি অচিন পথৰ যাত্ৰী। এদিন তাৰ সকলো আছিল, এতিয়াও আছে। আজি সি ঘৰত থাকিও পথৰ ভিকহু। এয়ে জীৱনৰ প্ৰহেলিকা।

পঁজাটোৰ ভিতৰত বাঁহৰ চঁছালি পাৰি থোৱা চাং খনতে ঘুণীয়া দেহাটো পেলাই থয়। শৰীৰৰ জ্বালা, মনৰ চঞ্চলতা আৰু চিন্তাৰ জাউৰিয়ে জুমুৰি দি তাক ব্যাকুল কৰি তোলে। এসময়ত সি ধনে-ধানে, মাটি-বাৰী, বয়-বস্তু আদিৰে অতুল সম্পত্তিৰ গৰাকী আছিল। পুৰাৰপৰা গধূলিলৈকে পদূলি-মুখৰপৰা মানুহ নুগুচিছিল। আজি সেই মানুহবোৰ ক'লৈ গ'ল? সকলো সম্পদীয়া পাৰহে। জীৱনটো তাৰ মৰিশালি। ভালুকৰ সাঙি যেন গেলা-পচা মামৰে খোৱা দেহাটো কোনোবা আচহুৱা ঠাইত পেলাও গৈ বুলি সি স্থিৰ কৰিলে।

দিনত মটিৰামেই তাৰ লাচনি-পাচনিথিনি কৰি দি তাৰ ওচৰতে চকুলো টুকি বহি থাকে; দুপৰীয়া ঘৈণীয়েকে ভাত দুটামান দি যায়হি, গধূলিও তেনে। দুই এজন বন্ধুৱেও খন্তেক পৰ বহি দুখ-বেজাৰ কৰি গুচি যায়। ইটোৱে সিটোৱে কোৱাকুই কৰে, এনে এজন গুণী পুৰুষ আমি আৰু নাপাম!

ইয়াৰ পাছতে চতুৰ্দ্দশীৰ শেষ কলা মাৰ গৈ ঘোৰ আঁউসীত সোমাল। বিশ্ব-ঢকা ক'লা আঁৰ কাপোৰখনে গা ঢাকি পৰিবহি।

তাকে ভাবি বুকুত একুৰা জ্বলা জুই বান্ধি লৈ সি শেষ নিশা পঁজাটোৰ পৰা বাজ হ'ল। কান্ধত বাপতীয়া সম্পত্তি ফটা বাঘলেজী খণ্ডাখন, তুমুৰীয়া এৰী পচৰাখন আৰু তিনি পুৰুষীয়া লাখুটি ডাল, এয়ে তাৰ জীৱনৰ সম্বল। সি নিকাৰ ভুগ্নিয়ে মৰিব তথাপি তেও সি আও মৰণে নমৰে। যাত্ৰাৰ শেষ ক'ত সি নিজেই নাজানে। সি শালেকটা চুৰিয়াখন পিন্ধি লাম-লাকটুখিনি লৈ দুৱাৰখন কাণি দুৱৰীকৈ থৈ দিলে। ঘুণে খোৱা দেহাটো লৈ ওলাল।

বাজ ওলাই দেখে পৃথিৱীখন গোটেই ঘোপমৰা অন্ধকাৰে ছাটি পেলাইছে। তাৰ সোণৰ সংসাৰখনলৈ এবাৰ চকু ফুৰালে। একো নেদেখিলে। তাৰ বুকু ভেদি দুগালেদি দুধাৰ তপত চকুলো ওলাই বাগৰি পৰিল। নিৰুদ্দেশ যাত্ৰাৰ যাত্ৰী হৈ সি লুইতৰ বালি চাপৰিটোলৈ খোজ ললে। ওপৰত নিৰ্ম্মল আকাশ। অলেখ তৰাৰ পোহৰৰ আন্ধাৰত বুৰগৈ থকা পৃথিৱীখন জলমলাই উঠিল। অসীমৰ যাত্ৰী, দুৰ্ভগীয়া মণিৰামক চকুৰ পচাৰেৰে সিহঁতৰ দৰে ভাটিমুৱা হবলৈ ইংগিত দিছে। তৰাবোৰে আঁৰিয়া জ্বলাই কোনোৱা নিজান দেশৰ সন্ধান দিবলৈ মাতি নিছে। পকৱাই পোৱা মানুহৰ দৰে অমৃতৰ সন্ধান বিচাৰি সিও অনন্তৰফালে গতি কৰিলে। আজি আপুৰুগীয়া ঘৰখনৰ মোহ এৰি নিৰ্ব্বিকাৰ-চিত্তে সি অজান পথৰ পথিক হৈ ওলাল। নৈৰ পাৰে পাৰে বালিৰ ওপৰত খোজৰ মুৰত খোজ দি সি পাৰঘাটমুৱা হ'ল।

নগৰৰ বাজআলিৰ এক নলমান দূৰত পথাৰৰ কাণত এশাৰী নাহৰ গছ। তাৰে তলত কুৰুচ মানুহ এটা লাংখাই পৰি আছে। আলি টোৰে কিমান মানুহ অহা-যোৱা কৰিছে লেখ-জোখ নাই। উজান ভেজৰ ডেকা-ডেকেৰীবোৰৰো মনটো তাৰফালে চাই ক্ষন্তেক পৰলৈ কোঁচ খাই গৈছে। কোনোৱে নাকত কাপোৰ গুজি ততাতৈয়াকৈ আঁতৰি গৈছে; কোনোৱে গালিশপনি পাৰি গৈছে। কোনোৱে

আকৌ মৰম কৰি মহাটো আদমহীয়াটো দলিমাৰি দি গৈছে। কোনোৱে আকৌ চৰতীয়া এটা, অলপ খোৱা বস্তুকে কণাৰ দলিৰ সিচিনা কাষত পেলাই থৈ গৈছে। দুষ্ট ল'ৰাবোৰে শিলগুটিকে তাৰ গালৈ মাৰি পঠিয়াইছে। সি এটা নৰকৰ চিত্ৰ। এটা বিদ্ৰূপৰ নৰকঙ্কাল। এবাৰ মৰোঁ-জীউকৈ হাত যোৰ কৰি মুখখন আৰু পেটটো মানুহবোৰক দেখুৱায়। মানুহবোৰে একো বুজি নাপায়। এনেতে ক'ৰবাৰ পৰা এজন হজুৱা মানুহ তাৰ ওচৰ চাপিল। মানুহজনৰ কঁকালত এখন পানী গামোছা, গাত বুকুচোলা এটা। কান্ধত তেলাচ এখন। মুৰটো জপৰা। তাক সি কিবাকিবি কথা সুধিলে। সি মাথোন মুখখন আৰু বুকুৱে পিঠিয়ে ধৰা পেটটো দেখুৱায়। সি বুজি পালে। ওচৰত থকা শেলুৱৈ ধৰা টেকেলিটো পানীকললৈ লৈ গ'ল। বন একোছাৰে ভালকৈ ঘঁহি-পিহি ধুই-পখালি পানী এটেকেলি ভৰাই লৈ আনি বাঁহৰ চুঙাটোত অলপ পানী বাকি লৈ তাক দোঢোকমান খুৱালে। পানীখিনি মুখত পৰি সি অলপ জীউ পোৱা যেন হ'ল। সি আধাফুটা মাতে মানুহজনক কলে, আজি তিনি চাৰিদিন পেটলৈ খুদ ক'ণ এটায়ে যোৱা নাই। সি মৰি নাযায় কিয়? তালৈ যমো নাহে। মানুহজনে লৰালৰিকৈ গৈ বজাৰৰ পৰা আধাসেৰ চিৰা, গুড় আৰু মুনীয়া কল কেইটামান লৈ আহিল। টিনৰ থালখন ভালকৈ ধুই-পখালি কল আৰু গুড়েৰে চিৰা এমুঠিমান তাক কটিয়াই খুৱাই দিলে। বাকী চিৰা, গুড় আৰু কল দুটামান সাঁফৰ লগোৱা টিনটোত ভৰাই থলে। মণিৰামে হাতৰ তলুৱা দুখনেৰে আঁজলি ভৰাই আশীৰ্বাদ দিলে। মূৰে-কপালে হাত দি দুটোপা চকুলো টুকি তলমুৱা হৈ থাকিল। মানুহজনে ফটা বাঘলেজী খণ্ডাখন দুজাপ কৰি মাটিত পাৰিলে। তাৰ নিজৰ এৰী তেলাছখন খণ্ডাখনৰ ওপৰত পাৰি মণিৰামক আলফুলকৈ ধৰি শেতেলিখনত শুৱাই থলে। এৰী পচৰাখনেৰে

মহভাহবোৰ খেদি পচৰাখন মুখে-গাই ঢাকি দিলে। মিলগৰপৰা-জেংজাবৰ বুটলি আনি তাৰ কাষত থুপা এটা থলে। যাবৰ সময়ত কৈ গ'ল—মই কাইলৈ পুৱাতে তোমাৰ ওচৰলৈ আহিম। তুমি নিশ্চিন্ত মনে ঈশ্বৰৰ নাম লৈ শুই থাকা। —মানুহজন তুৰন্তে ৰাজবাটৰ্ত অগণন মানুহৰ মাজত সোমাই গ'ল।

দুপৰ নিশা যমডাকিনী চৰাইটোৱে এটা ভয়-লগা সুৰ টানি নোহোৱা হ'ল। তাৰ পিছত অমংগলীয়া ৰাতিটো পুৱাল। আলিটোৰ সিটোফালে এটা পুৰণি দুমহলীয়া চাংঘৰ। তাত এজন বুঢ়া কবি থাকে। কবি ওখই ডাঙৰে লহঙা, মুখৰ চুলিখিনি ধবল পাটৰ সূতা যেন বগা। চকুত সোণৰ পানী চৰোৱা এযুৰি বিভচকু। গাত বগা কলৌ চোলা। ভৰিত পাট কাপোৰৰ ওপৰত গুণা টনা এযুৰি পানৈ। হাতত ৰূপৰ খমা লগোৱা লাখুটি এডাল। মুকলি চোতালখনত কটা চৰুবোৰত ৰুই থোৱা ৰংচঙীয়া ফুল কেইজোপামান সজাই থোৱা আছে। সমুখৰ জেলেঙনি দুখনত দুজুপি অপৰাজিতা ফুল। জলচকীখনৰ ওচৰতে এখন তামুলি-পীৰা। কবিয়ে লাখুটিডালত ভৰ দি ইফালে-সিফালে ঘূৰি ফুৰিছে। মাজে মাজে ৰোগীটোলৈ চাই এটি হুমুনিয়াহ পেলাইছে। তেওঁ দুপাহমান ফুল ছিঙি নাকৰ ওচৰলৈ নি সুঙি চালে। অলপ পৰৰ পিছত হাতেৰে মোহাৰি বাহিৰৰ পিনে পেলাই দিলে। এবাৰ ওপৰলৈ মুখ তুলি তামুলি পীৰাখনত বহি এফাঁকি কবিতা লিখি তাৰ গাৰফালে পেলাই দিলে।

> ৰিক্ত হৃদয় সিক্ত কৰি
>
> তিক্ত ব্যাথাৰ অশ্ৰুজলে,
>
> শ্ৰান্ত ভ্ৰান্ত ক্লান্ত জীৱন
>
> শান্তি ধামত বিশ্ৰাম ললে।

আঁৰি থোৱা ক'লা আঁৰ কাপোৰখন পেলাই কবি অন্তৰ্ধান হ'ল।

# মই আৰু ভাল মানুহ নহওঁ

ব'হাগৰ বিহুলৈ আৰু সাত দিনমান আছে। আমি টেকেলীয়া ল'ৰাবিলাকে লুইতৰ চাপৰিত বিহু-উৎসৱ পাতিবলৈ মন কৰি তাত গৈ কাম কৰি আছিলোঁ।

এদিন মুখ-আন্ধাৰী পৰত মই ঘৰ পাইছোঁহি ; পদূলিমুখ পাওঁতে ঘোঁৰা এটাই হিঃ হিঃ হিঃ কৰি উঠিল। মই ওচৰ চাপি চাওঁ যে গুলঞ্চি ফুলজোপাত আমাৰ সেই টাঙোনা ঘোঁৰাটো বান্ধি থোৱা আছে। মই তাৰ কাষলৈ আহি গাটো পিহি দিলোঁ। ঘোঁৰাটোৱে আকৌ হিঃ হিঃ হিঃ কৰি মোৰ গাটো চেলেকি দিলে।

এনেতে মই ঘৰলৈ সোমাব খোজোতে মনমিলক দেখা পালোঁ। মই সুধিলোঁ,—কি অ' মনমিল, তই কিয় আহিলি ?

মনমিলে কলে,—"ডেকাদেউ ! অধিকাৰে আপোনাক নিবলৈ মোক পঠাইছে।'

মই উচপ খাই উঠিলোঁ—"মোক নিবলৈ ?"

"হয়, আপোনাক নিবলৈ।" দাদা পিৰালিত বহি আছিল। মই ভিতৰলৈ গলোঁ।

মোক দেখা পাই দাদাই কলে,—"তোক পিতাই মাতি পঠাইছে। হাজোৰ তহছিলদাৰৰপৰা কিবা এখন পৰোৱানা গৈছে, খাজনা বোলে দিয়া নাই। পিতাই তোক নিবলৈ মনমিলৰ হাতত ঘোঁৰাটো পঠাই দিছে। তই কাইলৈ অশ্বক্লান্তৰ ঘাটেদি জাহাজেদি পাৰ হৈ ঘৰলৈ যাগে।" কথাখিনি শুনিয়েই মনটো কোঁচ খাই গ'ল।

বিহুৰ উলহ-মালহ ৰং-ধেমালি সকলো মাটি হৈ গ'ল। আমন-জিমনকৈ শেভেলিত পৰিলোঁগৈ। বৌয়ে সক গিলাচটোত অলপ চাহ-পানী দিলে। চাহখিনি খালোঁ।

এনেতে মনমিল কাষলৈ আহিল। মই সুধিলোঁ,—তই আজি তিনি বছৰৰ মূৰতহে আমাৰ ঘৰলৈ আহিলি। তই অলপ ডাঙৰ হৈছ দে। আমাৰ ঘৰত থকা তোৰ মনত পৰে জানো ? তই এতিয়া আমাৰ ঘৰতে থাক। মনমিলে একো নামাতিলে। মনমিলৰ দুই ভাই—মনমিল আৰু মনভাল। দুয়ো আমাৰ ঘৰ-ওপজা ল'ৰা। মনমিল ডাঙৰ, মনভাল সৰু। ইহঁতৰ মাক-বাপেক, জ্ঞাতি-কুটুম্ব কেও নাই। ইহঁত আজি প্ৰায় পাঁচ পুৰুষ আমাৰ ঘৰতে আছে। ৰৰদেউতাই ইহঁতক বৰ মৰম কৰে। টান কাম-বন কৰিব নিদিয়ে। নিজৰ নাতিল'ৰাৰ নিচিনা মৰম কৰে। কামৰ ভিতৰত ধঁপাত চিলিম লগাই দিয়া, আলহী আহিলে তামোল-ধঁপাত দি সোধ-পোচ কৰা, কৰবালৈ পাছিলে তালৈ যোৱা— এইবোৰেই সিহঁতৰ কাম। মনমিল বুজন হৈ উঠাত গুৱাহাটীৰ বাহা-ঘৰত তাক দাদাৰ লগত থলে। আমাৰ ঘৰত প্ৰায় তিনি বছৰমান আছিল।

এদিন দাদাৰ বন্ধু ভৰলুমুখৰ ফুকনে কালশৰ পহুৰ পিছফালৰ ফেৰা এখন দুজন মানুহৰ কান্ধত সাঙিভাৰ কৰি কেবাঁ দুপৰীয়া আমাৰ ঘৰলৈ পঠিয়াই দিলে। দাদা কাছাৰীলৈ যাব ওলাইছিল। এনেতে ইহঁতক দেখি উভতি আহি বৌক কলেহি—"ভৰলুমুখৰ ফুকনে আমাৰ ঘৰলৈ পহুৰ ফেৰা এখন দি পঠাইছে। ৰাতি দুজন-মান বন্ধুক খাবলৈ মাতিম। দেউতাৰাৰ ঘৰলৈকো অলপ পঠাই দিবা।" এইদৰে বৌক দিহা-পৰামৰ্শ দি দাদা কাছাৰীলৈ গ'ল। দাদাই কাছাৰীত নাজিৰ কাম কৰে।

ৰাতি মানুহ আহিল ; খোৱাবোৱাৰ পাছত ঘৰাঘৰি গুচি গ'ল। আলহীবোৰ যোৱাৰ পিছত আমি আটায়ে খাবলৈ বহিলোঁ।

মনমিলো আমাৰ লগতে খাবলৈ বহিল। আধামান ভাত খোৱা হোৱাৰ পাছত হঠাতে মনমিলে ভাতখোৱা কাঁহীখন লৈ চুৰমিলৈ গ'ল। আমাৰ প্ৰায় ভাত খোৱা শেষ হওঁ হওঁ হৈছে। এনেতে বাহিৰত কোনোবাই হক্‌হক্‌কৈ বঁতিওৱাৰ শব্দ শুনিলোঁ। আমি বাহিৰলৈ ওলাই আহি চাওঁ যে মনমিলে বঁতিয়াব লাগিছে। মনমিলক সুধিলোঁ—"তোৰ কিহৈছে?" সি ক'লে—"ডেকাদেউ, আপোনালোক বহকগৈ। মোৰ একো হোৱা নাই। মই যাব লাগিছোঁ।" আমি আহিলোঁ। কিছুপৰৰ পাছত সি আহি কলে,—"মই ঘেহু নাখাওঁ। আয়ে ঘেহু দি মণ্ডহ ৰান্ধিছে। সেইদেখি মই বঁতিয়ালোঁ। মই এতিয়া শুই থাকোঁগৈ। গাটো কেনেবা কেনেবা লাগিছে।"

আমি মনমিলৰ কথা শুনি আটাইবোৰে গিৰ্জ্জনি মাৰি হাঁহিলোঁ। কুকুৰৰ পেটত ঘিউ যেনেকৈ জীণ নাযায়, মনমিলৰো ঠিক তেনেকুৱা।

পিছদিনা ৰাতিপুৱা সি বৌক খুজি দুঅনা পইচা লৈ ওলাই গ'ল। দুপৰীয়া ভাত খোৱাৰ পৰলৈকে সি নাই। আমি আটায়ে তাক বিচাৰিলোঁ। নাই যে নাই, নায়েই। কলৈ গ'ল কোনেও একো কব নোৱাৰে।

পিছদিনা দাদাই বৰদেউতালৈ এখন চিঠি লিখি এজন পিয়াদাৰ হাতত মনমিল ঘৰলৈ গৈছে নে নাই খবৰ লবলৈ পঠিয়ালে। বৰদেউতাই পিয়াদাৰ হাততে চিঠি লিখি দাদাক জনালে,—"কালি মনমিল গুৱাহাটীৰপৰা ঘৰলৈ আহিছে। তাৰ জ্বৰ। সি বোলে আৰু গুৱাহাটীলৈ নাযায়।" সেই মনমিল আজি তিনি বছৰৰ মূৰত আমাৰ গুৱাহাটীৰ ঘৰ পাইছেহি। সি বোধকৰোঁ পাহৰি গৈছে আগৰ কথা।

সিহঁত দুয়ো যঁজা ল'ৰা। উপজিবৰ দিনাই বাঘিণী-প্ৰসূতা হৈ মাক ঢুকায়। তাৰে দিনচেৰেকৰ পাছত বাপেকো ঢুকায়। সিহঁত

দুয়ো ঘাটমাউৰা হ'ল। ঘৰগুৱা বুলি আমাৰেই বেটী এজনীয়ে সিহঁতক খুঁটি খাব পৰা কৰি তুলিছে। তায়ো বাঁৰী তিৰোতা; আমাৰ ঘৰতেই আছে। ল'ৰা হালেও তাইকে মাক বুলি সাৱটি ধৰিছে। মনমিল এঘণ্টামানৰ ডাঙৰ আৰু মনভাল সৰু। মনমিল অলপ মেৰপেনীয়া। মনভাল গাঠলু আৰু খেমেলীয়া। দিনটো সি গীত-পদ গায়েই কটায়। সংসাৰৰ চিন্তা সিহঁতৰ একো নাই। দুখ-বেজাৰ, আমনি কি সিহঁতে নাজানেই। কেৱল খাব-বব, ৰং-খেমালি কৰিব লাগে আৰু যেয়ে যি বন দিয়ে তাক ৰংমনে তভালিকে কৰিব লাগে, তাকে জানে। এয়েই সিহঁতৰ জীৱন।

মনমিল ৰাতি মোৰ ওচৰতে শুলে। ৰাতিপুৱা সাৰ পাই মোক সুধিলে, "ডেকাদেউ! আপুনি কেতিয়াকৈ যাব?" মই কলোঁ, "আমি খাই বৈ উঠি দহ বজাত জাহাজেৰে পাৰ হৈ অশ্বক্লান্তৰ ঘাট পাম গৈ।"

ৰাতিপুৱা শুই উঠি তুলসী ৰৰা আৰু সীতা ৰৰাক লগ ধৰিলোঁ। বিছৰ বাবে যি ধন তোলা হৈছিল সেইখিনিও সিহঁতক গটাই দি আহিলোঁ। সোনকালে ভাত খাই উঠি মনমিলক কলোঁ, "তই ঘোঁৰাটো লৈ পাৰ ঘাটলৈ যা। এই পইচা চাৰি অনা দিলোঁ; তোৰ আৰু ঘোঁৰাটোৰ পাৰণি। তই আগধৰি জাহাজেৰে পাৰ হৈ সিপাৰে বৈ থাক গৈ।" ময়ো অলপ পিছতে লাহে লাহে গৈ সিপাৰ হলোঁ। সিপাৰ পাই দেখোঁ যে সি ঘোঁৰাটোৰ লগত যুঁজ কৰি আছে। মই দেখি আচৰিত হৈ তাক সুধিলোঁ, "কি হৈছে ঐ মনমিল?" সি কলে—"ঘোঁৰাটোৱে ঘৰলৈ যাবলৈ টনাআজোৰা কৰিছে।" এৰা, ঘৰমুৱা ঘোঁৰা, বনমুৱা ৰৰা। সি ঘৰলৈহে ঢাপলি মেলিব খোজে। থাপ মাৰি বাঘজৰীডাল টানি ধৰি জিনখনৰ ওপৰত উঠিলোঁ। দুয়ো গৈ লাহে লাহে গধূলি ঘৰ পালোঁ। ঘোঁৰাৰ পৰা মই মণ্ডলাৰ মুখতে নামি ঘোঁৰাটো তাক গটাই দিলোঁ।

আমাৰ হাউলিটৌত তিনিখন চোতাল। প্ৰথম মণ্ডলাৰ মুখতে এটা চকুতলগা বাটচ'ৰা, তাৰ পিছত মাজৰখনত নাম ঘৰটো। ভিতৰলৈ যাব খোজোঁতে বৰদেউতাক চৌৰবী ঘৰৰ দেউলিতে থিয় হৈ থকা দেখি লাহেকৈ সেৱা এটা কৰি একলীয়া হলোঁ। বৰদেউতাই সুধিলে,—"মামক আহিলি ? তই আহি ভাল কৰিছ। মই বাভিপুৰা মুখনীয়াখাতলৈ খাজনা সাধিবলৈ যাম। তোৰ কানি-কাপোৰ লৈ মনমিলক লগত লৈ যাবি।" এই বুলি কৈ বৰদেউতা গোসাঁই ঘৰৰ ভিতৰলৈ গ'ল। মইও ভিতৰলৈ আহিলোঁ।

পিছদিনা বাভিপুৱা বৰদেউতা ঘোঁৰাত উঠি খাতলৈ গ'ল। ঠাকুৰীয়াৰ লগত মনভালে কানি-কাপোৰ লৈ আগেয়ে খাতলৈ গৈছে। ময়ো মনমিলক লগত লৈ খাতলৈ গলোঁ। বৰদেউতাৰ ঘোঁৰাটো খাতভে থাকিল। খাতখন আমাৰ ঘৰৰপৰা সাত মাইলমান দূৰ হব। তাত প্ৰায় দহদিনমান থকা হ'ল। খাজনা প্ৰায় উঠিলেই। মই বায়ত এজনক পঠিয়াই দি ঘৰৰপৰা ঘোঁৰাটো নি মনমিলৰ সৈতে আকৌ ঘৰলৈ গলোঁ। বৰদেউতা বাহিৰে বাহিৰে তহছিল কাছাৰীলৈ গৈ তহছিলদাৰক খাজনা সোধাই দি ঘৰলৈ উভতি আহিল। কেতিয়া মই গুৱাহাটীলৈ আহিব পাৰিম এইটোৰেই মোৰ চিন্তা হ'ল। তাত থাকি মোৰ ভাল নালাগে। বৰদেউতাক সুধিলোঁ, "মই ঘৰলৈ যাম নেকি ?" বৰদেউতাই ক'লে—"বহচোন বহ, আৰু কেইদিনমান থাকচোন।" ময়ো থাকিলোঁ।

আমাৰ ঘৰৰপৰা এমাইলমান দূৰত মিকৰ এখন নিজৰ মাটিৰ খাত আছে। বৰদেউতা বাভিপুৱা উঠি খাতলৈ যায়। প্ৰায় কেৰা-ভূপৰীয়ামানতহে আহি ঘৰ পায়। এদিন বাভিপুৱা মই আলিবাটৰ কালে ফুৰিবলৈ গৈছোঁ। আমাৰ ঘৰৰ পাছফালে কেইঘৰমান ঘৰুৱা মানুহ আছে। যাই হাউলিৰপৰা সিহঁতৰ ভালে এটা লুণ্ড্লুণ্ডীয়া বাট। চাওঁ যে, বহুত মানুহ অহা-যোৱা কৰি আছে। অহা আহিছে,

যোৱা গৈছে। কি হৈছে মই একো গম পোৱা নাই। অলপ ওচৰ চাপি ভু লওঁ যে—বুটা হালগিৰিৰ পুতেক মমতৰামৰ বিয়াৰ তেলৰ ভাৰ। আজি বুধবাৰে তেলৰ ভাৰ আৰু কাইলৈ বৃহস্পতি বাৰে বিয়া। তেলৰ ভাৰ কি মই আগেয়ে জনা নাছিলোঁ। পিছত বুজিলোঁ যে আমাৰ নগৰৰ বিয়াৰ আগদিনা দিয়া জোৰণকে গাঁৱত তেলৰ ভাৰ বোলে। কিন্তু নগৰত জোৰণৰ দিনা দৰাঘৰত ইমান হুলস্থুল নহয়; কইনা ঘৰতহে হয়। এনেতে হালগিৰি আহি ওলাল। হালগিৰি মানুহটো ভুটকুৰা; অলপ বয়সীয়া। সি মোৰ ওচৰত থিয় হৈ মোক ক'লে,—"বোপাদেউ! বন্দীয়ে আপোনাক এটা কথা কব খোজোঁ।"

মই কলোঁ—"বাৰু ক কি কব খুজিছ।"

সি কলে, "আপুনি সকলো জানিছে, মোৰ ল'ৰা মমতৰামৰ বিয়াৰ দিহা কৰিছোঁ। তাবে আজি তেলৰ ভাৰ। কইনাৰ ঘৰ শ'লমাৰিত। ইয়াৰ পৰা সাত আঠ মাইল দূৰ হ'ব। লাউপাৰা গাঁওৰ ওচৰতে। আফুৰা গাঁওবুঢ়াৰ জীয়েক শ'নফুলীৰ লগত। আপুনি বেজাৰ নাপায় যদি এটি কথা কব খোজেঁ।।"

মই সুধিলোঁ—"কি কথানো সুধিব খুজিছা?" হালগিৰি কবলৈ ধৰিলে, "তেলৰ ভাৰৰ লগত দৰাঘৰীয়া মানুহৰ বাহিৰেও এজন ভাল মানুহ যাব লাগে। দৰাচলতে তেলৰ ভাৰৰ লগত আমাৰ পুৰোহিত বাপুহে যাব লাগে। মোৰ দুৰ্ভাগ্য আমাৰ পুৰোহিত বাপুৰ আজি তিনি দিন দোম-জ্বৰ। আজিলৈকে জ্বৰ এৰা নাই। দেউ বাপুৱে কলে, "আমাৰ আনান কাকতিকে লৈ যোৱা ভাল হব। মানুহজন জনা বুজা।" দেউ তেনেকৈ কোৱাত মই কাকতিৰ ওচৰলৈ আহিলোঁ; তেতিয়া কাকতিয়ে ক'লে,—"আমাৰ লাউপাৰাৰ মিতিৰৰ ঘৰত কিবা সকাম আছে; মই এতিয়াই যাম। দুপৰীয়া কিবা কাজ। তুমি গুৱাহাটীয়া বাপুকে খোৰা এটাত তুলি লৈ

ঘোৰাগৈ। মই তোমালোকক কইনা ঘৰত লগ ধৰি যি কৰিব লাগে তাকে কৰিম।" বোপাদেউ, মই নিৰুপায় হৈহে আপোনাক ধৰিছোঁ; আপোনালোক এনেই ডাঙৰ মানুহ। আপুনিয়েই ভাল মানুহ হৈ ওলাওক। আপুনি একো দুখ-বেজাৰ নাপায়। আপোনাক ঘোঁৰাত তুলি লৈ যাম। মাত্র আপুনি তাত বহি থাকিব। আমাৰ মাজুদেকাৰ ল'ৰা কৰিমনক কৈছোঁ সি ঘোঁৰাটো জিন্-তিন্ লগাই আমাৰ ঘৰলৈ লৈ যাব।"

মই তেতিয়া কলোঁ, "বোলো ৰৰদেউতাক মোকোৱাকৈ মই কেনেকৈ যাম?"

সি কলে—"আপুনি একো চিন্তা কৰিব নালাগে। বিয়াৰ সকলো যোগাৰ তেখেতেই। মোক নিজৰ ল'ৰাৰ নিচিনা মৰম কৰে। তেখেতৰ জহতে আমাৰ গাঁওখন বৈ আছোঁ। আপুনি কানি-কাপোৰ পিন্ধি ওলাওক গৈ; পাগুৰি এটা আমাৰ ঘৰতে অনাই থৈছোঁ।

—যা চোন মই ভাবি-চিন্তি চাওঁ—বুলি কৈ মই লাহে লাহে ঘৰলৈ আহিলোঁ। পেটে-পেটে ভাবি আহিছোঁ মোক আজি ইহঁতে ভাল মানুহ পাতিছে। তেনেৰ ভাবৰ ভাল মানুহ কি মই একো বুজিব নোৱাৰিলোঁ। আৰু মই যে ভাল মানুহ হম এই কথাও মই ভাবিব নোৱাৰো। আমাৰ বংশত মোতকৈ ডাঙৰ গুণী, মানী, শিক্ষিত মানুহ আছে। সেইবিলাকক নিনি মোকেই বা কিয় নিব ওলাল? যাম নে নাযাম? মই লোভতকৈই বা সামৰো কেনেকৈ? মোৰ সকলোৰে লাচনি-পাচনি কৰি ফুৰোঁতে দিন যায়। কোনোবাই বা নাম কাঢ়িয়ে মাতে, কোনোবাই বা বাপু বুলি মাতে; আকৌ কোনোবাই বা তয়া-হয়া তামি-তুমা কৰিও মাতে। কিন্তু কোনোৱেতো মোক ভাল মানুহ বুলি নাভাবে, নকয়ও। মই গাঁৱৰ ঘৰলৈ আহিলে ৰৰদেউতাই মোক বহুতো সৰু-সুৰা কাম দিয়ে।

বাঙিপুৰা মই অলপ পঢ়ি উঠাৰ পাছত মাতিলে মই যাওঁ। তেওঁ কয়,—"যা, বৰিহনা বেজক মাতি আন গৈ। পিঠিখনে বৰকৈ কটকটাইছে। শিঙা দি তেজখিনি উলিয়াই পেলাওঁ। সি বৰ ভাল বেজ।" আৰু কেতিয়াবা কয়—"গোপাল ছেখ আৰু আহমা ছেখক খৰি ফালিবলৈ মাতি আনগৈ। আৰু, উভতি আহোঁতে আনান কাকতিকো মাতি আনিবি।" কিবা মেল-দোবান থাকিলে গাঁৱৰে মেলেকি পালো গাঁওবুঢ়া, নাউতী গুফীয়া, নাউমল মেধি আদিক মোক মাতি আনিবলৈ দিয়ে। ববদেউতাৰ মই এক প্ৰকাৰ সাৰা। এইবোৰেই মোৰ চুকপিয়া কাম ; নগৰৰ ঘৰত থাকিলেও তেনেকুৱাবোৰেই মোৰ সেই সময়ৰ কাম। বৌৱে পঠাই দিব "ভেলেকন সোণাৰীক মাতি আনগৈ।" ধান বানিব লগা হলে—"ভাকুৰী কছাৰণীক মাতি আনগৈ।" কেতিয়াবা কয়, "বাঁহৰ তলৰপৰা কেইটামান শুকান বাঁহৰ আগলি কাটি আনগৈ।" বজাৰৰ পৰা মাছ, তামোল-পাণ আদি আনিব লগা হলেও লগুৱা ল'ৰাটোৰ লগত লৈ ময়েই যাব লাগে। এতিয়া মনমিল আৰু মনভাল বুজন হৈ উঠাৰপৰা মই কিছু পৰিমাণে সকাহ পাইছোঁ।

আজি মোক হালগিৰিয়ে ভাল মানুহ কৰি লৈ যাব। আজি মোৰ মন উলহ-মালহেৰে ভৰি গৈছে। এতিয়া আৰু মোক কোনে পায়? মই যেন নিজক নিজে গপতে পঙাটোপটো হৈ পৰিছোঁ। এবাৰ ভাবিলোঁ ববদেউতাই যদি মোক যাব নিদিয়ে বৌহঁতৰ আগতে কৈ মই মনে মনে গুচি যাম। মই মনে মনে সৰু বৌক হালগিৰিয়ে কোৱা আটাইখিনি কথা কলোঁ। সৰু বৌৱে মোক বৰ মৰম কৰে। সৰু বৌৱে মোক কলে—"তই যে এনেকৈ যাব ওলাইছ ববদেউতাৰাই যদি তোক খং কৰি যাব নিদিয়ে তই কি কৰিবি?" তাৰ পাছত মই বৌক কলোঁ, 'বৌ, মোক যদি ববদেউতাই বিচাৰে তুমি কবা "সি বোলে তেলৰ ভাৰ দেখা নাই ; গতিকে

হালগিৰিৰ ঘৰলৈ তেলৰ ভাৰ চাৰ গৈছে। তেতিয়া মনে মনে থাকিব।”

ইয়াৰ পাছত মই কামকৰা আন্ধাৰী বেটীজনীক মোক গা ধুৱলৈ পানী দিবলৈ কলোঁ। তাৰ পাছত গা-পা ধুই ভাত পানী খাই নতুন ভুনি এখন আৰু চোলা পিন্ধি বিয়া ঘৰলৈ খোজ ললোঁ। বিয়া ঘৰত বহুত মানুহ থুপ খাইছে। মোক দেখা পাই মমতৰামে সেৰা এটা কৰি কলে—“ডেকাদেউ, বহক।” চোতালত এখন চালপীৰা পাৰি থোৱা আছিল। মই তাতে বহিলোঁ। টেঙৰাম কাকতিয়ে মোক মাত লগালে “বোপা, আপুনি ভাল ক্ষণত আহি পাইছে। আজি আমি আপোনাক সজাই পৰাই ভাল মানুহ কৰি লৈ যাম। আমাৰ তেলৰ ভাৰত দিয়া বস্তুবোৰ আপুনি এবাৰ চকুফুৰাই চাই লওঁক।” মই কলোঁ—‘এৰা, দেখুৱাচোন কি কি লৈছা। প্ৰথমতে অলঙ্কাৰ কি কি লৈছা?’ সিহঁতে মোক এবিধ এবিধকৈ তেলৰ ভাৰৰ বস্তুবোৰ দেখুৱাবলৈ ধৰিলে।

অলঙ্কাৰ :—এধাৰ গলপতা, এধাৰ চিপাট মণি, ৰূপৰ মণি-মাদলি এধাৰ, ঢোলবিড়িৰে সৈতে এধাৰ পোৱাল মণি, দুই মহামান ওজনৰ কাণত পিন্ধা এযোৰ সোণা, কপালি এপাট, এযোৰ পিপলিপটা, এযোৰ বকুল, জাংফাই কেৰু এযোৰ, ৰূপৰ পটীয়া খাৰু আঠযোৰ, ভৰিৰ উজটি এযোৰ, সোণৰ আঙঠি দুটা, ৰূপৰ মুঠি খাৰু এযোৰ, নাকফুল এটা আৰু ঘুনুচাৰে ধুনীয়াকৈ গঁঠা বাইজু বন এপাট।

কাপোৰ :—বিয়া সবাহে পিন্ধা মুগাৰ মেখেলা এযোৰ, আগুৰাম দুখান, উপৰণি দুখান, কপাহী ফুলাম মেখেলা এযোৰ, তেলাচ দুখান আৰু জাবত উৰা কপাহী খোৰা সুতাৰ বৰ কাপোৰ দুখান। কাপোৰো ইমানেই।

অন্যান্য :—দাপোণ এখন, বাঁহৰ কাকৈ দুখন, জঁটভাঙা এখন

ইয়াতে এটা কথা কৈ থোৱা উচিত যে ১৯৫৩-৫৪ চনত ছাত্ৰ সন্মিলনৰ বাৰ্ষিক অধিবেশন পতা হৈছিল। কিন্তু ছাত্ৰ সমাজৰ মাজত সংগঠন আৰু সহযোগিতাৰ অভাৱৰ কাৰণে আজিৰ সমাজত নবীনচন্দ্ৰ বৰদলৈ, চন্দ্ৰনাথ শৰ্মাৰ নিচিনা বিচক্ষণ কৰ্মী নথকা কাৰণে সেই ছাত্ৰ সন্মিলনে আকৌ মৃতপ্ৰায় অৱস্থা পাইছিলগৈ। এইটো এটা বৰ শুভ লক্ষণ যে আজি পুনৰ ছাত্ৰ সন্মিলনে গা দাঙি উঠিব পাৰিছে। ইয়াৰ পৰা বুজিব পাৰি যে ছাত্ৰ সন্মিলন মৰিও অমৰ। এই ছাত্ৰ সন্মিলনৰ অন্তৰালত বিৰাট শক্তি আৰু সম্ভাৱনা নিহিত আছে। কোনো সাময়িক বা-মাৰলীয়ে ছাত্ৰসকলক পথভ্ৰষ্ট আৰু সঙ্ঘচ্যুত কৰিলেও সন্মিলনৰ এই অন্তৰ্নিহিত শক্তিয়ে আমাৰ ডেকাসকলক চুম্বকৰ নিচিনকৈ আকৰ্ষণ কৰি প্ৰকৃষ্ট পথৰ নিৰ্দেশ দিছে। মই আজি জীৱনৰ এই ভাটী বয়সত আমাৰ ডেকাছাত্ৰসকলৰ মাজত থিয় হবলৈ পাই নিজকে বৰ গৌৰৱান্বিত অনুভৱ কৰিছোঁ। মই আৰু গৌৰৱান্বিত হম যদি আমাৰ ছাত্ৰ সমাজে সংহতি আৰু প্ৰীতিৰ ডোলেৰে বান্ধ খাই ছাত্ৰ সন্মিলনৰ অতীত গৌৰৱ অক্ষুণ্ণ ৰাখি এটা পূৰ্ণ বিকশিত মহান জাতীয় অনুষ্ঠান গঢ়ি তুলিবলৈ সক্ষম হয়। এই ছাত্ৰ সন্মিলনৰ জৰিয়তে যেনেকৈ এসময়ত কবি-সাহিত্যিক, শিল্পী, বক্তা, ৰাষ্ট্ৰনেতা আৰু সমাজ সেৱকৰ সৃষ্টি হৈছিল, ভৱিষ্যতেও যদি এই সন্মিলনৰ যোগেদি আমাৰ দেশে বাছকবনীয়া নেতা, কৰ্মী, সাহিত্যিক, দাৰ্শনিক আৰু বৈজ্ঞানিক লাভ কৰিব পাৰে তেনেহলে এই সন্মিলনৰ উদ্দেশ্য সাফল্যমণ্ডিত হোৱা বুলি ভাবিম।

আজীৱন মই মোৰ চিৰ দুখুনী ভাষা-জননীৰ দুখতে দুখী হৈ আহিছোঁ, এই জীৱনতে দেশৰ নৈতিক আৰু সাংস্কৃতিক অৱনতিৰ দুঃসহ দৃশ্য দেখি আছোঁ। জাতীয় গ্লানিৰ দুৰ্বহ বোজা আমি কঢ়িয়াবই লাগিছোঁ, কিন্তু মোৰ আশাবাদী মন। আমি পদে পদে নামিছোঁ, বুৰিছোঁ, তথাপি মনটোৱে সেও মানিব খোজা নাই।

জীৱনৰ এই ৰিয়লি বেলাতো মই মোৰ মানস পটত দেশ-মাতৃৰ দুখ মোচনৰ চিল-মিল মোহনীয় ৰূপ দেখিবলৈ পাওঁ, মই আজিও মোৰ মাতৃৰ সুখ স্বপ্নৰ কল্পনা কৰোঁ। কিন্তু মোৰ দুখুনী মাতৃৰ দুখ মোচন হব সিদিনা যিদিনা দেশৰ প্ৰতিটো ছাত্ৰই দেশখনক নিজৰ বুলিবলৈ শিকিব, দেশৰ স্বাৰ্থৰ কাৰণে নিজৰ স্বাৰ্থ পৰিহাৰ কৰিব পাৰিব, দেশৰ মঙ্গলৰ কাৰণে সৰু-বৰ সকলোৱে ভেদাভেদ ভাৱ দূৰ কৰি জাতিৰ কৃষ্টি-সভ্যতাৰ স্বৰ্ণ মন্দিৰত নিজ নিজ অৰিহণা যোগাব। সিদিনা এই সপোন দিঠক হ'ব। মোৰ শান্তিকামী আশাবাদী মনে আকুলভাৱে সেই দিনৰে প্ৰতীক্ষা কৰিছে। দেশ নিৰ্মাণৰ সেই নিঃস্বাৰ্থ ব্ৰতৰ ব্ৰতী হিচাপে মই আজিৰ সভাৰ প্ৰতিজন ছাত্ৰকে অভিনন্দন জনাওঁ। সৰ্বমঙ্গলময়ৰ ওচৰত প্ৰাৰ্থনা এয়ে যেন তেওঁ আমাৰ ছাত্ৰ সমাজৰ প্ৰত্যেকৰে সুমঙ্গল বিধান কৰি দেশ-মাতৃক হৰ্ষান্বিত কৰে।

ছাত্ৰ সমাজক লগ পালে দুআষাৰ উপদেশ বাণী শুনোৱা বুঢ়া মানুহৰ স্বাভাৱিক ধৰ্ম। উপদেশ দিবলৈ গৈ মই কেৱল এষাৰ কথাকে পাওঁ যে উপদেশতকৈ আৰ্হি ভাল। ছাত্ৰসকলে যিহকে উচিত বুলি ভাবে তাকে কথাৰে প্ৰকাশ নকৰি নিজৰ জীৱনৰ কৰ্মৰ মাজেদি প্ৰকাশ কৰিবলৈ যত্নপৰ হব লাগে। যি ক্ৰিয়াবান পুৰুষ, সেয়ে বিদ্বান। কথাত মানুহৰ আয়ুস ক্ষয় হয়, শক্তি হ্ৰাস পায়। কামত মানুহৰ আত্মবিশ্বাস বাঢ়ে, চিন্তা শক্তি গভীৰ হয়। ব্যক্তিগত জীৱনত যিয়ে নিজ নিজ কৰ্তব্য বাছি লৈ লক্ষ্য স্থিৰ ৰাখি শ্ৰদ্ধা আৰু সাহসেৰে সৈতে কৰ্তব্য পথত অগ্ৰসৰ হৈছে তেওঁলোকেই আৰ্হি পুৰুষ। কিন্তু কৰ্তব্য-অকৰ্তব্য বিচাৰ কৰা সহজ কাম নহয়।

গীতাত কৈছে "কিং কৰ্তব্যং কিমকৰ্তব্যং কবয়োপ্যত্ৰ মোহিতাঃ।" নিজৰ কৰ্মক্ষেত্ৰ স্থিৰ কৰিবলৈ গৈ কবিসকলো বিমূঢ় হৈ পৰিছে।

মানুহৰ চিত্ত-বৃত্তি স্বভাৱতে চঞ্চল। মনটোৱে সঁচাকৈয়ে কি বিচাৰে তাক ভাবি ঠিক কৰিব নোৱাৰি। তাতে আকৌ বৰ্তমান আউল লগা সমাজ ব্যৱস্থাৰ ফলত মানুহৰ মনৰ সুকুমাৰ প্ৰবৃত্তিবোৰ ক্ৰমে ক্ৰমে ক্লীৱত্ব প্ৰাপ্ত হৈছে। এনে সময়ত নিজৰ জীৱন যাত্ৰাৰ সুস্পষ্ট ইঙ্গিত পোৱা সঁচাকৈ কঠিন। যি সমাজ স্বাৰ্থপৰ, চঞ্চল, বিলাসী আৰু বৰ্ব্বৰ সেই সমাজে অধঃপতনৰ দিশটোহে দেখুৱাই দিয়ে। এই সমাজৰপৰা আমাৰ ভৱিষ্যৎ বংশধৰসকলে শিকিবলগীয়া বিশেষ একো নাই। ইংৰাজ কবি শ্বেলীয়ে কম দুখত কোৱা নাছিল।

The good want power but to weep barren tears
The powerful goodness want worse need for them
Wise want love and those who love want wisdom
And all best things are thus confused to ill.

সংসাৰৰ ভালখিনি বেয়াৰ লগত এনেকৈ মিহলি হৈ গৈছে যে তাক পৃথক কৰা সহজ নহয়, যেনেকৈ পৱিত্ৰ এৰাঁ গাখীৰৰ লগত নিম তিতাৰ ৰস মিহলি হলে দুয়োটা দ্ৰব্যৰে স্বকীয় গুণ নষ্ট হৈ যায়। সেই কাৰণে কবিয়ে এখন নতুন সমাজৰ কল্পনা কৰিছিল যি সমাজৰ মূল মন্ত্ৰ হব প্ৰেম আৰু মুক্তি (love and liberty)। আমাৰ জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীয়েও যি ৰামৰাজ্যৰ সপোন দেখিছিল তাৰ মূল্য, তাৰ মূল ভিত্তি আছিল সত্য আৰু অহিংসা (truth and non-violence)। যুগশ্ৰেষ্ঠ পুৰুষসকলে কঠোৰ সংযম আৰু সাধনাৰ বলত লাভ কৰা পৱিত্ৰ জ্ঞান আমাৰ বস্তুবাদী, বুদ্ধিজীৱী সমাজৰ চকুত কেৱল ভাবৰ উন্মাদনা বা কল্পনাৰ বিলাস বুলিহে পৰিগণিত হয়। ফলত সমাজে ক্ৰমশঃ বৰ্ব্বৰতাৰ পিনে গতি

কৰে। আধুনিক ইংৰাজ কবি টি. এছ. এলিয়টৰ অমৰ লিখনিত এই সামাজিক নিঃস্বতাৰ কথা স্পষ্টভাৱে ফুটি উঠিছে।

Where is the life we have lost in living ?
Where is the wisdom we have lost in knowledge ?
Where is the knowledge we have lost in for-
mation ?
The cycles of Heaven in twenty centuries
Bring us farther from God and nearer to the
Dust !

আমি জীয়াই আছোঁ অথচ আমাৰ প্ৰাণ নাই, আমি পঢ়িছোঁ অথচ আমাৰ জ্ঞান নাই, আমাৰ মুখত কথাৰ জাউৰি, অথচ আমাৰ অন্তৰত লেশমানো অনুভৱ নাই। সময়ৰ ঘূৰ্ণীয়মান কাল-চকৰিয়ে আমাক ভগৱানৰপৰা দূৰলৈ টানি আনি ধূলিৰ বুকুলৈ ঠেলি দিছে। এনে এটা সন্ধিক্ষণতে আজিৰ ছাত্ৰ সমাজ উপনীত হৈছেহি। সমাজৰ আও-ভাও চাই নিজ নিজ লক্ষ্য স্থিৰ কৰা দুৰূহ কাম। তেনে অৱস্থাত মই ছাত্ৰসকলক মাত্ৰ এষাৰ কথা কব খোজোঁ—তোমালোক আত্ম-বিস্মৃত নহবা। তোমালোক যদি মানুহ হোৱা সমাজে তোমা-লোকক বিপথগামী কৰিব নোৱাৰে; বৰং তোমালোকেহে সমাজক সুপথে পৰিচালিত কৰিব পাৰিবা। তোমালোক যদি প্ৰত্যেকে একোজন আৰ্হি পুৰুষ হওঁ বুলি দৃঢ়প্ৰতিজ্ঞ হোৱা, তোমালোকৰ যদি উদ্দেশ্য মহৎ হয়, যদি লক্ষ্য স্থিৰ থাকে তেনেহলে তোমালোকে নতুন সমাজ, নতুন জীৱন আৰু নতুন ভাৰত গঢ়ি তুলিবলৈ সমৰ্থবান হবা। তোমালোক কৰ্ত্তব্যপৰায়ণ হোৱা। তোমালোকৰ এতিয়া প্ৰধানতঃ শিক্ষাৰ সময়। এই ছাত্ৰকালতে যিমানখিনি জ্ঞান অৰ্জ্জন কৰিব পাৰা, প্ৰাঢ়াশালিৰপৰা বিশ্ববিদ্যালয়লৈকে যিমান সুনাম সুখ্যাতি অৰ্জ্জন কৰিব পাৰা সিমানেই তোমালোকে নিজৰ, দহৰ আৰু দেশৰ উপকাৰ সাধন

কৰিবলৈ সক্ষম হবা। তোমালোকে অবাবতে সময় নষ্ট নকৰিবা; অনাহকক বাক্-বিতণ্ডা কৰি শক্তি হ্ৰাস নকৰিবা। আৰু এটা কথা—আজিৰ ছাত্ৰ-সমাজক যি দলীয় ৰাজনীতিৰ সংক্ৰমণে আক্ৰমণ কৰিছে তোমালোক তাৰপৰা মুক্ত হোৱা। তোমালোকে সকলো কথাকে অধ্যয়নৰ ভাৱতহে গ্ৰহণ কৰিব লাগে। দলীয় ৰাজনীতিয়ে মানুহৰ মনক সঙ্কুচিত কৰে। এনে ঠেক গণ্ডীৰ ভিতৰত সোমালে কোনো সমস্যাকে মুকলিভাৱে আলোচনা কৰিব নোৱাৰি। তোমালোকে মনৰ দুৱাৰ-খিৰিকীবোৰ মুকলি কৰি দিয়া, তেতিয়াহে দেশৰ বা সমাজৰ যি কোনো সমস্যাকে উদাৰভাৱে আৰু বহল দৃষ্টিভঙ্গী লৈ ধীৰ-সুস্থিৰতাৰে সৈতে তন্ন-তন্নকৈ চিন্তা কৰিব পাৰিবা। শিক্ষাৰ ক্ষেত্ৰতে হওক বা কৰ্ম্মৰ ক্ষেত্ৰতে হওক, তোমালোকে শিক্ষাপদ্ধতি বা কৰ্ম্মপদ্ধতিক দোষ দি হাত সাৱটি বহি নাথাকিবা। বৰ্ত্তমান ঘোৰ প্ৰতিযোগিতাৰ যুগ। যি অৱস্থাৰ মাজতে আছা সেই অৱস্থাৰ মাজেদিয়ে আগবাঢ়ি যাবলৈ শিকা। তেতিয়া দেখিবা যে তুমি যিমানেই আগবাঢ়ি গৈছা সিমানেই তোমাৰ বাটৰ হুল-জোংবোৰ আঁতৰাই যাব পাৰিছা। যদি তাকে নকৰি পঙ্গু হৈ থাকা তেনেহ'লে তোমাৰ সমুখৰ বাট এখন অটব্য হাবিয়নিত পৰিণত হব—আৰু তাৰ পৰিণতি স্বৰূপে তোমাৰ এই দুৰ্ল্লভ মানৱ জীৱন বৃথাতে হেৰুৱাৰ উপৰিও ভৱিষ্যৎ বংশধৰসকলৰ শাও-পাত তুমি বহন কৰিব লাগিব। সেই কাৰণে মোৰ সানুনয় নিবেদন—

হে মোৰ প্ৰিয় ছাত্ৰবন্ধুসকল, তোমালোক সঙ্ঘবদ্ধ হোৱা, তোমালেক কৰ্ত্তব্যপৰায়ণ হোৱা, তোমালোক চিন্তাশীল হোৱা, উঠা, জাগা, নিজ নিজ প্ৰাপ্যপদ গ্ৰহণ কৰা "উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰান্নিবোধত।"

# সূচীপত্ৰ

# মই লিখোঁ কিয়

মই সৰু কালডোখৰত গাঁৱত আছিলোঁ; তেতিয়া মোৰ বয়স আছিল সাত কি আঠ বছৰ। সেই বয়সতে বসন্ত কালৰ বিনন্দীয়া পৃথিৱীয়ে মোৰ মন-প্ৰাণ আপ্লুত কৰে। বসন্ত কালত চৰাই-চিৰিকতিয়ে গান গায়, নানান ফুল ফুলে। চৰাইৰ গানৰ-মনোমোহা সুৰ আৰু ফুলৰ সুঘ্ৰাণত মই মতলীয়া হৈ ক'ত চৰায়ে মাতিছে, ক'ত ফুল ফুলিছে, কি হৈছে আদি চাবলৈ যাওঁ। দেখো: চৰাইবোৰ উৰি আহে, ফুলে ফুলে পৰি মৌ খায়। মই ৰ লাগি চাই ৰওঁ।

ৰঙা মদাৰ ফুলবোৰ থোপা-থোপে ফুলি থাকে; বতাহত সৰে। মই সেইবোৰৰ কিছুমান লৈ গৈ কলহ বা পাত্ৰত পানী দি থৈ দিওঁ। পিচে, ফুলবোৰ খুব সোনকালে পচি যায়। মোৰ বেয়া লাগে, ভাবোঁ: ইহঁতক সজীৱ কৰি ৰাখিব পৰা হলে!

সৰু ল'ৰাই দুৰ্গা গোসাঁনীৰ পূজালৈ আশাৰে বাট চায়। গোসাঁনীৰ মূৰ্ত্তিৰ বাবে খেৰৰ জুমুঠি কৰোঁতেও সিহঁতে চায়, তাৰ ওপৰত মাটি সানোতেও চায় আৰু ৰং দিয়াৰ পিছত পূজা মণ্ডপতো চায়। তেনেকৈ চাওঁতে চাওঁতে সিহঁতৰ মনত দুৰ্গা সম্পৰ্কে এটা সাঁচ বহে আৰু আৱশ্যক হ'লে সিহঁতৰ নিজা কথাৰে সেই ভাৱ প্ৰকাশ কৰে, ৰচনা লিখে।

কোনো কাৰণ বশতঃ সিহঁতৰ মনত উদ্ভৱ হোৱা সেই ভাবৰাশি প্ৰকাশৰ সুবিধা নাপালে সিহঁতৰ মনত শান্তি নাথাকে। অন্তৰৰ ভাবৰ উত্তাল তৰঙ্গই সিহঁতক কৰে যন্ত্ৰণাক্লিষ্ট। সুবিধা পালেই সিহঁতে সেই ভাবৰাশি, আনৰ কাৰণে সেইবিলাক যিমানেই তৰল অথবা নিৰৰ্থক

যেন নালাগক কিয়, প্ৰকাশ কৰিবলৈ সিহঁতৰ অন্তৰে কান্দে। স্কুলীয়া ছাত্ৰ এজনে দুৰ্গা গোসাঁনীৰ বিষয়ে ৰচনা লিখাৰ সময়ত তাৰ মানস-পটত ভাহি উঠে কাৰিকৰৰ হাতৰ মুঠিৰে আঁটি বন্ধা খেৰৰ জুমুঠিবোৰ, পাছত মাটিৰ লেপনৰ ছবি আৰু তাৰ পিছত নানা ৰঙে সুশোভিত পূজা মণ্ডপত পূজা অৰ্চনাৰে দুৰ্গা গোসাঁনী। এনেদৰে একো একোটা মাত, একো একোটা দৃশ্য আমি প্ৰত্যেকেই উপভোগ কৰোঁ। কোনোৱে তাক প্ৰকাশৰ বাট বিচাৰে, প্ৰকাশ কৰিব নোৱাৰিলে তাৰ অন্তৰে গুজৰি-গুমৰি থাকে ; আন কোনোৱে সেই মাত, সেই দৃশ্য চিৰদিনৰ বাবে পাহৰি যায়। আখৰৰ সহায়েৰে অন্তৰৰ ভাবৰাশি প্ৰকাশ কৰাত আনন্দ আছে প্ৰচুৰ।

মোৰো সেয়ে হৈছিল। চৰাইৰ মাত, ফুলৰ শোভা আদিয়ে মোৰ মনত সৃষ্টি কৰা ভাবৰাশি মই পিছত আখৰেৰে প্ৰকাশ কৰিছিলোঁ। তাকে নকৰা পৰ্য্যন্ত মই যে শান্তিৰে থাকিব নোৱাৰিছিলোঁ।

গাঁৱৰপৰা নগৰলৈ যেতিয়া আহিলোঁ তেতিয়া ইফালে সিফালে ফুৰোঁতে কেতেকী, ভাটৌ, মইনা আদি চৰাইৰ মাত শুনো। সিহঁতৰ মাত শুনি কৰবাত দেখা পাওঁ বুলি আগ্ৰহেৰে চাওঁ। কিন্তু দেখা নাপাওঁ। মনত বৰ দুখ লাগে। কামৰূপত বৌ কাকা ক'ত, বঙ্গদেশত বৌ কথা কও আৰু উজনীত কেতেকী বোলা চৰাইটোৰ মাত নগৰতো শুনো। চৰাইটো কিন্তু দেখা নাপাওঁ।

## নিৰ্জ্জনতা প্ৰিয়

মই স্কুলত কাম কৰিছিলোঁ। পিছত তাকো এৰিলোঁ। স্কুল এৰাটো যেতিয়া খাটাং হ'ল তেতিয়া খাতলৈ যোৱাকে ঠিক কৰিলোঁ। খেতি-পামৰ নিৰ্জ্জনতা মোৰ ভাল লাগিছিল। এদিন পুৱা পামলৈ গৈ ৰাতি তাতে থাকিলোঁ। মই থকা ঘৰটোৰ মুখৰ ফালে এজোপা জৰী গছ আছিল, তাৰ গুটিবোৰ পকি ওলমি আছিল, নিচেই পুৱাতেই

অসংখ্য মইনা চৰায়ে গছজোপাত পৰি সিহঁতৰ মনোমুগ্ধ মাত মাতিছিল। মই সাৱ পালোঁ। কিনো চৰাই চাওঁ বুলি ওলাই গৈ সিহঁতক দেখি মই আচৰিত হলোঁ। পিছে সিহঁতে মোক দেখি ভুকুং কৰে উৰি গুচি গ'ল—প্ৰায় তিনি চাৰিশ মইনা চৰাই। সিহঁতে যেন সপ্ত সুৰত গীতহে গাইছিল। মই উপলব্ধি কৰিছিলোঁ : সিহঁতৰ এই মাত দেখোন ঘৰত শিকোৱা মইনাৰ মাত নহয় ; ই স্বাভাৱিক, সুললিত।

পিচদিনা মই শেতেলীতে থাকি খিৰিকীৰে সিহঁতক লক্ষ্য কৰিলোঁ। ডালে ডালে উৰি উৰি পকা-গুটিবোৰ সিহঁতে গিলিছিল ; প্ৰাণ ভৰি গাইছিল। মই একাণপতীয়া হৈ শুনিলোঁ, ভাল লাগিল। ভগৱানলৈ মোৰ অশেষ শ্ৰদ্ধা উপজিল, কাৰণ, এনেকুৱা স্বৰ মই কেতিয়াও শুনা নাছিলোঁ। ঈশ্বৰে মোক যেন গোৰ মাৰি গঙ্গাতহে পেলালে। প্ৰায় এসপ্তাহ তেনেকৈয়ে গ'ল। গধূলি বেলিকা কেতেকী চৰায়ে ধাননিৰ ওপৰেদি গান গাই গাই লহৰ তুলি দিগন্তত বিলীন হয়। সেইবোৰেকে মই প্ৰায়ে চাই থাকোঁ। আমাৰ ঘৰৰ পশ্চিমফালে থকা বিল এখনত আছিল বগা পদুম ফুল। তাৰ সুঘ্ৰাণ লোৱাৰ কামনাৰে কেতিয়াবা মই তাতে দিনটো শুই থাকোঁ। ভগৱানৰ যেন এইবোৰ সৃষ্টি মোৰ বাবেই।

বিনন্দীয়া পৃথিৱীৰ এই মনোৰম দৃশ্যবোৰ চাই যি ভাবৰ উদ্ৰেক হৈছিল সেয়ে মোক লিখিবলৈ অনুপ্ৰেৰণা যোগাইছিল।

## বালি চাপৰিৰ বতাহ

ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ পাৰৰ পৰ্বতবোৰ আৰু ঝাও বনেৰে ভৰা বালি চাপৰিবোৰৰ সকলোবোৰকে মই চাইছিলোঁ। বালিচাপৰিত বতাহৰ সোঁ-সোঁৱনিৰ সুৰ শুনি মই ঝাও বনৰ মাজতে বহি থাকোঁ। এইবিলাক দৃশ্যই মোক লিখিবলৈ সমল যোগাইছিল। ব্ৰহ্মপুত্ৰৰ ওখ ওখ ঢৌবোৰ যেন পৰ্ব্বতৰপৰা বাগৰিপৰা ডাঙৰ ডাঙৰ শিলহে, যেন

ক'ৰবালৈ গুচিহে গৈছে। ঢৌৰ খলকনিয়েও মোক প্ৰেৰণা যোগাইছিল। সৰু সৰু নৈৰ ঔফুলীয়া ঢৌৰ চঞ্চলতায়ো মোক উদগনি দিছিল।

ভগৱানৰ সৃষ্টিমূলক আৰু আনন্দমুখৰ কাৰ্য্যাৱলীৰ লগতে তেওঁৰ পৈশাচিক লীলা-খেলা চাবলৈ আৰু প্ৰকাশ কৰিবলৈকো মোৰ ইচ্ছা হয়। এইবোৰ চিন্তাই মোক সংসাৰৰ দুখ-ক্লেশৰপৰা দূৰত ৰাখিছিল, মানৱ জীৱনৰ ঐহিক সুখৰপৰা আঁতৰাই ৰাখিছিল। যদিও আন কাৰণ আছে, মই সংসাৰ নকৰাৰ ইও এক কাৰণ। প্ৰকৃতিৰ ৰং ৰূপহৰ পৰিবৰ্ত্তন চোৱাটোৱেই আছিল মোৰ একমাত্ৰ আনন্দ।

কৱিতা লিখাৰ প্ৰেৰণা ঘৰে মোক যোগোৱা নাছিল, প্ৰকৃতিৰ মাজেদিহে মই প্ৰেৰণা পাইছিলোঁ। সেয়ে গহীন আৰু ওখ পৰ্ব্বতবিলাক মই অকলে বগাইছিলোঁ। তাৰ নানা ধৰণৰ ৰঘুমলাবোৰে মোক আকৃষ্ট কৰিছিল। অকলে অকলে প্ৰকৃতিৰ নিত্য-নতুন ৰূপ চাই ফুৰাই আছিল মোৰ ধৰ্ম্ম। মোক কোনো অপদেৱতা অথবা বনৰীয়া হিংস্ৰ জন্তুৱে বিব্ৰত কৰা নাছিল। অপদেৱতাৰ কাহিনীবোৰ কল্পনা-প্ৰসূত যেনহে মোৰ মনে ধৰে।

ওখ পৰ্ব্বত, বিশাল বালিচৰ, ডাঠ হাবি, মুকলি ধাননি-পথাৰ আদিত মই অকলে নিঃসঙ্গভাৱে ঘূৰি ঘূৰি প্ৰকৃতিৰ শোভা চাই অপাৰ আনন্দ পাইছিলোঁ আৰু তাত বিচাৰি পাইছিলোঁ আনন্দৰ উৎস। বুকু উপচি পৰাকৈ ভোগ কৰা আনন্দই মোৰ দুখ-ক্লেশৰ বাবে স্থান নোহোৱা কৰিছিল। প্ৰকৃতিৰ অপৰূপ প্ৰৱল অনুভূতি আৰু ভাবৰ সৃষ্টি কৰিছিল আৰু সেইবোৰৰ মাজত মই বিচাৰি পাইছিলোঁ জীয়াই থকাৰ বাবে প্ৰয়োজনীয় সকলো সম্ভাৰ।

## প্ৰথম কৱিতা

"গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি" হ'ল মোৰ প্ৰথম কৱিতা। চৰাইজনীৰ নাম নজনা কাৰণেই আৰু তাইক ভালকৈ নেদেখা বাবেই

কোনো নাম নিদি "বিহঙ্গিনি" বুলিয়েই লিখিছিলোঁ। জনবহুল ঠাইত বনৰীয়া চৰাইবিলাকে নামাতে, সিহঁতৰ স্বাভাৱিক মাত শুনা নাযায়। মই য'ত আছিলো সেই ডোখৰ ঠাই আছিল চৰাইৰ ৰাজ্য।

তেতিয়া ১৯১২ কি ১৯১৩ চন, চ'ত মাহ। তেতিয়া ফুল ফুলা নাছিল, কেতেকীৰ মাত কিন্তু শুনিছিলোঁ। এদিন সন্ধিয়া সময়ত গাঁৱৰ ডাঙৰ গছ এজোপাৰ ওচৰত উধনীয়া শিল এটা পৰিল। ইমান ডাঙৰ শিল পৰা দেখি সকলো ত্ৰস্তমান হ'ল। গাঁৱৰে দুজনমান বুঢ়া মিকিৰে কলে: দেউতা, আজি ডাঙৰ বিপদ আহিব।

মই ঘৰলৈ উভতি আহি আন কালৰ দৰেই চাহ খাবলৈ যোগাৰ কৰিব ধৰিছোঁ মাত্ৰ, তেনেতে প্ৰচণ্ড গতিৰে শিল-বৰষুণ-ধুমুহা আহিল। ঘৰ ভাগি পৰাৰ ভয়ত চালপীৰাৰ তলত সোমাই থাকিলোঁ আৰু তেনে অৱস্থাতে বহুত ৰাতি কেতেকীৰ মাতটো শুনিলোঁ। কেতেকীৰ মাত শুনি মই বুজিলোঁ: প্ৰলয়ৰ শেষ হৈছে। এই ঘটনাৰ ফলতেই মোৰ "কেতেকী" কবিতাৰ জন্ম।

"কেতেকীৰ" কবিতাৰ প্ৰথম তৰঙ্গত কেতেকীৰ আগমন, দ্বিতীয় তৰঙ্গত কেতেকী অহাৰ লগে লগে প্ৰকৃতিয়ে কি ৰূপ ধৰিলে তাৰ বৰ্ণনা, তৃতীয় তৰঙ্গত প্ৰকৃতি বাদে মানৱ জগতৰ পৰিবৰ্ত্তন, চতুৰ্থ তৰঙ্গত সাৰাংশ আৰু পঞ্চম তৰঙ্গত বিদায়ৰ চিত্ৰ অঙ্কিত হৈছে। কেতেকী-বিহীন পৃথিৱীখন ঘোৰ অন্ধকাৰাচ্ছন্ন; তাত নাই জীৱনৰ উচ্ছ্বাস আৰু প্ৰাণৰ অধীৰ আনন্দ।

## দহিকতৰা আমাৰ ঘৰচীয়া চৰাই

কেতেকী দূৰৰ। দহিকতৰা ওচৰৰ। মানৱ জগতে সুখ ভোগ বিচাৰে, কিন্তু আন জীৱ-জন্তুৰ দৰে নহয়। দহিকতৰা চৰায়ে মানৱ জীৱনৰ মাজত থাকি অতীন্দ্ৰিয় জগতলৈ নিয়াৰ বাৰ্ত্তা দিয়ে। তাইৰ কণ্ঠ সুললিত। দুটা ঋতুত আৱিৰ্ভাৱ হৈ দহিকতৰাই উজাৰি দিয়ে

তাইৰ প্ৰাণৰ কথা। বসন্তকালৰ প্ৰথম প্ৰভাততে দহিকতৰাই ভগৱানক স্তুতি কৰি গীত গায়, জগতখন যেন সেই ললিত-কণ্ঠৰ সুৰত সাৰ পাই উঠে। থিয় দুপৰীয়া জীৱ-জন্তুৱে যেতিয়া বিশ্ৰাম লয় দহিকতৰাই তেতিয়া গান গায়। বেলি মাৰ যোৱাৰ পৰতো পুৰবী সুৰত তাই গায় সন্ধ্যা সঙ্গীত। তাই যেন এক শান্তিৰ বাণীহে প্ৰচাৰ কৰিছে—মানৱ সমাজৰ কাৰণে।

কেতেকী আৰু দহিকতৰা—এই দুয়োটাই মোৰ অত্যন্ত প্ৰিয়। কিন্তু এই বুঢ়া বয়সত দহিকতৰা মোৰ বেছি প্ৰিয়। বিচমিল্লা খাঁন অথবা তানসেনৰ সঙ্গীতৰ সুৰতকৈও সেয়া যেন বেছি মধুৰ, বেছি অন্তস্পৰ্শী।

# "কেতেকী"ৰ জন্ম

১৯১২ চনৰ প্ৰথম মাহ। সূৰ্য্য-গ্ৰহণ। পূৰ্ণ গ্ৰাস। পূৰ্ণ গ্ৰাস হোৱা বাবে প্ৰকৃতিৰ ৰূপ পৰিবৰ্ত্তন হৈ আহিল। এটা পাতল হালধীয়া ৰূপ সলালে। গোটেই গছ, লতাৰ ওপৰত জিলিকনি পৰি যেন গোটেই বিশ্বখনে প্ৰকৃতিৰ এটা ৰূপ পৰিবৰ্ত্তন কৰিলে। এনেকুৱা আচৰিত ৰূপ মই ইয়াৰ আগে দেখা মোৰ মনত নপৰে। কিয়নো মোৰ তাত একো পাঁজি-পুথি নাছিল। গাঁৱলীয়া ঠাই। সেই বিষয়ে একো অনুসন্ধান কৰিবৰ উপায় নাপালোঁ। সেই সময়ত পথাৰত চৰি থকা গৰুবোৰে ভীষণ চিঞৰ-বাখৰ লগালে, আৰু নেগুৰ দাঙি চাৰিওফালে দৌৰি ফুৰিবলৈ ধৰিলে; আৰু চৰাই চিৰিকতিবিলাক উৰি ফুৰিব ধৰিলে। এনেকুৱাকৈ থাকোঁতে থাকোঁতে এপৰমান বেলিৰ পাছত আকৌ প্ৰকৃতিয়ে স্বাভাৱিক ৰূপ ললে। তেতিয়া বেলি পৰোঁ পৰোঁ। এনে সময়ত মই লাখুটিডাল হাতত লৈ মোৰ ওচৰৰ গাঁও এখনলৈ গৈছিলোঁ। গাঁওখনৰ মূৰত এখন কঠীয়াতলী পথাৰ। পথাৰখনৰ এমূৰে এজোপা বহুকলীয়া পুৰণি ঢোপ গছৰ তলতে মই থিয় হলোঁ। এনেতে গাঁৱৰ পৰা দুই এজন মানুহ আহি মোৰ লগত সূৰ্য্য গ্ৰহণ সম্পৰ্কে কথা-বতৰা হ'ল। ইহঁতে কলে যে এনেকুৱা কি হৈছে আজি গোটেই পৃথিৱীখনেই দেখোন হালধীয়া হৈ পৰিল। যেন আমি মনত পৰাৰেপৰা এনেকুৱা দেখা নাই। এইবোৰ কোৱাৰ পাছতে ক্ৰমাৎ লাহে লাহে আন্ধাৰ হওঁ হওঁ হ'ল। অলপ বেলিৰ পাছতে মোৰ দহ হাতমান দূৰত এটা ডাঙৰ বগা শিল পৰিল। মই

পৰা শিলটো চাবলৈ গলোঁ। মই সুধিলোঁ, সেইটো কোনে দলিয়ালে? সিহঁতে ওচৰ চাপি গৈ কলে যে এইটো আকাশী শিল। "মইতো ইমান ডাঙৰ শিল আগে-পাচে দেখা নাই"। সিহঁতে কলে, "আৰু বহু বছৰৰ আগে এনেকুৱা ডাঙৰ শিল পাতলকৈ পৰিছিল। দেউতা আপুনি ঘৰলৈ যাওক। আজি কথা বৰ বিষম। আজি ধুমুহা আহিব।" এইদৰে কোৱাত মই ততাতৈয়াকৈ ঘৰলৈ আহিলোঁ। আহি মোৰ ওচৰত থকা নিজৰাটোত ভৰি হাত ধুই এবাল্টি পানী লৈ ঘৰলৈ উলটি আহিলোঁ। আহি তুঁহ জুইকুৰাত ফুঁক দি চাকি-গছ লগাবলৈ যো-জা কৰোঁতেই পশ্চিমৰ ফালৰপৰা সোঁ সোঁ শব্দ এটা কাণত পৰিল। খিৰিকীৰে বাহিৰলৈ মুখ উলিয়াই চাওঁতেই চাকিগছ নুমাই গ'ল। পিছে ক্রমাৎ হো-হোৱনিটো ইমান ডাঙৰ হৈ আহিল যেন পৃথিৱীৰ গছ-গছনিবোৰ এবাৰ ওপৰলৈ এবাৰ তললৈ উঠা-নমা কৰিলে। যেন পৃথিৱীত কিবা এটা প্রলয় সৃষ্টি হব। গছ-গছনিত থকা চৰাই চিৰিকতিবিলাকে ৰমলিয়াবলৈ ধৰিলে। এবাৰ ইজোপাত পৰে, এবাৰ সিজোপাত পৰে আৰু এবাৰ বহুত দূৰলৈ উৰি যায়, আকৌ উলটি আহে। এইদৰে কৰি থাকোঁতে থাকোঁতে তাৰ পাছত শিলাবৃষ্টি আৰম্ভ হ'ল। এনেভাৱে শিল পৰিব ধৰিলে যেন ওপৰৰ পৰা কোনোবাই আঁজলিয়ে আঁজলিয়ে সৰু সৰু কপাহগুটীয়া শিল পৃথিৱীলৈ দলিয়াই দিছে। মই তেতিয়া খিৰিকীখন জপাই দিলোঁ। মোৰ যেন ঘৰটো উৰাই নিব খোজে। প্রায় ৰাতি দহমান বজালৈকে এনে ধুমুহা, শিলাবৃষ্টি, গোঁজৰণি, বিজুলীৰ চিক্‌মিকনি হৈ আছিল। তেতিয়া মোৰ মনত বৰ আতঙ্কৰ সৃষ্টি হৈছিল। এই বিপ্লৱত কিমান সৰু ডাঙৰ চৰাই আৰু বনৰীয়া জীৱ-জন্তু এলাই-আথানি হ'ল তাৰ একো লেখ দিব নোৱাৰি। আজি পৃথিৱী ধ্বংস হব। মই বিবুদ্ধি হলোঁ। মই অকলশৰীয়া; কাৰো মাত কোনেও নুশুনে। মাত্র একোটা হো-হোৱনি আৰু মাজে মাজে যেন কাৰোবাৰ একোটা

বুকুভগা চিঞৰ বতাহৰ লগত উটি আহিছে। তেতিয়া ইমান প্ৰবল-ভাৱে ধুমুহা হব ধৰিলে যে মোৰ ঘৰটো উৰি যাওঁ যাওঁ হ'ল। তেতিয়া মই চালপীৰাখনৰ তলত মূৰ গুঁজি সোমাই থাকিলোঁ। এনেকৈ মই কিমান বেলি আছিলোঁ কব নোৱাৰোঁ। মই প্ৰকৃতিৰ এই তাণ্ডৱ লীলাকে চাই আচৰিত হৈ আছিলোঁ। এনেতে বহুত হো-হোৱনিৰ মাজেৰে এটি অস্পষ্ট করুণ সুৰ ভাহি অহা যেন লাগিল। তেতিয়া মোৰ আৰু ভয় লাগিল। মই একাণপতীয়াহৈ সেই সুৰটোকে লক্ষ্যকৰি থাকিলোঁ। ক'ৰ সুৰ ক'ৰ পৰা আহিছে? কিন্তু একো উৱাদিহ ধৰিব নোৱাৰিলোঁ। লাহে লাহে এই সুৰ মোৰ ওচৰ চাপি আহিল। যিমানে ওচৰ চাপি আহে, মই অনুভৱ কৰোঁ বহুত ওপৰৰ কেতেকী চৰাইৰ মাত যেন অনুমান হয়। তেতিয়াই মোৰ মনত এটা চেতনা আহিল; প্ৰকৃতিৰ ধ্বংস নাই। ই কেৱল প্ৰকৃতিৰ এটা বিচিত্ৰ খেলা। তেতিয়া মোৰ তীব্ৰ বেদনাৰ আঘাতত দুখপোৱা হৃদয়খনে অলপ সান্ত্বনা পোৱা যেন নাগিল। তেতিয়া জানিলোঁ যে এই চৰাইটোৱেই শান্তিৰ দূত হৈ জগতত সান্ত্বনাৰ বাণী প্ৰচাৰ কৰিলে। তেতিয়া প্ৰকৃতিয়ে লাহে লাহে শান্ত ৰূপ ধৰি আহিল। সেই অনিৰ্বচনীয় সুৰেই মোৰ জীৱনত এটা প্ৰহেলিকা সৃষ্টি কৰি দিয়া যেন লাগিল। সেই সুৰৰ প্ৰেৰণাতে মোৰ আজি 'কেতেকী'ৰ জন্ম।

# দহিকতৰাৰ আগ-কথা

মই এজন খেতিয়ক মানুহ। গুৱাহাটী নগৰৰপৰা সাত মাইল দূৰৈত বীৰকুছি গাঁৱত মোৰ এখন সৰু খাত আছে। সেই অঞ্চলত অন্য ঠাইৰ মানুহ নাই বুলিলেই হয়। তাৰ স্থানীয় মানুহ—মিকিৰ, লালুং, কছাৰী আৰু বৰভূঞা। মিকিৰ মানুহেই সৰহ। মোৰ কাম কৰা বন্ধাবিলাক মিকিৰ আৰু লালুং। তাত অন্য ঠাইৰ মানুহৰ ভিতৰত ময়েই। সিহঁতে মোক সকলো কাম কৰি দিয়ে, মই অকল নিজৰাৰপৰা পানী ছুই বাল্টি আনি নিজৰ ভাত ৰান্ধি-বাঢ়ি খাওঁ আৰু খেতি-পথাৰ চাওঁ। ভৰিৰ দুৰ্ব্বলতাৰ কাৰণে হাল বাব আৰু ভাৰ কঢ়িয়াব নোৱাৰোঁ ; ইয়াত বাদে পথাৰৰ আৰু বাৰী-ঘৰৰ শাক-পাচলি ৰোৱা, বেৰ দিয়া, কোৰ মৰা আদি হুজুৰা কাম মই নিজে কৰোঁ।

মোৰ হাউলীৰ পশ্চিমফালে এখন কাঠনি পথাৰ। তাৰ পশ্চিমে এখন বিল। বিলৰ মাজত এডৰা বগা পদুম ফুল। বিলৰ কাণে কাণে কৰ্চ্চন, শৰালী, গঙা-চিলনী আদি চৰাইবিলাকে চাৰিওফালে দলনিৰ কাষে-পাজৰে চৰি ফুৰে। কাঠনি হাবিখনত আজাৰ, জৰীগছ, অশোক, চামগছ আদি ডাঙৰ ওখ গছবিলাকে আকাশ ছোওঁ ছোওঁ কৰি আছে। তলত ধাঁহনি। উদণ্ডীয়া গৰুবোৰে তাত চৰি ফুৰে। মই আবেলি আজৰি পৰত গাত জুৰ লবলৈ অকণমান টিলা এটিৰ ওপৰত বহি সূৰ্য্য অস্ত যোৱাৰ দৃশ্যবোৰ চাওঁ আৰু কাউৰী-চিলনী আদি নানান বৰনীয়া চৰাইৰ মাত শুনি নিজকে পাহৰি যাওঁ। কেতিয়া গধূলি হয় কবয়ে নোৱাৰো। মুখ-আন্ধাৰি পৰতহে ঘৰলৈ উভতি আহোঁ।

(২)

চ'তৰ মাহ শেষ হওঁ হওঁ। মই বনুৱাবিলাকৰ কাম চাই থিয় ডুপৰীয়া ঘৰলৈ উভতিছোঁ। অলপ জিৰণি লোৱাৰ পাছত মূৰত তেল লৈ, গামোছা কান্ধত আৰু পিতলৰ টেকেলিটো হাতত লৈ নিজৰাৰ পাৰলৈ গা ধুবলৈ ওলাইছোঁ; এনেতে কাঠনিখনৰ এজোপা ওখ গছৰপৰা এটি চৰাইৰ নানান সুৰ মিহলি আচৰিত ৰকমৰ এটি গীত শুনিলোঁ। এনেকুৱা সুশ্ৰাব্য সঙ্গীত মই আগেয়ে শুনা নাই। তাতে আজি বাটতে থিয় হৈ অলপ পৰ ৰলোঁ; কিন্তু এনে ভৰ ডুপৰীয়া তেনে এটা গীত ক'ৰপৰা আহিছে মই একো উৱাদিহ নাপালোঁ। টেকেলিটো আৰু গামোছাখন আলিৰ দাঁতিতে থৈ গীতটোৰ সুৰ লক্ষ্য কৰি আগবাঢ়ি গলোঁ। গৈ গৈ ভালেখিনি দূৰলৈ গৈ দেখিলোঁ যে এজোপা ডাঙৰ ওখ জোপোহা অশোক গছৰপৰা সেই গীতটোৰ প্ৰতিধ্বনি উঠিছে। গছ-জোপাৰ গুৰিৰেপৰা পাতৰ আগলৈকে থোপাথোপে ফুলবিলাক ওলমি ঠাইডোখৰ ৰমকজমক কৰি তুলিছে। মই ওচৰলৈ গৈ দেখোঁ যে ফুল-জোপাৰ এনেকুৱা মনোমোহা দৃশ্য আৰু সঙ্গীতৰ সমাৱেশত এখন অপূৰ্ব্ব ইন্দ্ৰপুৰীৰ সৃষ্টি হৈছে। মনত বৰ কৌতূহল জন্মিল। মই গছজোপাৰ চাৰিওফালে ঘূৰি-পকি চালোঁ—কোনখিনিৰপৰা গানৰ সুৰটো উটি আহিছে মই একো ধৰিব নোৱাৰিলোঁ। যিমানে ঘূৰি-পকি চাওঁ সিমানে মই মুগ্ধ হৈ যাওঁ। সেই প্ৰাণ-ভুলোৱা গানটোৱে মোক উত্ৰাৱল কৰি তুলিলে। কিছুপৰ একে ধ্যানে গছজোপাৰ ওপৰলৈ চাই থাকিলোঁ। অলপ পাছতে অকণমান এটি চৰাই ভুকং কৰে উৰা মাৰি গ'ল—মোৰ হাউলীৰ আতিয়াত ৰোৱা কাঞ্চন ফুল কেইজোপাত নিতৌ দেখি থকা দহিকতৰা চৰাইটো। সেই দহিকতৰা চৰাইৰ গীতটোৱে মোক এনেকৈ মোহিত কৰিলে যে বিশ্বৰ সৌন্দৰ্য্যৰ লগত মানৱ জগতৰ কি সম্বন্ধ তাকে মই ভাবিবলৈ ধৰিলোঁ। সেই অনন্ত পিয়াহে মোৰ মনটো বিচলিত কৰি তুলিলে।

এই ৰহস্যময়ী গীতৰ প্ৰহেলিকাতে মোৰ গীতি-কাব্য দহিকতৰাৰ জন্ম।

(৩)

সেই সময়তে, অৰ্থাৎ আঠাইশ কি উনত্ৰিশ চনত অসম ছাত্ৰ-সন্মিলনৰ মুখপত্ৰ 'মিলন' পত্ৰিকাখনি কলিকতাৰপৰা গুৱাহাটীলৈ আহে আৰু শ্ৰীমান অতুলচন্দ্ৰ হাজৰিকা সেই কাকতৰ সম্পাদক নিৰ্ব্বাচিত হয়। সম্পাদকৰ বাব গ্ৰহণ কৰি আহি হাজৰিকা বাপাই আমাৰ সহযোগ বিচাৰে আৰু কৱিতা লিখি দিহা-পৰামৰ্শ দি সহায় কৰি থাকিবলৈ খাটনি ধৰে। ময়ো মান্তি হলোঁ, কিন্তু 'সাদৰী' আৰু 'কেতেকী' লিখাৰ পিছত মই বহুত দিন কৱিতা লিখা নাছিলোঁ। এতিয়া আকৌ কি কৱিতা লিখিম ভাবিব লগা হৈছিল যদিও বিশেষ আহুকাল পাবলগীয়া নহ'ল। কিয়নো, এই সময়তে আমাৰ মনো-ৰাজ্যত দহিকতৰাই লুকাভাকু খেলি আছিল আৰু তাকেই বাস্তৱ ৰূপ দি 'মিলন দূত' নামেৰে এটি দীঘলীয়া কৱিতা হাজৰিকা বাপাৰ হাতত দিলোঁ আৰু তেওঁ সেই কৱিতা তেওঁৰ সম্পাদিত 'মিলন'ৰ দ্বিতীয় সংখ্যাৰ প্ৰথমতে স্থান দি প্ৰকাশ কৰিলে। কৱিতাটো প্ৰকাশ হোৱাৰ পিছত বহুতে আমাক অভিনন্দন জনালে। মিলনৰ সম্পাদক হাজৰিকা, তেওঁৰ লগৰীয়া শ্ৰীমান ঈশ্বৰ প্ৰসাদ চৌধুৰী, শ্ৰীমান শৰৎ কাকতি আদিয়ে আমাৰ ওচৰলৈ আহি জনালে বোলে কৱিতাটো অধ্যাপক বাণীকান্ত কাকতিদেৱে বৰ ভাল পাইছে আৰু 'দহিকতৰা' নাম দি সেই কৱিতাটো সুকীয়া পুথিৰ আকাৰত ছপাবলৈ তেওঁলোকক উপদেশ দিছে। সেই পুথিৰ বাবে হেনো কাকতিদেৱে এখনি পাতনি লিখি দিবলৈকো গাত লৈছে। এই কথা শুনি মই কলোঁ, বোলে এনে চুটি কৱিতা এটাৰে নো কি এখন কিতাপ হ'ব আৰু সেই সৰু কিতাপখন মানুহে জানো ভাল পাব? তাৰ কেইদিনমানৰ পাছত

হাজৰিকা বাপাই জনালেহি বোলে কাকতিয়ে কৈছে—চৌধাৰীয়ে সেই বিষয়ে ভাবিব নালাগে। ভাল বস্তু হলে সক কিতাপতো মূল্য আছে। পৃথিৱীৰ বহুত কৱিয়ে একোটা কৱিতাৰেই বিখ্যাত কৰি হব পাৰিছে। তোমালোকে ইচ্ছা কৰিলে দহিকতৰা কৱিতাটোকে মুখ্য কৰি লৈ তাৰ পিছত চৌধাৰীৰ আলোচনীত ওলোৱা আন কেতবোৰ ওখ ভাবৰ কৱিতা যোগ দি কিতাপখন ডাঙৰ কৰিব পাৰা।—এই কথাত আপত্তি কৰিবৰ মোৰ কাৰণ নাথাকিল।

গুৱাহাটীৰ একতা সভাখন ছাত্ৰসকলৰ সেই কালত এখন জীৱন্ত অনুষ্ঠান আছিল। একতা সভাৰ সভ্যসকলে কিতাপখন প্ৰকাশ কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। শ্ৰীমান হাজৰিকাই 'আৱাহন', 'সাধনা', 'মিলন', 'বাঁহী' আদি কাকতত ছেদেলি-ভেদেলি হৈ থকা আমাৰ কৱিতাবোৰ গোটাই দিবলৈ গাত ললে, আৰু কেইদিনমান পিছত গোটাই দিলেও। কাকতিদেৱৰ পাতনিখনিও তেওঁলোকেই লিখাই আনি আমাৰ হাতত দিলে। প্ৰথম তাঙৰণ একতা সভাই প্ৰকাশ কৰি উলিয়াই ৰাইজৰ হাতত দিলে।

এইদৰেই তাহানিৰ 'মিলন'ত প্ৰকাশিত 'মিলন দূত' কৱিতাই 'দহিকতৰা'লৈ ৰূপান্তৰিত হ'ল আৰু এইদৰেই 'কেতেকী'ৰ ভনী 'দহিকতৰা'ৰ সৃষ্টি হ'ল।

# আসাম নে শ্মশান

জোনাকী—নতুন খণ্ড/২য় ভাগ/ফাগুন-চ'ত ১৮২৫/পৃ. ৩২৬

আজি পৃথিৱীৰ বুৰঞ্জীত সুধি চোৱা কোন দেশ নো সকলো দেশতকৈ অধিক সভ্য আৰু উন্নতিশীল দেশ ? কোন জাতিনো সকলো জাতিৰ শিক্ষাৰ আদৰ্শ স্থল ? তেতিয়া বুৰঞ্জীয়ে মুক্তকণ্ঠে গম্ভীৰ স্বৰে উত্তৰ দিব :— "ইংলণ্ড, জাৰ্ম্মান মাৰ্কিন, জাপান,

জগতৰ শিক্ষাগুৰু,

ভাৰত দুখিনী চিৰ পৰাধিনী

আসাম ভীষণ মৰু।"

আৰুনো ইয়াতকৈ শোক আৰু লাজৰ কথা কি আছে ? বৰ্ত্তমান যুগত আসাম মৰুভূমি নহয় কি হব পাৰে ? বিজাতিৰ হেন্দোলনিত পৰি উৰ্ব্বৰা আসাম ভূমি শুকান বালিতকৈও বেছি কৰ্কৰীয়া দেখা যায়। আৰু দুদিন বাদে অস্তিত্বই লোপ পাব যেন মনে ধৰে। বাস্তৱতে যি জাতি বা সমাজ কৰ্ত্তব্য-পৰায়ণ, কাৰ্য্যক্ষম সেই জাতি বা সমাজ সকলো সমাজৰ অগ্ৰণী, সভ্য আৰু অধিক প্ৰশংসনীয়। সেই জাতি সমাজৰ কীৰ্ত্তি-স্তম্ভ হৈ যুগ-যুগান্তৰলৈ অক্ষুন্নভাৱে জগতত বিজয় ঘোষণা কৰি থাকিব। যি জাতি সদায় কৰ্ত্তব্যবিমুখ, এলাহুৰ দাস আৰু যি জাতিৰ সমাজ-বন্ধন শিথিল, সেই দুৰ্ভগীয়া জাতিৰ পতন অৱশ্যম্ভাৱী। শেহতীয়া বিধ জাতি আমি। অৰ্থাৎ বীৰ-প্ৰসূতী আসাম জননীৰ ভাগ্যধৰ কৃতি সন্তান ! ভাঁইহঁত ! আমিনো কোন ? আমি মানুহ নে আন কিবা ? আমি যদি মানুহ পদবাচ্য হওঁ, তেন্তে আমাৰ মনুষ্যত্ব ক'ত ? শৰীৰত তেজ, মঙহ,

হাড়, ছাল ইত্যাদি থাকিলেই কি মানুহ মানুহ পদবাচ্য হয় ? নহয়। অঙ্গ-প্ৰত্যঙ্গৰ লগে লগে ভাষা, জ্ঞান আৰু কাৰ্য্যকৰী শক্তি থাকিলেহে মানুহে মানুহ নাম লব পাৰে। কিন্তু বৰ দুখৰ বিষয়, আন আন উন্নত জাতিতকৈ আমাৰ ভাষা, জ্ঞান আৰু কাৰ্য্যকৰী শক্তি নাই বুলিলেও অত্যুক্তি নহয়। অনুশীলনে মানুহক প্ৰকৃত মনুষ্যত্ব দিব পাৰে। আমি নিস্তেজ, নিৰুদ্যম; আমাৰ অনুশীলনৰ অভাৱ; কাজেই আমি মনুষ্যত্বহীন মানুহ। হিংসা, কুৰ্চ্চ্‌ট-কপট আৰু আত্মম্ভৰী আদি 'চয়তান'ৰ সহচৰমণ্ডলীৰ কৃতদাস। সদায় আমি ইহঁতৰ আদেশবাণী পৰম আদৰেৰে পালন কৰি থাকোঁহঁক। আমাৰ সমাজৰ যে অৱনতি ই ধ্ৰুব। যিপিনে চোৱা সেই পিনেই অভাৱৰ বিকট মূৰ্ত্তি দেখিবলৈ পাবা। আমাৰ প্ৰকৃতি চঞ্চল; মনৰ দৃঢ়তা আৰু একাগ্ৰতা সমূলি নাই। অৱশ্য সংসাৰত সকলো বিষয়তে মানৱ জীৱনৰ খোজে পতি বাধা-বিঘিনি আছে। বিপদ-বিঘিনি নাথাকিলে সংসাৰ কেনেকৈ চলিব ? যেনেকৈ আন্ধাৰ আৰু পোহৰ সংসাৰত চলি থকা চিৰন্তন প্ৰথা, আন্ধাৰৰ পাছত পোহৰ, আৰু পোহৰৰ পাছত আন্ধাৰ, ই কালৰ অখণ্ডনীয় গতি। তেনেকৈ সুখ-দুখো জীৱনৰ চিৰসঙ্গী। জীৱনৰ স্ৰোত কাৰো একেভাৱে বৈ নাথাকে। সুখ আৰু দুখ এই দুটি উপকৰণ লৈহে জীৱন গঠিত। কোনোৱে সুখৰ শান্তিময় কোলাত লালিত হৈ বিমল আনন্দ উপভোগ কৰিছে। কোনোৱে কুসুম-কোমল শয্যাত শুইও মনৰ অশান্তিত আৰাম-দায়িনী নিদ্ৰাৰপৰা বঞ্চিত হৈছে। কোনোৱে বা আকৌ দুখ-দাৰিদ্ৰ্যৰ ভীষণ যন্ত্ৰণাত পৰি ক্ষণে ক্ষণে মৃত্যুক প্ৰতীক্ষা কৰি আছে। এই সুখ-দুখৰ সামঞ্জস্য জগৎ থাকে মানে চলি থাকিব। মনৰ চঞ্চলতা আৰু একাগ্ৰতাৰ অভাৱৰপৰা আমি এলাহৰ ভক্ত হৈ হাতৰ কুঠাৰ ভৰিত মাৰি ৰহি আছোঁ। কামত অলপ বাধা পালেই আমি ততালিকে নিৰুৎসাহ হৈ পৰোঁ; আৰু জীৱনটোক অকামিলা কৰি পেলাওঁ। খেতি-বাতি, বেহা-বেপাৰ, খনিকৰি

প্ৰভৃতি শিল্প বিদ্যাত পাৰ্গতালি দেখুৱাব নোৱাৰোঁ। কাৰণ এইবিলাক কামত আমাৰ একো হাত নাই। সকলো বিদেশীৰ কৰ-কবলত। আজি আমাৰ কি দুৰ্দ্দশা চোৱা! বাটৰ কুকুৰে বাট এৰি নিদিয়া অৱস্থা পালেহি। স্বৰ্ণভূমি আসামৰপৰা বিদেশীয়ে লাখে লাখে, কোটিয়ে কোটিয়ে ধন ঘটি ক্ৰোড়পতি হৈছে। কিন্তু আমি অধিক মাছত বগলি কণা। আমাৰ ৰন্ধা ভাত লোকে সোধপোছ নোহোৱাকৈ কাঢ়ি খাইছে। তথাপি আমি থাকোঁ লঘোণে। পেটত সাত তৰপ বান্ধ দি খৰালি খাব লগাত পৰিছোঁ। আমাৰ অৱস্থা দেখি বিজেতাবিলাকে আমাক শিয়াল-কুকুৰতকৈয়ো নগণ্য বিবেচনা কৰি দূৰতে বিদূৰ কৰিছে। হায়! কি পৰিতাপৰ বিষয়। ইয়াতকৈ সৰহ অৱস্থাৰ পৰিবৰ্ত্তন কি ঘটিব পাৰে? আমি চকু থাকিও অন্ধলা, হাত-ভৰি থকাতো কাঠৰ পুতলাৰ দৰে অলৰ-অচৰ। বল-বুদ্ধি-জ্ঞান থকাতো আমাৰ শৰীৰৰ কাৰ্য্যকৰী শক্তি বিলুপ্তপ্ৰায়। কাজেই, এই ভীৰু, কাপুৰুষ জাতি অৱনতিৰ নিম্ন স্তৰত নাথাকি থাকিব ক'ত? এনেহেন 'ৰাম ৰজাৰ দিনত' বিদেশী চহকী নহৈ কোন হব? সেই নিমিত্তে কওঁ আসাম মৰিশালি। জনশূন্য মৰুভূমি, হাবিয়নি! আন দেশৰ ওচৰত অসমীয়াই 'কি আছে' বুলি গৌৰৱ কৰে? চাওঁতে অসমীয়াৰ একো নাই। শূন্য, চাৰিওফাল শূন্য। শূন্য আয়, শূন্য ব্যয়। অসমীয়াৰ বেপাৰৰ লেখ নাই, জমিদাৰি নাই, ভঁৰালত ধান নাই, গোহালিত গৰু নাই, পথাৰত খেতি নাই, পেৰাত সাঁচতীয়া একড়া ফুটা কড়িও নাই। তেনেহলে আছে কি? ফেনসোপা। কোনদিন অসমীয়াই ব্যাস-ৰচিত বেদ শাস্ত্ৰৰ মত গুলোটাই ধৰ্ম্মসংস্কাৰক হৈ নতুন ধৰ্ম্মশাস্ত্ৰ লিখিব? বেদমাতা সৰস্বতীৰ বৰ পাই অগাধ বিদ্যাৰ ভঁৰাল কালিদাস কৰি হব? চেক্সপীয়াৰ, মিল্টন, স্কট প্ৰভৃতিৰ দৰে সুপ্ৰসিদ্ধ কৰি, সাহিত্যিক আৰু দাৰ্শনিক পণ্ডিত হবলৈ যাব? কোনদিনা বাটে-ঘাটে ৰিঙিয়াই অজ্ঞানীক জ্ঞান শিক্ষা দিবলৈ যাব? কেতিয়া ধৰ্ম্মপ্ৰচাৰক হৈ পাপীৰ মুক্তিৰ পথ উলিয়াই

ধৰ্ম্মৰ সুবাট দেখুৱাব ? স্বৰূপত অসমীয়াক একো নালাগে। অসমীয়া উদাসীন ভকত। অসমীয়াই খুদ খাই মলখু নাসাঁচে। এইবিলাক সাত-পাঁচ ভাবি-চিন্তিহে অসমীয়াই কাকতে-কলমে হাত নিদিয়ে, সভা-সমাজে দীঘল দীঘল বক্তৃতা দি মূৰৰ মগজু নষ্ট নকৰে। সাহিত্য-বিজ্ঞানৰ অমূলক চৰ্চ্চা নাৰাখে। দেশীয় বাতৰি কাকতকেখন কেনেকৈ লোপ পাব তাকহে সদায় ভগৱানক প্ৰাৰ্থনা কৰে। বাতৰি কাকত কেইখনে অনন্ত শয্যাত দীঘল টোপনি নামাৰে মানে মনত অলপো শান্তি নাই। আমি মিতব্যয়ী। বাতৰি কাকত ৰাখি পইচা অপব্যয় কৰা আমাৰ স্বভাৱ নহয়। বাতৰি কাকতত যিখিনি ধন খৰচ কৰিম, সেইখিনি খৰচেৰে পুত্ৰ-পৰিয়াল সমন্বিতে 'পোলাও-কোৰ্মা' আদি বিবিধ উপাদেয় ব্যঞ্জনেৰে ভালকৈ এসাঁজ পেট ভৰাই খাম। দেহাত লাগিব। তেও বাতৰি কাকতত এটি কপৰ্দ্দকো খৰচ নকৰোঁ। কদা-কাচিৎ এখন-দুখন ঠেকত পৰি ৰাখিলেও ধঁপাত আৰু লোণ বন্ধা আদি কামত চেৱাই আন কামত নখটাওঁ। এনে অটল প্ৰতিভাশীল দেশহিতৈষী জাতিক কোন জাতিয়ে নশলাগি থাকিব পাৰে ? ভাই অসমীয়া ! তোমাৰ জীৱন ধন্য ! তোমাৰ কাৰ্য্যপ্ৰণালী ধন্য ! আৰু তুমি যি ঠাইত জনম লৈ বিদেশী নৰমগুলীৰ আগত ন্যায় আৰু ঔদাসীন্যৰ পৰাকাষ্ঠা দেখুৱাইছা সেই আসাম দেশ ধন্য !

# নিবেদন

( ১৯২৩ চনত প্ৰকাশ হোৱা 'মইনা'—মাহেকীয়া শিশু আলোচনীৰ সম্পাদকৰ নিবেদন )

"প্ৰথমে প্ৰণমো ব্ৰহ্মৰূপী সনাতন ;
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ"। কীৰ্ত্তন।

সৰ্ব্বমঙ্গলময় প্ৰভু ভগৱন্তৰ ওপৰত নিৰ্ভৰ কৰি বহুদিনৰপৰা পুহি ৰখা মইনাক চেনেহৰ ল'ৰা-ছোৱালীজাকৰ আগত উলিয়াবলৈ বাধ্য হলোঁ। অকল যে ল'ৰা-ছোৱালীৰ আধাফুটা কথাই মোৰ মৰমৰ মইনাক বাহিৰলৈ আনিব পাৰিলে এনে নহয় ; সি নিজেও যেন বাহিৰ ওলাবলৈ, মুকলি মনেৰে ফুৰিবলৈ, ঠেও ধৰি গীত গাবলৈ, ডেও দি দি উৰি গৈ সকলোৰে কোলাত উঠিবলৈ, সকলোৰে লগত সুখে-দুখে সমভাগী হৈ সুখ-দুখৰ নানা কথাৰ বুজ লবলৈ আৰু তাক আদৰ কৰোঁতাসকলৰ কোলাত বহি চেনেহী মাতেৰে মনত সন্তোষ দিবলৈ ব্যাকুল হৈ পৰিছে। মইনাৰ অন্তৰৰ ভাৱ বুজিব পাৰি আৰু ময়ো মনৰ উগুল-থুগুল ভাৱ থিৰেৰে ৰাখিব নোৱাৰিলোঁ, সজাৰ দুৱাৰ মেলি ৰাইজৰ আগত মইনাক উলিয়াই দিলোঁ। আদৰ-গৰিহণা, নিন্দা-প্ৰশংসা আৰু জীৱন-মৰণৰ ভাৰখনিও ৰাইজৰ হাততে থাকিল।

মইনাক হাটত বেচিবলৈ যেতিয়া ওলোৱা নাই, তাৰ দোষ লুকাই গুণ বঢ়াই কোৱাৰো সকাম নেদেখোঁ। "তাত সন্দেহ নাই"

বিধৰ কথা শিকাই ধন ঘটিবৰ লালসা আমাৰ নাই। আমাৰ মইনাৰ মাত শিশুৰ নিচিনা কোমল আৰু ল-নী, অথচ বুঢ়াৰ নিচিনা সাৰগৰ্ভ, ডেকাৰ নিচিনা তেজীয়ান! 'হৰবোলাৰ' দৰে নানা তৰহৰ মাত মাতিয়ে আমাৰ মইনা সন্তুষ্ট নাথাকে, ই পুৰণি কালৰ মনোমোহা গল্পেৰে, কল্পনামূলক সাধুকথাৰে, নীতিমূলক উপদেশেৰে আৰু সুৰলা সুৰলা সঙ্গীতেৰে লোকৰ মন মুহিব পাৰে। চকুৰ আগত দেখা কথাহে যে আমাৰ মইনাৰ আলোচনীৰ বিষয় এনে নহয়, ই সাত সমুদ্ৰ তেৰ নদীৰ সিপাৰৰ আচৰিত জ্ঞানগৰ্ভ কাহিনী কৈও শ্ৰোতাসকলক মুগ্ধ কৰিব পাৰে। আমাৰ মইনাই এফালে যেনেকৈ সৰল বিজ্ঞান চৰ্চ্চা কৰিব, আনফালে তেনেকৈ সৰ্ব্ববাদীসম্মত স্তোত্ৰেৰে ঈশ্বৰৰ নামৰ মধুৰ মাহাত্ম্যও কীৰ্ত্তন কৰিব।

মইনাই সদায় জ্ঞানবৃদ্ধ, ঋষিতুল্য পুৰুষসকলে শিকোৱা মাতকেহে নানান ভাৱে নানান ছন্দে ৰাইজক শুনাব। মইনাই ধনী-দুখী নিবিচাৰে, যেয়ে সাদৰি কোলাত লব তাকে লৰণী মাতেৰে চুমা যাচিব। লৰাই যেনেকৈ সাজন-কাচন, ৰং-ৰূপহ দেখি উমলি ভাল পাব, মইনায়ো সেইদৰে বুকুৰ মাজৰ কথা কৈ নিজক ধন্য মানিব। বুঢ়াক বুঢ়াভগীয়া কথা কৈ মনত সন্তোষ দিব। বাৰটা মাহত বাৰটা ৰূপ ধৰি মইনা দেখা দিব। ওৰে দিন ওৰে ৰাতি গাৰ কাষতে বহি প্ৰাণ জুৰ পেলাব। ভাই-ভনীটিহঁত! সকলোৱে যেন মইনাক মৰমৰ চকুৰে চোৱা, ইয়াকেহে তোমালোকৰ ওচৰত ভিক্ষা মাগিলোঁ। ইতি—

সম্পাদক,*

* ১ম বছৰ ১৮৪৫। ১ম সংখ্যা ভাদ্ৰ 'মইনা'।

# এজন সাউদৰ কথা*

অতি পুৰণি কালত হৰ্ষপুৰ নামে এখন নগৰত সমুদ্ৰশূৰ নামে এজন ৰৰ ধনী সাউদ আছিল। তেওঁ উচ্চ বংশত উপজিছিল আৰু সকলোৰে প্ৰতি তেওঁ ভাল ব্যৱহাৰ কৰিছিল, সেইবাবে সকলো মানুহে তেওঁক ভয় আৰু ভক্তি কৰিছিল। তেওঁ চোকা বুদ্ধিৰ মানুহ আছিল। সেই কাৰণে তেওঁ নিজৰ বুদ্ধি আৰু কাৰ্য্যদক্ষতাৰ গুণে অতুল সম্পত্তিৰ গৰাকী হৈ উঠিছিল। এসময়ত তেওঁ বেপাৰ কৰিবলৈ নাওত অনেক বহুমূলীয়া মালবস্তু বোজাই দি লঙ্কালৈ যাত্ৰা কৰিলে।

তেওঁলোকৰ ভ্ৰমণৰ শেষ হওঁতে-নৌহওঁতে আকাশত এচটা কলা মেঘ উঠিল আৰু লাহে লাহে গোটেইখন আকাশ ঢাকি পেলালে। অলপ সময়ৰ পিছত ভয়ানক ধুমুহা আহি গোটেইখন সমুদ্ৰ তোলপাৰ লগালে। ঢৌৰ কোবত সাউদৰ নাও তল-ওপৰ হ'ল; অৱশেষত সি গভীৰ সমুদ্ৰত মালবস্তু আৰু নাৱৰীয়াবিলাকে সৈতে তল গ'ল। সাউদে কাপোৰ-কানি কঁকালত ভালকৈ সামৰি লৈ সমুদ্ৰৰ ঢৌত জাপ দিলে।

তেওঁ নাওৰপৰা অলপ দূৰ সাতুৰি গৈ সমুদ্ৰত উটি অহা এটা মৰাশ লগ পালে। তেওঁ সেই শটোক আশ্ৰয় কৰি বতাহৰ কোবত লাহে লাহে পাৰৰ ফাললৈ আহিব ধৰিলে আৰু নিৰাপদে আহি সাগৰৰ দাঁতিত উঠিল। এইটো এটা মানুহৰ শ, সাউদে শটোৰ পৰা হাত এৰি শুকান

* 'মইনা'ৰ ১ম বছৰৰ প্ৰথম সংখ্যাত (ভাদ ১৮৪৫ শক) সম্পাদক চৌধুৰীয়ে লিখা গল্প।

বালিৰ ওপৰত উঠিল। শটোৰ কঁকালত এখন কাপোৰ বন্ধা আছিল আৰু কাপোৰৰ আচলত এটা গাঁঠি আছিল। সাউদে গাঁঠিটো সোলোকাই লৈ দেখে যে এডাল বহুমূলীয়া হীৰা-মাণিকৰ কাজকৰা হাৰ। এই হাৰডালৰ মূল্য তেওঁৰ সমুদ্ৰত বুৰযোৱা আটাইবোৰ সম্পত্তিতকৈ বেছি আছিল। এনে বহুমূলীয়া হাৰ দেখি সাউদৰ আনন্দৰ সীমা নোহোৱা হ'ল।

সেই হাৰডাল লৈ সদাগৰে পলাশপুৰ নামে এখন নগৰলৈ গ'ল। এই পুৰীৰ ভিতৰত এটা দেৱ-মন্দিৰ আছিল। তেওঁ এনে কোনো ঠাইত থাকিবৰ ভাল সুবিধা নাপাই, হাৰডাল হাতত লৈ সেই মন্দিৰলৈ গ'ল। বেছি ভাগৰ লগাৰ বাবে তেওঁ মন্দিৰৰ এচুকতে শুই থাকিল আৰু বেগতে তেওঁৰ টোপনি আহিল। শুবৰ সময়ত হাৰডাল হাতৰ মুঠিত থাকিল।

ইয়াৰ প্ৰায় এমাহমান আগতে এই নগৰৰ ৰজাৰ কন্যাৰ এডাল বহুমূলীয়া হাৰ চোৰে চুৰ কৰিছিল। ৰজাই ইয়াৰ অনুসন্ধান লবলৈ ঠায়ে ঠায়ে চোৰাংচোৱা পঠিয়াই এই মন্দিৰৰ বাহিৰে নগৰৰ ঘৰ-বাৰী, আলি-পদূলি সকলো ঠাইতে তন্ন-তন্নকৈ বিচাৰ কৰিলে। কিন্তু কোনো ঠাইতে ইয়াৰ একো শুংসূত্ৰ পোৱা নগ'ল। যিদিনা সাউদে এই মন্দিৰত আশ্ৰয় লৈছিল, সেইদিনা দুজন চোৰাংচোৱা এই মন্দিৰলৈ গৈছিল। তেওঁবিলাকে ইফালে-সিফালে চাই ফুৰোঁতে হঠাৎ তেওঁলোকৰ চকু সাউদৰ ওপৰত পৰিল। সাউদৰ ওচৰলৈ গৈ তেওঁৰ হাতত থকা হাৰডাল দেখিলে আৰু ৰজাই দিয়া বৰ্ণনা অনুসাৰে এই হাৰ চিনি পালে। তেতিয়াই তেওঁলোকে সাউদক চোৰ বুলি বান্ধি আনি ৰজাৰ আগত শোধাই দিলে।

চোৰে হাৰডাল ক'ত পালে, ৰজাই সুধিলে। সাউদে কেনেকৈ হাৰডাল পালে আদিৰপৰা অন্তলৈকে সকলোখিনিকে ৰজাৰ আগত কলে। ৰজাই হাৰডাল হাতত লৈ সকলো মানুহকে দেখুৱালে আৰু কলে, "এই মানুহটো নিশ্চয় চোৰ, ইয়াৰ কথা মই কোনোমতে বিশ্বাস

কৰিব নোৱাৰোঁ।” মুখৰ পৰা কথাষাৰ ওলাব নৌ-পাওঁতেই হাৰৰ জলমলনি দেখি ওপৰৰ পৰা এটা চিলনী আহি থাপমাৰি হাৰডাল লৈ কোনফালে উৰি গ'ল কোনোৱে একো গমকে নেপালে।

চিলনীয়ে তেওঁৰ হাতৰপৰা হাৰডাল লৈ যোৱা দেখি ৰজা বৰ দুখিত হ'ল আৰু ততালিকে সাউদক শূলত দিবৰ কাৰণে চাউদাঙক আদেশ দিলে। সাউদ এটা বিপদৰপৰা আৰু আন এটা বিপদত পৰিল। ৰজাৰ আগত শপত খাই কলে যে তেওঁ চোৰ নহয়, কিন্তু ৰজাই কোনোমতে বিশ্বাস নকৰিলে। যেতিয়া তেওঁ দেখিলে যে মৰণত বাজে সাৰিবৰ আন একো উপায় নাই আৰু অনেক যুক্তি দেখুৱালতো তেওঁৰ কথাত কোনেও পতিয়ন নাযায়। তেতিয়া তেওঁ একান্তমনে ঈশ্বৰক স্তুতি কৰিবলৈ ধৰিলে। সাউদজন সত্যবাদী আৰু ধাৰ্ম্মিক আছিল। যেতিয়া ৰজাৰ আদেশ মতে চাউদাঙে সাউদক শূলত দিবলৈ নিলে তেতিয়া হঠাৎ আকাশীবাণী শুনা গ'ল, “ৰজা, এই মানুহজন চোৰ নহয়, তুমি তেওঁক বধ নকৰিবা। এওঁ সমুদ্ৰশূৰ নামে এজন সাউদ। তেওঁৰ লঙ্কালৈ বেপাৰ কৰিবলৈ যাওঁতে সাগৰত মালবস্তুৰে সৈতে নাও বুৰি যায়। যিজন চোৰে হাৰ চুৰি কৰিছিল তেওঁ এদিন ৰাতি সাগৰৰ পানীত পৰি মৰে। বুৰ যাওঁতে সাউদে নিজৰ জীৱন ৰক্ষা কৰিবৰ নিমিত্তে সাগৰত জপিয়াই পৰে আৰু চোৰৰ মৰাশটো লগ পায়। তাৰ কাপোৰৰ গাঁঠিত হাৰডাল পাই তেওঁ লৈ আহি এই নগৰৰ দেৱীমন্দিৰত আশ্ৰয় লয়; গতিকে তেওঁ প্ৰকৃত চোৰ নহয়। এতেকে তেওঁক এৰি দিয়া।” ৰজাই এই কথা শুনি সাউদক মুক্তি দিলে আৰু অসংখ্য ধনবস্তু পুৰস্কাৰ দি সাউদক তেওঁৰ ৰাজ্যৰপৰা সম্মানেৰে বিদায় দিলে।

সাউদে ৰজাৰপৰা বিদায় লৈ তেওঁৰ নগৰলৈ যাত্ৰা কৰিলে। যাওঁতে বাটত ৰাতি হ'ল আৰু এখন হাবিৰ মাজত এজোপা ডাঙৰ বটগছৰ তলত আশ্ৰয় ললে। তেওঁৰ লগত আৰু কিছুমান সমব্যৱসায়ী

সাউদ লগ লাগিল। আটাইবিলাকে ৰাতি গছজোপাৰ তলতে শুই থাকিল। সকলো যেতিয়া নিঃপালী দিলে তেতিয়া এদল ডকাইত আহি তেওঁৰ লগৰ আটাইবিলাকক বধ কৰি অনেক সম্পত্তি লৈ পলাল। ডকাইত অহাৰ আগখিনিতে সাউদে গছৰ ডাল এটাত উঠি সকলো কামকে দেখিছিল আৰু গোটেই ৰাতিটো উজাগৰে কটাইছিল। ৰাতিপুৱাৰ লগে লগে সাউদ গছৰপৰা নামিল। গছ-জোপাত কি আছে তাকে চাবৰ নিমিত্তে সাউদে গছজোপাৰ ওপৰলৈ চকু দিয়াত দেখে যে ওখ ডাল এটাত এখন চিলনীৰ বাহ আছে। এই বাহত বেলিৰ পোহৰ পৰাত চাকিৰ পোহৰৰ নিচিনা কিবা এটা জিকমিকাই চকুত চাঁট মাৰি ধৰিলে। সাউদে এইটো নো কি, ভালকৈ জানিবৰ মনেৰে গছজোপাত উঠিল। বাহৰ ওচৰলৈ গৈ দেখিলে যে ই এডাল বহুমূলীয়া হীৰাৰ হাৰ। চিলনীটোৱে ৰজাৰ হাতৰপৰা হাৰডাল থাপ মাৰি লৈ উৰি আহি এই গছজোপাত তাইৰ বাহত ৰাখিছিল। সাউদে হাৰডাল হাতত লৈয়ে তৎক্ষণাৎ চিনি পালে আৰু হাৰডাল লৈ অতি ৰং মনেৰে তেওঁৰ নগৰ হৰ্ষপুৰলৈ যাত্ৰা কৰিলে। তাত গৈ তেওঁ নিজৰ পৰিয়ালেৰে সৈতে অনেক দিনলৈ সুখেৰে বাস কৰি থাকিল।

## ডাঙৰ পুথি ভঁৰাল।*

বিলাতৰ ব্ৰিটিছ মিউজিয়াম লাইব্ৰেৰীয়ে বৰ্ত্তমান পৃথিবীৰ ভিতৰতে ডাঙৰ পুথিভঁৰাল। এই পুথিভঁৰালত পঞ্চাশ লাখ কিতাপ আছে। সকলোবোৰ কিতাপ সজাই ৰাখিবলৈ যাঠি মাইল দীঘল সৰু সৰু খুপৰিৰ প্ৰয়োজন হৈছে। ১৫৭৩ খৃষ্টাব্দত এই পুথিভঁৰালটো পোন প্ৰথমে খোলা হয়। আজিকালি এই পাঠাগাৰৰ কেটেলগ বহীৰ সংখ্যা পোন্ধৰ শ। সাধাৰণ যিটো কোঠাত পঢ়িবলৈ বহে, সেই কোঠালিটোত একেলগে পাঁচ শ মানুহ বহি পঢ়িবৰ ঠাই আছে। পৃথিবীৰ প্ৰত্যেক দেশৰ প্ৰায় সকলো দৈনিক, পষেকীয়া, মাহিলী, দুমহীয়া, তিনিমহীয়া, ছমহীয়া আৰু বছৰেকীয়া পত্ৰিকাবোৰ এই পুথিভঁৰালে লয়। প্ৰতি বছৰে এক লাখকৈ নতুন কিতাপ কিনি লোৱা হয়।

* সম্পাদক হিচাপে 'মইনা' শিশু-আলোচনীৰ ২য় সংখ্যাত (আহিন, ১৮৪৫ শকত) চৌধাৰীয়েৰে লিখিছিল।

# নানা তৰহৰ কথা*

পৃথিৱীৰ আচৰিত আচৰিত বস্তুবিলাকৰ ভিতৰত ৰুচিয়া ৰাজ্যৰ মস্কো নগৰৰ ঘণ্টাও এটি। এনেকুৱা অতি বৃহৎ ঘণ্টা আগেয়ে পৃথিৱীৰ আন কোনো ঠাইত থকা শুনা নাই। ১৭৩৮ খৃষ্টাব্দত ইয়াক সজা কাম হাতত লোৱা হয় আৰু নেৰানেপেৰাকৈ লাগি থাকিও ইয়াৰ কাৰিগৰবিলাকে তুবছৰৰ মূৰতো কাম শেষ কৰিব পৰা নাছিল। এনেতে হঠাৎ কাষৰ কাৰখানাত জুই লাগি কাৰখানাটো পুৰি যায় আৰু তাৰ ফলত ঘণ্টাটোৰ কিছু অংশ ভাঙি যায়। ঘণ্টাটোৰ মুঠ ওজন ৫৬০০ মোন, ভগা খণ্ড ১৮০ মোন গধুৰ। ই ১৬ ফুট ওখ আৰু ইয়াৰ বেড় ৫৮ ফুট।

* * *

মানুহে সামান্য বুলি ইতিকিং কৰা প্ৰাণীবিলাকৰ ভিতৰত বহুতৰ শক্তিৰ কথা শুনি আচৰিত হব লাগে। শগুনে ঘণ্টাত ১০০ মাইলৰ ওপৰ উৰিব পাৰে। বনৰীয়া হাঁহ আৰু ঘৰচীয়া চৰায়ে ৯০ মাইললৈকে এঘণ্টাৰ ভিতৰত যাব পাৰে। বাতৰি—পাৰই ৬০ মাইলৰপৰা ৮০ মাইললৈকে যায়। কাউৰীয়ে যায় ২৫ মাইল।

* * *

মানুহে জিৰণি নোলোৱাকৈ গোটেই পৃথিৱীখন ৪২৮ দিনৰ মূৰত ভ্ৰমণ কৰি আহিব পাৰে। সকলোতকৈ বেগৱন্ত এক্সপ্ৰেচ্ ৰেলগাড়ীখন ৪০ দিন লাগে। ইমূৰৰ পৰা সিমূৰলৈকে যোৱাত শব্দৰ ২১ ঘণ্টা ৪৫ মিনিট। সাধাৰণ পোহৰ এক চেকেণ্ডৰ ১০ ভাগৰ অলপ ওপৰ আৰু বিজুলীৰ এক চেকেণ্ডৰ ১০ ভাগৰ অলপ কমহে সময় লাগে। সকলোতকৈ বিজুলীয়ে বেছি বেগৱন্ত।

---

*'মইনা' শিশু আলোচনীৰ ৩য় সংখ্যাত (কাতি ১৮৪৫ শক) সম্পাদক চৌধাৰী দেৱৰ সম্পাদকীয় স্তম্ভৰ কথা।

# মইনা সন্মিলন

## ১ম অধিৱেশন

বর্ত্তমানে মইনাৰ অভিভাৱক আৰু পৃষ্ঠপোষক বুলি কোনো এক শ্রেণীৰ মানুহ নাই। কিন্তু যিসকলে মইনাক অলপ মৰমৰ চকুৰে চায়, যাৰপৰা ভৱিষ্যতে বিশেষ সহায় অন্ততঃ প্রবন্ধ সম্পর্কে সহায় পোৱা যাব বুলি আশা কৰিব পাৰি, তেওঁলোকক মাতি কার্জন হলত ২ ডিচেম্বৰ দেওবাৰে ৪ মান বজাত এখন ভিতৰুৱা ৰকমে মেল পাতিবৰ দিহা কৰা হয়। উপস্থিত ক্ষেত্রত, কথা-বতৰা আলোচনাৰ সুবিধা আৰু শৃঙ্খলতাৰ বাবে অসমীয়া সাহিত্যত সুপৰিচিত লেখক উৎসাহী কর্মী ৰায়বাহাদুৰ শ্রীযুক্ত আনন্দ চন্দ্র আগৰৱালাক সভাপতি বৰণ কৰা হয়। সেই সভাত ল' কলেজৰ প্রিন্সিপ্যাল, ব্যাৰিষ্টাৰ জে, বৰুৱা, অধ্যাপক শ্রীযুক্ত বাণীকান্ত কাকতি এম-এ., 'চেতনা'ৰ সম্পাদক শ্রীযুক্ত অম্বিকা চৰণ ৰায়চৌধুৰী, প্রবীন লেখক শ্রীযুক্ত কমলাকান্ত ভট্টাচার্য্য, সাহিত্যিক শ্রীযুক্ত গোপালকৃষ্ণ দে, শ্রীযুক্ত দুর্গানাথ,বৰুৱা, ভোলানাথ বৰা বি-এল, উমেশ চন্দ্র চৌধাৰী বি-এল, মহিম চন্দ্র সিংহ আদি কেবাজনো লেখৰ মানুহ উপস্থিত আছিল। তাৰ বাহিৰে ল' কলেজ আৰু কটন কলেজৰ সুলেখক ছাত্র—মহম্মদ চালেহ বি-এ, যজ্ঞেশ্বৰ শর্ম্মা আদি উৎসাহী ডেকা কেইজনমানো উপস্থিত হৈছিল।

সভাৰ উদ্দেশ্য আছিল 'মইনা'ক কি ৰকমে ৰাইজৰ চকুত লগা আৰু শিশুৰ মনত লগা বা উপযোগী কৰিব পাৰি, তাৰে আলচ কৰা। এই বছৰ 'মইনা'ৰ একো পৰিবর্ত্তন কৰা নহয়; কেৱল কেনে বিধৰ প্রবন্ধই

তাত ঠাই পোৱা যুগুত আৰু কোন লেখকে কোন বিষয়ে লেখিব বা বৰ্ত্তমানে লেখিবলৈ যত্ন কৰিব তাকেহে স্থিৰ কৰা হ'ল। তিনি মাহৰ পাছত এইসকল সভ্যই আকৌ গোট খাই 'মইনাৰ' কাম কি ৰকমে চলিছে তাকে চাব বুলি আৰু নতুন কিবা শ্ৰেয়স্কৰ উপায় থাকিলে তাকে অৱলম্বন কৰা হব বুলি থিৰ হৈছে। লেখকসকলে যেন প্ৰত্যেক অসমীয়া মাহৰ ১৫ তাৰিখৰ ভিতৰত প্ৰবন্ধবোৰ সম্পাদকৰ হাতত পেলাব পাৰে তালৈ চাব বুলি আশা কৰা যায়।

| বিষয় | লেখক |
|---|---|
| সুৱলা সৰু কৱিতা ... ... | ৰায়বাহাদুৰ শ্ৰীযুত আনন্দ চন্দ্ৰ আগৰৱালা |
| নিচুকনি গীত ... ... | শ্ৰীযুত অম্বিকা চৰণ ৰায়চৌধুৰী |
| ডাঙৰ মানুহৰ জীৱনী .. ... | অধ্যাপক শ্ৰীযুত বাণীকান্ত কাকতি এম, এ, |
| বিলাত সম্বন্ধীয় কথা আৰু স্বাস্থ্য সমাচাৰ | ব্যাৰিষ্টাৰ শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা। |
| পৌৰাণিক কথা | শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য্য<br>„ বোষেশ্বৰ শৰ্ম্মা বি, এ, |
| বিজ্ঞানৰ কথা | শ্ৰীযুত উমেশ চন্দ্ৰ চৌধাৰী বি, এল,<br>„ নন্দেশ্বৰ দাস বি, এচ্-চি, |
| নীতিকথা ( গল্পাকাৰে ) | শ্ৰীযুত জ্ঞাননাথ বৰা বি, এল,<br>„ হলিৰাম ডেকা বি, এ, |
| মুছলমান ধৰ্ম্মৰ মহাপুৰুষ-সকলৰ জীৱনী আৰু তেওঁ-লোকৰ উপদেশ | মহম্মদ চালেহ বি. এ. |
| বীৰৰ কাহিনী ... ... | শ্ৰীযুত দৈৱচন্দ্ৰ তালুকদাৰ |
| সাধু আৰু গল্প ... ... | শ্ৰীযুত হেমেন্দ্ৰনাথ নেওগ বি, এ, |

| | |
|---|---|
| সৰু গীত আৰু গল্প | শ্ৰীযুত দুৰ্গানাথ বৰুৱা<br>শ্ৰীযুতা ধৰ্ম্মেশ্বৰী দেৱী |
| বুৰঞ্জীমূলক সাধু ... ... | শ্ৰীযুত নৰেশ্বৰ মিশ্ৰ ভাগৱতী কবিৰত্ন বি, এ, |
| 'Book of knowledge' আদিৰপৰা নানা কথা | শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্ম্মা |
| টোকা বা বিচিত্ৰ সংগ্ৰহ | শ্ৰীযুত গোপাল কৃষ্ণ দে<br>„ হলিৰাম ডেকা বি, এ, |

২ | ১২ | ২৩ ( স্বাক্ষৰ ) শ্ৰীআনন্দচন্দ্ৰ আগৰৱালা

গুৱাহাটী। সভাপতি।

জীৱ-জন্তুৰ কাহিনী, সাঁথৰ, যোজনা বা পটন্তৰ আদিৰ বিষয়ে লিখিব পৰা কোনো সভ্য সভাত উপস্থিত নাছিল। যদি কোনো সদাশয় লেখকে উক্ত বিষয়ে কোনো প্ৰবন্ধ স্থায়ীভাৱে লিখিবলৈ গাত লয়, তেনেহলে অনুগ্ৰহ কৰি আমালৈ জনাব। ওপৰত উনুকিওৱা স্থায়ী লেখক-লেখিকাসকলৰ প্ৰবন্ধত বাজেও যদি কোনো লেখকে যেই সেই বিষয়ে লিখি 'মইনা'লৈ পঠায়, উপযুক্ত বোধ কৰিলে সেই লেখা 'মইনা'ত প্ৰকাশ কৰা হব। যিসকল লেখক-লেখিকাই বৰ্ত্তমান সংখ্যালৈকে সাদৰী মইনাক মৰম চকুৰে চাইছে সিবিলাকক আমাৰ অন্তৰৰ কৃতজ্ঞতা জনালোঁ।

সম্পাদক

১ম বছৰ ( ১৮৪৫ ) 'মইনা'

আঘোণ, ৪ৰ্থ সংখ্যা

# সাঁথৰ*

## ( অৰুণোদয়ৰ পৰা )

এখন গাওঁত টুনি, নুনি, পুনি এই তিনিজনী পোহাৰীয়ে কুকুৰা পুহি কণী উমনি দি পোৱালি জগালে। টুনিৰ যিমান কুকুৰা, কুকুৰা-টোৰে পতি সিমান পোৱালি জগে, নুনিৰ যিমান কুকুৰা, কুকুৰাটোৰে পতি সিমান ; আৰু পুনিৰো যিমান কুকুৰা তাইৰ কুকুৰাটোৰে প্ৰতিও সিমান পোৱালি হয়। টুনি আৰু নুনিৰ মুঠেই যিমান কুকুৰা, টুনিৰ পোৱালিতকৈ নুনিৰ পোৱালি সিমান অধিক। নুনি আৰু পুনিৰ যিমান কুকুৰা, নুনিৰ পোৱালিতকৈ পুনিৰ পোৱালি সিমান অধিক। পাছে টুনিয়ে বজাৰত ডাঙৰ ডাঙৰ কুকুৰা ৯ টা, পোৱালি ৮১ টা, মুঠে ৯০ টা কুকুৰা বেচিলে। নুনি আৰু পুনিয়েও সেইৰূপে ডাঙৰ-সৰু নৱৈ নৱৈটা বেচিলে ; পাছে তিনিওজনীৰ হাতত ডাঙৰে-সৰুৱে মুঠে ২০০ কুকুৰা শেষ থাকিল। সেই তিনিজনী পোহাৰীৰ গাই পতি কিমান কুকুৰা আৰু কিমান পোৱালি আছিল, তাকে কব লাগে ?

---

* সম্পাদকীয় স্তম্ভ ; ১ম বছৰ ৪ৰ্থ সংখ্যা ( মইনা )/১৮৪৫ শক, আষোঢ়।

# সাঁথৰ*

৪ৰ্থ সংখ্যাৰ সাঁথৰৰ উত্তৰ ঃ—

টুনিৰ—১১ টা কুকুৰ।

নুনিৰ—১২ টা কুকুৰ।

পুনিৰ—১৩ টা কুকুৰ।

কলিকতা ৬৩ নং চাৰ্পেণ্টাইন লেনৰ শ্ৰীমান মোক্ষদা প্ৰসাদ বৰুৱা নামৰ ল'ৰাজনেহে উত্তৰ দিব পাৰিছে।

---

* সম্পাদকীয় স্তম্ভ ; ১ম বছৰ ( ১৮৪৫ শক ) 'মইনা' ৫ম সংখ্যা ( পুহ )।

# স্বৰ্গীয় চন্দ্ৰকুমাৰ

( জয়ন্তী—১ম বছৰ, ৫ম সংখ্যা, ১৮৫৯ শক ; ১৯৩৭ চন )

একাধাৰে আধুনিক অসমীয়া সাহিত্যৰ এগৰাকী গুৰি-ধৰোঁতা, আধুনিক অসমীয়া কৱিতাৰ এটি উজ্জ্বল আহিঁ দেখাওঁতা আৰু ব্যৱসায়ী জীৱনৰ এজন পথ-প্ৰদৰ্শক, শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াই যোৱা ১৮ ফাগুন বুধবাৰৰ দিনা পুৰা তিনি কুৰি এঘাৰ বছৰ বয়সত ( জন্ম ২৮ নবেম্বৰ, ১৮৬৭ চন ) আদৰ্শ জীৱনৰ সামৰণি মাৰে। শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱাকে প্ৰমুখ্য কৰি ভালেটি গণ্য-মান্য লোকে তেখেতৰ কৰ্ম্ম-জীৱনৰ এটি কেন্দ্ৰ, লুইতৰ পাৰৰ নিউ প্ৰেছৰ পুৰণি ভেটিত পুণ্য শৱ কৰিৰ মৰমৰ প্ৰকৃতি আৰু বতাহৰ লগত মিহলি কৰি দিয়েগৈ।

তেখেতৰ কৰ্ম্ম-মন্ত্ৰৰ ভিতৰৰ এটি আছিল নীৰৱতা! 'নীৰৱকৰ্ম্মী' কথাষাৰ যেন তেখেতৰ গাতে পূৰা মাত্ৰাই প্ৰতিফলিত হৈছিল। এহাতে ললিত কলাৰ চৰম কলা কৱিতাৰ আশাশুধীয়া পূজা, আন-হাতে সংসাৰৰ কাৰ্য্য-নিয়ন্ত্ৰণ একেলগে সমাধান হোৱা দেখি আমাৰ কবলৈ সঙ্কোচ নহয়—চন্দ্ৰকুমাৰ, তোমাৰ জীৱন সম্পূৰ্ণ ; কৱিতা-ৰূপিণী সৰস্বতী আৰু সম্পদ-ঈশ্বৰী লক্ষ্মী উভয়ৰে তুমি প্ৰিয় পুত্ৰ হৈ অময়া দেশলৈ প্ৰয়াণ কৰিলা। আমাৰ চকুলো টুপিত আনন্দ আৰু বেজাৰ দুয়োটাকে মিলাই তোমালৈ সন্তৰ্পণে দাঙি ধৰিছোঁ ; তোমাৰ পৰমাত্মাই পূৰ্ণ-শান্তি লাভ কৰক।

চন্দ্ৰকুমাৰৰ সম্পাদনাতে ১৯১০ শকৰ মাঘৰপৰা অসমৰ সাহিত্য মন্দিৰৰ প্ৰদীপস্বৰূপ 'জোনাকী' ওলায়। এই 'জোনাকী'য়ে অসমীয়া ৰ'মাণ্টিক কৱিতাৰ আৰু লক্ষ্মীনাথ, হেমচন্দ্ৰ গোস্বামী আদিৰ সাহিত্য-

প্ৰতিভাময় যুগৰ সূচনা কৰি দিলে। চন্দ্ৰকুমাৰৰ সৰ্ব্বঢাক শক্তিৰ গুণতে যে 'জোনাকী' ওলাইছিল বাহিৰৰ কোনেও এই কথাৰ নাম-গোন্ধকে নাপালে, কোনেও নাজানিলে 'জোনাকী'ৰ জনক চন্দ্ৰকুমাৰ আৰু জোনাক-বিলাওঁতা চন্দ্ৰকুমাৰহে। তেখেতে নিজৰ কাৰ্য্যৰ প্ৰতি সন্মান কোনো দিনেই নিবিচাৰিছিল। সেই দেখিয়েই হবলা সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে আগৰৱালাদেৱক সভাপতিৰ আসনত বহুৱাব খুজি বিফল-মনোৰথ হ'ল। কৱিসুলভ আত্ম-তুষ্টিকে বুকুত বান্ধি জীৱনৰ শেষৰ কেইটা দিন তেওঁ গুৱাহাটীত কটাই নিৰলেই স্বৰ্গী হ'ল। অসমৰ কাব্য-সাহিত্যলৈ চন্দ্ৰকুমাৰৰ দান অতুলনীয় বুলিব পাৰি। তেওঁৰ কৱিতাত ব্যক্তিত্ব আৰু মৌলিকত্ব, সৰলতা আৰু জাতীয়তা একেলগে প্ৰকাশ পাইছিল। তেখেতৰ 'প্ৰতিমা' সম্পৰ্কে বেজবৰুৱা ডাঙৰীয়াই কৈছিল—'প্ৰতিমাখন সৰু, কিন্তু নিভাঁজ সোণৰ।' 'বীণবৰাগী'ও অসমীয়া সাহিত্যৰ এটি আপুৰুগীয়া সম্পদ। কৱিতাবিলাক ওখ খাপৰ আৰু আশাশুধীয়া সাধনাৰ পৰিচায়ক। ভাবে-গঢ়ে সি অসমীয়া।

অসমৰ আগ-শাৰীৰ ছপাখানা 'নিউ প্ৰেছ' বহুত কাললৈকে আগৰ-ৱালাৰ কাৰ্য্যকুশলতাৰ কীৰ্ত্তিস্তম্ভ হৈ থাকিব। নিউ প্ৰেছৰপৰা প্ৰকাশিত 'অসমীয়া' আজি অসমৰ আটাইতকৈ পুৰণি বাতৰি কাকত। এই দুয়োটি বস্তুৱেই যাউতিযুগীয়াকৈ ৰওক, এয়ে আমাৰ ভগৱন্তৰ ওচৰত সৰল মিনতি। বেজবৰুৱাৰ বাঁহীয়েও এদিন 'নিউ প্ৰেছৰ'পৰা সুললিত তান ধৰিছিল। একে ব্যৱসায় বুদ্ধিৰ আৰু দেশসেৱাত ব্ৰতী হৰিবিলাসৰ সুপুত্ৰ চন্দ্ৰকুমাৰ আছিল এজন ডাঙৰ চাহ-খেতিয়ক। তামোলবাৰী চাহৰ কথা অসমৰ কোনে নাজানে?

আমি এইগৰাকী পুৰুষলৈ আমাৰ কৃতজ্ঞতা আৰু ভক্তিৰ অৰ্ঘ্য আগবঢ়াই তেখেতৰ বিয়োগ-সন্তপ্ত পৰিয়াললৈ আমাৰ সমবেদনা প্ৰকাশ কৰিলোঁ।

# ভাষাতত্ত্বৰ তলসৰা

( জয়ন্তী—১ম বছৰ ৬ষ্ঠ সংখ্যা, ১৮৫৯ শক ; ১৯৩৭ চন )

জীৱন্ত ভাষা বুলিলেই চুবুৰীয়া ভাষাৰপৰা শব্দ ধাৰ কৰা অভ্যাস এটা থাকে। অসম বহুত দিন ইংৰাজৰ আমোলত থকাৰ ফলত বহুতো ইংৰাজী শব্দ অসমীয়া ভাষাৰ অন্তৰ্গত হৈছে। আন কি, দুই-এটা ইংৰাজী শব্দ চহা অসমীয়াৰ প্ৰাণৰ প্ৰতীকস্বৰূপ বন-গীত বিলাকতো পোৱা যায়। উদাহৰণ—

'কামলৈ যাবলৈ টাইম চিনি পাবলৈ
আনি দিম কুম্পানীৰ ঘড়ী।'

অনেক ইংৰাজী শব্দ অসমীয়াৰ বুকুত সোমাই নিজৰ মূলৰ সঙ্কেত সাধাৰণ লোকৰ চকুত লুকুৱাই পেলাইছে। ইংৰাজী bicycle অৰ অপভ্ৰংশ 'বাইচ্‌কল'ক ইংৰাজী নজনা লোকে 'বাইশ কল' অৰ্থাৎ 'একুৰি দুটা কাৰুসৰঞ্জামৰ সমষ্টি' বুলি ধৰি লয়। সেই দৰে 'ডাক্তৰ' ( ইংৰাজী doctor ) শব্দটো চহা লোকে 'দাগ্‌দাৰ' উচ্চাৰণ কৰি ঔষধৰ চিচাত দাগ বা পালিৰ ( dose ) চিন দিওঁতা অৰ্থ কৰিব। ভাষা-বিজ্ঞানৰ পুথিত ইয়াকে জনপ্ৰিয় ভাষাতত্ত্ব বা popular philology বোলে। জনপ্ৰিয় ভাষাতত্ত্বই শব্দবিন্যাসৰ আচল গুৰিলৈ নচাই আঁঠুতে সোণৰ বিচাৰ লগায়। পদূলি শব্দটো পদ-ধূলিৰপৰা হোৱা বুলি অনেকে কব আৰু গাৱঁৰ চুকে-কোণে কৰবাত পধূলি উচ্চাৰণ কৰাও শুনা যায়। কিন্তু পদূলিৰ গুৰি সংস্কৃত 'প্ৰতোলী'হে। সৰ্ব্বজ্ঞৰপৰা 'সৰবজান' হৈছে, সৰ্ব্বৰপৰা সৰব হৈছে, যেনে সৰবগুণী। সংস্কৃত ৰসৰপৰা ৰহ আৰু ৰহী হৈছে, যেনে—কুঁহিয়াৰৰ পগোৱা

ৰহ = ৰহী। বহুতে 'সৰবৰহী' শব্দটো 'সৰব-ৰহী' কৰি উচ্চাৰণ কৰে আৰু তাৰ মূল 'সৰ্ব্ব-ৰসী' বুলি কয়। কিন্তু সেই শব্দটো আৰবী 'সৰ্ব্বৰাহ'ৰপৰাহে ওলাইছে, শব্দটোৰ একচেণ্ট (accent) প্ৰথমটো 'ৰ'ৰ ওপৰতহে পৰিব। অৰ্থাৎ উচ্চাৰণ 'সৰ-বৰহী'।

'হাট-বজাৰ' শব্দটো আচৰিত ধৰণৰ। ইয়াৰ হাট মানে যি 'বজাৰ' অৰ্থও সেই। 'হাট'টো দেশী শব্দ, বজাৰ আৰবী। ইয়াক দেশী-বিদেশীৰ সংযোজক খচ্চৰ শব্দ বুলিব পাৰি। সংস্কৃত শব্দত অসমীয়া প্ৰত্যয় লগায়ো খচ্চৰ শব্দ গঠন হয়। 'খাৱন' সংস্কৃত 'খা' আৰু অসমীয়া 'অন' প্ৰত্যয়ৰ ফল। 'পণ্ডিতগিৰি' শব্দটোৰ পোনৰ ডোখৰ সংস্কৃত আৰু প্ৰত্যয়টো ফাৰ্চী ভাষাৰ।

আকাৰান্ত 'লতা', মাত্ৰা আদি শব্দৰ পিচত সপ্তমীৰ 'ত' প্ৰত্যয়ৰ ঠাইত 'য়' দিয়া হয়। কেতিয়াবা এই প্ৰত্যয়টো বঙলুৱা যেন লাগে, কিন্তু আচলতে সংস্কৃতৰ 'লতায়াম্' আদি শব্দলৈ চালেই বুজিব পাৰি, সি সংস্কৃতৰহে অপভ্ৰংশ। —'বসন্তকালত পূৰামাত্ৰায় গছে-লতায় নতুন জীৱন সঞ্চাৰ হোৱা দেখা যায়।'

# বিহু আদৰণি

(জয়ন্তী—১ম বছৰ, ৰঙালী বিহু সংখ্যা, ১৮৫৯ শক ; ইং ১৯৩৮)

বছৰ বিদায়ৰ লগতে নতুনক অভ্যৰ্থনা কৰোঁ, লগে লগে বিহুৰ আগমন —যি বিহুৱে বাৰ মাহৰ দুখ-দুৰ্গতি, ধূলি-মাকতি ধুই নিয়ে, যি বিহুৱে অতীতৰ সকলো জ্বালা-যন্ত্ৰণা, ক্লেশ-নৈৰাশ্য পাহৰাই ভৱিষ্যতৰ এটি উজ্জ্বল পোহৰ তৰি দিয়ে, আগত আশাপ্ৰদ জীৱনৰ এখন ৰঙীণ চিত্ৰ আঁকি দিয়ে, প্ৰাণত নতুন প্ৰেৰণা, দেহত নতুন শক্তিৰ সঞ্চাৰ কৰে সেই বিহুক সৰ্ব্বান্তঃকৰণে অভ্যৰ্থনা কৰোঁ।

যি বিহুৱে চিৰ-নিগৃহীত অন্ন বস্ত্ৰৰ অভাৱত জুৰুলা, হোজা নিৰক্ষৰ নিঃকিন জন-সাধাৰণক ক্ষন্তেক আনন্দ দিয়ে, যি বিহুৱে মৃতপ্ৰায় দীন-দৰিদ্ৰসকলকো কিছু সময় উদ্দীপিত কৰে, যি বিহুৱে গাঁৱে-ভূঞে এটি আনন্দৰ হিল্লোল তোলে, সেই বিহু জাতিৰ প্ৰাণস্বৰূপ।

আজি অসমীয়াই হাঁহিব নাজানে, আনন্দ কৰিব নাজানে, ৰং-ধেমালি কৰিব নাজানে—এদিন অসমীয়াই এই বিহু উপলক্ষে সমগ্ৰ জাতিৰ মাজত আনন্দৰ হিল্লোল তুলিছিল, নতুন বছৰৰ নতুন সপোন দেখিছিল, গাঁৱে-ভূঞে নতুন গঢ় নতুন প্ৰাণ দিছিল, সকলো দ্বন্দ-দ্বেষ, অপায়-অসূয়া তল পেলাই থৈ এক প্ৰেৰণাত, এক আদৰ্শত একত্ৰ হব পাৰিছিল—অসমীয়াৰ পক্ষে বিহু অকল ৰং-ধেমালি নহয়, ই পৱিত্ৰ জাতীয় অনুষ্ঠান, য'ত নীতি-ধৰ্ম্ম, কৃষ্টি, অনুশীলন সকলোৰে মধুৰ সমন্বয় হয়। বিহুৱে জাতি-ধৰ্ম্মৰ ভেদাভেদ নকৰে, বৰ-সৰু ধনী-নিৰ্ধনী নাবাচে—ই প্ৰকৃতিৰ নিভাঁজ অৱদান—ইয়াত ব্যায়াম বীৰে স্ফূৰ্ত্তি পায়,

প্ৰেমিকে উন্মাদনা পায়, বুঢ়াই বল পায়, হতাশে আশ্বাস পায়। আকৌ সেই বিহু অসমীয়াৰ সমাজলৈ আহিব নে?

আজিকালি শিক্ষিত ডেকাসকলে আকৌ নব্য ধৰণে গাঁৱে-নগৰে ৰাজহুৱাভাৱে বিহু উৎসৱৰ আয়োজন কৰা দেখি আমি তেওঁলোকক অভিনন্দন জনাইছোঁ। কিন্তু ডেকা অনুষ্ঠাতাসকলক আমি সতৰ্ক কৰি দিওঁ, যেন নতুন গঢ় দিবলৈ যাওঁতে আমাৰ প্ৰকৃতি-আইৰ কোলাত পুঁহি-পালি থোৱা বিহুটিক বিজতৰীয়া নকৰে আৰু বিহুৰ ভিতৰৰ সাৰ বস্তুখিনি উৰি নাযায়।

# সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা

'প্ৰতিমা'ৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ বিৰহ-ব্যথা পাহৰিবলৈ নৌ-পাওঁতেই পুত্ৰ শোকাতুৰা অসম জননীয়ে আৰু এটা মৰ্ম্মঘাতী শোকৰ বোজা বুকু পাতি লবলগীয়া হল। অসমীয়া সাহিত্য-আকাশৰ পূৰ্ণচন্দ্ৰ লক্ষ্মীনাথ বেজবৰুৱাদেৱ যে আমাৰ মাজত নাই! হায়, আমাৰ সাহিত্য-ভঁড়াল যে লক্ষ্মীবিহীন হল! এই কথা কল্পনা কৰিবলৈকে কিমান বেজাৰ লাগে—কিন্তু সেয়েই দিঠকত পৰিণত হ'ল। আজীৱন দেশৰ কাৰণে, দহৰ কাৰণে জীৱন উৎসৰ্গ কৰি সুৱদি ভাষা-জননীৰ কাৰণে অবিৰতভাৱে বাণীৰ চৰণ-কমলত পূজা-তৰ্পণ দি লক্ষ্মীনাথৰ অমৰ আত্মাই অসম আকাশত অমৰ-জ্যোতি বিকীৰণ কৰি আজি দেশবাসীৰ মুখত ফুল চন্দন সানি অমৰ-লোকলৈ গুচি গল। লক্ষ্মীনাথ মৰা নাই—লক্ষ্মীনাথে যে জীৱন কালতেই মৃত্যুক জয় কৰি মৃত্যুঞ্জয় হৈছে। যি-সকলে লক্ষ্মীনাথৰ মোল বুজি পোৱা নাছিল বা বুজিবলৈ চেষ্টা কৰা নাছিল সেইসকলেও আজি লক্ষ্মীনাথৰ তিৰোধানৰ বাতৰি শুনি ম্ৰিয়মান হৈছে—জাতীয় যুদ্ধৰ ঘাই সেনাপতি লক্ষ্মীনাথৰ স্বৰ্গাৰোহণত সকলোৱে আজি ঈশ্বৰক প্ৰাৰ্থনা কৰিছে—অমৰ লক্ষ্মীনাথ, মৰণৰ পিছতো আজি নেদেখা ৰাজ্যত থাকি তুমিয়েই আমাৰ ৰণ পৰিচালনা কৰা—মুমূৰ্ষু অসমীয়াৰ প্ৰাণত নৱবলৰ সঞ্চাৰ কৰা।

লক্ষ্মীনাথ কোন—লক্ষ্মীনাথে কি কৰি গ'ল—লক্ষ্মীনাথে আমালৈ কি এৰি গ'ল, সেই কথা আমি বিবৰি নকওঁ। যদি লক্ষ্মীনাথক চিনি নোপোৱা কোনো অসমীয়া আছে তেন্তে তেওঁকহে আমি পুতৌ কৰিম—তেওঁৰ পৰিচয়হে আমি বিচাৰিম। প্ৰাতঃস্মৰণীয় আনন্দৰাম ঢেকিয়াল

ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা আদিয়ে লগলাগি অসমীয়া সাহিত্যৰ যি ভেটি চিকুণাই থৈ গ'ল সেই ভেটিৰ ওপৰতে সাহিত্য-তাজমহল গঢ়িলে কোনে? একে আষাৰেই লক্ষ্মীনাথ, হেম গোঁসাই, চন্দ্ৰকুমাৰ, সত্য বৰা প্ৰমুখ্যে সেই যুগৰ কেইবাজনো খ্যাতনামা খনিকৰৰ নাম লৈ তেওঁলোকৰ উদ্দেশ্যে মূৰ দোঁৱাব লাগিব। সেই-সকলৰ ভিতৰত লক্ষ্মীনাথৰ ঠাই যে আটাইতকৈ ওপৰত, এই কথা অস্বীকাৰ কৰিবৰ উপায় নাই। লক্ষ্মীনাথে সাহিত্যৰ কেৱল এটি বিভাগত নেতৃত্ব কৰিয়েই এৰা নাছিল। কৱি হিচাপে, নাট্যকাৰ হিচাপে, ঔপন্যাসিক হিচাপে, শিশু সাহিত্যৰ লেখক হিচাপে, হাস্যৰসিক হিচাপে, সাধুলেখক হিচাপে, দাৰ্শনিক গদ্য-লেখক হিচাপে, সমালোচক হিচাপে, সম্পাদক হিচাপে, প্ৰায় সকলো বিভাগতে লক্ষ্মীনাথ আগশাৰীৰ ওজা আছিল বুলি আমি গৌৰৱ কৰিব পাৰোঁ। আমি অসমীয়া গীত-মাত-ঠাঁচ সকলোতে লক্ষ্মীনাথৰ বহুমূলীয়া অৱদান লাভ কৰি ধন্য হৈছিলোঁ। সমাজ-সংস্কাৰ, ৰাজনীতি আদিতো লক্ষ্মীনাথ পিছপৰা বিধৰ নাছিল। অসমীয়া বৈষ্ণৱ সাহিত্যত লক্ষ্মীনাথ আছিল অদ্বিতীয় পুৰুষ। কৃপাবৰ বৰবৰুৱাৰ 'কাকতৰ টোপোলা'ৰ ৰসৰ ভাগ কোন অসমীয়াই পোৱা নাই? মুঠতে, লক্ষ্মীনাথ আছিল অসমীয়া সাহিত্যৰ অপ্ৰতিদ্বন্দ্বী অধিনায়ক— যাৰ সাহিত্য প্ৰতিভা, অপূৰ্ব্ব পাণ্ডিত্য, সুদূৰ বৰোদা ৰাজ্যলৈকে বিকীৰ্ণ হৈছিল। আগলৈ বহলভাৱে আলোচনা বুকুত ঠাই দিবলৈ আশা ৰাখি পোনতে 'জয়ন্তী'য়ে অমৰ লক্ষ্মীনাথৰ উদ্দেশ্যে ভক্তি-অঞ্জলি নিবেদন কৰিছে; অসমীয়া! লক্ষ্মীনাথৰ বিষয়ে ভাবা, চিন্তা কৰা, আলোচনা কৰা, নতুন কথা নতুন তথ্য ফঁহিয়াই উলিয়াই জগতক দেখুৱাই দিয়া—নিজে ধন্য হব পাৰিবা, দেশক উজ্জ্বল কৰিব পাৰিবা।

# ৰজাঘৰীয়া পৃষ্ঠপোষকতা

( জয়ন্তী ১ম বছৰ, ১২শ সংখ্যা, ১৮৬০ শক, ১৯৩৮ চন )

এখন দেশৰ উন্নতিৰ মূলত যে ঘাইকৈ সেই দেশৰ সাহিত্যৰ প্ৰাধান্য আৰু প্ৰাচুৰ্য্য সেই কথা ন-কৈ কোৱাৰ সকাম নাই। এখন দেশ কিমান উন্নত তাক জানিবলৈ হলেও সেই দেশৰ সাহিত্যৰ জোখ-মাপ লোৱাটো যে নিতান্ত আৱশ্যকীয় বিষয় তাকো সকলোৱে জানে। সেই গতিকে অসম নাইবা অসমীয়া জাতিৰ প্ৰতিচ্ছবি বিচাৰিব লাগিলে অসমীয়া সাহিত্য ভঁড়ালৰ ফালে এবাৰ চকু ফুৰাই চাবই লাগিব। এই অসমীয়া সাহিত্যৰ এদিন জয়জয়-ময়ময় অৱস্থা আছিল। সেই যুগৰ সাহিত্য লৈ আজিও অসমীয়া জাতি গৌৰৱান্বিত হব পাৰে। স্বৰ্গদেৱ ৰুদ্ৰসিংহ, শিৱসিংহ আৰু বেহাৰৰ মহাৰাজ নৰনাৰায়ণ আৰু চিলাৰায় দেৱান আদিৰ ৰজাঘৰীয়া পৃষ্ঠপোষকতাত সেই কালৰ অসমীয়া সাহিত্যিকসকলে যথাসাধ্য শক্তিসামৰ্থ্য লৈ জাতীয় সাহিত্যৰ সেৱা কৰিছিল। এনে ৰজাঘৰীয়া সাহায্য আৰু পৃষ্ঠপোষকতা নহলে কোনো দেশৰ সাহিত্যই গা কৰা টান। পৰাধীন ভাৰতৰ আধুনিক বঙ্গ-সাহিত্যই আজি বিশ্ব-দৰবাৰত আসন পাইছে; এই সাহিত্যৰ গুৰিত গৱৰ্ণমেণ্টৰ সিমান সহায় নাই যদিও দানশীল ৰজা জমিদাৰসকল আৰু তুখনকৈ নিজা বিশ্ববিদ্যালয় থকাত বঙালী সাহিত্যসেৱীসকলে নানান সুবিধা পাইছে। বঙালীয়ে পোৱা সুবিধা আৰু সুচল অসমীয়া সাহিত্যিকৰ মানত পৰ্ব্বতত কাছ-কণী। তাকৰীয়া লোকসংখ্যাৰ এমুঠি অসমীয়াই নিজৰ জাতীয় সাহিত্য, কৃষ্টি আদি সকলোকে ৰজা-ঘৰৰ অনাদৰ অৱহেলাত হেৰুৱাব লগীয়া হৈছে বুলি কলে ভুল হবনে?

এশ বছৰ সু-সভ্য বৃটিছ-গবৰ্ণমেণ্টৰ তলত থাকি অসমীয়া সাহিত্যই কি দান পালে এতিয়া ভাবি চাবৰ হৈছে। অসমীয়া সাহিত্য-বৰগছ জুপিৰ ওপৰত বঙলা ৰঘুমলা কোনে কেনেকৈ জাপি দিলেহি সেই কথা আৰু আজি কাৰাবাক কৈ দিব লাগিবনে ?

অসমীয়া সাহিত্য আৰু কৃষ্টিৰ পৰিপোষণৰ বাবে আমি অসমত এটা বিশ্ববিদ্যালয় বিচাৰিছোঁ। কিন্তু এতিয়াও এই বিষয়ে গবৰ্ণমেণ্টে দ-কৈ ভাবি চোৱা নাই। অসমত স্বায়ত্ত শাসন প্ৰৱৰ্ত্তন হবৰ দিন ধৰি আজিলৈকে আন আন বিভাগৰ কেইবাজনো অসমীয়া মন্ত্ৰী হৈছে, কিন্তু অসম শিক্ষা বিভাগটি চিৰকালে এদনীয়াভাৱে ছিলটীয়া মন্ত্ৰীৰ অধীন হৈ আছে। এই মন্ত্ৰী আৰু স্বয়ং লাট বাহাদুৰৰ কৃপাত খাচ অসম উপত্যকাত কেইবাটাও বঙালী স্কুলৰ দুৱাৰ মুকলি হ'ল ; ধুবুৰী হাইস্কুলৰপৰা অসমীয়া শিক্ষকসকলক খেদিব লাগে বুলিও ঘৰচীয়া বঙালীসকলে মূৰ দাঙি কবলৈ সাহ কৰিব পৰা হৈছে। কিন্তু সুৰমা উপত্যকাত হৈছে কি? মান-ভগনীয়া আৰু সুৰমা উপত্যকাৰ গাৱেঁ-ভূঞে থকা শই শই অসমীয়াই নিজৰ লৰা-ছোৱালীক পাঠশালা স্কুলতো অসমীয়া শিক্ষা দিবলৈ অধিকাৰ লাভ কৰিব পৰা নাই। 'তোৰ সকলোখিনিয়েই মোৰ, কিন্তু, মোৰখিনি হলে তোৰ চৌদ্ধপুৰুষ আহিলেও নাপায়,'—এনে হীন মনোবৃত্তিৰে ৰক্ষকসকলৰ কাৰ্য্য-প্ৰণালী পৰিচালিত। অসমীয়াৰ জীৱন ধাৰণেই আজি একপ্ৰকাৰ অসাৰ্থক ! শতকৰা এশ জন অসমীয়া ছাত্ৰ থকা অসমীয়া হাইস্কুলত পঢ়াবলৈ সুৰমা উপত্যকাৰপৰা অবাধে বঙালী শিক্ষক আমদানি হোৱাত বাধা নাই, কিন্তু শতকৰা আশীজন (?) বঙালী ছাত্ৰই পঢ়া ( যদিও বঙালীৰ সংখ্যা শতকৰা ৩০/৩৫ৰ ভিতৰতহে থাকে ) ধুবুৰী হাইস্কুলত বঙলা ভাষা বিশেষ পৰীক্ষা দি পাচ কৰা অসমীয়া শিক্ষক থাকিলেও তেওঁলোকক খেদিবলৈ ঘৰচীয়াসকলৰ 'মেমৰেণ্ড্যাম্'। অসমৰ ৰজাঘৰীয়া বৰমূৰীয়াসকলৰ মানত অসমীয়া সাহিত্য আৰু শিক্ষা এবিধ যে ধেমালিৰ

বস্তু বুলি বিবেচিত হৈছে সেই কথা আমি কেইবাবাৰো উনুকিয়াই আহিছোঁ।

## হাকিম, মাটিৰ হাকিম, কলেজৰ অধ্যাপক আদি

এতিয়া ৰজাঘৰীয়া কথা এৰি দি আমাৰ নিজৰ ফালে লক্ষ্য কৰা যাওক। চাহ খেতিয়কসকলৰ কথা বাদ দিলে অসমত হাকিম, মাটিৰ হাকিম আদি সেই শাৰীৰ শকত বেতনভোগী চৰ্কাৰী বিষয়াসকলেই লক্ষ্মীৰ কৃপা-কণা লাভ কৰিছে। জোনাকী-যুগৰ আদিৰেপৰা এই দলৰ সাহিত্যিকসকলেই অসমীয়া সাহিত্য-ক্ষেত্ৰত কঁকালত টঙালি বান্ধি লাগি আহিছে। সেইসকলৰ ভিতৰত ৺হেম গোঁসাই, কনকলাল বৰুৱা, বেণুধৰ ৰাজখোৱা, ৰজনী বৰদলৈ, কালীৰাম মেধি, দুৰ্গেশ্বৰ শৰ্ম্মা, ৰাধাকান্ত সন্দিকৈ, আনন্দ আগৰৱালা. জ্ঞানদাভিৰাম বৰুৱা আদিৰ নাম অসমীয়া সাহিত্য বুৰঞ্জীত চিৰকাললৈ থাকিব। এইসকলৰ বাহিৰেও আন আন ক্ষেত্ৰত আৰু অনেক সাহিত্যিক আছিল।

আজিৰ ভালেমান ডেকাই বিশ্ববিদ্যালয়ৰ ডাঙৰ পৰীক্ষাত মুধা ফুটাইছে। দলে দলে হাকিম, মাটিৰ হাকিম, আবকাৰী হাকিম, আয়কৰৰ হাকিম, হাবিৰ হাকিম, খেতিৰ হাকিম আদি বিবিধ শ্ৰেণীৰ হাকিম হৈ তথাকথিত অভিজাত সম্প্ৰদায় সৃষ্টি কৰিছে। এইসকলৰ মাজৰ কেইজনৰপৰা অসমীয়া সাহিত্যই আগৰ সকলৰ দৰে লেখত লবলগীয়া কি পাইছে? এওঁবিলাকৰ ভিতৰৰে ডেকা তৰপৰ দুই-এজন ওলাবৰ আগন্তুক দেখা গৈছে যদিও তেওঁবিলাকৰ সাহিত্য-সেৱা যেন কুকুং-কাৰাং কৰোঁতেই শেষ নহয়। মহিবুল্লা আৰু ৰাজমোহন নাথ আদি দুই-এগৰাকী একাণপতীয়া সাহিত্য-সেৱক এতিয়াৰ কালতো ওলাব পাৰে। তেওঁলোক অশেষ ধন্যবাদৰ পাত্ৰ।

কটন কলেজৰ ফালে মুখ ঘূৰালে আমি দেখোঁ কি? গুৰিৰেপৰা আৰম্ভ কৰি দুই-এজনকৈ আজি এই কলেজত ন কি দহজন অসমীয়া

অধ্যাপক হ'ল। এখেতসকলে দৰ্ম্মহা যথেষ্ট পায় আৰু এওঁলোকৰ আজৰি সময়ো নিতান্ত কম নহয়। সপ্তাহত ১৪।১৫ ঘণ্টামান খাটিব লাগে। পাঁচ মাহ আকৌ বন্ধতে যায়। বিশ্ববিদ্যালয়ৰ কাকত চাই পোৱা উপকৰুৱা উপাৰ্জ্জনো আছে। সৰহ ভাগৰ পুৰণি-পাঠ উৰাই-ঘূৰাই পঢ়োৱাৰ বাহিৰে আন কাম নাই। কিন্তু বৰ পৰিতাপৰ কথা যে ডক্টৰ কাকতি আৰু ৰায় বাহাদুৰ ভূঞা আদি দুই-এজনৰ বাহিৰে এখেত-সকলৰপৰা অসমীয়া সমাজে একোকে পোৱা নাই। অধ্যাপক মথুৰানাথ গোস্বামীয়ে কিছুদিনৰ আগতে অৰ্থনীতিৰ সম্বন্ধে অলপ-অচৰপ আলোচনা কৰাৰ গম পোৱা গৈছিল, কিন্তু বৰ্ত্তমানে সেই সম্পৰ্কে তেখেতৰ কোনো চেষ্টা প্ৰকাশ হোৱা দেখা নাই।

কটন কলেজৰ প্ৰায় প্ৰত্যকজন বঙালী অধ্যাপকেই বঙ্গীয় সাহিত্য পৰিষদৰ যোগেদি কেনেভাৱে বঙ্গ ভাষাৰ সেৱা কৰিছে তাক সকলোৱে দেখিছে। এই বঙালী অধ্যাপকসকলৰ প্ৰধান উদ্যোগতেই গুৱাহাটীত "প্ৰবাসী বঙ্গ সাহিত্য সম্মিলন" সমাৰোহেৰে পতাৰ যো-জা চলিব লাগিছে। তেওঁলোকৰ সহকৰ্ম্মী আমাৰ অসমীয়া অধ্যাপকসকলে কৰিছে কি? যোৱা "অসম সাহিত্য সভা"ৰ প্ৰবন্ধ-সংগ্ৰহত আমাৰ এজন অসমীয়া অধ্যাপকেও এটা প্ৰবন্ধ লিখি সহায় কৰাৰ আৱশ্যকতা বোধ নকৰিলে। অধ্যাপক উমাকান্ত গোস্বামীয়ে অৰ্থনীতি শাখাত সভাপতিত্ব কৰাৰ বাহিৰে এই অধ্যাপকসকলৰ কোনোজনে সাহিত্য সভাৰ লগত মনত থকাকৈ সহযোগ কৰাৰো পৰিচয় পোৱা নগ'ল।

মুঠ কথা, এওঁলোকৰ সৰহ ভাগেই অসমীয়া সাহিত্যৰ উন্নতিৰ হকে যত্ন কৰিবলৈ সামৰ্থ্য থকা সত্ত্বেও একোকে কৰা নাই। এই বিষয়ে কোনোবাই যদি অলপো চেষ্টা কৰিছে, তেওঁলোক কম দৰ্ম্মহা পোৱা স্কুলৰ শিক্ষকসকলহে। অৱশ্যে যোৰহাট কলেজৰ প্ৰিন্সিপালকে প্ৰমুখ্য কৰি প্ৰায় কেউজন অধ্যাপকেই দুই-এখন পুথি আৰু চিন্তামূলক দুই-এটা প্ৰবন্ধ লিখাৰ চেষ্টা কৰা দেখা গৈছে।

**ধন্যবাদীয়া পৃষ্ঠপোষকতা**

## দেশৰ নেতা, বাইৰৰ প্ৰতিনিধি

আমাৰ ৰাজনৈতিক মহলত জুমি চাবলৈ হলেও আমি ততোধিক নিৰাশ হবলগীয়া হওঁ। যিসকলক আমি ৰাইজে প্ৰতিনিধি পাতি দিছোঁ, যিসকলক আমি নেতা পাতি মূৰত তুলি লৈছোঁ, যিসকলে বৰমন্ত্ৰী, সৰুমন্ত্ৰী প্ৰভৃতিৰ বিষয়-বাব পৰ্য্যন্ত খাবলৈ পাইছে, সেইসকলৰ ভিতৰত অসমীয়া সাহিত্যৰ সেৱক কেইজন ? যিসকল ভাৰতবৰেণ্য ৰাজনীতিক পুৰুষ আছে তেওঁলোক প্ৰতিজনেই একোগৰাকী নামজ্বলা সাহিত্যিক। সকলোৰে নাম লোৱা অসাধ্য, তেও বুলি এই সম্পৰ্কত মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, সুভাষ বসু, বাবু ৰাজেন্দ্ৰপ্ৰসাদ, বিশ্বনাথ দাস, পণ্ডিত পন্থ, পণ্ডিত মালৱীয়, বিজয়লক্ষ্মী পণ্ডিত, সৰোজিনী নাইডু, ৺চিত্তৰঞ্জন দাস, ৺লাজপত ৰায়, ৺গোপালকৃষ্ণ গোখেল, ৺বালগঙ্গাধৰ তিলক, ৺জে, এম, সেনগুপ্ত আদিৰ নাম লব পাৰি। অসমতো আগৰ ৺নবীন বৰদলৈ আৰু ৺চন্দ্ৰ শৰ্ম্মাৰ নাম উল্লেখ কৰিব পাৰি। কিন্তু এতিয়াৰ অসমীয়া নেতাসকলৰ সৰহ ভাগৰেই স্বজাতীয় সাহিত্য জ্ঞান পুতৌ কৰিবলগীয়া। সাহিত্য সম্পৰ্কত বহুতৰেই বাহিৰত বৰ চুৰিয়াৰ ফেৰ ভিতৰত ঢকুৱাৰ বেৰ।

অসমীয়া কিতাপ-পুথি আৰু আলোচনী কিনি পঢ়াৰ অভ্যাস এওঁলোকৰ সৰহ ভাগৰেই নাই। কেনেবাকৈ বাধ্যত পৰি কিনিলেও সেইবোৰেৰে তেওঁলোকৰ ল'ৰা-ছোৱালী উমলিলেই যথেষ্ট হয়। অসমীয়া বাতৰি কাকতত প্ৰকাশ হোৱা বা-বাতৰিৰ বিষয়ে তেওঁলোকৰ কেইজনে ভু-ভা ৰাখে ? এইখিনিতে এটা সামান্য কথা উনুকিয়াব পাৰি। অসম সাহিত্য সভাৰ মঙ্গলদৈ অধিবেশনৰ এটা প্ৰস্তাৱত 'আসাম' শব্দটো 'অসম' বুলি লিখাৰ সিদ্ধান্ত গৃহীত হয় আৰু তেতিয়াৰেপৰা সাহিত্যিকসকলে সেইদৰে লিখি আহিছেও। কিন্তু তাৰ পিছত সিদিনা অলপতে ওলোৱা সাদিনীয়া বাতৰি কাকত এখনৰ নাম "আসাম সেৱক" ৰখা হ'ল কিয় ? ই 'অসম সাহিত্য সভা' আৰু অসমীয়া

সাহিত্যিকসকলৰ উমৈহতীয়া সিদ্ধান্তৰ প্ৰতি অৱজ্ঞা নাইবা সেই সম্পৰ্কে সম্পূৰ্ণ অজ্ঞতা নুবুজায়নে? ইয়াৰ এবিধ কাৰণো আমি সমৰ্থন কৰিবলৈ টান পাওঁ।

শ্ৰীযুত অমিয় দাস আৰু শ্ৰীযুত হেম বৰুৱাই অসমীয়া সাহিত্যৰ এটি চুকত ৰাজনৈতিক সাহিত্যৰ ভেটি বান্ধিবলৈ ধৰাত আমি পৰম আনন্দ পাইছিলোঁ, কিন্তু দাস ডাঙৰীয়াই হঠাতে এই কাম এৰি দি আগৰৱালা আৰু বেজবৰুৱাৰ "বাঁহী"টি নতুন সুৰেৰে বজাই কিছুদিনৰ পাছতেই তাক কাঠসংস্কাৰ কৰিবলগীয়া হোৱাটোহে বেজাৰৰ কথা হ'ল। এতিয়াও দাস আৰু বৰুৱাক আগেয়ে হাত দি এৰা দি যোৱা কামত মনোযোগী হৈ লাগিবলৈ আমি কওঁ। "মহাত্মা গান্ধীৰ সত্য অন্বেষণৰ কাহিনীৰ দ্বিতীয় খণ্ড", "পণ্ডিত জৱাহৰলাল নেহৰুৰ আত্মজীৱনী" আদি বহুমূলীয়া গ্ৰন্থৰ অনুবাদ তেওঁবিলাকেই আমাক দিব লাগিব।

## এম. এ মহলাত অসমীয়া সাহিত্য

প্ৰাদেশিক সাহিত্যৰ এম. এ. মহলাত অসমীয়া সাহিত্যয়ো প্ৰধান ঠাই পাব লাগে বুলি সিদ্ধান্ত কৰি কলিকতা বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষই এই বিষয়টি গৱৰ্ণমেণ্টৰ অনুমোদনৰ কাৰণে পঠিয়াইছে বুলি জনা গৈছে। ইমান দিনে অসমীয়া সাহিত্যক ন্যায্য অধিকাৰৰপৰা বঞ্চিত কৰি ৰখাটোৱেই সুবিবেচনাৰ কাম হোৱা নাছিল। পলমকৈ হলেও, আজি এই সিদ্ধান্তত উপনীত হৈ আমাৰ সাহিত্যক সৰ্ব্বোচ্চ স্থানত প্ৰতিষ্ঠা কৰিবলৈ গুলোৱাৰ মূলত যিসকল আছে বা আছিল, সেইসকল, বিশেষকৈ ৺হেমচন্দ্ৰ গোস্বামী, ৺ভোলানাথ বৰুৱা, ৺আশুতোষ মুখোপাধ্যায় আৰু তেওঁৰ সুযোগ্য পুত্ৰ কলিকতা বিশ্ববিদ্যালয়ৰ বৰ্ত্তমান কৰ্ণধাৰ শ্ৰীযুত শ্যামাপ্ৰসাদ মুখোপাধ্যায় অসমীয়া জাতিৰ অশেষ শলাগৰ পাত্ৰ। অহা বছৰত, অৰ্থাৎ ১৯৩৯ চনত, আমাৰ শিক্ষাভিলাষী ডেকা বন্ধুসকলে নিজ দেশৰ সাহিত্যৰ পৰীক্ষা দি বিশ্ববিদ্যালয়ৰ এম এ. ডিগ্ৰীৰে বিভূষিত হব পাৰিব বুলি আশা কৰিলোঁ।

অসমীয়া সাহিত্য-প্রসঙ্গ

## মহিলাৰ সাহিত্য-সেৱা

( জয়ন্তী—১ম বছৰ, ১৩শ সংখ্যা, ১৯৬০ শক—১৯৩৮ চন )

কেইবছৰমানৰ আগতে শিক্ষিতা অসমীয়া মহিলাৰ সংখ্যা আঙুলিৰ পাবত গণিব পৰা আছিল। এতিয়া বছৰে বছৰে বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰৰ সংখ্যা বৃদ্ধি হৈ আহিছে। কটন কলেজ, শ্বিলঙৰ কলেজ আৰু যোৰহাট কলেজ আদিতো সহশিক্ষা লাভ কৰা ছাত্ৰীৰ সংখ্যা বৰ্ত্তমান কম নহয়। এনে অৱস্থাত এই মহিলা আৰু ছাত্ৰীসকলক আমি সোঁৱৰাই দিব লাগিবনে যে, বিশ্ববিদ্যালয়ৰ জপনা পাৰ হব পৰাটোকে কৃতকাৰ্য্যতাৰ জোখ-কাঠি বুলি ধৰি লৈ তাতে সকলো শেষ কৰা তেওঁবিলাকৰ উচিত নহয়? শিক্ষা বিষয়ত তেওঁলোকে যেনেকৈ পুৰুষৰ লগত সমানে ফেৰ মাৰি দুৰ্ব্বলা অৱলা অপযশ আঁতৰাবলৈ যত্ন কৰিছে সেইদৰে দেশ-সেৱা আৰু সাহিত্য-সেৱাতো পুৰুষসকলৰ নিচিনাকৈ তেওঁলোকে অসম মাতৃৰ দৈন্য গুচাবলৈ প্ৰয়াস কৰিব লাগিব। মেৰী কৰেলীৰ কথা এৰি দি চুবুৰীয়া বঙ্গদেশৰ অনুৰূপা-নিৰুপমাৰ দৰে লেখিকা আমাৰ শিক্ষিতা ভনীসকলৰ মাজৰ পৰাও পাবলৈ আমি আশা কৰা একেবাৰে ভুল হবনে? পদ্মাৱতী দেৱী ফুকননী, ৺যমুনেশ্বৰী খাটনিয়াৰ আৰু নলিনীবালা দেৱী, ধৰ্ম্মেশ্বৰী বৰুৱানীৰ কবিতাই আমাৰ সাহিত্য-ক্ষেত্ৰত যে কিছু উপাদান দিছে তাত সন্দেহ নাই। কথা সাহিত্য ক্ষেত্ৰতো সেইদৰে ত্ৰৈলোক্যেশ্বৰী দেৱী আৰু আইদেউ পদ্মকুমাৰীৰ নাম আনন্দেৰে উল্লেখ কৰিব পাৰি।

চন্দ্ৰপ্ৰভা শইকীয়ানী আৰু স্নেহলতা বৰুৱাই উপন্যাস লিখিবলৈ কাপ হাতত লোৱাতো আমি সন্তোষ পাইছোঁ।

তথাপি ই এঠালি কচু-শাকত এটি জালুক। মহিলাসকলৰ উপযোগী পুথিৰ সংখ্যা আমাৰ সাহিত্যত এতিয়াও নিচেই তাকৰ। জোৱান ডাৰ্ক, সাবিত্ৰী, সতী আদি কেইজনামান নাৰীৰ চৰিত্ৰ আৰু ৰন্ধা-বঢ়া, বোৱা-কটা আৰু বিয়ানামৰ খনচেৰেক কিতাপৰ বাহিৰে নাম লবলৈকে এনে কিতাপ আমাৰ মনত নপৰে। নিজ দেশৰ আৰু আন দেশৰ মহীয়সী নাৰীসকলৰ জীৱন-কাহিনী আৰু নাৰীপ্ৰগতিমূলক ভালেমান পুথি এতিয়া আমাক লগা হৈছে। এইবোৰ অভাৱ পূৰাবলৈ উচ্চশিক্ষিতা মহিলাসকলে যত্ন কৰা উচিত। আনৰ কথা নকৰেঁই, ৺সুধালতাৰ বিষয়েই বোধকৰোঁ আমাৰ তিৰোতাসকলৰ সৰহভাগেই একো নাজানে। সত্যহতে তেওঁৰ জীৱন-চৰিত এখনকে আমাৰ সাহিত্য-ভঁৰাললৈ দান দিবৰ কাৰণে মহিলা সমিতিয়ে যত্ন কৰিব লাগে। আমাৰ সাময়িক পত্ৰিকাবোৰত দুই-এক শিক্ষিতা ছোৱালীয়ে বিভিন্ন বিষয়ত অলপ-অচৰপ আলোচনা কৰিবলৈ প্ৰয়াস কৰা দেখি আমাৰ আশাৰ সঞ্চাৰ হৈছে। তেওঁবিলাকে যেন এই অভ্যাস আগলৈকো নেৰে তাকে আমি আশা কৰিলোঁ।

## সাংবাদিক সাহিত্য

দেশ-সেৱা আৰু সাহিত্য-সেৱা কৰিবলৈ সংবাদ পত্ৰ আৰু সাময়িক আলোচনী এবিধ প্ৰকৃষ্ট বাহন। আন সভ্য উন্নত দেশৰ কথা কবই নেলাগে আমাৰ চুবুৰীয়া বঙ্গদেশত বাতৰি কাকতবোৰে বঙ্গ-সাহিত্যৰ উন্নতি আৰু বহুল প্ৰচাৰৰ কাৰণে কি ধৰণে আপ্ৰাণ চেষ্টা কৰিছে আৰু সময়মতে একোটা আৱশ্যকীয় আন্দোলন পৰ্য্যন্ত সৃষ্টি কৰি চিন্তাশীল জগতত ভাবৰ ধুমুহা তুলি দিছে তাক আমি চকুৰ আগতে দেখিয়ে আছোঁ। জাতীয় সঙ্গীত 'বন্দে মাতৰম'ৰ কেইশাৰীমান বাদ দিয়াৰ

বাবে বঙালী সম্পাদকসকলৰ গোজৰণি-গোমৰণি এতিয়াও মাৰ যোৱা নাই। বঙ্গ-সাহিত্যৰ এগৰাকী গুৰু বঙ্কিমচন্দ্ৰৰ স্মৃতি ৰক্ষাৰ উদ্দেশ্যে বঙালী সাংবাদিকসকলে যি মহাপূজাৰ আয়োজন কৰিছিল বাস্তৱিকতে সি অতুলনীয়। বঙালীৰ এই বীৰপূজা—এই সাহিত্য-প্ৰীতিৰ দোষ এৰি গুণখিনি অসমীয়াই অগ্ৰগতিৰ পথত চানেকি কৰি লব লাগে।

সম্পাদকৰ দায়িত্ব অতি গধুৰ। মূক জনসাধাৰণৰ নেতৃত্ব আৰু প্ৰতিনিধিত্ব কৰি আগে আগে আঁৰিয়া লৈ তেওঁলোকক আন্ধাৰ পথত আগবঢ়াই লৈ যাব পৰাটো নিচেই উজু কথা নহয়। বৰ্ত্তমান আমাৰ অসমীয়া সাহিত্যৰ অৱস্থা গুৰিয়াল নোহোৱা নাৱৰ নিচিনা। তথাকথিত সাহিত্যিকসকলৰ সৰহভাগৰেই সাধনাৰ অভাৱ। সেই নিমিত্তে অজ্ঞতাৰ দোষত তেওঁলোকৰ স্বেচ্ছাচাৰিতা বৰ বেছি। অভিধান-ব্যাকৰণে বান্ধি দিয়া পথেদি বাট বুলিবলৈ তেওঁলোক সঙ্কুচিত আৰু অপাৰগ। হেমকোষ, চন্দ্ৰকান্ত অভিধান আদিৰ একপ্ৰকাৰ আৱশ্যক নোহোৱাই হৈছে। যাৰ যেনি ইচ্ছা তেনিয়েই বাট। ইয়াৰ প্ৰতি-বিধানৰ একো উপায় নেদেখি কেইবছৰমান পূৰ্ব্বৰেপৰা স্বৰ্গীয় বেজবৰুৱা ডাঙৰীয়াই সম্বলপুৰত দাৰুব্ৰহ্ম হৈ কম্বল লৈ বহি থাকিবলগীয়া হৈছিল। এনে অৰাজকতাৰ সময়ত সম্পাদকসকলে অন্ততঃ সাহিত্য-ব্যাকৰণ আদি বিষয়ত পদে পদে সতৰ্ক হৈ চলিব লাগে,—আন নহলেও নিজেই এটা ধৰা-বন্ধা নিয়ম-পদ্ধতি বান্ধি লৈ সেইমতে চলিব লাগে। সকলোবোৰ কাকতে একযোগ হৈ বানান, শব্দ-যোঁটনি আদিৰ আউল ভাঙি সাহিত্যৰ সমৃদ্ধি বঢ়াবলৈ যত্ন কৰিলে বৰ আনন্দৰ কথা হব।

# সুৰভিৰ আগকথা

আমি যি উদ্দেশ্যত অনুপ্ৰাণিত হৈ 'জয়ন্তী'ৰ সম্পাদকৰ ভাৰ গ্ৰহণ কৰিছিলোঁ, যোৱা দেড় বছৰে তাক কাৰ্য্যত প্ৰয়োগ কৰিবৰ কাৰণে চেষ্টাৰ ত্ৰুটী কৰা নাছিলোঁ, আৰু ক্ৰমে ক্ৰমে তাৰ সুফল প্ৰকাশ পোৱাও আমি আনন্দেৰে লক্ষ্য কৰিছিলোঁ। কিন্তু আমাৰ কৰ্ম্মপদ্ধতি পৰিপূৰ্ণৰূপে সক্ৰিয় কৰি তুলিবলৈ নোপাওঁতেই আমি 'জয়ন্তী'ৰ লগত সকলো প্ৰকাৰৰ সংশ্ৰৱ ত্যাগ কৰিবলগীয়া হ'ল। সাহিত্যৰ যোগেদি ন' ন সাহিত্যসেৱীৰ দল সৃষ্টি কৰি দেশৰ আৰু দহৰ সেৱা কৰিবৰ কাৰণে আমাৰ অন্তৰৰ যি এটি বাসনা তাক নিৰুদ্ধ কৰি থবলৈ চেষ্টা নকৰি 'সুৰভি'ৰ যোগেদি তাৰেই নৱজীৱন দানৰ প্ৰয়াস কৰা হৈছে।

'সুৰভি'য়ে কোনো দলগত নীতিৰ পৰিপোষক হিচাপে কাৰ্য্য নকৰি আদিৰেপৰাই আশাশুধীয়াভাৱে কেৱল জনশক্তিমূলক সাহিত্য প্ৰচাৰত আত্মনিয়োগ কৰিব। অসমৰ লোকসংখ্যা অনুপাতে আলোচনী আদিৰ সংখ্যা বৃদ্ধি পাইছে বুলি কোনো কোনোৱে সন্দেহ কৰিব পাৰে কিন্তু আমাৰ বোধেৰে বিভিন্ন ৰুচিৰ পাঠকৰ কাৰণে বিভিন্ন প্ৰকাৰৰ আলোচনী কাকত প্ৰতিষ্ঠিত হোৱাটো অমঙ্গলীয়া কথা বুলিব নোৱাৰি। যিসকল যোগ্যৱান লোকে নানান আলৈ-আহুকালত পৰি লিখাৰ অভ্যাস এৰি দিছে, তেওঁবিলাকৰপৰাও সাহিত্যৰ উপাদান আহৰণ কৰিবলৈ আৰু যিসকল নতুন লেখাৰুৱে উৎসাহৰ অভাৱত চৰ্চা কৰিবলৈ সুবিধা পোৱা নাই, তেওঁবিলাককো ভৱিষ্যতলৈ বাট ধৰাই দিবলৈ আমাক কাকত নলগা নহয়। এই উদ্দেশ্য শিৰোগত কৰিয়েই 'সুৰভি'য়ে জন্ম গ্ৰহণ কৰিছে।

আমি অনেক চিন্তা কৰিহে এই কাৰ্য্যত হাত দিছোঁ আৰু আশা কৰিছোঁ গ্ৰাহক, পাঠক আৰু লিখক শ্ৰেণীৰপৰা আমাৰ উৎসাহ দমি যাবলগীয়া কোনো অৱস্থাৰ সৃষ্টি নহব। সকলোলৈকে আমাৰ অন্তৰৰ শলাগ জনাই 'সুৰভি'ৰ ভৱিষ্যৎ সুকৃতি তেওঁবিলাকৰ স্নেহ আৰু সহানুভূতিৰ ওপৰতে সম্পূৰ্ণৰূপে অৰ্পণ কৰি আমি কাৰ্য্যক্ষেত্ৰত নামিলোঁ।*

---

* ১৯৪০ চনৰ জানুৱাৰীৰ (মাঘ, শুক্ল পক্ষ—১৮৬১ শক) ১ম বছৰৰ ১ম সংখ্যা 'সুৰভি'ৰ ১ম পৃষ্ঠাত প্ৰকাশিত।

# আনন্দ-প্ৰয়াণ

[ ১৯৪০ চন জানুৱাৰীৰ ১ম সংখ্যা 'সুৰভি' ( শুক্লপক্ষ )ত প্ৰকাশ হোৱা সম্পাদকীয় 'স্মৃতি-তৰ্পণ ঃ আনন্দচন্দ্ৰ আগৰৱালাৰ বিয়োগত । ]

'সুৰভি'ৰ সম্পাদন কাৰ্য্য হাতত লওঁতেই এটি নিদাৰুণ মৰ্ম্মঘাতী শোকৰ বাতৰি বিনামেঘে বজ্ৰপাত হোৱাৰ নিচিনাকৈ আমাৰ কাণত পৰিলহি। কৰ্ম্মীপুৰুষ আনন্দই সকলোকে নিৰানন্দ কৰি সদানন্দ ধামলৈ প্ৰয়াণ কৰিলে। এই শোকৰ লগত আমাৰ ভালেখিনি ব্যক্তি-গত সম্বন্ধ আছে। ভবা নাছিলোঁ, ইমান সোনকালে আনন্দচন্দ্ৰই অসম আইক কন্দুৱাই যাব পাৰিব। ভবা নাছিলোঁ, 'সুৰভি'ৰ প্ৰথম সংখ্যাই ৰাইজৰ আগত দেখা নৌ দিওঁতেই আনন্দচন্দ্ৰই আমাক আশাত নিৰাশ কৰি কোনোবা নেদেখা লোকলৈ গুচি যাব। 'সুৰভি'ৰ এই সন্তাপ ভাষাৰে প্ৰকাশ কৰি দেখুৱাব নোৱাৰি।

আনন্দচন্দ্ৰ আছিল অসমৰ সুবিখ্যাত আগৰৱালা পৰিয়ালৰ এটি উজ্জ্বল ৰত্ন। এই আগৰৱালা পৰিয়ালৰ লগত অসমীয়াৰ কি সম্বন্ধ, সেই কথাৰ নতুন আলোচনা আৱশ্যক নকৰে। আনন্দচন্দ্ৰ আছিল নিজ হাতে নিজকে গঢ়ি ডাঙৰ হোৱা মানুহ, ইংৰাজীত যাক 'চেল্‌ফ্ মে'ড্ মেন' বুলিব পাৰি। পুলিচ বিভাগৰ নিচেই তল খাপৰ চাকৰি এটাত সোমাই লৈ নিজ দক্ষতা আৰু যোগ্যতাৰে দোপত দোপে উন্নতি কৰি আনন্দচন্দ্ৰই সেই বিভাগৰ এগৰাকী সুদক্ষ ওখ-খাপৰ চাকৰিয়াল স্বৰূপে অৱসৰ লবলৈ সমৰ্থ হৈছিল। আনহাতে, বিশ্ববিদ্যালয়ৰ কোনো ওখ আসনত নুঠাকৈয়ে আনন্দচন্দ্ৰই নিজ অধ্যৱসায় আৰু যত্নেৰে এজন

বিদগ্ধ পণ্ডিতৰ শাৰীত উঠিছিল। বেদ, পুৰাণ আদি বিবিধ সংস্কৃত আৰু ইংৰাজী গ্ৰন্থ পাঠ কৰি লিখা তত্ত্ব আৰু তথ্যমূলক বিবিধ প্ৰবন্ধ-ৰাজিয়ে তেখেতৰ পাণ্ডিত্যৰ চিনাকি দিবলৈ আজিও ৰৈ আছে। অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনত ফুকন, বৰদলৈ আৰু বেজবৰুৱা দেৱৰ যি ত্ৰিমূৰ্ত্তি সম্মিলন হৈছিল তাৰ মূলতে আছিল স্বৰ্গীয় আনন্দচন্দ্ৰ। আজিও মনত পৰে সেই মহোৎসৱৰ বিৰাট পৰ্ব্বত বীৰ আনন্দচন্দ্ৰৰ সেনাপতি বেশলৈ।

তাৰ পিছত চাকৰিয়াল জীৱনৰপৰা মেলানি মাগি তেজপুৰত থিতাপি হৈ তাত বহা 'সাহিত্য সম্মিলন'ৰ অধিৱেশনত সদৌ তেজপুৰ-বাসীৰ প্ৰতিনিধি স্বৰূপে অতিথিসেৱাৰ যি গধুৰ দায়িত্ব আনন্দচন্দ্ৰই হাঁহি মুখেৰে বহন কৰিছিল আৰু তাৰ সভাপতি গৰাকীক আপোনতকৈ আপোন ভাৱেৰে যিদৰে বুকুত সাৱটি লৈ, সম্মিলনৰ সকলো কাৰ্য্য সুচাৰুৰূপে সম্পাদন কৰাইছিল সেই কথাও পাহৰি পেলাবলগীয়া নহয়। তেখেতৰ ভালেমান অনুবাদিত কৱিতা মূলতকৈও অধিক ৰসাল বুলি কলে অধিক কোৱা নহয়। ডেকা তৰপৰ বহুতে ভু নাপায়, তেওঁ কেইবাটাও সুৱলা কৱিতা লিখি থৈ গৈছে। 'প্ৰণয়ৰ পৰিণাম', 'পানেশৈ', 'দেৱকন্যা মানৱী বেশেৰে', 'ফুলকোঁৱৰ' আদি কেইবাটাও ললিত কৱিতা পুৰণি 'জোনাকী', 'আলোচনী' আদি কাকতৰ পিঠিত সিচৰতি হৈ পৰি আছে। 'সীতা' আৰু 'অৰুন্ধতীৰ উপাখ্যান' নামেৰে দুখনি সুন্দৰ স্ত্ৰী-পাঠ্যৰ উপযোগী পুথি ধাৰাবাহিক হিচাপে 'আলোচনী' আৰু 'জয়ন্তীত' প্ৰকাশ হৈছিল।

অৱসৰ লৈ অধিক ক্ষিপ্ৰতা আৰু উৎসাহেৰে আনন্দচন্দ্ৰই বিশেষকৈ প্ৰত্নতত্ত্ব বিভাগত সাময়িক কাকত-পত্ৰ সমৃদ্ধিশালী কৰি তুলিছিল। সম্প্ৰতি আমি সেই সকলোবোৰৰ বিশদ আলোচনা নকৰিলেও চলিব। আশাকৰোঁ, মাহেকীয়া আলোচনী আদিত সিচৰতি হৈ থকা কৱিতা আৰু আন প্ৰবন্ধবোৰ সোনকালে পুথিৰ আকাৰত সকলোৰে সহজতে

পাব পৰাৰ ব্যৱস্থা হব। এই বিষয়ে তেখেতৰ সুযোগ্য সহধৰ্ম্মিণীক আমি একেষাৰ জনাই থলোঁ।

এই এবছৰৰ ভিতৰতে অসম আকাশৰপৰা এটাৰ পিছত আনটো-কৈ কেইবাটাও উজ্জ্বল জ্যোতিষ্ক অন্তৰ্দ্ধান হৈছে। ই আমাৰ পক্ষে অতিশয় দুৰ্ভাগ্যৰ কথা। যোৱাসকলে আমাক কি দি থৈ গ'ল, সেই বিষয়ে এতিয়া আমি সম্যক উপলব্ধি কৰিব নোৱাৰোঁ। যিমানেই দিন গৈ থাকিব, সিমানেই সেই সকলোৰে মূল্য বাঢ়ি আহিব আৰু আমাৰ মনত তেওঁলোকৰ প্ৰকৃত মূল্য নিৰ্দ্ধাৰণ কৰিব। আনন্দচন্দ্ৰই আমাক আজি নিৰানন্দৰ মাজত থৈ আনন্দলোকলৈ গতি কৰিলে। তেওঁৰ আত্মাই তাত অনন্তকাল সুখেৰে বসতি কৰক এয়ে ভগৱানৰ চৰণত প্ৰাৰ্থনা।

# অঙ্কীয়া নাটৰ সমালোচনা*

সম্পাদকৰ টোকা— শ্ৰীযুত ৰাজমোহন নাথ ডাঙৰীয়াই 'অঙ্কীয়া নাট'খনৰ বিষয়ে যি সমালোচনা কৰিছে সেই সম্বন্ধে আমাৰ কবলগীয়া একো নাই ; আমি পাতনিখৰ বিষয়েহে দুআষাৰ উল্লেখ কৰিলোঁ।

অঙ্কীয়া নাটৰ পাতনিখন চুটি হলেও তাত কিছু কথা আছে। তাৰে দুটি এটি কথা আমি সঁচা বুলি মানি লবলৈ টান পাওঁ। বৰুৱা ডাঙৰীয়াই কৈছে যে, শঙ্কৰদেৱে তেওঁৰ পুৰণি কাব্যবোৰকে নাটত পৰিণত কৰিছে। কিন্তু কি কি কাব্যৰপৰা এই নাটবোৰ লিখিছিল, তাক তেখেতে একো উল্লেখ কৰা নাই। বেউলা-লখিন্দাৰ আৰু মনসা পূজাৰ আখ্যানকে সাধাৰণ আবৃত্তিৰ বিষয় বুলি কোৱা হৈছে ; আমি জানো, অসমত পদগোৱা ওজা দুবিধ আছে—সুকনানী গোৱা আৰু বিয়াহ গোৱা ওজা। ব্যাসৰ ৰচিত মহাভাৰত, ৰামায়ণ আৰু পুৰাণাদিৰ পদ বিয়াহ গোৱা ওজাইহে গায়। বেউলা লখিন্দাৰৰ আখ্যানমূলক পদ সুকনানী গোৱা ওজাই গায়। ওজাই তাল, মান সুৰ লগাই মুদ্ৰাদিৰে পদবোৰ গায় আৰু পালিয়ে সেই পদৰ তালে তালে যি বাণা বা ধুৰা থাকে তাকে আবৃত্তি কৰে। "সু-কৰি নাৰায়ণী" ইয়াৰ প্ৰত্যক শব্দৰ আদি আখৰবোৰে লগলাগি "সুকনানী" শব্দটো

---

* সুৰভি ১ম বছৰ ৮ম সংখ্যাত ( জুন, ১৯৪০, জেঠ ; কৃষ্ণপক্ষ ১৮৬২ শক ) ; 'আমাৰ কথা'— সম্পাদকীয় শিতানত এই সমালোচনা প্ৰকাশ হৈছিল। ইয়াৰ আগৰ সংখ্যা আলোচনীত ৰাজমোহন নাথ ডাঙৰীয়াই অধ্যাপক ( পিছত ডঃ ) বিৰিঞ্চি কুমাৰ বৰুৱাৰ অঙ্কীয়া নাটৰ ভুল পাঠবোৰলৈ আঙুলিয়াই এটা সমালোচনা দাঙি ধৰিছিল। এই সম্পাদকীয় তাৰে পৰিপূৰকৰ দৰে। সম্পাদক।

হৈছে। ওজাই কোনো উপস্থিত ক্ষণতে নিজে ৰচি ( Extempore ) কোনো পদ নাগায়। তেনেকৈ পদ ৰচি গোৱা সকলক ওজা সুবুলি ভাৱৰীয়াহে বোলা হয়। সম্পাদক বৰুৱা ডাঙৰীয়াই লিখিছে যে অঙ্কীয়া গীতক বৰগীত বোলে; কিন্তু শঙ্কৰ দেৱৰ নাটবিলাকত কোনো বৰগীত নাই। আন আন নাটত মহাপুৰুষসকলৰ বৰগীতৰ প্ৰচলন দেখা যায় সঁচা, কিন্তু বিচাৰ কৰি চালে আচলতে বৰগীত আৰু অঙ্কীয়া গীত একে নহয়। শেষৰ কালত নাটৰ গীতবোৰ গোটাই বেলেগ পুথি কৰা হৈছিল। তাক "অঙ্কীয়া গীত" বোলে বা সুকীয়া নাটৰ নাম অনুসৰি তাৰ নাম হয়; যেনে "ৰাসৰ গীত"। তাক বৰগীত কেতিয়াও নোবোলে। প্ৰস্তাৱনাৰ অন্তত "সঙ্গী" প্ৰস্থান কৰে; কিন্তু কোনো নাটতে "সঙ্গী" ওলাই যোৱাৰ কথা নাই। সম্পাদকে বোধকৰোঁ নিজ মনে এই কথা তেওঁৰ কিতাপত লগাই দিছে। পুথিবিলাকত "ইতি সূত্ৰঃ নিষ্ক্ৰান্তঃ" এই কথাহে পোৱা যায়। ভূমি লোটোৱা নাটৰ যি সংক্ষিপ্ত আখ্যান দিছে সি নাটৰ আখ্যানৰপৰা সম্পূৰ্ণ পৃথক। পাঠকে পঢ়ি চালেই বুজিব পাৰিব। আন আন দুই এঠাইতো আমি সম্পাদকৰ লগত একমত হব নোৱাৰো। পাতনিৰ একুইশ পিঠিত কোটোৰা খেলাক ( Play with the kotkora fruits, vanguria edulis ) কোট্‌কৰা ফলেৰে খেলা বুলি লিখিছে। কিন্তু আমি অনুসন্ধান কৰি জানিব পাৰিছোঁ, কোটোৰাৰ অৰ্থ "কৌঁট্‌কৰা" বা মইন ফল নহয়। কোটোৰাক সংস্কৃতত "কটোৰ" বুলি পোৱা যায় আৰু তাৰ অৰ্থ মৃৎপাত্ৰ বা মাটিৰ সাজ। সংস্কৃত "কটোৰং"—Earthen vessel মৃৎপাত্ৰ ( Apte's Sanskrit English Dictionary )

এই কটোৰাৰ উল্লেখ বিদ্যাপতিৰ পদাৱলী বসুমতী সংস্কৰণত পোৱা যায়:—

কনক লতাখনি কুন্দি বৈসায়ল
কুচযুগ ৰতন কটোৰ লো—( ৭ পৃঃ )

তেঁহি উদাসল কুচ যাৰা

পললটি বৈঠায়া কণক কটোৰা—( ২০ পৃঃ )

টীট নাগৰ চোৰ।

পাতল হেম কটোৰ ॥

ধৰিতে ধায়ল তায়।

তোড়ল নখেৰ ঘায়—( ২৫৭ পৃঃ )

'ৰতন কটোৰ', 'কনক কটোৰ' আৰু 'হেম কটোৰ'—এই তিনিওটা শব্দৰ অৰ্থ সোণৰ বাটি। ইয়াৰে স্তন যুগলৰ উপমা দিছে। গতিকে দেখা যায় কটোৰা অৰ্থকোঁট্ কৰা নহয়, এবিধ মাটিৰ ধাতুৰ বাটিহে। আৰু বিশেষকৈ নাটৰ শেষত দিয়া—

"কোটি ব্ৰহ্মাণ্ড ক্ৰীড়াভাণ্ড যাৰ।
কোটোৰা খেলান কমন বিহাৰ ॥"

গীতৰ পৰাই কোটোৰা যে পাত্ৰ বিশেষ তাক সহজে বুজিব পাৰি। ভাৱনাত ভাৱৰীয়াসকলে এই কোটোৰা খেল দেখুৱাই ভাৱনা কৰে। গ্ৰন্থখনিত যিবোৰ কঠিন অপ্ৰচলিত শব্দ আছে, সেইবোৰৰ এখন বিস্তৃত অৰ্থ তালিকা (glossary) দিয়া উচিত আছিল। যদিও পাতনিখন ইংৰাজীত লিখা হৈছে তথাপি বিশেষকৈ অঙ্কীয়া নাটবোৰৰ অসমীয়া পাতনি এখনো দিয়া হলে গ্ৰন্থখনি আৰু উপাদেয় হ'লহেঁতেন।

পাতনিত যি দুজন পণ্ডিতে সংস্কৃত শ্লোকবোৰ শুদ্ধ কৰাত সহায়তা কৰা বুলি লিখিছে আমি অনুসন্ধান কৰি জানিব পাৰিছোঁ, তেওঁলোকে আটাইকেইখন নাট সংশোধন কৰা নাই। মাথোন "ৰাম বিজয় নাট" আৰু "পত্নীপ্ৰসাদ নাট" এই দুখনহে এবাৰ চকু ফুৰাই চাই দিছিল, অসমীয়া ভাঙনিখিনি চোৱা নাই হেনো। আমি অৱশেষত সম্পাদক ডাঙৰীয়াক অনুৰোধ কৰোঁ, এনে মূল্যৱান নাট কেইখন আন আন হাতেলিখা পুথিৰ লগত ৰিজাই দ্বিতীয় সংস্কৰণত মাৰাত্মক ভুলবিলাক শুধৰাই দি পাঠক শ্ৰেণীৰ সন্দেহ দূৰ কৰে যেন। তলত

আমাৰ চকুত পৰা "কালীয় দমন" নাটখনৰ কেইটামান ভুল দেখুৱাই দিয়া হ'ল।

## সংস্কৃত শ্লোক

১৫ পিঠি—নিশম্য নাগনাৰীনাং করুণাং কমলেক্ষণঃ।
কালিয় শিৰসঃ কৃষ্ণ কৃপয়া অবততাৰ সঃ॥

হব লাগে—নিশম্য নাগনাৰীণাং করুণাং কমলেক্ষণ।
কালিয় শিৰসঃ কৃষ্ণ কৃপয়াবততাৰ সঃ॥

তাৰ তলৰ শ্লোকৰ ২ শাৰীত—
তুতোষ শিৰসা নত্যা মত্যা কৃষ্ণ মহেশ্বৰম॥

হব লাগে—তুতোষ শিৰসা নত্বা মত্যা কৃষ্ণ মহেশ্বৰম্॥

১৮ পিঠি—ততো লোকাঃ সমুত্ৰস্থাঃ ৱেষ্টিতাবন বহ্নিনা॥
চুক্ৰুস্তুঃ কৃষ্ণ কৃষ্ণেতি ত্ৰাহি ত্বং নিজ কিঙ্কৰান্॥

ইয়াত সমুত্ৰস্থাঃ নহয়, সমুত্তস্থুঃ আৰু চুক্ৰুস্তুঃ'ৰ ঠাইত চক্ৰুশুঃ হে হব।

১৯ পিঠি—ততোহতিভীতান্ ভগবান গোপালান্ স্বাচ্য সণ্ডৰান্।
মুখেন বহ্নিম পিবৎ মহাযোগেশ্বৰো হৰিঃ॥

হব লাগে—ততোঽতিভীতান্ ভগবান গোপানাশ্বাস্য সত্বৰম্।
মুখেন বহ্নিমপিবৎ মহাযোগেশ্বৰো হৰিঃ!

২ পিঠি—"সেৱক যাকেৰি বৰ্ব্ব" নহয়, "সৰ্ব্ব" হে হব।

৪ পিঠি—"এথা প্ৰবেশিক হুব" নহয়, "এথা প্ৰৱেশি কহু" হে।

৬ পিঠি—"কৌস্তুভ কণ্ঠে কোটি নব শ্ৰীৰ।"— অৰ্থ কি? "শ্ৰীৰ" নহয় "সূৰ" ( সূৰ্য্য ) হব।

৮ পিঠি—"গোপালক খোজ কৰি যাহিতে"—ইয়াৰ ঠাইত হব লাগে—
"গোপালক খোজ গোৰি যাহিতে"
( গোপালৰ খোজ ধৰি যাওঁতে )

১০ পিঠি—"তোহাৰি জননী হেৰ মাৰি যাঞ্চা তাপে।"
"তোহাৰি জননী হেৰ মৰি যাঞ তাপে।"
—হে হৰ।

১১ পিঠি—"কিছু শান্ত হুয়া আৰ্ত্তবাক্যে নিজম পৰি ৰহল"—ইয়াৰ অৰ্থ কৰা টান। মূল মতে—"কিছু শান্ত হুয়া পৰিঅৰ্ত্তি (পৰিৱৰ্ত্তি) নিজম পৰি ৰহল" হব।
"সে অনন্তবীৰ্য্য কালি মহা ফোংকাৰ কৰিয়ে কৃষ্ণক সমুখে ভৰসয়।" ইয়াৰ অৰ্থ কি? "ভৰসয়" নহয় "ভৰময়" (ভ্ৰমে) হে হৰ।

১২ পিঠি—"কাল কালিক: মাহে চাৰি ভৰি"—ইয়াৰ অৰ্থ নহয়। "মাহে চাৰি" নহয়, "মাথে চৰি" (চড়ি) হব।

২২ পিঠি—"দোহোহা ব্ৰহ্মকু সমান" নহয়, "দোহোহোৱে একু সমান" হব। বহুত ঠাইত পুথিৰ শব্দ পঢ়িব নোৱাৰি, বিকৃত কৰিছে; যেনে, চিন্তকু (মূল-চিন্তহু), "কালিন্দি জলসহ খেলে" (মূ-জলমহ), 'নিঘতি' (মূ-নিৰ্ঘাত), 'চেতন হেৰয়' (মূল-হৰয়)।

"চান্দ বদনক কাহে দোলা" (মূ-দেলো) "আহেক খঙ্গে দংশি" (মূ-সঙ্গে), "ঘাৰ তলমাল" (মূ-গুলমল), "ফোকাৰত" (মূ-ফোফাৰত), ক্ৰোড়সৰ্প (মূ-ক্ৰূৰ), 'অব সোয়ি' (মূ-অব মোয়ি), 'ভৰসো' (মূ-ভৰমো), 'নাগৰ মণি' (মূ-নাগ ৰমণি), আয়ু (মূ-আয়ু বা আজু), 'নিৰ্ভয়ে নিদ্ৰা' (মূ-নিৰ্ভৰ = ঘোৰ), তহি (মূ-ওহি), 'সন্নিহিত' (মূ-সন্নিহিত), 'চাৰ হিৰ হেমহাৰ' (মূ-চাৰু), 'বিধংসল' (বিধৰ্ষল), 'বচালক' (বচনেক), সিন্ধু (সিদ্ধ), ৰায় (মূ-বায়) ইত্যাদি।

মহাপুৰুষীয়া প্ৰধান সত্ৰবিলাকত কেৱল দুইজন মহাপুৰুষৰ প্ৰত্যেকৰে ছখন নাট ধৰি বাৰখন অঙ্কীয়া নাট মাত্ৰ অভিনয় কৰা হয়

বুলি জনা গৈছে। কিন্তু অঙ্কীয়া নাটৰ সম্পাদকে মাধৱদেৱৰ দুখনৰ ঠাইত আঠখন দেখুৱাইছে। সেই অতিৰিক্ত দুখন হৈছে 'ৰাস জুমুৰা' আৰু 'ভূষণ হেৰোৱা'। এই দুয়োখনতে ভাগৱতৰ কোনো শ্লোকৰ সমাৱেশ নাই, তদুপৰি তাত 'ৰাধা'ক নায়িকাৰ ঠাইত স্থান দিছে। মহাপুৰুষসকলে যিবিলাক পুথি আৰু নাট, গীত ৰচনা কৰিছে, সকলো-বিলাক ভাগৱত অনুযায়ী—য'ত ৰাধাৰ নামৰ উল্লেখ দেখা নাযায়। ইয়াৰপৰা এইটো স্পষ্টই অনুমান কৰিব পাৰি যে এই দুখন নাট পৰৱৰ্ত্তী যুগৰ কোনো 'মাধৱ' নামৰ ভকতে লিখা অথবা সেই 'মাধৱ' কোনো বঙালী বৈষ্ণৱ সমাজৰো হব পাৰে। এই বিষয়ে 'জয়ন্তী' —১৮৬০ শকৰ ১ম বছৰ, চ'ত ৫ম সংখ্যাত প্ৰকাশিত "অসমত শ্ৰীশ্ৰীমাধৱদেৱ তিনিজনা" নামৰ প্ৰবন্ধ চাব পাৰে। সম্পাদক ডাঙৰীয়াই টীকাত অসমীয়া আৰু ব্ৰজাৱলী শব্দবোৰৰ যি যি ঠাইত পাঠান্তৰ দেখা যায় সেইবোৰ দিয়া উচিত আছিল।

# আমাৰ কথা

মহামানৱৰ মহাপ্রয়াণত ( সুৰভি, ৩য় বছৰ, ৩য় সংখ্যা ; ১৮৬৯ শক, ১৯৪৮ চন )

"স্বাধীন ভাৰতাকাশ আজি ধ্রুৱতৰা শূন্য হ'ল !" ৰেডাৰ যোগেদি এই বাৰ্ত্তা পাই মুহূৰ্ত্তৰ ভিতৰতে ভাৰতবাসীৰ মূৰত আকাশী চৰগ ভাগি পৰিল আৰু সমগ্ৰ বিশ্বত এটা প্ৰৱল আলোড়ন হবলৈ ধৰিলে। ইয়ো কি সম্ভৱ ? অহিংসাৰ প্ৰতীক মহাত্মাক কোনো জনে হত্যা কৰাৰ কথা কল্পনাও কৰিব পাৰি নে ? কিন্তু অসম্ভৱে সম্ভৱ হ'ল ! হিন্দু সমাজৰে ভিতৰৰ এটা দুৰ্ব্বৃত্তৰ হাতত এই পোহৰ চিৰকাললৈ অস্তমিত হল। কিন্তু জৱহৰলালৰ ভাষাত আমিও কওঁ— মহাত্মা আজি মৰা নাই, তেওঁৰ জ্যোতিয়ে আমাক চিৰকাললৈ বাট দেখুৱাই দি ফুৰিব।

ভাৰতবাসী কান্দা ! তোমাৰ এই চকু-পানীয়ে যেন আমাৰ মনৰ শত শত যুগৰ সঞ্চিত ক্লেদ, আৱৰ্জ্জনা, বিদ্বেষ আদি ধোৱাই নিয়ে। সেই নিষ্পাপ, নিষ্কলঙ্ক জীৱনৰ আৰ্হিৰে আমিও যেন আমাৰ জীৱন গঢ়িবলৈ সক্ষম হওঁ !

ভাৰতবাসী, তুমি অতীতত সংস্কৃতি পাহৰি বিপথত পৰিচালিত হৈ পশুত্বৰ চৰম সীমা পাইছিলাগৈ। মহাত্মাই নিজৰ জীৱন বলি দি তোমাৰ সেই ভুল ভাঙি দিলে। মহাত্মাৰ আত্মাহুতি সাৰ্থক হব, আমি যদি প্ৰত্যেকেই আত্মশুদ্ধিৰ দ্বাৰা একোজন প্ৰকৃত সত্যাগ্ৰহী হৈ ঐশিক শক্তিৰে শক্তিমান হবৰ যোগ্যতা অৰ্জ্জন কৰিব পাৰোঁ।

বিশ্ববাসীৰ লগতে আমিও এটোপা চকুৰ লোৰে মহামানৱ মহাত্মাৰ উদ্দেশ্যে তৰ্পণ কৰিলোঁ।

# সোঁ শনি পূবে যায়

[ ৰবদৈচিলা, বহাগ, ১৮৭৭ শক, ১৯৫৫ চন; ৫০৬৭ শঙ্কৰাব্দ, ২৪ শ ভাগ ]

তেতিয়া ১৯৪৩ চনৰ এপ্ৰিল মাহ। গোটেই অসমত যুদ্ধৰ পৰিস্থিতিৰ কাৰণে বাতৰি কাকত, আলোচনী আদি নাই বুলিলেই হয়। কাগজৰ অনাটন হোৱাত কোনেও কাকত চলাই থাকিব পৰা নাই বা নতুন কাকত উলিয়াবলৈকো সাহ কৰা নাই। কেৱল "সাদিনীয়া অসমীয়া"খন গুৱাহাটীৰপৰা ওলাই আছে কোনোমতেহে।

ইয়াৰ আগতে মোৰ সম্পাদনাত ওলোৱা 'সুৰভি'খনি বন্ধ হোৱাত এখনি আলোচনীৰ অভাৱ বিশেষকৈ উপলব্ধি কৰি শ্ৰীমান হৰেন্দ্ৰ নাথ বৰুৱা, 'শান্তিদূত'ৰ সম্পাদক শ্ৰীযুত তাৰিণী দাস আৰু অন্যান্য ভুগৰাকী মান বন্ধুৱে মোক সেই সময়ত 'সুৰভি'খন আকৌ উলিয়াবলৈ বৰকৈ উদগনি দি আছিল। কিন্তু সকলোৰে মূলত ধন। মোৰ ধনৰ অভাৱ। সেই উদ্দেশ্যে কিবা এটা কৰা হওক বুলি পোনতে শ্বিলঙলৈ যোৱা হ'ল। তাত অসম ক্লাবত এখনি সভা আহূত হ'ল। সকলো শ্বিলংবাসী অসমীয়া ৰাইজে তাত যোগ দিলে। সেই সভাই শ্বিলং ৰাইজৰ পক্ষৰ-পৰা অভিনন্দন এখনি আগবঢ়ালে আৰু মোৰ আলোচনী উলিওৱা কাৰ্য্যত আৰ্থিক সাহয্যৰ প্ৰতিশ্ৰুতি দিলে। সেই সভাতে ডিব্ৰুগড়ৰ শ্ৰীযুতা পদ্মকুমাৰী গোহাঁই আইদেৱে মোক সেই বিষয়ে ডিব্ৰুগড়লৈ যাবলৈকো আমন্ত্ৰণ জনালে আৰু তালৈ গলে মোৰ বিশেষ সুবিধা হব বুলি তেওঁ আশ্বাস দিলে। এই কথা কাকতে-পত্ৰই প্ৰচাৰ হ'ল। শ্বিলঙত তিনি চাৰিদিন কটাই মই গুৱাহাটীলৈ আহি দেখোঁ যে

ইতিমধ্যে গোলাঘাট, তেজপুৰ আদি ঠাইৰপৰাও সেই একে উদ্দেশ্যে মোলৈ আমন্ত্ৰণী চিঠি আহিছে। বিশেষকৈ গোলাঘাটৰ ৰাইজে মোক তালৈ সবাতকৈ আগেয়ে যাবলৈ অনুৰোধ জনাইছে। বৰ্ত্তমান বোকাখাট হাইস্কুলৰ সহকাৰী শিক্ষক শ্ৰীমান চিদানন্দ শইকীয়া বোপা সেই সময়ত আই. এ. পৰীক্ষা দিয়াৰ উদ্দেশ্যে আহি গুৱাহাটীতে আছিল আৰু তেৱেঁই মোক গোলাঘাটলৈ লৈ যাবলৈ ওলাল। পৰীক্ষা শেষ হ'লত শুকুৰবাৰে গধূলি আহি তেওঁ তাৰ পিছ দিনাই শনিবাৰে মোক যাবলৈ ওলোৱাৰ কথা কলে। মই কিন্তু শনিবাৰে সেই পিনে যোৱাটোত অনিচ্ছা প্ৰকাশ কৰিলোঁ।

অতি সৰু কালৰেপৰা আমি বয়সিয়ালসকলৰ মুখত কিছুমান কথা শুনিবলৈ পাওঁ, যেনে অমুকবাৰে অমুকটো কৰিব নাপায় বা অমুক মাহত অমুকটো কাম নিষেধ, ৰাতি বা ত্বপৰীয়া অমুক জোপা গছৰ তলেৰে নাযাবা ইত্যাদি। এইবোৰৰ নিহিত অৰ্থ যথাৰ্থতে কিবা থাকক বা নাথাকক বা সেইবোৰ আমাৰ বিশ্বাসযোগ্য নহয় যদিও আমি সেইবোৰৰ ইঙ্গিতৰপৰা একোপধ্যে প্ৰভাৱমুক্ত হব নোৱাৰো! আনকি এতিয়াও আমাৰ অন্তৰৰ ত্বৰ্বলতাৰ কাৰণেই হওক বা অইন কিবা কাৰণতেই হওক, সেইবোৰৰ আদেশ মানিবলৈ গৈ আমি সময়ত কোনো কোনো ক্ষেত্ৰত বাধা পাওঁ। সেইদেখিয়েই মই শনিবাৰে উজনিলৈ প্ৰথম যাত্ৰা কৰিবলৈ অমান্তি হলোঁ আৰু দেওবাৰে ত্বপৰীয়াৰ গাড়ীত যাবলৈ স্থিৰ কৰিলোঁ। পিছে দেওবাৰে ৰাতিপুৱা শ্ৰীমান শইকীয়াই আহি মোক জনালে যে সেইদিনা তেওঁৰ কাম হৈ মুঠাত্ত কোনোমতে যাব নোৱাৰে; সোমবাৰেহে যাব পাৰিব। গতিকে মোকো সোমবাৰে ওলাবলৈ কলে। মই ভিতৰত এই খবৰ দিলোঁগৈ। মোৰ কথা শুনিয়েই মোৰ ডাঙৰ নাতিনী-ছোৱালী শ্ৰীমতী অৰুণমণি আইদেৱে কলে, "আতা, তই সোমবাৰে আৰু শনিবাৰে পূব পিনে যোৱাটো বেয়া বুলি কৈছিলি; আকৌ সোমবাৰেই ওলালি নে?" মই

কৰোঁ যে সেইটো দেশৰ কাম। তাত বাৰ-তিথি ইমানকৈ চালে নচলে। গতিকে সোমবাৰে হলেও যাবই লাগিব। নহলে যোৱাৰ এনে সুবিধা নহবও পাৰে।

সেই অনুসাৰে সোমবাৰে দুপৰীয়া উজনিমুখে যাত্ৰা কৰিলোঁ। ভাটিবেলা লামডিং পালোঁগৈ। গাড়ী ৰোৱাত মই শইকীয়া বোপাক অলপ পানী আনিব কলোঁ। আৰু মোৰ বিতচকুযোৰ খুলি বেঞ্চৰ ওপৰতে থৈ তাৰ ওপৰতে ঘৰৰপৰা নিয়া জলপানৰ টোপোলাটো মেলি দুয়ো খাবলৈ বহিলোঁ। খোৱা হলত টোপোলাটোৰ কলপাত-খিনি সামৰি লৈ বাহিৰলৈ পেলাই দিলোঁ। আৰু সেইবোৰ মাটিত পৰাৰ লগে লগে থুনুৰ কৰে কিবা এটা শব্দ হ'ল। শইকীয়াই মোৰ কিবাঁ পৰিলনেকি সুধিলে। কিন্তু মই "গজাল-তজাল কিবা পৰিছে হব পায়" বুলি উত্তৰ দিলোঁ।

গাড়ী গৈ মণিপুৰ ৰ'ড পালে। তাত কিছু সময় গাড়ী ৰোৱাত আৰু মানুহ অলপ পাতলি যোৱাত মই বাগৰ এটা দিবলৈ মন কৰি শইকীয়া বোপাক গাৰু এটি আৰু মুখ ধুবলৈ পানী অলপ খুজিলোঁ। মুখ ধুবলৈ ওলাই চকু-মুখত হাত ফুৰাই চাই দেখোঁ যে মোৰ বিতচকু যোৰ নাই। ইপিনে-সিপিনে বিচাৰি নোপোৱাত মোৰ মনত খেলালে যে বিতচকু যোৰ নিশ্চয় জলপানৰ কলপাতৰ লগতে লামডিঙত মাটিত পেলাই দিলোঁ। বোধকৰোঁ এয়ে মোৰ অমঙ্গলীয়া যাত্ৰাৰ প্ৰথম পদক্ষেপ। দুযোৰ চকুৰ এযোৰ গ'ল। ঈশ্বৰে সজাযোৰ ৰ'ল, মানুহে সজাযোৰ গ'ল।

এই বিতচকু যোৰ মোক শ্ৰীমান লক্ষেশ্বৰ গোস্বামী (লেচু) বোপাই দিছিল। দাম বোধকৰোঁ আঠেকুৰি বা তিনিকুৰি টকামান হব। শ্ৰীমান চিদা বোপাই এই কথাত বৰ দুখ পালে। ময়ো মনৰ দুখে-বেজাৰে গৈ গধূলি আঠমান বজাত ফৰকাটিং ষ্টেশ্যন পালোঁ। তাৰে জিৰণি ঘৰৰ পিৰালিত আমি ঠাই ললোঁ। মোক আগবঢ়াই

নিবলৈ সহকাৰী স্কুল পৰিদৰ্শক শ্ৰীমান শ্ৰীৰাম চন্দ্ৰ দাসো আলৈ আহিছিল। আমি তিনিও সেই বাৰান্দাতে ৰাতিটো কটালোঁ। মহৰ উৎপাতত সমূলি টোপনি নাহিল। ৰাতি পুৱালত আমি গোলা-ঘাটলৈ যোৱা বাছত উঠিলোঁ। বাছেৰে প্ৰায় চাৰি মাইল যাব লাগে। এনেতে দেখিলোঁ পশ্চিমফালৰপৰা বৰ ভয় লগাকৈ বতাহ-বৰষুণ ওন্দোলাই আহিব ধৰিছে। ইপিনে আমাৰ বাছ আগবাঢ়ি যোৱাৰ লগে লগেই "ছান্টিং" কৰি থকা ইঞ্জিনৰ কাৰণে আমাৰ বাছযোৱা গেট বন্ধ হ'ল আৰু বতাহৰ লগে লগে ধাৰাসাৰে বৰষুণ পৰি আমাক বাছৰ ভিতৰতে প্ৰায় তিয়াই পেলালে। যিহওক কিছুসময়ৰ পাছত গেট খোলাত বাছ আগবাঢ়িল আৰু আমি অলপ সময়ৰ ভিতৰতে গৈ গোলাঘাট পালোঁ। যাওঁতে বাটত শ্ৰীমান শইকীয়াই মোক কৈ গৈছিল যে আপুনি গৈ বাছৰপৰা পোনেই যি ঠাইত নামিব লাগিব সেই ঠাইত উকীল শ্ৰীযুত শইকীয়াৰ ঘৰ। তেখেতৰো বিশেষ অনুৰোধ আপুনি যেন পোনেই গৈ তাতেই উঠে আৰু তাতে জিৰনি লৈহে নিৰ্দ্দিষ্ট ঠাইলৈ যায়। সেইমতে আমি গৈ শ্ৰীযুত শইকীয়া উকীলৰ ঘৰতে উঠিলোঁ। তেতিয়াও বৰষুণ-বতাহ এৰা নাই আৰু উকীলৰ ঘৰৰ মানুহো কোনো শুই উঠা নাই। আমি চ'ৰাতে বহিলোঁ আৰু জাৰ লগা কাৰণে এড়ীয়া-কাপোৰখন চুটকে'চৰ পৰা উলিয়াই দিবলৈ কলোঁ। কিন্তু মোৰ চুটকে'চটো বৰ গধুৰ হৈ পৰিছে। সেইটো মেলি চাওঁ যে তাত থকা কাপোৰ-কানি আতাইখিনি তিতিছে। মাথোন আঠুৱাখনহে শুকানে আছে। চুটকে'চটো বাছৰ ওপৰত তুলি দিয়াৰ সময়ত লৰালৰিৰ ভুলতে ওভোতাই দিয়া হৈছিল। তাৰে ফলত পানী সোমাই এই কাণ্ড হ'ল। মনত বৰ দুখ লাগিল। এনেতে শইকীয়া উকীল ভিতৰৰপৰা ওলাই আহিল আৰু বৰ দুখেৰে জনালে যে তেওঁৰ ফকৰকাটিঙত থকা ভনীয়েক এগৰাকীৰ কলেৰা হৈছে। গতিকে তেওঁ সেই মুহূৰ্ত্তে ফকৰকাটিঙলৈ যাব লাগে। এইদৰে কৈ তেওঁ আমাৰ লগত পাছত কথা

বতৰা হব বুলি কলে। আমাক চাহ-পানী এটোপা খাই যাবলৈ অনুৰোধ কৰি তেওঁ তেতিয়াই ওলাই গ'ল। পিচে আমি ভিতৰৰ খবৰ লৈ জানিব পাৰিলোঁ যে উকীলনীও কেইবাদিন ধৰি জ্বৰ হৈ শয্যাগত হৈ পৰি অছে। মনত বৰ দুখ লাগিল। মই ঠিৰাংকৈ জানিলোঁ যে নিশ্চয় মোৰেই দুৰ্ভাগ্য। তেতিয়া তাত চাহ নোখোৱা-টোকে ঠিক কৰি চিদা বোপাক কাপোৰবোৰ শুকোৱাৰ ভাৰ দি যাবলৈ উঠিলোঁ।

এনেতে ভিতৰৰপৰা উকীলনীয়ে কৈ পঠালে, "একো নোখোৱাকৈ বাহীমুখে গলে মই মনত বৰ দুখ পাম।" এই অনুৰোধ উপেক্ষা কৰিবলৈ বৰ টান পালোঁ। গতিকে তাতে বহি এটোপা চাহ খোৱা হ'ল। তাৰ পাছত মই শ্ৰীমান শ্ৰীৰাম চন্দ্ৰ দাসক লগত লৈ শ্ৰীমান অতুলচন্দ্ৰ হাজৰিকাৰ জেঠেৰিয়েক শ্ৰীমান হৰিশ বৰুৱাৰ ঘৰলৈ বুলি খোজ ললোঁ। বৰুৱাৰ ঘৰৰ হাউলিটো বেছ আহল-বহল। থকা ঘৰ আলিবাটৰপৰা অলপ দূৰৈত।

ঘৰৰ ওচৰতে এটা সৰু গোহালি ঘৰ। তাতে দেখিলোঁ যে গাভিণী চেঁউৰী এজনীয়ে ঠেং আচাৰি পৰি আছে। অলপ বেলি বৈ চালোঁ; কিন্তু কি হৈছে কব নোৱাৰিলোঁ। মুঠতে ইয়াকে বুজিলোঁ যে ই আকৌ এটা অমঙ্গল। এনেতে শ্ৰীমান বৰুৱাৰ ঘৈণীয়েক শ্ৰীমতী মইনী আইদেউ, ভিতৰৰপৰা ওলাই আহিল আৰু মাত লগাই মোক ঘৰৰ ভিতৰলৈ লৈ গ'ল। তেতিয়াও বৰষুণ এৰা নাই। গৰু-জনীৰ কি হৈছে সোধাত তেওঁ কলে বোলে এই জনী নতুন চেঁউৰী। জগিবৰ সময় হৈছে। কিন্তু যোৱা ৰাতিৰেপৰা তাই বৰ কষ্টত আছে। ডাক্তৰ বিচাৰি বৰুৱা ৰাতিপুৱাতে ওলাই গৈছে। তেতিয়াও ঘৰ পোৱাহি নাই। মোক তেওঁ ভৰি হাত ধুবলৈ পানী আনি দিলে। মই কলোঁ যে চাহ পানী খায়েই আহিছোঁ আৰু মোৰ খোৱা-বোৱাও নহয়। এই যাত্ৰাটো বৰ অমঙ্গলীয়া হব যেন পাইছোঁ। মই আজিয়েই

ঘৰলৈ উলটি যাম। মোৰ কাপোৰ-কানিবোৰ তিতিছে আৰু সেই-বোৰ যত্ন শইকীয়াৰ ঘৰত শুকাবলৈ দি আহিছোঁ। এতিয়া অকণমান শুই লব পাৰিলেই হ'ল। মোৰ কাপোৰ-কানি তিতি যোৱা শুনি মইনীয়ে মোক কাপোৰ উলিয়াই দিব খুজিলে; কিন্তু মই কলোঁ, মোৰ কাপোৰ থাকিও আজি পিন্ধিবলৈ নোহোৱা হৈছে যেতিয়া ই মোৰেই দুৰ্ভাগ্য। এইদৰে নিজৰ কথাকে ভাবি বেতৰ চকী এখনত আউজি বহি আছোঁ। মইনীয়ে চাহ এটোপা আৰু খুন্দা তামোল এখন লৈ আহি মোক দি গ'ল। অলপ পিছতে বৰুৱাৰ মাকে আহি খবৰ দিলে চেঁউৰীজনী জগিল। ঠিক সেই মুহূৰ্ত্ততে বৰুৱায়ো ডাক্তৰ লৈ আহি ঘৰ পালেহি; কিন্তু চিকিৎসাৰ আৰু আৱশ্যক নহ'ল। এনে সময়েতে শ্ৰীমান চিদা শইকীয়াই মোৰ এটা কামিজ আৰু এখন চুৰিয়া লৈ আহি পালে। তেওঁ কলেহি যে চুৰিয়াখনৰ দুয়ো মূৰহে তিতিছিল। মাজ-ছোৱা ভালেই আছে। আৰু কামিজটোৰো পিছ পিনে অলপমানহে তিতিছে। তেতিয়া বতৰ লাহে লাহে মুকলি হৈছে। ৰ'দ ওলাবলৈ ধৰিছে। মোৰো মনটো লাহে লহে ফৰকাল হৈ আহিল। এটা ৰিষ্ট পাৰ হ'ল। সিমানতে এই আপদীয়া যাত্ৰাৰ ওৰ পৰিল।

## ॥ লক্ষ্মীনাথ বেজবৰুৱালৈ লিখা চিঠি ॥

শ্ৰদ্ধাস্পদ ডাঙৰীয়া,

মোৰ সেৱা গ্ৰহণ কৰিব। আজি ভালেমান দিন হ'ল আপোনালৈ দ্বিতীয় তাণ্ডৱণৰ কেতেকী এখন পঠাইছিলোঁ। পুথিখনৰ দোষগুণ সম্বন্ধে আপোনাৰপৰা একো জানিব নোৱাৰিহে দুখিত হৈছোঁ। মোৰ বিদ্যা-বুদ্ধি নিচেই কম। বহু চিন্তা আৰু গৱেষণাৰ মাজেদি পুথিখনি লিখা হৈছে। ই মোৰ প্ৰায় ৩ বছৰৰ সাধনাৰ ফল। মই কৃত্ৰিম ৰঙীন অলঙ্কাৰেৰে ভাবৰ প্ৰতিমা সাজিবলৈ চেষ্টা কৰা নাই। আগঢ়ী হব পাৰে আৰু সজোৱাত পৰিপাটি নাথাকিব পাৰে, কিন্তু যিমানখিনি পৰা যায় নিখুঁত কৰাৰহে ঐকান্তিক চেষ্টা। কিমানদূৰ কৃতকাৰ্য্য হব পাৰিছোঁ, পৰম পিতা ভগৱন্ত পুৰুষেহে জানে। মানুহে নিজৰ মুখখনো নেদেখে আৰু পিঠিখনো নেদেখে। অৰ্থাৎ নিজৰ দোষগুণ নিজে গম ধৰিব নোৱাৰে। সুধীজনৰ চকুতহে ধৰা পৰে। আপোনাৰ নিচিনা সাধক এজনৰপৰা এটি নিৰপেক্ষ বিচাৰ পাম বুলি আশা কৰি আছিলোঁ, আজিলৈকে তাৰ একো সমিধান নাপালোঁ। বোধকৰোঁ সাংসাৰিক বেমেজালিত থাকি পুথিখনি পঢ়িবলৈ সময় উলিয়াব পৰা নাই। আহৰি পালে ইয়াৰ ভিতৰতে ভালকৈ পুথিখনি চাই আপোনাৰ মূল্যৱান বাঁহীৰ সুৰত এষাৰ মাত লগাব বুলি বাট চাই থাকিলোঁ। ইতি—

বিনীত
শ্ৰীৰঘুনাথ চৌধাৰী

## ॥ শ্ৰীঅতুল চন্দ্ৰ বৰুৱালৈ লিখা চিঠি ॥

গুৱাহাটী,
২৬।৮।৪৫

প্ৰিয় বৰুৱা বাপা,

সম্প্ৰতি মোৰ গা এক প্ৰকাৰ ভাল। ভালেমান দিন তোমাৰ চিঠি পত্ৰ একো পোৱা নাই। কিবা বেজাৰ পাইছা নেকি? সিদিনা কিবা এখন ছাত্ৰ সভালৈ তেজপুৰীয়া ছাত্ৰসকলে মোক লৈ গৈছিল। তাত প্ৰায় দহ দিনমান থকা হ'ল। আদৰ, অভ্যৰ্থনা আৰু অভিনন্দন আদিৰে গোটেই নগৰখনে নিঃকিনক সম্বৰ্দ্ধিত কৰিলে। প্ৰয়োজনৰ অতিৰিক্ত পোৱা যেন মনে ধৰে। যোগ্যতাৰ তুলাচনীত বোধ কৰোঁ বহুত পাতল হম। তথাপি ৰাইজে দিছে নলৈও উপায় নাই। তদুপৰি 'সুৰভি' কাকতখন উলিয়াবলৈ তেজপুৰীয়া ৰাইজে এহেজাৰ টকা দিছে। আন ঠাইৰপৰা কি সংগ্ৰহ কৰিব পাৰোঁ কব পৰা নাই। ছ হেজাৰমান টকা সংগ্ৰহ হলে কাকতখন উলিয়াব পৰা যাব। যোৰহাট, গোলাঘাটৰ ফালেও এবাৰ যোৱা হব। শৰীৰে সহ্য কৰিব পাৰেনে নোৱাৰে কব নোৱাৰোঁ। কিজানি শ্বিলঙলৈও যোৱা হব পাৰে। চিঠিৰে জনোৱা হব। তোমাৰ মতামত আৰু কাৰ্য্য শৃঙ্খলা আদিৰ পূৰ্ণ সহানুভূতি আৱশ্যক। চিঠি পাই উত্তৰ দিবা বুলি আশা কৰিলোঁ। ইতি—

তোমাৰ
শ্ৰীৰঘুনাথ।

## ॥ শ্ৰীঅতুল চন্দ্ৰ বৰুৱালৈ লিখা চিঠি ॥

গুৱাহাটী-২৯।১১।৪৬

কল্যাণবৰেষু ।

সম্প্ৰতি মোৰ গা ভাল। ৬ষ্ঠ আৰু ৭ম সংখ্যা 'সুৰভি'ৰ ছপা কাম কিছু আগ বাঢ়িছে। কলিকতাৰপৰা এতিয়ালৈকে কাগজ আহি পোৱা নাই। শ্ৰীমান মুক্তি গোস্বামীক 'সুৰভি'ৰ বৰঙণি আদায়ৰ কাৰণে শ্বিলঙলৈ পঠালোঁ। বোধকৰোঁ ২ তাৰিখৰপৰা ৫ তাৰিখলৈকে স্কুল, কাছাৰী বন্ধ। ইয়াৰ ভিতৰতে বৰঙণি আদায় কৰা আৰু কিছু নতুন গ্ৰাহক সংগ্ৰহ কৰা কামত শ্ৰীমানক সহায় কৰিবা বুলি আশা কৰিলোঁ। কটন কলেজত অসমীয়া লেকচাৰাৰ এজন নতুনকৈ লব। পৰহি দিনা কলেজ কৰ্ত্তৃপক্ষৰপৰা মঞ্জুৰিৰ কাৰণে ডি. পি. আই.লৈ কাগজ গৈছে। তুমি শিক্ষা মন্ত্ৰী আৰু ডি. পি. আই.ৰ লগত অতিশীঘ্ৰে সাক্ষাৎ হবা। এই বিষয়ে শ্ৰীমান অতুল চন্দ্ৰ হাজৰিকাই তোমালৈ চিঠি দিয়া বুলি মোক জনাইছে। প্ৰধানমন্ত্ৰী ১ লা তাৰিখেই কিজানি গুৱাহাটীলৈ আহে। যেনে তেনে তেখেতক এবাৰ দেখা কৰিবা। তলত লিখা ভদ্ৰলোক কেইজনক এবাৰ সুধি চাবাচোন 'সুৰভি'ক কিবা আৰ্থিক সাহায্য কৰিব পাৰিবনে? মুক্তি লগত গলে কিবা অলপ সুবিধা হব পাৰে। মই অনুৰোধ কৰা বুলি কবা।

ইঞ্জিনিয়াৰ শ্ৰীযুত হৰি প্ৰসাদ বৰুৱা
ডাক্তৰ শ্ৰীযুত জীৱকান্ত শইকীয়া
শ্ৰীযুত গোকুল গোস্বামী
শ্ৰীযুত চন্দ্ৰকমল ভূঞা

( আগুৱাৰ চেক্ৰেটৰী । )

ৰায়চাহাব শ্ৰীযুত সোণাধৰ সেনাপতি

মৌলবী আতাউৰ ৰহমান এম. এ. এচিষ্টেণ্ট ডিৰেক্টৰ

যুবেদা আটাউৰ ৰহমান

আৰু কোন আছে নাজানো। ইতি—

তোমাৰ

শ্ৰীৰঘুনাথ চৌধাৰী—

# হেমকোষৰ পৰিশিষ্ট

## অ

অজলে-অগলে—অযথা স্থানত।

অবাই-অটাই ( আটাই )—সকলো।

অবাই মথা/অটাই মথা ( আটাইমথা ? )—সকলোবোৰ।

অমৰ লতা—আমৈ লতা ; এবিধ লতা।

অথাকে ( আথাকে ? )—নোবোৱাকৈ।

অপতি—পৰিচৰ্য্যা নকৰা। অযত্ন।

অধিকা—পৰিমাণতকৈ অলপ বেছি।

অভোক—ভোক নলগা।

অমঘা—অব্যৰ্থ।

অমৰ্য্যাত—নিলাজ।

অপৰখ্যাতি—পুৰুষালি, মৰ্দালি ?

অবতৰীয়া—অকালত লগা ; অকালত হোৱা।

অজয়ক্ষেত্ৰী—অবুজন ?

অখণ্ড প্ৰদীপ—গোঁসাই ঘৰত সদায় লগাই থোৱা চাকি।

অকলপেটীয়া—আপোনপেটীয়া।

অগ্নিসৰ—আদাৰ নিচিনা পাতেৰে এবিধ বন।

অপামাৰ্গ—বনসট্ট।

অহনী শাক/ওহনী শাক—চেঁচুকত হোৱা এবিধ বন শাক।

অসঁহ—অবুজন।

? অশিবা—শৰণ নোলোৱা।

অগ্নিবায়ু—বিকৃত বায়ুৰ দোষত চকু-মুখ মেলিব নোৱাৰা এবিধ ৰোগ।

অৰৰী—আকোঁগোঁজা।

অহিতে—ইয়াতে।

অৰজৰ—আমনি।

আ

আঁউত (আন্ধ ?) - নাঙলৰ ডিলা আৰু যুঁৱলি বন্ধা জৰি।

আঁতাৰ - চহাবলৈ লোৱা মাটিৰ নাঙলেৰে কৰি লোৱা ভাগ।

আমোল কচু—কণৌ ফুল।

আলীয়া পূজা (আউলা, আইল)—মহাষ্টমী (নৱমী ?) পূজা।

আঁৰাল—নেদেখা, ঢাকোন।

আঁহকৰা—কেচেমা-কেচেমি, আঁহিয়া।

আমৰি কুঁজা—অলপ কুঁজা।

আহক চম্পা—আগিয়া চম্পা।

আচাভুৱা—আচৰিত।

আগৰহীয়া—আগেয়ে জাহদিয়া থাৰণি। চোকা থাৰ।

আথাৰা হাত—থিয় হৈ যিমান ওপৰলৈ হাত মেলা যায় সিমান দূৰ।

আম-চেঙেলা—এবিধ কাঁইটীয়া লতা।

আচনক—আচৰিত।

আঠ্থেৰি—ডিঙিৰ ওখল।

আলাহ—ঘিণ।

আভাল ভালে (অভাল ভালে)—বেয়া ভাল হোৱাৰ পাছে।

আৰক চন্দ—এবিধ তিতা গছ।

আফুৰা (আউফা ?)—সাৰ নোহোৱা।

আকাহ তলীয়া (আকাশ তেলীয়া ?)—মিছা গণ্ডপ মৰা।

আকল ধন—দাদন।

আম আদা—বন আদা।

আছ্ৰা জাল—খেৱালী জাল।

আগীয়া চম্পা—বকুল ফুলৰ আকৃতিৰ এবিধ ফুল।

আলোক লতা—আকাশী লতা

আদৰী—মৰমিয়াল, আদৰুৱা।

আখতীয়া—আধা পোৱা খৰি; দুখৰীয়া খৰি।

আকান্দেলি (আকান্দেৰী ?)—খাস্তাং, অপাৰখিয়াতি।

## আ

আগাধাওঁ ( আগলধাওঁ ? )—আগেয়ে মাৰিবলৈ থেদি যোৱা।

আগমুৰা—ঠাল-ঠেঙুলি নোহোৱা।

আকাট-বিকাট—কোনো তিতা বস্তু খোৱাৰ পাছত হোৱা মুখৰ অসুখ। ( তেনে অৱস্থাত হোৱা মুখৰ বিকৃতি ? )

? আৰাম দি—ৰতাহ বা বৰষুণ দিবলৈ সাজু।

আগ ভাত খোৱা—মৃতকৰ উদ্দেশ্যে জ্ঞাতিক ভোজ দিওঁতে আগেয়ে ভাত খোৱা লোক জন।

আল—কোনো কাঠৰ জোৰা মিলাবলৈ দিয়া অধিকা কাঠৰ টুকুৰা।

? আলগৰখীয়া—কোলাকামোৰা।

আঠাশিঠা—ভালকৈ ৰসত নিভিজা।

আছহ-বিচহ—সোধপোছ।

আৰ্কী—কুঁহিয়াৰ ৰোৱা ঠাইৰ চাৰিওফালে দিয়া খাল।

আন্ধি—হাই উকমি।

আলি-সিয়নি—ভুডোথৰ কাপোৰ লগ লগাই লোৱা সিয়নি।

আঙুলি-কটপা—বুঢ়া আঙুলিৰ চাব।

আকৰ কাঁই ( একৰ কাঁই ? )—এবিধ খেলা।

আপহুৰা—উপকাৰী

আলানি—সিঁচৰতি।

আধামুলী—ভালকৈ বেচ নোপোৱা ; আধানাৰ্জ্জি।

আদ্‌কলিহা—কলহতকৈ সৰু, ঘটতকৈ ডাঙৰ এবিধ মাটিৰ কলহ।

আৰবছৰা—যোৱা বছৰ

আঙ্গিনা—আগচোতাল। ( সংঅঙ্গন )

আলাস—শূন্য। ( আলাসত চাং পতা )

আন্দোলা—আমোলা

আলাং—ওপৰতে ওলমাই থোৱা চাং

আকাশ-মণ্ডলী—ওজাই গোৱা পদৰ সুৰ ( ৰাগ ? )

আহাছেদী—আশাছেদ কৰা মাইকী।

আপুৰা—আঁপইতা।

? আঁচোনা—কাপোৰৰ আগত লগোৱা পটি

আচল—দুষ্ট, যেনে, ল'ৰাটো বৰ আঁচল।

## ই

ইদাই-সিদাই—ইবিধ-সিবিধ।

ইন্দ্ৰযব—দুদখুৰি গছৰ গুটি।

ই-সি—ইটো-সিটো।

## উ

উকা ( ধা )—কোমল হ।

উদি—গছৰ শিপাৰপৰা ওলোৱা পোথা।

উদিমুদি—গাত কাপোৰ-কানি নোহোৱা অৱস্থা।

উহা ( ধা )—সিজোৱা।

? উঠলু—দিব লগা বস্তু নিদিও বুলি উঠাই দিয়া মানুহ।

? উকুৰা—খেৰ জাবৰ আদিৰ সৰু আঁটি।

উকছু—অতিৰঞ্জিত কৰি কথা কোৱা মানুহ।

উবাহ—নখৰ দাঁতিত ওলোৱা আঁহ; সুত।

উপৰাণি ( উপ্ৰেণি ? )—ৰিহাৰ ওপৰত লোৱা কাপোৰ।

উচুলা—চেলু, সূত্ৰ।

উদ্‌মুদ্—বিতত হৈ ওলাই অহা অৱস্থা।

উকাদেও—দ বাম সমান কৰি ফুৰা মানুহ।

উম্‌হা—সিজা বা ভিজা বস্তু উম লাগি ভেকুঁৰা অৱস্থা: ( তাৰ গোন্ধ ? )

উদ্‌ঘৰীয়া—অসমান।

উৰণটকীয়া—উৰিব পৰা।

উথাল—পানীৰ ভুমুক।

? উটঙ্গৰ ?—উদ্ধত।

## উ

উত্তবোল ( উৎবোল ? )—চিঞৰবাথৰ।

উহুল-মুহুল—তত্তাতৈয়া।

উঠুৱা-উঠি—কোনো পক্ষৰ কথা নুশুনি, যুক্তিৰ প্ৰতি লক্ষ্য নকৰি উভয় পক্ষই বিবাদ সূচক তৰ্ক কৰা।

উৰত—উৰু ; কৰঙ্গন।

উৰাপাগ—ভালকৈ চক পুৰিবলৈ দিয়া পাগ।

উপাকপাক—জোট লগা।

উপুৰাকটি ( উপ্ৰাকটি ? )—তপিনা ক'তো নলগোৱাকৈ বহা।

উলথা বন—এবিধ ঢৰা বোৱা বন।

উলিয়া লেং—জ্বৰত গা নাঘামি বৰকৈ পোৰণি ধৰা ৰোগ। এক প্ৰকাৰ পিত্ত ৰোগ।

উপেখি—হীন বিবেচনা কৰি।

উকুলী বুটি—ধাঁই ফুল।

উপৰুৱাই পা—ছিদিৰ লাগ।

উদ্‌গোবৰি—অপৰ্য্যাপ্ত, বৰ বেছিকৈ।

উৰুলি—গিৰ্জনি ; যেনে, বক্তৃতা দিবলৈ উঠি মুখ মেলোঁতেই বাইজে তেওঁক উৰুলি দি খেদিলে।

? উম্ৰা/ওমৰাহ—বিশ্বসিংহ ৰজাৰ দিনত পতা তিনি হাজাৰ পাইকৰ ওপৰত পতা এটা খিতাপ।

উলুবিহ—উলুবনিত গজা এবিধ বিহ।

## এ

এই ভাঁজে—এনেকৈ।

একুহীয়া/( একোঁহীয়া ? )—এবিধ গছৰ গুটি ; এটা অণ্ডকোহ শুকাই যোৱা ৰোগ।

একতেৰীয়া—একলীয়া ( ভাৰত থাটে )।

এক ধমক—অলপ পৰ ; কিছুপৰ।

## এ

এনেমান—ইমান (পৰিমাণ বুজুৱাত)।

একেঁথাকীয়ে যোৱা—এবাৰ ভেদ বা হাগি মৰা।

এক লাগ—এবাৰ।

একো পোনে—একো প্ৰকাৰে।

একাচি—এথোপ।

এৰা-ওকলা—থাই-বৈ উঠি পাতত এৰি থৈ যোৱা ভাগ।

এগেনা—সম্বন্ধীয়া।

## ঐ

ঐআকি—গানৰ ৰাগিনী।

ঐহিন কোণা—অমঙ্গলীয়া ঠাই।

## ও

ওৱাথোৱা (ওৱাহোৱা ?)—প্ৰচুৰ।

ওপৰ মুৰীয়া—এমুৰীয়াতকৈ কিছু সৰহ।

ওকুভেদালী—শেতভেদালী।

ওলোটা-বাকুছু—আঁতুকৰালী ; পেটত হোৱা এবিধ ৰোগ।

ওগোৰা—মৰোঁ মৰোঁ অৱস্থাত ৰোগীক ঘি খাবলৈ দিয়া হয়।

ওৰগোৰ—কথাৰ সন্দেহ।

ওকোল-ঠোকোল—খোৱাৰ অতিৰিক্ত। বমিৰ ভাব।

ওহেলি—হাল বাবলৈ লোৱা মাটিৰ এক আঁকী। (?)

ওপৰচৰিয়া (ওপৰচেৰিয়া)—চালনিৰ ওপৰত যোৱা।

? ওদোকমুৰা—ঘাবেমুৰা।

? ওগাবদানি—অপৰিমিত।

ওৱাৰি—বাটচ'ৰা।

ওজা লাউ—কুঁহিয়াৰৰ ৰস পগোৱাত ব্যৱহাৰ কৰা বিদ্ধা নথকা ডাঙৰ
যাঁকী-লাউ।

## ও

? ওচ—খোৱা উচিত নে অনুচিত তাৰ বিবেচনা।

? ওৱাবাজ—আটিগুৰি।

## ঔ

ঔ-গমা—ভৰিত ঔৰ নিচিনা ফুলি উঠা ৰোগ।

ঔ-ঢুমৰীয়া—খলা ৰোগ।

ঔৰা লতা—ঔৰ পাতৰ নিচিনা পাতেৰে এবিধ লতা

## ক

কণি—কাপোৰত তোলা ফুলৰ ঘৰ।

কৰি—পেটৰ ফালে আগবঢ়া বুকৰ এডোখৰ জোঙা হাড়; নাৱৰ টিং।

কুড়—মাটি চহোৱা কুঁজা কাঠডোখৰ (নাঙল-কুড় ?)।

কড়ু—ৰঙা লাউ।

কুঁড়ি—কুঁৱলী।

কড়—ফল বা ফুলৰ কলি। গুটি ধানৰ লগত থকা এবিধ উৰিব পৰা সৰু পোক।

কাষ্ঠী—গুৰি খ'ঠা।

? কাণ্টা—লোহোৰা।

কাঁই—শাহ, মৰাপাতৰ জোৰ।

কাৰী—পগোৱা মিঠৈৰ থালি।

কঁড়া—চেলেঙৰ দাতিত বা মুখত ফুলৰ ওচৰত দিয়া পাৰি।

কাণি—চাৰি ভাগৰ এভাগ।

? কুবা—ঢোলৰ পথালি বাও।

কেজাং (কেজেং ?)—জেঙা।

কেচ্‌ৱা—নিলাজ।

কাঁচিয়া—কুকচিয়া; ভালকৈ পুষ্ঠ নোহোৱা গাখীৰ।

? কুনি খাবা—বিহা।

ক

কৰলীয়া—অকঁাৰী।

কাম্ৰা—বেৰৰ মুখত কমোৰ খাই ধৰিবলৈ দিয়া পথালি কামি।

কুকুৰা—ৰঙা-মাটীয়া বৰণৰ এবিধ চৰাই।

কঁাচি-ৰ'দ—ৰাতিপুৱা পোনেই ওলোৱা ৰ'দ।

কেচেৰীয়া—পকি কেঁচা হোৱা অৱস্থা।

? কাহুৰ—জেদ।

কানী জৰী—তাতঁৰ খুটাত টোলোঠা ওলোমাই লোৱা জৰী।

? কাঁজী—ভাতৰ মাৰ

কাকিৰাল—কেৰেলা।

কাণী বিয়াৰ—ডেকা বয়স ( গৰুত খাটে )।

কটা-চৰু—এবিধ কঁকাল থকা মাটিৰ চৰু।

? কমবক্তিয়া—পোৰা-কপলীয়া।

কহিমালা—এবিধ অকাঠী গছ ; ইয়াৰ আঠাৰে গম তৈয়াৰ কৰা হয়।

কাজল গৌৰী—এবিধ কজলা বৰণৰ কেঁতুৰি।

কঁাটা খুতুৰা ( হাতী খুতুৰা )—হাতী চঁাৰলী।

কাটা বেঙেনা—হাতী ভেকুৰী

কাউৰমণি—এবিধ মণিৰ নিচিনা বগা গুটি ধৰা বন বা তাৰ গুটি।

কাচিদবীয়া—কাচিৰ দাবৰ নিচিনা ক্ষুৰ ধাৰ থকা এবিধ বন।

কুমাৰী লতা—টুবুকী লতা।

কঁচৰু—কেঁহেক।

কৰঙা—এবিধ পলুৱে পাত খোৱা গছ।

কড়ি পোকা—পানী পকৰা।

কলি কাদুৰি—কেহৰাজ।

কঁাটা বাগী—ঝিণ্টী ফুল।

কঁাথি-কুঁৰৰী—সৰ্পজিভা বন।

কেবেকা শাল—কুঁহিয়াৰ শাল।

কল ডঁাহী—কল গছৰ এক খণ্ড।

## ক

কাঁচ গাই—পোৱালি জগাৰ কিছুদিন নোহোৱা খীৰতী গাই।

কাষৰ কুচুলীয়া—ওচৰচুবুৰীয়া।

কোধোৰা—আধাৰি।

কুঠকুৱা—এবিধ দৰবৰ বন।

কাঞ্চনমতী—বৰকৈ ধুনপেচ মাৰি ফুৰা তিৰোতা ; খালৈদাঙী মাছ।

কেৰ্চিয়া—এফলীয়া

কুমতৰীয়া—কুলক্ষণীয়া

কৰপাতা—জোৰা

কেকেৰী পছু—কেটেলা পছু।

কুপটীয়া কাছ—এবিধ কাছ।

কোণামোকোটা—কোনো গাঁৱৰ ভাঁজ।

কঠুৱা মামৰী—ঘামচিৰ নিচিনা টান বোবোৱা উঠা ৰোগ।

কুকুৰ-মামৰী—মাথি-ছাল ছিগি গাৰ নোম সৰি-যোৱা ৰোগ।

কঁঠাল-চম্পা—এবিধ পকা কঁঠালৰ দৰে গোন্ধোৱা চম্পা ফুল।

কলিচা ( ক'লচিয়া )—অলপ ক'লা।

কেঁকোৰ-গেঠোৰ—হেহোঁনেহো।

কালশনি—প্ৰধান শত্ৰু।

কল-পিঠা—কল চেকি পোৱা পিঠা।

কাণ-বিন্ধনি ( কৰ্ণবেধ )—ল'ৰাৰ কাণ বিন্ধোৱা কাৰ্য্য।

কেঁচেৰু—কৰঙা গছ

কতনা—কিমান।

? কলতী—কুস্বভাব।

কাম-ছায়া—পোহৰপৰা অলপ নিলগ।

কহন-মহন—কথন-মথন, গলাগপা।

কোলাকুলি—প্ৰীতি-সম্ভাষণ

? কৈতাপ—হেপাহ, প্ৰতিশোধ।

কুকন্দীয়া—কপটীয়া,

## ক

কুকল—ক্ৰুৰ

কুটুৰীয়া ( কুতুৰ ? )—কোনো বস্তু পাবলৈ আশা পাল।

কান্ধিয়া—গৰাকাণ।

কুকুৰ ফান্দ—এবিধ জন্তু ধৰা ফান্দ।

কটৰা—কাঞ্চন ফুল।

কুন্দত কটা—নিমজ, ধুনীয়া।

কোলা-কামোৰা—কোলাৰপৰা নামিব নোখোজা কেঁচুৱা।

কালিছা আন্ধাৰ—ৰাতি পুৱাওঁ পুৱাওঁ হোৱা অৱস্থা ।

কেটেঙা—হাড়-ছাল ওলোৱা।

কেঁচা ভোগ—নিসিজোৱাকৈ গোসাঁইক উচৰ্গা কৰা ভোগ।

কেচ্‌ৰাং—ধোঁৱা খাবলৈ যতন কৰা শুকান ধপাত।

কৰণীসেৱা—এবিধ ভকতীয়া সেৱা।

কানাই—ঢোলৰ দুই মুৰে দিয়া পথালি বেৰ।

কুঁজীধামনী—যি তিৰোতাৰ পিঠিত ডাঙৰ কুঁজ থাকে।

কুঁজী বিছা—এবিধ বিছা।

কন্যা মোৰ ( কন্নিয়া মোৰ )—এটা দাণ্ডি এটা পেলোৱা মোৰ।

কন্যা সোধা—গুৱা-পাণ কটা।

কাঁচ খৰ—চুকত হোৱা খৰ।

কাঁচ থ—চুৰীয়া তল নোযোৱাকৈ পানী পাৰ হোৱা অৱস্থা।

কপকপীয়া—ঢিলা নোহোৱা, সোলোকাব নোৱাৰা।

কুকুৰ-খুঁটি—বেৰা দাণ্ডি ধৰিবলৈ পুতি দিয়া কাঠ বা বাঁহৰ খুঁটি কুকুৰা।

কুকুৰা—কুকুৰ-খুটি।

কুকুৰ টেঙীয়া—খেংখেঙীয়া

কেতাৰ—চকুৰ ফেচকুৰি।

কাক্‌ৰা ( কাকাৰা )—তালা।

কোণাকটা—গভাইত চোৰ।

## ক

কাঁটা মাখি—এবিধ গুঙাল মাখি।

কপালী বেৰা—থকা-ঘৰৰ দুৱাৰমুখত দিয়া আঁৰবেৰা।

কিৰকিৰি—সোণাৰিৰ এবিধ ফুল-তোলা যন্ত্ৰ।

কাউৰী কাঠ—এবিধ পানীত উটি অহা ক'লা কাঠ।

কেলফদুৱা—কেলেহুৱা।

কফীন ( কৌপিন )—লেংটিৰ কাছুটি।

কঁঠালগুটীয়া—এবিধ চৰাই, ধান ; এবিধ পুৰণি টকা।

কৰীয়া হাৰ—এবিধ ধুনীয়া হাৰ।

কেচেহাৰ ( কেচেই হাৰ )—এবিধ ধুনীয়া হাৰ।

কপাহগুটীয়া—এবিধ শাক, ভৰিৰ তলুৱাত কপাহৰ গুটিৰ নিচিনা হোৱা ৰোগ, গৰুৰ ভাটি বয়স।

কাঁহৰি গুৰি—আমহি গুৰি।

কাঢ়নী গাঠি—জৰিৰ মুৰত লগোৱা গাঠি।

কাণী-বগুলা—এবিধ বগ জাতিৰ চৰাই।

কাল-বিকাল—কালান্তক, অতি দুৰন্ত।

কুৰ্পিকুৰ্পি—চেপি চেপি।

কুঁহিমালা—বুকৰ আগমঙ্গহ, অতি মৰমৰ পাত্ৰ।

কঁচুলিয়ে ( কচুলা )—এবিধ বিছাই দঁকাৰ নিচিনা হোৱা ৰোগ।

কেৰমজুৰা—বাঢ়িৰ নোৱাৰি ঠিহিৰা মাৰি থকা।

কামায়ন হিলৈ—এবিধ ৰবটোপ।

? কাটিল কন্ধ—দুৰন্ত।

কতীয়া ঢাৰা—এবিধ মিহি নোহোৱা ঢৰা।

কহনি—ৰটনা, ৰটাথচা।

কাঁউলি—খৰাহি।

কৰাল—কমুল।

কাছুৱা—মৌলেটিয়া মাটি।

কাণ-কুকলা—কুঁহিলা।

ক

কোৰা ন—তেনেই নতুন।

কউলনি—মিনতি কৰা।

ক'লা চৰম—গাৰ ছাল ক'লা হোৱা এবিধ ৰোগ।

কৰাইমেৰীয়া—খৰপকীয়া।

কৰ্ণমুলা—কাণত হোৱা এবিধ ৰোগ।

কথ ফল—গমাৰী গছৰ গুটি।

কাস্তাল উৰহী—এবিধ ডাঙৰ চেপেটা উৰহি।

কাঁটা জামু—এবিধ গাত কাঁইট থকা জামু গছ।

কুঁৰৰী অলু—এবিধ খাবলৈ সোৱাদ আলু।

কেৰুন্দীয়া—কেৰোণে ধৰা।

কিৰিলি চৰাই—এবিধ সৰু চৰাই।

কাংকৰ—ইটা বা শিলৰ টুকুৰা।

কাঁড় পাখি—চৰাইৰ গাত নকৈ গজা পাখি।

কাঠাম—প্ৰতিমা বহুৱাই থোৱা কাঠৰ পীৰা।

কোৰাকুগীয়া—কু-পৰামৰ্শদাতা।

? কাতী দোকানী ( কাতী বেপাৰী ? )—পাইকাৰী।

কাতীয়ন—কাতিমহা কৰা নিৰামুহী ব্ৰত।

কাউৰ ঘুমতি—চকু নজপোৱাকৈ টোপনি অহা অৱস্থা।

কুণীপোক—নখৰ কোণত হোৱা এবিধ পোক।

কুকুৰ সূতা ( সং গোৰক্ষ তণ্ডুল )—এবিধ গছ ( কুকুৰ নীথা )।

কিৰা ধৰ্—মৃতকৰ উদ্দেশ্যে পালন কৰা মাহেকীয়া অশৌচ ব্ৰত।

কিৰা ধৰীয়া—অশৌচীয়া শৰাধৰ কৰ্মকৰ্তা।

? কুন্‌বিন (আহোম)—কুন্—ৰণৰ ; বিন্-এবিধ হাতত পিন্ধা অলংকাৰ ;
=ৰণত পিন্ধা সাজ।

কুন্ খা ( " )—কুন্—ৰণৰ ; খা—অস্ত্ৰ ;=যুদ্ধৰ অস্ত্ৰ।

কাঁহীফুলা—এবিধ ধৱল ৰোগ।

কাণী সাঁজ—ফুট গধূলি।

## থ

থৰ—দীঘল আৰু গা-সৰু বস্তু বুজাবলৈ সংজ্ঞা শব্দৰ পাছত ব্যৱহাৰ হয়, যেনে চাকিথৰ, পথাথৰ।

? থটুৱা—কাঠৰ সঁফুৰা।

? থকৱা—ওঁঠ নোহোৱা।

থথকৱা—সাহ পুৰঠ নোহোৱা ধান।

থন্তীয়া পাখা—চৰাই পোৱালিৰ গাত খন্তিৰ নিচিনা পোনেই ওলোৱা পাখি।

থন্তীয়া ছিলৈ—এবিধ ছিলৈ, থোকা ছিলৈ।

থলৃতি থোৱা—খাবলৈ পিন্ধিবলৈ নোহোৱা। দৰিদ্ৰ।

থৰ্ম্মা ধান—ভাদ-আহিনত পকা এবিধ ধান।

থৰ্ম্মাতলী—থৰ্ম্মাধান হোৱা মাটি।

থৰপোকা—ধৰষুণ এবাৰ পাছত থৰ দিলে পাখি গজি উৰি ফুৰা এবিধ পোক।

থদাথদি—প্ৰচুৰ।

থদাহাঁহ—ঘিলা হাঁহ।

থহথহীয়া লতা—এবিধ লতা আৰু তাৰ ফল।

থৰ উহনি—মৃত্যুৰ পূৰ্ব্বে হোৱা শ্বাস।

থহুৱা গন্ধ/থহুৱা-গোন্ধ—গন্ধক

থহুৱা ভেকুলী—চুক ভেকুলী

থন্দা—বাৰীৰ মাজে মাজে দিয়া সৰু সৰু ঢাপ।

থটথটীয়া—টান অথচ পৰিষ্কাৰ।

থলাঘোপা—মাজে মাজে থাল আৰু গোগোল থকা ঠাই।

? থচম—গিৰিয়েক (আমাৰ থচম দুৰ্ভাগী পৰম তেৰাক নাপাইলে লাগ—শুক চৰিত)।

থতৰ—পূজা-সেৱাত ত্ৰুটী হোৱা দোষ।

থহকা ডিমৰু (সং কাকজঙ্ঘা)—এবিধ দৰৰৰ গছ।

? থৌ—থাং, হুকুলি।

## খ

থোপৰা—কোঠালি।

? খাংটা ( খাবটা ? )—চুটি চাপৰ।

খুটীয়া ( খুটি )—জুইৰ ওপৰত চৰু আদি বহুৱা বাঁহ বা কাঠৰ তিনিডাল খুঁটি।

খোদাল—ঘোলা কৰ।

খাবিয়া ( খাবি )—চুটি।

? খাৰকা—পাতেনি।

খাঁৰগাঁঠি—ভৰিৰ সৰুগাঁঠি।

খুজতীয়া—গাৰ ছালত হোৱা এবিধ ঘামচিৰ নিচিনা ৰোগ।

খোহা-খোৱা—চপনীয়া।

খেৰাঘাট—পাৰঘাট।

খাৰশোহা—খাৰেৰে সিজোৱা আঞ্জা।

খুমতীয়া—চিকুট মাৰ।

খানিকমান—অলপ, কিছুমান।

খাখিলোৱা—উশাহ টানি পেট খালী কৰা।

খেচালত—কাষৌ কোকালি।

খিলাৰাৰি—টোলোঠাৰ বিন্ধাইদি সুমুৱা মাৰি।

খাটাবুটা—চুটি-চাপৰ।

খেৰখেৰীয়া—নিচেই পাতল ( পাত্ৰ )।

খেদেলী হাঁহ—পাতি হাঁহ।

খুদীয়া জাম—এবিধ সৰু সৰু জাম।

খুদীয়া বৰল—এবিধ সৰু সৰু বৰল।

খোঁচ্ ( ক্ৰি )—খোঁচনা মাৰ।

খালি—কেবল।

খালি পতুৱা—যি পাত্ৰত শৰাধৰ চাউল থোৱা হয়।

খোটা দিয়া—হেঁকান পৰা।

খোঁহা—পঁজা।

## খ

? খোপ—সাথন, ল'ৰাৰ আখটি।

? খাৰঘৰীয়া ফুকন—খাৰ বাৰুদ আৰু অস্ত্ৰ-শস্ত্ৰৰ ঘাই গৰাকী।

? খণ্ডীয়া ফুকন—ৰাজমাও সম্বন্ধীয়া সকলো কাৰ্য্যৰ আৰু খণ্ডীয়া মেলৰ কুঁৱৰীৰ খেলৰ গৰাকী।

? খনিকৰ বৰুৱা—খনিকৰ আৰু বাঢ়ৈ খেলৰ গৰাকী।

? খোকা হিলৈ—এবিধ সৰু হিলৈ।

## গ

গৰখীয়া ভাৰ—বিয়াৰ দিনা কইনাৰ ঘৰলৈ নিয়া আগভাৰ।

গৰখীয়া সেৱা—গৰখীয়াক দিয়া পূজা।

? গণাল—হিংস্ৰ জন্তু থকা চোং।

গৰচা—ডাঠ।

গবৈ-পেটা—খালৈ-পেটা।

গপ ( বাং গল্প )—মেল।

গড়—চৰা-চাপৰ।

? গম—নাওৰ বেগ।

গ'চ /গইচ—গধুৰ।

গৰিয়া—ক্ষয় নোযোৱা।

গৰীয়া পিপৰা—এবিধ ডাঙৰ কাঠ পৰুৱা।

গঠীয়া ভোজ—তুকপীয়া বিধৰ ভোজ।

? গলঠা—গললৈকে ভৰা।

গলহাড়ি—এবাৰ নোৱাৰা লেঠা।

গন্ধপাত—তেজপাত।

? গৰ্ন্টি—চিপৰাং।

গৰলি খিলা }<br>গৰাপ খিলা } —মাকুৰ ভিতৰত মহুৰা ওলাই নাথাৰলৈ দিয়া পঠালি ঠিলা।

গঠীয়া—অসমীয়া হিলৈ।

## গ

গৰথীয়া কঁঠাল—এবিধ হাবিত গজা ফল।

গঙ্গামুলা—নৈৰ পাৰত গজা মুলাৰ নিচিনা এবিধ বন শাক।

গন্ধচানা—এবিধ কচু জাতিৰ শাক।

গৰব চৈ—বৰ চৈ।

গজ পিপলি—লতা গৰবচৈ লতাৰ নিচিনা লতাবে আৰু এৰাপাতৰ নিচিনা পাতেৰে এবিধ লতা ফুল।

গলকণ্টকীয়া—ডিঙিৰ ভিতৰত হোৱা ফোৰ।

গল শলথা—ডিঙিৰ ভিতৰত উথহি বেদনা কৰা ৰোগ।

গছা লেং—গাত জ্বৰ উঠি নমতা নোবোলা হৈ মানুহক কামুৰিব খোজা ৰোগ।

গহীলা/গাহীলা—গহীন।

গাছ—কুঁহিয়াৰ পেৰা শাল।

গোঠ—গৰুৰ ঢল, গৰু চৰা পথাৰ।

গোবটা—গৰু অনা-নিয়া বাট

গোবৰি—গৰ্ভৰপৰা ওলোৱা বীজল।

গুৰুকা ( গৰকা )—গচকা।

গুল—খামা, বেৰি।

গেৰুৱা—খবুৱাৰ তলত দিয়া পথালি গড়।

গেন্দেহ—কেতাহি।

গাউৰি—কোনো বস্তু পাবলৈ ল'ৰা-ছোৱালীৰ অক্ৰান্তি

গেৰা—গেদেৰি।

গীতালী—গীত গাব পৰা মানুহ।

গিৰস্থ (গৃহস্থ)—এঘৰ গিৰী, ; ঘৰৰ মুল মানুহ ; স্বামী (স্ত্ৰী-গিৰাতেনী)

গুটীয়া—দুখন ভৰি লগ লগাই বন্ধা জৰি।

গুটীয়া মাৰ—দুখন ভৰি গোটাই বান্ধ।

গুণীন—গীত-বাদ্যৰ ব্যৱসায় কৰা বৃত্তান।

গেজেলা—হেঁকান।

## গ

গাদ্‌লা—ফটা কানি সী কৰা ডাঠ কাপোৰ, কঁথা।

গাৰীয়া—গা থকা মানুহ ; কামকাজ নকৰি গা দেখুৱাই ফুৰা মানুহ।

গুলাচ—দোলাত ব্যৱহাৰ কৰা ৰেচমী কাম কৰা জোলোম।

গুলাছ—দোলাত ওলোমাই ৰখা কলচি।

গা-টোকা—গা-মোছা।

? গা-গোটেনীয়া—স্বাৰ্থপৰ ; কেৱল নিজৰ কাৰণে চিন্তা কৰা।

গা ঢালি—পূৰ্ণ উচ্ছাহেৰে।

গোৰেহীয়া }
গোৰেহী } গুৰিৰ ফালৰ মোটা কাঠ বা বাঁহ ; ডাঠুৰা শকত-আৱত ; গণ্য ; বিবেচনা।

গো-বধীয়া—গো বধ কৰা লোক।

গেলিপচি—বেৰাত দিয়া টান গাঁঠি।

গোমা গৰু—একো নজনা, অজগৰু।

গুৰি ধান—গুটি ধান।

গোটেনীয়া—সম্পূৰ্ণ।

গেদিমেদি—গেৰেউ গেথেউ।

? গোন্দেৰা পিট—ফেৰ পাত ( মেকুৰী )।

গোবৰ থেপিয়া—গেঁৰ সৰি অলপ ডাঙৰ হোৱা ( পোৱালি। )

গেঁৰটেপীয়া ( গেন্টেপা )—গেৰ ওলোৱা অৱস্থা।

গোট-গুটীয়া—ফটফটীয়াকৈ এটা এটা হৈ ওলাই থকা।

গিৰী-ঘৰীয়া—গিৰী ঘৰৰ মানুহ।

গেৰিয়া-গেৰি—ৰিঙিয়া-ৰিঙি।

গাইন বাৰি—উৰাল বাৰি

গেন্দেলা বতৰ—গোথোলা বতৰ

গোৰালাঠি—ভৰিৰ গোৰোৱাবে মৰা লাঠি।

গোবৰ লকৰা—গুৰিপকৰা

গোগ/ঘোগ—দুই পৰ্বতৰ মাজৰ ঘুলিঠাই।

গোগল ( গোগোল )—কেঁকোৰাৰ গাঁত।

গ

গোদোঃ গোদোঃ—কঠুৱা শব্দ।

গোধা চিলনী—এবিধ সেন জাতিৰ চৰাই।

গুৱা টোকোৰা—তামোল বা নাৰিকল জাতীয় গছৰ পাতত ওলোমাই বাহ সজা এবিধ সৰু চৰাই।

গুৱা-পাণ কটা—কন্যা সোধা।

গুৰগুৰীয়া—আগৰ গিৰিয়েকৰ ল'ৰা।

গেলামাহ }
গাবোমাহ }—অৰহৰ, মিৰি মাহ।

গা স্থৰি যোৱা }
গা সং যোৱা }— তিৰোতাৰ ৰজস্বলা হওঁতে বা আন সময়ত অধিক পৰিমাণে ৰক্তস্ৰাৱ হোৱা ৰোগ।

গো জিভা—নাভিৰপৰা মঙ্গহ বঢ়া ৰোগ।

গুঙৰী—ওজাই গোৱা পদৰ একৰকম ৰাগ।

গেঙেণি—গোঁ-গোঁৱনি, মুখত সোপা দিয়া মানুহ বা জন্তুৰ মাতৰ শব্দ।

গাদী ঘৰ—চ'ৰাঘৰ।

গিৰী খোৱা—গৃহস্থি ধ্বংস কৰা (মানুহ)।

গা বান্ধ—কোনো দেও-ভূতে নধৰা কৰি শৰীৰ ৰক্ষা কৰ।

গুমুতকৰি—তৎক্ষণাৎ।

গোধা শিমলু—গুটি নলগা শিমলু গছ।

গোধা জাম—গুটি নলগা এবিধ বনৰীয়া জামু গছ।

গুদা—খেৰ তুঁহ আদিৰ শুকান সৰু সৰু খণ্ড।

গা খৰা—জলসাৰ, বহুমূত্ৰ ৰোগ।

গুবৰ গুঠা/গোবৰ গুঠা—শুকান গোবৰৰ লদা।

গাঁঠীয়া শিৰা—গাঁঠীয়ে গাঁঠীয়ে হোৱা এবিধ বিষ বেমাৰ।

গুৱালা সাপ—এবিধ বিষ নথকা সাপ।

গুৱালনি—এবিধ ফৰিং জাতীয় পোক।

? গেৰ্নিয়া, গেঢ়েনিয়া—ফালিব বা কামত লগাব নোৱাৰা কাঠ বা বাঁহৰ ডোখৰ।

গ

গেলপেনি—গুলমুলি, গৰমত হোৱা উহমুহি

গুলমুলি—গেলপেনি।

গালপতা—ঘোঁৰাৰ গালত লগোৱা পটী।

ঘ

? ঘটস্রৱা ধেনু—গাখীৰ নোহোৱা দীৰ্ঘাতী গাই।

ঘৰাহ বাঁহ—মকাল বাঁহ

ঘৰজীয়া—ঘৰজোঁৱাই

ঘৰ খা—পোহ ল।

ঘঁটীয়া শিঙৰা—ঘাটে ঘাটে ফুৰা শিঙৰা মাছ।

ঘাৰদানা
ঘাৰ মুঠা } —বা-বিচনী

ঘাগৰি—পিতলৰ কলহ।

ঘাটুৱৈ—নদী পাৰকৰা ৰজাৰ বিষয়া; নাৱেৰে পাৰ কৰোঁতা।

ঘিউধনী—দেৱালয়ত ঘিউ সোধোৱা বাব।

ঘেচকলি—কাঁচকলি; পানী-কুঁহি।

ঘিটমিট—ঘৰ এন্ধাৰ।

ঘুটা—নাকৰ ভিতৰৰ নোম উলিওৱা সৰু চেপেনা।

ঘুঁহী—গোবৰ গুঠীৰ জুই।

ঘুঞ্চা—এবিধ দীঘলীয়া ফিটা।

? ঘাগী—টেঙৰ [ শ্ৰীমদ্ভাগৱত, দশম স্কন্ধ ]

ঘেলেংপেলেং—গা ঘাটি পৰি হোৱা দুৰ্ব্বলতা।

ঘুগুৰীয়া—বীজলুৱা, ঘুগুৰে ধৰা।

? ঘেৰামী—ফাণ্ট্ মানুহৰ কাম চোৱা বিষয়া।

ঘাৰেমুৰা—ডিঙি চুটি গাৱাল মানুহ।

ঘোৰাবাক—ঘোৰাৰ নিচিনা এবিধ মাছখোৱা ভূত।

ঘেচেৰীয়া—ভালকৈ পুৱৰ নোহোৱা। আপইতা।

## ঘ

ঘাৰচুকা খা—ঠগত পৰ।

ঘোঁৰা দিয়া এৰা—তুপতীয়া এৰা পুলি।

ঘুমে-খাইতী—খালৈভাঙী মাছ।

ঘনবিলাহী—ঘৰকৈ ধুনমৰা মানুহ।

? ঘাই খা—জোৰা খা।

ঘোচা—খং, ঠেহ ; হাত মুঠি মাৰি কৰা আঘাত।

ঘেচুলী—কেঁচেঁক ?

? ঘোপ—ঢাকোন।

ঘটি—সময় ( ঘণ্টা )।

ঘুমেগৰীয়া—দিনে-ৰাতি শুই থাকিবলৈ ইচ্ছা কৰা মানুহ।

ঘোৰা-বাগৰ—অলপ বেলি শোৱা কাৰ্য্য।

ঘাওমুৰা—দহ ঠাইত মাৰ খাইও মাৰলৈ ভয় নকৰা।

ঘিটিং—গুচি যা।

ঘোলোং—তাকৰীয়া পানী থকা জোলা।

## চ

চকলং—টাই জাতিৰ আহোমৰ গান্ধৰ্ব্ব প্ৰথাৰে হোৱা বিবাহ কাৰ্য্য ?

চমুৱা কুঁৱৰী—ঘাই কুঁৱৰীৰ বাজে আন কুঁৱৰী।

চলং ঘৰ—ৰজাৰ দেৱানখানা।

চমুৱা—কাঁড়ীৰ উপৰি বিষয়া।

চলকৰ—আহ-যাহ। চলাচল।

চকু লাগ—অলপ টোপনিৰ ভাব হোৱা।

চমাহ—এবিধ তিনিপহীয়া পাতেৰে বন কচু।

চৰাই আঠীয়া—বঁজা কল।

চৰপতী—বেতৰ বিচনী।

চমৰীয়া—খুদথহু।

চকা—বেলি, সূৰ্য্য, এবিধ চৰাই। ( চোকা চৰাই ? )

## চ

চক—চাৰিচুকীয়া ঘৰ; চাৰি আলিৰ মূৰ।

চতুৰে—এবিধ পেটত হোৱা পেলু।

? চতৰা—দুষ্ট।

চচলাঁ—এচলীয়া।

? চৰমোহ ( চৰমেহ ? )—আপুনি গজি আপুনি মৰি জহি যা।

? চেন—কোনো কথাৰ সিদ্ধান্ত।

চেঙা—জুইৰ তাপ লাগি পোৱা দুখ।

চাংকাকতি—কাকতিসকলৰ উপৰি বিষয়া ?

চাট—চাউল, ডালি ঢেঁকী বা উৰলত চৰিয়াই চোকোৰা বা মণি গুচা।

চাব—আঙঠি; যেনে, সিকি চাব।

চেনা—পলুৰ লাদ।

চৌঠা—চাৰি ভাগৰ এভাগ।

? চেচু—টেটুৰ মূৰেদি ওলোৱা আঠা।

চাকু—চুৰী, কটাৰী।

চোকা—এবিধ সৰু চৰাই!

চিয়া—ভকতীয়া গীত।

চান—কুৰি বা এশৰ লেখ বুজাবলৈ কৰা সৰু সৰু

চাঁচি—ধুমুহা বতাহ।

চুভিয়া—পানীত গৰা মাৰি ধৰ।

চোৰলি—এবিধ আঙ্গাত দিয়া সুগন্ধি বাগৰ।

চেথেৰা—পিজলা ওকণিতকৈ ডাঙৰ ওকণি।

চোহোৱা—এবিধ মাছ ধৰা যতন।

চিপিৰা—কটকিনা, কৃপণ।

চাহন—জাক, পৰিয়াল, হাতীৰ পাল।

চেকৰ ( চেকোৰাৰ )—চকোৰা বেৰা।

চাটুলী—সোণ-ৰূপৰ কাম কৰা সৰু মিহি হাতুৰী।

## চ

চালিয়া—আগচালী।

? চেৰকি—এবিধ খাৰবাজী, চক্ৰবাল।

? চিনলা—ব্যভিচাৰ দোষ।

চেলনি—শেলুৱৈ, ফাকি দিয়া কাৰ্য্য।

চেঙেৰি ফুটীয়া—মিঠৈ পগোৱাত উঠা ফুট।

? চকৰা ফুকন—ৰৰবকৰাৰ চ'ৰাত বহি মেল সোধা বিষয়া; এই মেলত ঘাইকৈ ছজন বিষয়া আছিল।

চৌপাত—বুঢ়া বয়স (গৰুত খাটে)।

চৌছিৰিলা—চাৰি ডোখৰ।

চৌফালা (চৌফাল)—চাৰিফাল।

চৌমুখা
চৌবাটী } আলিৰ মূৰ।
চৌআলি

? চৌতাল—ওজাই গোৱা পদৰ সুৰ।

চান খেৰ—ঘৰ চোৱা খেৰ।

চুন্দুৰীয়া—লাজুক।

চুপুলনি (চুপ্‌লনি)—দিওঁ দিওঁ বুলি ফাকি দিয়া কাৰ্য্য।

চামদলা—ঘাৰ ওপৰত বান্ধ যোৱা ছাল বা চোকোৰা।

চুমহি কুট—সৰু সৰুকৈ কুট।

চুচি কটা—নিমজ (মুখ)।

চোপা দিন—ওৰে দিন।

চোপা ৰাতি—ওৰে ৰাতি।

চাল বাৰি—চতি বাৰি।

চুৰবি উঠ—উতলি পৰ।

চিকৰথী—বনৰীয়া মৰাপাট।

চেকাচেলেমা—এবাৰ ওলোৱা এবাৰ নোলোৱা (ৰ'দ)।

চুকচুন্দুৰী—এন্দুৰ, চিকা।

## চ

? চোলাধৰা ফুকন—স্বৰ্গদেৱৰ সাজপাৰৰ তত্ত্বাৱধাৰক আৰু সেই কামৰ গৰাকী।

চেকচেকীয়া—এবিধ চৰাই।

চিত্‌লেণ্ডীয়া—মুখ বহলা।

চেপাকুন্দা—নিগনি মৰা শাল।

চেৰাঘাম—বৰকৈ ওলোৱা ঘাম; ঘাম ওলাই যোৱাৰ পাছত ওলোৱা ঘাম।

চেৰা ঢেঁকীঠোৰা—খয় যোৱা ঢেঁকী ঠোৰা।

চুৰা ফুৰি—শৌচাচাৰ।

চন্দিয়া—ফাকি দে।

চাৰ গাঁঠি—খোৰোচা গাঁঠি।

চেচু খাৰ—পানীত গজা এবিধ পুণিৰ নিচিনা শাক।

চানমুৰা (সং চন্দ্ৰ)—চিকণমুৰা।

চেঙামোৰ—গাত কাঁইত থকা এবিধ বন কচু।

চিকছু আলু—এবিধ গছ আলু।

? চেপ্‌তি কপাহ—এবিধ কপাহ, ইয়াৰ সূতাৰপৰা ব্ৰাহ্মণৰ লগুণ তৈয়াৰ কৰা হয়।

চান্দ—অকলবীৰ শ্ৰেণীৰ বৰ উৎকট তিতাৰ ক্ষুদ্ৰ গছ।

চামৰ টাক—কদ্ৰাক্ষ কাঠ।

চেনা বাখৰ—যথাৰ।

চেকেহি উঠ—শিয়ঁৰি উঠ।

চাল্লা (চল্লা?)—ফাঁকি।

চাৰ কপাল—দুৰ্কপাল।

চাৰ কপলীয়া—দুৰ্ককপলীয়া।

চোপায়া—সৰু চালপিৰা।

চিচাগেলেন্দিয়া—একে সমান নোহোৱা (সূতা)।

? চিৰিং ফুকন—আহোমৰ পূজা-সেৱাৰ কাৰ্য্য কৰোঁতা খেলৰ বা

চ

দেওধাইসকলৰ গৰাকী ; এওঁৰ গাত বুৰঞ্জী লিখাৰ ভাৰ আছিল ।

চিলিঙি বেৰা—ঘৰৰ হাউলি বেৰিবলৈ দিয়া দীঘলীয়া বেৰা।

চেকেলি কন্দা আলু—এবিধ কেঁচাই খোৱা বঙা আলু।

চৌমাখ—চাৰি আলিৰ মুৰ ।

? চাৰিখুঁটি/চৌখুঁটি—মৰিশালিত মৃতকক যি চাৰিটা খুঁটিৰ ভিতৰত চিতাত তুলি দিয়া হয়।

চালনী—বিয়াহৰ ওজাৰ এটা ৰাগ।

? চাৰিং ফুকন—চাৰিঙীয়া ৰজাৰ মেলৰ গৰাকী।

? চ্ছাও ফ্রাং ফুং ( আহোম )—চ্ছাও (দেৱতা) ফ্রাং (বিস্তীৰ্ণ) মুং (দেশ) দেৱতা বিস্তীৰ্ণ দেশৰ লোক ; বুঢ়া গোহাঁই।

? চ্ছাও থাও লুং ( আহোম )—চ্ছাও (দেৱতা) থাও (বয়সীয়া) লুং (ডাঙৰ) দেৱতা বয়সীয়া ডাঙৰ-লোক ; বৰগোহাঁই।

ছ

ছকঠীয়া—সক খনীয়া।

ছাঁচ—চেচুঁক ।

ছাটি—নেজৰ কোৰ ।

ছাঁট—দল, বান্ধোন, ঐক্য।

ছানি—চকুৰ মণিত হোৱা ৰোগ ; বিয়পি ( ক্রি )।

ছা-ছলি—ল’ৰা-ছোৱালী, সতি-সন্ততি ; সন্তান।

ছিলান—বান্দী ।

ছুটা ( চুটা ? )—চেলু।

ছোট—আঘাত

ছানা-পোনা—সতি-সন্ততি ।

ছায়া দকঁ—দেওধাইৰ সম্মোহন (?)

## ছ

ছান্দনি-সৰকা—ছান্দনিৰ তলেদি সৰকা এবিধ খেলা।

ছাইন
ছাইন মাৰা
ছালিমাৰা } ৰভা ; কোনো উৎসৱৰ উপলক্ষে বাহিৰলৈ সজা চালি।

ছুটীয়া গাঁঠি—এবিধ গাঁঠি।

ছাট ভাং—ছিলিমত লগাই খোৱা ভাং।

ছাগলতি—ছাগ-লাডুৰি।

ছিৰা কানি—ফটা কানি।

ছেতাৰ—( ছঃ-তিনি, তাৰ,-গুণা ) বীণা যন্ত্ৰ (?)

## জ

জলকুঁৱা—পানীত দিয়া কুঁৱলী।

জৰ-যখ—কৰাইচ, জলন্ধা।

জঁকী—দেওধাই।

জগা/জাগনি—জাবৰৰ ধোঁৱা।

? জণ্ঠা—কেৰোণ।

জঠীয়া—জলক্-তবক্ দি বহি থকা।

জলন্ধা—জলহু।

জলীয়া—টিঙিৰি ( ? ) ; বাঁহ বা বেতৰ সজুলি ; বেতৰ শিকিয়া।

জঘুৰা—গজাল তোলা চেপেনা।

জৰীয়া—জৰিৰ নিচিনা সহজে নিছিগা।

জঙ্গলী ভাং—ছাটু ভাং।

জল ভৰত—একো কাম কৰিব নজনা লোক।

জঁটৰা পহু—এবিধ শিঙাল পহু।

জৰা ধান—আপোনা-আপুনি গজা ধান।

জয় পাল—কণী বিহ।

জথম—এবিধ গোটা খাৰ (?)

জ

জমু—সুন্দৰ ( স্যমন্ত হৰণ )।

জাঁই—গুলী চলোৱাৰ প্ৰতিবাৰ।

জেক—জেং।

জিমা—জীপ ল ।

জাব—চোক।

জোঙা—এবিধ কছাৰী মদ।

? জাঁপ—সুদ।

? জাল—পৰিষ্কাৰ কৰ।

জালি—জাপিৰ খলপ।

জাবি—জিভাত বন্ধ খোৱা মলি।

? জোলা—দৌৰাৰ।

জুলি—পানী যোৱা সৰু নলা।

জোহ—জুপুৰি হাবি।

? জেঙ্কা—জেঙা, লেঠা।

জেলেং—জালৰ নিচিনা কৰি সজা বাহঁৰ ঢাৰি ; জেঙেলা।

জেকেৰা—ভেকাহি।

জোবোকা—জোবোৰা।

জাবৰি/ডাবৰি—কুঁহিয়াৰৰ ৰস চেপি উলিয়াই এৰা অসাৰ ভাগ ;

জুগুন্দি—জুই লগাবলৈ ধান খেৰৰ পকাই বন্ধা আটি ; জুমুঠি।

? জাইল—দল ; সমনীয়া।

? জাঠাম—পানীত তল নোযোৱা মাটি।

জিবেঠী—কুঁহিয়াৰতলীৰ পানী যোৱা নলা।

জেলেঠী—কলা-ঠোৰাৰ সুত।

জাঁকিয়া ( জাঁকি )—মিঠৈ পগোৱাত ব্যৱহাৰ কৰা বিন্ধা থকা কোৰোকা বা হেতা।

জিকনি—চেকনি।

? জোঁৱাৰ—এবিধ মাছ হনা যতন।

## জ

জিপিনা—দুটা মুৰ লগ লগাবলৈ দিয়া জোৰা (?)।

জেঁজেলা—জালৰ নিচিনা কৰি সজা বাঁহৰ ঢাৰি। জেলেং।

জামিলে ( জামালেই )—উঁই জাতিৰ বঙা পোক।

জালীয়া ( জালি ) ঘৰ—মিঠৈ পগোৱা ঘৰ।

জালী ( জালি ) গাঁতা—মিঠৈ পগাবলৈ কৰা ডাঙৰ গাঁত।

জিকিৰি—জালীয়া গাঁতৰ চৰিও ফালে দিয়া সৰু উধান।

জোৰ খা—ঘাই খা ; সহবাস কৰ ( সাপ আদিত খাটে )।

জাহ দে—আত্মঘাতী হ।

জাল-দিয়া—খাৰৰ আঙ্গা।

? জাহুৰা দে—আপোনা-আপুনি জহি যা।

জাতিয়াৰ—এবিধ ধান হানি কৰা বন।

জুলি বোকাণ্ডি—টালি-টোপোলা।

জাতি-চম্পা/জাতি-চপাঁ—এবিধ সুগন্ধি চম্পা ফুল।

জাতি তেল—সৰিহৰ তেল, মিঠা তেল।

জোনে শামুক—এবিধ জোনৰ দৰে ধুনীয়া শামুক।

জাঁপ-জৰী—ল'ৰা-ছোৱালীৰ ডিঙিত আঁৰি দিয়া কৰচ আদি।

জোবোক-তোবোক—কাকো নামাতি-হুবুলি থকা অৱস্থা।

জোকাৰকাৰ—চাৰিও ফালৰপৰা বেক্‌বেকাই উঠা।

জাপৰা-জুপুৰা—জোপোহা-জুপুহি গছ।

? জালিয়াজালি—বকাবকি।

জেকেৰা-জেকেৰি—কেটাৰ-জেঙাৰ ; কেটেৰা-জেঙেৰা।

? জাৰোৱান—জাৰণিত থকা ; জাৰমহীয়া।

জিলু-কামি—খবুৰাৰ মুখত দিয়া কামি।

জৰা ধান—আপোনা-আপুনি গজা ধান।

জোঁৱৰা—শাকপাত আদি পানী নিদিয়াকৈ এনেই সিজোৱা।

? জাউৰীয়া মাটি—চাহ মাটি।

জাউৰীয়া মাছ—নাৰ জাতীয় মাছ

## জ

জাব শিয়ৰী—লাইজাবৰী শাক।

জাঙঠা—শিশুৰ অৰ-হাগনি, হৃদ্ ঘোৰ।

জোৱালী—সঁজুলি ( আদি পৰ্ব্ব, ভীষ্ম-পৰশুৰামৰ যুদ্ধ )।

জুমক হিলৈ—এবিধ অসমীয়া হিলৈ।

জালি তাঁত—ছোৱালীক নতুনকৈ শিকিবলৈ পাতি দিয়া সৰু তাতঁ।

জীয়াৰ—খেতি-পথাৰত গজা এবিধ বন।

জালচকৰীয়া—এবিধ চৰ্ম্মৰোগ।

জেলু ( জীলু )—এবিধ কেচু জাতিৰ পোক।

জঁাউ/ঝঁাও—পিতলৰ ডাঙৰ টৌ।

জীবিণ—দ্রব্য হৈ শৰীৰত লয় পোৱা।

জীউড়াঁৰী—অণ্ড।

জোঙা কচু—চেঙামৰা।

জোনাকী কচু—গন্ধচানা।

## ট

? টল—মেল, বিস্তৃত কৰ।

টনকা—কচকা।

টোঙু—ছিঙু, তুলি আন।

টাৰী—গাঁৱৰ সৰু খণ্ড।

টিলা—চুটি-চাপৰ।

টৈৰ—গম।

টিকি—গোৰ, বিণ্ডি।

টেকি—চেঁচা ; জুৰ।

টিপিৰা—টিলা, চুটি-চাপৰ।

টেকুৰ—দামুৰিক চৰিবলৈ দিয়া দৰথ।

টোপা—টোম।

টপীয়া—থুৰীয়া ( তামোলত থাটে )।

## ট

টোঙৰা—টেকেনীয়া, ডেকা লৰা।

টুকুৰা ( টকুৰা )—টাকুৰী। এবিধ বন।

টিবিকালি—কথাৰ টিপতে বুজিব পৰা গুণ।

টোকনিয়াৰ—টোকানেৰে ঘুঁজিব পৰা বা টোকান ঘুৰাব পৰা লোক।

টাং-বেজালি—দুষ্টালি।

টোপা গাঁঠি—এবিধ গাঁঠি।

টুপটুপীয়া—ওপৰমুৰীয়া।

টুলা টেঙা—নেমু টেঙা।

টোকটুকীয়া—বৰ পিছল।

টোকৰী লতা—আউনী পাণ।

? টেকেলীয়া লেং—ল'ৰা-ছোৱালীৰ জৰ-হাগনি।

টিৰ টিৰীয়া—লেংলেঙীয়া।

টেটভেট—চালাক-চতুৰ।

? টুৰালী—বাঙলী ( তেজত )

টাকঁ শাল—সোণ-ৰূপ আদিৰ মোহৰ প্ৰস্তুত কৰা যন্ত্ৰ।

## ঠ

ঠৰিহা—ভালকৈ নিসিজা মাহ আৰু চাউল আদি ; হটা।

ঠকৰা—দাঁতৰ গুৰিৰ মঙহৰ পাৰি।

ঠাক—পোন ; যেনে, যুঁজৰ সময়ত মহৰ শিং ঠাক।

ঠেঠা ( ঠুঠা )—কোঙা।

ঠেহেলা—লেহেম।

ঠোঠনি শাক—মৰলীয়া শাক।

ঠোৰকা—জালৰ টনি ভৰোৱা বাঁহৰ চুঙা।

ঠাঠ—গঢ়।

ঠোঁহা—চৰাইৰ মুখত যিমান ধৰে সিমান ; কাগজৰ সক মোনা।

ঠোঁহা-ঠুঁহি—খাবলৈ কৰা কড়া-কড়ি।

## ঠ

ঠোহোৰ-মোহৰ } একো নামাতি-মুখুলি বোহ পাতি বহি থকা
ঠোহোৰ-ভোহৰ } অৱস্থা।

ঠেনা—ঠেঙুলি।

ঠেপঠেপীয়া—অস্পষ্ট (আথৰত থাটে)।

ঠোপোৰা—ভোটা; বাঢ়িব নোৱাৰা।

ঠিকিনা—মঙ্গল।

ঠেম্‌হা—বীজলুৱা বস্তুই মুখত হেঁচা মাৰি ধৰা অৱস্থা।

ঠাকুৰ সেৱা—সত্যনাৰায়ণ পূজা।

ঠাটি—থেহ।

ঠোপোনা—একেটা ঠালিতে লানিকৈ লগা ফল বা ফুলসমূহ।

ঠোহোলা গালা—ওফোন্দা গালা।

? ঠেনা—নিচিনা।

? ঠুকুৰা—নেওচা।

? ঠুকি সোণা—এবিধ কাণত পিন্ধা অলঙ্কাৰ।

? ঠাকাৰা দি উঠ—ঠন ধৰি উঠ।

ঠাঠিয়া চৰ—ডাঙৰকৈ মাৰা চৰ। (ঠাঠিয়া চৰত আঠীয়া বাহিৰ কৰা)

ঠোকা—কাপোৰত দিয়া ফুলৰ থাপি।

ঠোঠমলা—কহিমলা গছ।

? ঠেংপি—ভৰি পাথান।

ঠুৰী পাত—নকৈ ওলোৱা কোমল পাত।

ঠেং পিছনা—ভৰি-পাথান।

## ড

ডথলা থাৰ—পগাই গোটা কৰা থাৰ।

ডঠুৰ—টান।

ডগ—বোল বং।

ডঁৰ—গোঁসাইৰ সিংহাসনৰ ওপৰত দিয়া সোণ বা ৰূপৰ ঘুৰণীয়া কলচি।

## ড

ড'ৰিকা দুৱাৰ—ৰাজ হাউলিত সোমোৱা মাই দুৱাৰ।

ডক—ৰে ওধনীৰ মূৰ্চ্ছা।

ডৰকেঁচা—ৰোগ হৈ নপকাৰ নিচিনা হোৱা।

? ডকৰ—খকজা।

ডলা কটা—পহুমৰীয়াবিলাকে আন্ধাৰ ৰাতি পহু-চিকাৰ কৰিবলৈ যাওঁতে. এজন মানুহে এখন চাকি-লগোৱা-ডলা মূৰত লয় আৰু সোঁহাতে এটা ঘণ্টা বজাই যাবিৰ ফালে গৈ থাকে। আইন এজন মানুহে ডলাখনৰ ছাঁত আঁৰ হৈ হাতত এখন চোকা অস্ত্ৰ লৈ থাপ পাতি গৈ থাকে। বনৰীয়া জন্তুবোৰে শব্দ শুনি ভেলেঙি লাগি ওপৰলৈ চাই থাকে; সেই ছেগতে অস্ত্ৰ লোৱা মানুহটোৱে অস্ত্ৰেৰে ঘপিয়াই পহু চিকাৰ কৰে।

ডঙা—হাল বাবৰ উপযুক্ত কৰ (বাজন গৰুত খাটে)।

? ডৰল—কটা কাপোৰৰ এক খণ্ড।

ডাঙ্গ—নাৱৰ বাৰৰ ওপৰত ইবাৰৰপৰা সিবাৰলৈ দিয়া পথালি গড়।

ডেৰিয়া—টৈমা।

? ডিঙ্গা—বাঁহৰ চুঙা।

ডেনা—ডেউকা, বাউসী।

ডেনা ৰেৰা—থকা ঘৰৰ দুৱাৰ-মুখত দিয়া আঁৰবেৰ; ঢাপলি বেৰ।

ডকা দিয়া—এবিধ বিষাল পকৰা, অবয়সতে মৰা ল'ৰাৰ প্ৰতি ব্যৱহাৰ কৰা (বাপেক-মাকৰ দ্বাৰা) মাত।

ডাকাল—মৈৰ আৰু ডাকুৰাত লগোৱা জৰি।

ডাকুৰা—মৈৰ ডিলা।

ডেং—দুই ভৰি বহল কৰি মেলি দি কোনো বস্তুৰ ওপৰেদি পাৰ হোৱা।

ডালি (দালি ?)—দলি উলিওৱা মাহ।

? ডালিয়া—তেল পেৰাৰ ভিতৰত যাঠি বহুৱা সৰু কাঠৰ খোলনি; ইয়াৰ দ্বাৰা তেল বাহ হৈ ওলায়।

## ড

ডেঙেৰি—কলিজা।

ডাব্‌চা—ৰবচা বন।

ডাঙ্কা—ভাল বা বেয়া কাৰ্য্যৰ ৰটনা।

ডাকল কেঁচা—সমূলি পুৰথ নোহোৱা।

? ডাত—দাবি দে ; শাসন কৰ।

ডাতি ( দাতি ? )—আমনি, বেজাৰ, দিগদাৰ।

ডাং মাৰি—ব-গৰকাৰ মাজত পথালিকৈ দিয়া মাৰি।

ডাল বাঁহ—গোটা দীঘল বাঁহ।

ডাল ধোৱা—মুকলি পানীত ভালকৈ ধোৱা।

ডাৰিকা ডুবাৰ—বাজ হাউলিত সোমোৱা ঘাই ডুবাৰ। (দৰিকা ডুবাৰ ?)

ডেকা মেল—মিকিৰ-লালুংসকলৰ পূজা-সেৱা সম্বন্ধে পোনতে যি মেল বহে।

ডাঁৰ ঘোৰা—ডাঁৰ বাবলৈ নাওৰ বাৰত লগোৱা ডুচটা কাঠৰ টুকুৰা।

ডালি ফুট্—নতুনকৈ দাঁত গজ ( ঘোঁৰাত খাটে )।

? ডাবেঁকে পৰেকে—এক দণ্ড আৰু এক পৰৰ পাছত।

ডাং কোবোৱা—পৰৰ ঘৰে ঘৰে চহলা-মহলা মাৰি ফুৰা লোক।

ডাল থাৰু—ৰূপৰ এডলীয়া গোটা থাৰু।

ডোপ খচা—ৰৰকৈ খচা।

ডোম-চোৰাত—বাঘ চোৰাত।

? ডাঁৰি—বিৰাম চিন ( । )।

## ঢ

ঢৰীয়া—এবিধ ডাওৰ নিগনি।

ঢবালতীয়া—জলা নথকা ( পাণত খাটে )।

? ঢেয়না ( ঢেমেনা ? )—বাঁৰী তিৰোতাক ভাৰ্য্যা স্বৰূপে ৰখা মানুহ ( স্ত্ৰী, ঢেয়নী )।

ঢেহেৰা—গাত বল-শক্তি নথকা ; মোটা মানুহ।

## ঢ

? ঢেঁঠ—কাম কৰিবলৈ বাগি দি ফুৰা মানুহ।

ঢালুৱা ( ঢালু—এঢলীয়া ; সাঁচত ঢলা ধাতুৰ পাত্ৰ।

ঢেপেচা—পথালি বহল।

ঢেঁহা—ইজনে সিজনৰ ওপৰত দায়িত্ব অৰ্পণ কৰা কাৰ্য্য। এজনে আন এজনক পাচিলে সিজনে আকৌ তৃতীয়জনক খোলা বচন।

ঢিমা—চপৰা ; পনীয়া বস্তু গোট মাৰি হোৱা লাড়ু।

ঢোল বিৰি } ঢঁৰীয়া বিৰি।
ঢোল মাদলী }

? ঢেৰকি লো—কোনো অস্ত্ৰ প্ৰস্তুত নকৰা লো। নতুন লো।

ঢুলনি—হেন্দোলনি।

ঢেপা—ঢিলা, লেহেম।

ঢেপা ঢোল—ডাঙৰ মুৰৰ ফালে ডুতৰপ ছালৰ মাজত পানী ভৰাই লৈ বজোৱা এবিধ ঢোল।

ঢেখাল ঢোকা } পৰৰ ঘৰে ঘৰে ফুৰা ( সোৰোপা ) মানুহ।
ঢেখেলীয়া }

ঢেৰমেৰ থা—বৰকৈ পৰিশ্ৰম কৰাৰ পাছত ভাগৰ লাগি দীঘল দি পৰ।

ঢেকেৰা মাছ—ভকুৱা মাছ।

ঢিকা—খুন্দা

ঢাক—খেদি আন।

ঢাচা—ৰীতি।

ঢৌ—সোণ-ৰূপ জোখা সক সক ডগা (?)

ঢঁহ—গৰা খহাদি খহি পৰ।

ঢঁাচ—সাঁচ, ধৰণ।

## ত

? তক্ষকাদি—নীলাচল পৰ্ব্বতৰ পশ্চিম দিশৰ পৰ্ব্বত :

তৰাবোল—নক্ষত্ৰসমূহ ?

## ত

? তকুৰা—শলাকঠীয়া বনৰ আলু।

তম্‌গম্—হিতাহিত।

তলফিছ—তলপোন্ধ, লেংটি।

? তলপেনী—লুকাই খোৱা জলপান।

? তৰি—ডাঙৰ বোজা।

তৰিয়া—পানীৰপৰা তোল।

তণ্ডৰা—ডেকা, যুবা।

তঙ্কা—টকা। টকা?

তৰভেটাই—এবিধ সুগন্ধি ফুল।

তীথাচূৰ—তীথা তপতাওতে বাহিৰ হোৱা অসাৰ ভাগ।

তালজুৰীয়া—মকুৰাৰ পাতৰ দৰে পাত থকা এবিধ পানীত গজা বন।

তেজগ্ৰহনী—তেজসাওঁ পৰা এবিধ হাগনি ৰোগ।

তাওনি—পানী তপত কৰা ধাতুৰ পাত্ৰ।

তেলৰ ভাৰ—বিয়াৰ উপৰি দিনা কন্যাৰ ঘৰলৈ পঠোৱা ভাৰ। জোৰণ।

তুৰুপীয়া—অমুষ্টুপীয়া।

তীথ্‌ৰে তীথ্‌ৰে—দৗাই দৗাই ( হাক দিয়া। )

তেজেতীয়া—জাতিৰ ঠিক নথকা।

তেলধনী—দেৱালয়ত তেল সোধোৱা বাব।

তোল-নোতোল—এবিধ খেলা।

তালী—তাল বজোৱাত পাৰ্গত লোক।

তোমৰোল—কুমৰধ্বনি, হাইউৰুমি।

তুহ নথ—অলপ বাঢ়িলেই ছিঙি যোৱা নথ।

তামুলী শগুণ—বিট্‌ শগুণ।

তামুলীয়া—তামোল ৰৱণীয়া। তামোলৰ সমান ডাঙৰ।

তাৰা আলি—খেতি-পথাৰৰ মাজত থকা সৰু আলি।

## ত

? ত্ৰিদশাচল—চিত্ৰকূট ( শবৰীয়া ) পৰ্ব্বতৰ পূৰ্ব্ব দিশৰ পৰ্ব্বতমালা। তাত চৌষষ্টি শৃঙ্গ আছে ; ব্ৰহ্মপুত্ৰৰ পাৰেদি ৰিখণ্ড পাহাৰ আছে, তাৰ নাম সোমলতা।

? ত্ৰিদিবাচল—কৰ্ম্মনাশাৰ ঈশাণ কোণত লৌহিত্যৰ মাজত থকা পৰ্ব্বত-খণ্ড। তাত সুন্দৰীশিলা আছে আৰু একাদশ শিৱলিঙ্গ, দশাৱতাৰ আৰু উৰ্ব্বশীৰ মূৰ্ত্তি আছে। তাত বশিষ্ঠ আৰু অৰুন্ধতীও আছে।

? তীৰৰ পৰ্ব্বত—চিত্ৰকূট বা শবৰীয়া পাহাৰৰ পশ্চিম দিশৰ পৰ্ব্বত।

তেলে কামোৰা—যাৰে তাৰে লগত অবাবত খুঁজি ফুৰা ( মানুহ )।

তাঁৰিয়া—তাতত এখেও সূতা সুমাই দ্ৰোপদীযোৰ এবাৰ গাৰ ফালে টনা ( কাৰ্য্য )।

তেজীমলা—একবিধ দৰৰ গছ।

তিৰীমূৰা—ডাড়ি-গোঁফ নথকা মানুহ। বলুৱা।

তাঙনা—মতা ঘোঁৰা ( স্ত্ৰী—তাঙনী )।

তাজী ঘোঁৰা—তেজীয়ান ঘোৰা।

? তিয়ান চাথা—চেলপেনি টোকা।

তেবাটা—তিনি আলিৰ মুৰ।

তাজা—উত্তম ; তেজাল।

তালী মৰা—ডাঙ্কোপ মৰা।

তপৰখানা—থান্তাং।

ত্ৰিকটু—আদা, জালুক, পিপলী—এই তিনিবিধ জলা।

? ত্ৰিজাতক—ডালচেনি, এলাচি, মাহপাত মিহলি।

তুৰপূণ—কাঠ আদি ফুটুৱা শলা।

তামাখু—ধপাত।

তালাকাল—আপোনা-আপুনি আকালি থকা।

তাম্ৰনি—পানী তপত কৰা ধাতুৰ পাত্ৰ।

## থ

থালি-থুপুৰি—গোটাই একেলগ কৰা।

থাপৰ—হাতেৰে মৰা চাপৰ।

থানিথুনা—থুনুক-থানাক মাত।

থোৰা—এক দল। যেনে এক থোৰা ঢুলীয়া। জেঁাটা।

থোকা—কাপোৰত তোলা ফুলৰ এক থাপি।

থেপেৰা—জোং নথকা গোটা বস্তু।

থিয় গৰিয়া—বন-বাৰী নকৰি অ'ত থিয় দি, ত'ত থিয় দি থকা অৱস্থা।

থাম—অলপ পৰ ৰ।

থোলনি—সোনাৰি শালত থকা ম'হৰ শিঙৰ মোৱাৰী।

থেহেৰা-থেহেৰি—বোহ পাতি কোৱা অস্পষ্ট কথা।

থিংথা—পোন হ।

থৰকি উঠ—উচপ খাই উঠ।

থৰং মৰং—হাত-ভৰি নলৰোৱাকৈ থকা।

থিয় থৰাহি—ডালি থৰাহি।

থিয় ৰ'দ—ঘাম কালিৰ চোকা ৰ'দ।

থানা-বাণা—ছিৰিলি-ৰিৰিলি।

থান জপতীয়া—একে লগ হোৱা।

থানে থানে—ঠায়ে ঠায়ে। শাৰী শাৰীকৈ।

থুৰে থৰে—( সং স্তৰ ) থাক্ থাক্কৈ।

? থাও মুং—( আহোম-থাও—বয়সীয়া, মুং—দেশ,—দেশৰ বয়সীয়া লোক।

থেক, থিক—উপস্থিত হ। নিৰূপিত ঠাই পা।

## দ

দ—আধা পোৱা হ।

দকনা, দকা—খণ্ড।

দগা-চাকি—দুই থলপীয়া চাকি।

## দ

? দতুৰ—দুৰ্গম, অতিকষ্ট।

দহৰ—বনৰীয়া হাতী ধৰিবলৈ কৰা ইঙ্গিত।

দৰাদাৰী—দেৱালয়ত দৰা বাদ্য কৰা এটা বাৰ।

? দনীয়া—আধা ডলা মাহ।

?দলপৰ—অলপ ভোক গুচ।

দগধা বাৰী—দোলা থোৱা মাৰি, বহাগী।

দলপুঙা—এবিধ চৰাই।

দলি জাল—গুৰা লগোৱা এবিধ দীঘলীয়া জাল।

দ-কুড়ীয়া—গোৰোঙা।

? দন্তকূট—লঠিয়া পৰ্ব্বতৰ ঈষাণ কোণত থকা পৰ্ব্বত।

? দশাশ্বমেধ—ক্রৌঞ্চ (কুকৰা) পৰ্ব্বতৰ অগ্নি কোণত থকা পৰ্ব্বত। তাক মাছ পুৰি খোৱা পৰ্ব্বতো বোলে।

দক্ষিণ-চকুৰা—কেঁৰা-চকুৰা।

দহিদল—দহিকতৰা চৰাই।

দুকুলি—বাঁহৰ কাঠিৰে সজা এবিধ সৰু পাচি।

দোনা—কলাপতুৱাৰ বথুৱা।

দেবি—পানীৰে বুৰি যোৱা।

? দিয়া—মাজুলী চাপৰি।

দাদি—ককাই।

দোখৰা—দুই ঘৰৰ মাজৰ ঠাই।

দুধৰীয়া মোৰ—ডলা, থৰাহি আদি ৰোওতে দুটা দৈ ওপৰলৈ দাঙি—দুটা তললৈ পেলাই বোৱা বি মোৰ।

দুলুৰী—দুই থাপি থকা মণি এধাৰ।

দেৰলীয়া—যাৰ ঘৰবাৰী মাটি-বৃত্তি একো নাই।

দেহজুৰ আলু—এবিধ গৰম-কালি কেঁচাই খোৱা আলু।

দেও বাঁহ—এবিধ গা-সৰু বনৰীয়া বাঁহ।

দুদ্ খুৰি—কুটজ।

দ

দেও শামুক—গাত বগা আঁচ থকা এবিধ বগা শামুক।

দেও ছুৰি—প্ৰথমতে গাই দোৱা।

দো-জিভা—জিভাৰ ওপৰতে আৰু এখন জিভা ওলোৱা ৰোগ।

দন্ত-মাখি
দাঁত-পাৰ
দাঁত-মজহি
} দাঁতৰ আলু উথহা ৰোগ।

দোৱামালী—এবিধ সুগন্ধি ফুল।

দামাল—শাকো, দলং।

দোবছীয়া—দুই বছৰত জগা মাইকী মহ বা গৰু।

দাসুৱা—মৃতকৰ উপলক্ষে উছৰ্গা কৰা বস্তু।

দোমনীয়া—দুটা সুবিধা পোৱা অৱস্থা।

দোফন্দিয়া—দুইফলীয়া, দোমোজা।

দোকহীয়া—ভৰ যুৱা। (দোকেহীয়া ?)

? দাব—ঘোৰাৰ নখ।

দামা-দামী—অনেক, প্ৰচুৰ।

দেমাক—অহঙ্কাৰ, গপ।

দোদোৰা—দোকোৰ, খকঁজা।

দোবোৰা—গাত ঘামচিৰ নিচিনা হোৱা এবিধ সক সক ব্ৰণ।

দোভাগ ৰাতি—মাজ নিশা।

দাঁত মাণিকা—ছালৰ খেৰ পচি গলে ছালৰ মুকলি হোৱা অগ্ৰভাগ এবিধ মাছ।

দেওচৰীয়া—এবিধ সুৰদি আলু।

দবাদাবী—দেবালয়ত দবা বাদ্য কৰা এটা বাব।

দেবা—দেব গুণ।

? দেব দেবা—কাটিলে আঠা ওলোৱা অৱস্থা।

? দাড়িকেটা, দাড়ি মথা—আটাইবোৰ।

দক্ষিণ ছেচীয়া, দক্ষিণ চেঁচুকীয়া—সমুলি ব'দ নপৰা ঠাই।

দ

দুৰ খাঁই—উৰফাই ৰোগ।

দুৰাৰ ডিমা কচু—পুৰতী কচু।

দুটনীয়া—দুটা টনিৰে বোৱা জাল।

দুদলী, দুলীলতা—ছিডিলে গাখীৰৰ নিচিনা বগা পদাৰ্থ ওলোৱা এবিধ তৃণ।

দীগ্ খোৱা—মৈত লগোৱা দীঘল থবুৰা।

? দোৱা চলীয়া—বিজাতবীয়া।

? দোমচীয়া—দুটা জাতিৰপৰা হোৱা।

দেওতৰা ( সং দেৱতাড় )—ঘোঁৰা কেৰেলা।

দেওৰন্টা—জিলী পোকা।

দাই—বিধ, প্ৰকাৰ।

? দাবা—নিয়ম প্ৰণালী।

দেৱৰীয়া ( দেউৰীয়া )—দেৱালয় সম্বন্ধীয়া। দেৱালয়ৰ বিলনীয়া।

দুপা ( দোপা )—আধা পকা।

? দুবি—কাঠ বা বাঁহ চাঁচিবলৈ লোৱা বাপ।

দিপৰমালতী—দুপৰীয়া ফুলা এবিধ মালতী ফুল।

দুদ্ দাত—পিয়াহ খোৱা দাঁত।

দোপোটা—দুই পৰ্ব্বতৰ মাজৰ চেঁচুকীয়া ঠাই।

? দুতৰি-পাতৰি—সংবাদ অনা নিয়া।

দোলাই—দুতৰপ কাপোৰ লগাই একেখন কৰি সী লোৱা ছকঠিয়া।

? দেৱমোহন—বিয়াহ গোৱা ওজাৰ ৰাগৰ এটা সুৰ।

? দাৰণ—কাঠৰ চৰিয়া।

? দাগু—এবিধ ঘুৰণীয়া চেপেতা ধাতুৰে নিৰ্ম্মিত বাদ্য।

? দেৱজিনি—ওজাই গোৱা পদৰ সুৰ।

ধ

ধকধকী—চেলচেলাই ফুৰা মাইকী মানুহ, সৰল-চিতীয়া, যেনে নিৰোকাই ভাওে গাওঁ; ধকধকীৰ উঠে নাও।

### ধ

ধক—লাজ।

ধৰণী শিলা—কেন্দ্ৰ স্বৰূপ।

? ধজ—প্ৰকৃতি।

ধুপুনী চৰাই—খঞ্জৰি চৰাই।

ধুমা—ডাঙৰ।

ধুমুৰা—দাড়িৰ নোৰাৰা ( ল'ৰাত খাটে )।

? ধাৰি খৰি—ইকৰাৰ খৰি।

ধূপ ধৰা—ধূপ লগোৱা পাত্ৰ।

ধুৰি—গলৰ নেলু।

ধোদোং মোদোং—একেবাৰে মুকলি।

? ধাণ্ডি/ঝান্দি—নিচান।

ধুপাল দিন—খৰাং দিন।

ধাওঁ—আগধৰি মৰা থাপ।

ধাৱা—যুঁজ, ৰণ।

ধোদোৰ—মুখেৰে ওলোৱা বীজল।

ধামা—এবিধ ডাঙৰ ধাতুৰ পাত্ৰ।

ধাও গেৰি—উচ্চ বিড়ি।

ধোৰচ্ খাৰ—কলাগছ পোৰা ছাইৰ খাৰ।

ধুম গঁজা—গছৰ গুৰিয়েদি প্ৰথমে ওলোৱা নতুন ডাঙৰ গজালি।

? ধাবেশ্বৰ—হাতীমুৰা পৰ্ব্বতৰ এটি শৃঙ্গৰ নাম।

? ধেবেকা—পানীৰ ছিটিকনি।

ধেনধেনি/ঘেনঘেনি—আহুকাল।

### ন

নলিকাঠী—শলাকাঠিত সুমাই সূতা মেৰিওৱা ইকৰাৰ বা বাঁহৰ কাঠিৰ চুঙা।

নেছেৰা—নলিকাঠিত মেৰাই থোৱা সূতাৰ গুটী।

ন

? নামখড়ি—ন'বাই জন্মজন্মতে পুথি হাতত লৈ কৰা ভক্তি।

নিলেজী—খুন্দুলী।

নিচিলা—কুঁহিয়াৰৰ পকা বসত সিজোৱা উপকৰণ, মিছা মাছ।

নাইজৰী—যোৰ্পতিযোৰ বান্ধি বথা জৰী।

নিকা-মাটি—বগা বৰণৰ মাটি।

? নিবাছ—মিহলি নথকা।

? নাটকাচল—নক্ষত্ৰাচল আৰু গিৰিকাচলৰ উত্তৰ দিশত থকা পৰ্ব্বত। তাক নতুৱা নচা পৰ্ব্বতো বোলে।

? নীল খাত—দীৰ্ঘেশ্বৰী পৰ্ব্বতৰ উত্তৰ দিশৰ পৰ্ব্বত।

? নীলাচল—গুৱাহাটীৰ পশ্চিমে, ব্ৰহ্মপুত্ৰ নৈৰ পাৰত থকা পৰ্ব্বত। পূৰ্ব্বশৃঙ্গ ব্ৰহ্মা, তাত ভুৱনেশ্বৰী দেৱী মন্দিৰ আছে। মধ্য শৃঙ্গ বিষ্ণু, তাত কামাখ্যা আছে। নামনি খণ্ড শিৱ শৃঙ্গ। তাত পাণ্ডুনাথ আছে। শিৱশৃঙ্গৰ পূৰ্ব্ব দিশত বৰাহ শিলা আৰু কম্ম শিলা বুলি দুটা শৃঙ্গ আছে।

? নোম নঙ্গ—তক্ককাদি পৰ্ব্বতৰ পশ্চিম দিশত থকা এখন পৰ্ব্বত।

নাগ গাঁঠি—নাগফনা, সাগৰ ফেনা।

নাগ শিপা—হাতী শুৰীয়া বন।

নিশাদল—গৰু-মহৰ গোবৰ পুৰি থাৰ সবাই পাগি গোটা কৰা কৰা এবিধ থাৰ।

নলবাঘিনী—এবিধ দীঘলীয়া পাতেৰে লতা।

নাড়ী শাক—মালভোগ শাক ; হাইঠেঙীয়া।

? নীল মকুৰা—সিদ্ধি শেলুক।

নাঙল ভঙা—মৰলীয়া গছ।

? নবাব—বিশ্বসিংহ ৰজাৰ দিনত ৬৬০০০ ছয়ষষ্টি হাজাৰ পাইকৰ ওপৰত পতা এজন বিষয়া।

? নেউলি—বাঘে জন্তুক ধৰিবলৈ লোৱা খাপ।

ন

নিয়াত্তা, নেওতা—শহুৰেকৰ ঘৰলৈ গৈ কৰা ভোজন, পান আদি
(বিয়াৰ পাছত)

? নাছাৰ—দুৰ্ভাগ্য; মন্দ।

? নথৰাজ—নিলাজ।

নলঘুগুৰি—নলৰ গঁজালি।

নাৰপেনীয়া (নেৰপেনীয়া)—গা শকত নোহোৱা।

নাঙলীয়া—হাল বোৱাৰ নিচিনাকৈ ভৰিৰে ফালি মেলি দে। (ধানত
থাটে)

নাকীয়াৰ মুখ—মিঠৈ পগোৱা জালী-গাঁতৰ মুৰেদি জুই ওলোৱা সৰু
গাঁত।

নাটনী সেৰীয়া—ঘৰত কোনো বস্তুই নটা-নোজোৰা হোৱা অৱস্থা।

নাদল বামি—এবিধ ডাঙৰ বামি মাছ।

নিহৰাই উঠ্—চকু পকাই উঠ্।

নালীয়া পটা—তেলীশালৰ তেল ওলোৱা যতন।

? নিহা চৰাই—এবিধ বাতি ফুৰা চৰাই; ৰৰবাদুলি।

নাকৰ খেচখেচীয়া—এবিধ হাঁহ জাতিৰ চৰাই।

নাকযাঠি, নাকবালি—এবিধ নাকত পিন্ধা অলঙ্কাৰ।

নিছলা ফুট—কুঁহিয়াৰৰ ৰস পগাওতে প্ৰথম উতলৰ পিছৰ বাৰৰ উতল।

নিলিম—কানীয়াই টিকিৰা খোৱা চিলিম।

নাৰাজৰাজ—লেঠা; কথাৰ কটাকটি।

নাহী—দা বা কটাৰীৰ আগ-জোঙা নালত ভৰোৱা অংশ।

নাহীকটা—নাকীয়াৰ মুখ।

? নাভি শঙ্খ—এবিধ সাগৰত ওপজা শঙ্খ।

নাক-জাঁজৰী—গৰুৰে যুঁজিবৰ সময়ত নাকেৰে কৰা গোজৰণি।

নিচল—আচহুৱা থল।

নাঠী—ঘাটী।

নিঠৰ—একেঠৰে থকা অৱস্থা।

ন

নিজাৰ যোৱা—আটাইবোৰ ধানৰ ভিন ওলোৱা অৱস্থা

নাইতে—তেন্তে ; তেনেহলে ।

নিতেহি—ঘৰৰ আওলা ।

? নাকৰা—এবাঁ ৰোগ ।

নিমূৰ্চ্ছানা—নিৰ্বংশ ।

নাওনিমিত—এধানমান ।

নিথৰ—বাই-কই নোহোৱা ।

? নকৰাচী—বাজনা-বজাওঁতা ।

নাহ যোৱা—নষ্ট যোৱা ।

নিচুপ—মনে মনে থকা ।

প

পঞ্চমুখীয়া কচু, পাঁচমুখীয়া কচু—এবিধ উত্তম কচু ।

পকৰা কটা—সোণৰ জালি কটা, যেনে—পকৰাকটা মাদলী ।

পজাল—এবিধ থাক ঢলা সাঁচ ।

পথক টং—পথাৰত থকা খেতি ৰখা এবিধ ওখ চাং ।

পতীয়া থাক—ডাল থাক ।

পথক টং—পথাৰত থকা খেতিৰখীয়া এবিধ ওখ চাং ।

পদ্ব—পদ্ম ।

পৰাঠ—( সং পৰাস্ত )—পৰাজয় ।

? পয়ঘৰা—ভৰিত লগোৱা লোৰ শিকলি ।

পটমঞ্জৰী—ওজাই গোৱা পদৰ সুৰ ( ৰাগ ? ) ।

পথকৰা ফুটুকা—হুদখুৰি গছ ।

পহল ( কাহাল, কঁহাল )—বিস্তাৰিত ।

পানীফোকলি ( পানী-পোখলি )—বাউসীৰ তল, কঁকালৰ ওপৰভাগ ।

পাত পালং—পালং শাকৰ পাতৰ দৰে এবিধ ক্ষুদ্ৰ গছ । ইয়াৰ পাত-
বোৰ মাটিত কলে গাইদি নতুনকৈ পোখা ওলায় ।

## প

পদো নলা—শৌচ কৰোঁতে বাহিৰ হোৱা বলি।

পানীয়া চামৰী—এবিধ বসন্ত ৰোগ।

পোৰণি প্ৰসূতা—মাইকী মানুহৰ গাৰ পোৰণি হোৱা ৰোগ।

পুৰে বগা ডাঁৰ ( দাঁব ? ) দিয়া—ধল পুৱা।

পুৰতী জোন—শেহ নিশাৰ জোন।

পুৱাসময় ৰাতি—পুৰতী নিশা।

পুৰতীয়া—ৰাতি পুৱাও পুৱাও হোৱা।

পুৰতী নিশা—শেষ নিশা।

পুৰতী কচু—ৰবকৈ ফেন ওলোৱা কচু।

? পনী—পোৱালি থাকোঁতে ওহাৰত গাখীৰ ভৰ হোৱা।

পৰ্শ শুদ্ধি—মৃতকৰ মাহেকীয়া অশৌচ যোৱাৰ আগদিনা ক্ৰিয়াধাৰী-
জনাই বস্ত্ৰ-বাহানি ছোৱা কাৰ্য্য।

পইল—বিধাৰ ( বিদ্ধাৰ ) মাজৰ ডিলা-মাৰি।

পিটাপিট—চলঠ।

পাঠীয়া—চুটি-চাপৰ, বাওণা ( নপলপাই ফুৰা )।

পাঠীমুৰা—দন্দুৰা, নপলপাই ফুৰা।

পালতী—আলধৰতী।

পাঁচ-কঁটীয়া—জঁটভঙ্গা।

পুৰ্ণসেৱা—এবিধ ভকতীয়া সেৱা বা উৎসৱ।

পাচুৱা মানুহ—চেমনী ; দ্বিতীয়বাৰ গ্ৰহণ কৰা ভাৰ্য্যা।

পঞ্চমুখীয়া কচু—এবিধ উত্তম কচু।

পাতা দে—যুঁজিবলৈ সাজু হ ; ফেৰ পাত্।

পকৱা কটা—সোণৰ জালিকটা, যেনে—পকৱা কটা মাদলী।

পাতাল ফোৰ—হালবোৱা গৰুৰ এটা শিং থিয় আৰু আনটো শিং
নামি যোৱা।

পেটা কালি—দ'ৰা কালি।

পাঋা—বেৰা পতা থোপোঁৱা মণিৰ সমূহ।

## প

পাইত—এবিধ খেলা।

পেনেকা—অলপ কথাতে কন্দা ল'বা।

? পোৰা-কাটা—বৰ চোকা ( ৰ'দত খাটে )।

পালীয়া—আধা। ভুই ধৰা লজুলি।

পাতনা—পাটনাদৰ ওচৰত হিয়া ৰাহৰ চাং।

পাতি চক—ফেলাই চক; মেলাহি চক।

পাতি থাক—গোটা থাক।

পেঁক খচা—মুখচানি।

পিপলি-পাতা—এবিধ কাণত পিন্ধা অলঙ্কাৰ।

পোনেকীয়া—আধা পইচা।

পায়া—পদবী, ক্ষমতা।

পাৰ্—প্ৰসৱ কৰ্, যেনে—হাঁহে কণী পাৰে।

পাছ শুল—লগি।

পাইথেৰী—কলাপাতৰ মাজৰ মাৰলি; শিৰঠি।

পাঞ্জা—( ফাং পঞ্জ—পাচ )—কেঞা আঙুলিৰপৰা বুঢ়া আঙুলি পৰ্য্যন্ত ঠাইখিনি।

পিঠিপৰা হাতে—পাছহতীয়াকৈ।

পানী-শঙ্খ—আৰতিৰ সময়ত যি শঙ্খত পানী লোৱা যায়।

পোহন মদ—সাধাৰণ মদতকৈ ভাল এবিধ চোকা মদ।

পাতমুৰী—আঙুলিত হোৱা ৰোগ।

পাৰী—মাইকী পাৰ ( পুং পৈৰা )।

? পুতাপু—মুনিহ।

পানী পোতনী—মৰমৰী শাক।

? পালনী—ওজাৰ আলধৰা।

পানী কলা—তালমুৰীয়া শাক।

? পাতলি—লগত।

পানী ঘোঁৰা—মাছ মাৰিবলৈ পানীৰ মাজত বহৰা যতন।

## প

পোতা পুখুৰী—মলিয়ন পুখুৰী।

পাগ বান্ধ—গৰম লগা, উম লগা।

পাতিলা—পানী থোৱা পাত্ৰ।

? পানী ছাই—পানীৰ নিচিনা হৈ যোৱা ছাই।

পেটপুৰা পাঁচি—বিয়াৰ দিনা জোঁৱায়েকে শাহুৱেকক দিয়া সিধা

## ফ

ফৰিঙ্গা জাহ—আত্মজাহ।

ফণী—জালবোৱা বাঁহৰ পাতি।

ফলিয়া—চিতল মাছ।

ফুলন্তী—কাপোৰত ভালকৈ ফুল তুলিব জনা তিৰোতা

ফোঁহটি—খেৰৰ ঢিলাকৈ পকাই থোৱা জৰী।

ফালা বাথৰ—ধনীয়া।

ফাইদাং—পলায়ন।

ফাহাফুহা—ফুচ্ ফুচ্ কৈ কোৱা কথা।

ফেলাই—মাটিৰ চক। পাতি চক।

ফেৰি যা—হাবি-বন শুচাই যা।

ফেৰ—বন্দুকৰ ভাঁই।

? ফাঁদি—ফাঁচ।

ফুটিল পুৱা—চট্ পোহৰ, দোকমোকালি।

ফুটিয়াৰ—টেঙৰ।

ফৌকাম—আয়ন, ভেম।

ফুল পাঠী—পোৱালী নজগা পাঠী ছাগলী

ফায়া—পলোৱা কাৰ্য্য।

ফাটটাং—টটাটিঙা।

(ফাকিটাং?)

ফাণ্টু—চহা।

## ফ

? ফলনা—অমুক।

ফুটিকমান—অলপমান ; তাকৰকৈ (পানীত খাটে)।

ফাল-কাছি—নাঙলৰ মুখ আৰু ফালৰ লগত মৰা গজাল।

ফৈলেঠিয়া—মোকোহা।

ফিৰিঙিভিজালুক—কণ জলকীয়া।

ফেলনি যা—শাস্তি হ (চহা মাত)।

ফেহ ধুনা—কোৱা কথাকে পুনৰ কোৱা।

ফুটা লেং—বুক-পিঠিয়ে বা আধা বিচনীয়ে তাহ-মাৰি ধৰা ৰোগ।

ফিৰিকা দিনা—পাছ দিনা।

? ফুল বকৰা—ৰজাৰ ফুলনিবাৰীৰ ঘাই গৰাকী।

ফুলমণি—সক সক থোপা বন্ধা ফুলৰ কলি।

ফুল-শাৰী—শাস্তি নৌহওঁতেই গিৰিয়েক ঢুকুৱা অৱস্থা।

? ফুকন চাৰ—কৰতলীয়া ৰজালৈ দিয়া সন্দেহপত্ৰত মৰা চাৰ।

? ফুকেন লুং—(আহোম-ফু-মুনিহ ; কেন্-শ্ৰেষ্ঠ ; লুং-ডাঙৰ।) মুনিহ-শ্ৰেষ্ঠ ডাঙৰ বৰবৰুৱা।

? ফুকন—(আহোম-ফু-মুনিহ ; কন-মহাপুৰুষ) মুনিহ মহাপুৰুষ।

ফৈটী চৈ—দোলাৰ ওপৰত দিয়া চৈ।

## ব

ববৰাদ—এনেই নষ্ট হোৱা।

বৰণ ধৰ—পকিবৰ উপযুক্ত হ।

? বল—আমৰ মল।

বলন—জান, ডোং।

বতাহী লেং—জ্বৰ বিহ ; শৌচ কৰা হয় আৰু গাৰ জোৰাবোৰ বিষায়।

? বৰাহ পৰ্ব্বত—বাৰণবৈ (লাঙুশ) পৰ্ব্বতৰ পূৰ্ব্বদিশত থকা পৰ্ব্বত।

বনকুকুতি—বনবেহাৰ।

বন জবা—জবা টেঙাৰ পাতৰ দৰে পাতৰ এবিধ ক্ষুদ্ৰ গছ।

ব

বকবোল—বৰ বিহ।

বট্—পটাত পিহি গুৰি ( পনীয়া ) কৰ্ ; যেনে—হালধি বট।

বনকপাহী—কপাহৰ নিচিনা ফুল আৰু পাতেৰে এবিধ ক্ষুদ্ৰ গছ।

বৰাহুদা—এবিধ বন আদা।

? ব্ৰহ্মবৈ——বৰমবৈ, নথাইতৰা নদীৰ উত্তৰ পাৰত থকা পৰ্ব্বত।

বনবেহাৰ—বন কুঁৱৰী।

বলিয়া লেং—জ্বৰ আৰু কফ হৈ উন্মত্ত হোৱা ৰোগ।

? বাং—নামমাত্ৰ ; প্ৰতাৰণা।

বাঁট—ঢাপলি মাৰ ; বন্ধ কৰ।

বেহ ( বিহ )—কোনো বস্তু থাওঁতে ডিঙিত লগা গাঁঠি।

বোলে—শুনা যায়, যেনে—কোনোৱে কয় সি বোলে মোক মাৰিব।

বাজ্—বাধা পা, যেনে—কাপোৰখন বেৰত বজি ৰ'ল। এবিধ ডাঙৰ কুকুৰা চৰাই।

বাঁহা—গাইৰ গুহাৰ।

বেজাল—এবিধ কাছ হনা যন্ত্ৰ।

বেৰাও—উচ্চৰাও, হাহাকাৰ।

বেম্‌বোল—হুৰাহুৰা, কন্দাকটা।

বেজ্ঞ—ঘৰৰ হাউলী।

বেন্ধ জাল—বৰ ডাঙৰ জাল।

বেতাল—বৰ দুষ্ট। এবিধ আয়ুৰ্ব্বেদীয় ঔষধ (?)

? বেঙতীয়া সাপ—এবিধ বিষ নোহোৱা সাপ।

বেণা—এবিধ বাদ্য যন্ত্ৰ।

বেমূলা—বাদ্ধ-বিচাৰ নোহোৱা।

বেৰাজ ( ভেৰাজ )—লেঠা।

বেৰেজীয়া—বহুত লেঠা লগাই থকা মানুহ।

বেজীয়া মাহ—এবিধ আজাখোৱা বেজীৰ দৰে দীঘল মাহ।

বাঘ নখ—এবিধ কাঁইটীয়া ঘৰৱৰ গছ।

ব

বাঘ নলা—এবিধ গছ।

বাঘ পকৰা—এবিধ মাটিত গাঁত খান্দি থকা কুমাৰণীৰ নিচিনা পোক।

? বাত বাজ—এবিধ বৰহল বন।

? বান্দৰ পেলা } থকন্দ গছ।
বান্দৰ কন্দা

বুকু বাঁহ } যৰৰ ছালৰ ফালে থাপ থাই ধৰাকৈ দিয়া ফলীয়া বাঁহ।
বগলী বাঁহ

বাদি—খেও, যেনে—বাদি নাখালে।

? বায়ু পৰ্ব্বত—গোদন্ত পৰ্ব্বতৰ নৈঋত কোণত ব্ৰহ্মপুত্ৰ নৈৰ পাৰ জুৰি থকা পৰ্ব্বতমালা। তাৰ তিনিটি শৃঙ্গ, যেনে—লক্ষ্মী, সৰস্বতী আৰু বিষ্ণু।

? বাঘেশ্বৰী—ৰাৱণবৈ পৰ্ব্বতৰ পূৰ্ব্ব দিশত লৌহিত্যৰ পাৰত থকা পৰ্ব্বত। তাত সিদ্ধেশ্বৰ গোঁসাই আছে। তাৰ তিনিটি শৃঙ্গ ; যেনে—সিদ্ধেশ্বৰ, বাঘেশ্বৰ আৰু ৰত্নেশ্বৰ।

বিজ্জলচণ্ডী—ডেমডেউকা।

বীৰ আকণ—বগা ফুলৰ আকণ গছ।

বেলি পকা, বেলি বক্কা—পকিলে ৰঙা হোৱা এবিধ লতাৰ ফল।

বাঘচোৰাত—ডোম চোৰাত।

বাঁহ কৰ্পূৰ—বাঁহৰ চুণ ; বংশ লোচন।

বিলক্ষণী—মিৰি মাহৰ শ্ৰেণীৰ এবিধ ক্ষুদ্ৰ গছ।

বৰ ৰোগ—কুষ্ঠ ৰোগ।

বৰ খৰাই—ভেদ, ঘনে ঘনে শৌচ কৰা ৰোগ।

বাঘমুৰা—গল-মুখ উথহা ৰোগ।

বাঘিনী—গলৰ এফাল উথহা ৰোগ।

বাকুছো—পেট কামোৰণি ; আলক্ষী ৰোগ।

বান্দৰ চেলা, বান্দৰ পেনা—অণ্ডকোষ খজুৱাই ঘা হোৱা ৰোগ।

বাইৰহি, বাগী—বেৰা।

ব

বাঁহযুৰী—গাত চকাচকি দাগ হৈ গোটেই গা খজুৱা ৰোগ।

বালি—এবিধ কাণত পিন্ধা অলঙ্কাৰ।

? বোলন—জাননী।

বেৰপেটী—পানী কোঁকালিৰ ( পানী পোখলিৰ ? ) তল ভাগ।

বেটি—নাৱৰ ভিতৰত তলিত মৰা পথালি কাঠ।

বেহতী—দিহ, আজ্ঞা।

? বেঠ—বন্ধাঘৰীয়া হাতী-ঘোঁৰা ধৰা বাব।

বিছিখনীয়া—ধুনীয়া।

বাটি—কুঁহিয়াৰতলীত ৰবযুণৰ পানী ওলাই যোৱা সৰু লোৰ (?)। কুঁহিয়াৰৰ ভেটি।

? বাটা বাজি—হেহোঁ-নেহোঁ। কৰিম কৰিম বুলি নকৰা।

বহতী—এবিধ মাছ ধৰা যতন।

বঁজা থৰ—মুৰত হোৱা এবিধ থৰ।

বঁজা দুখ—যি পৰিশ্ৰমত ফলোদয় নহয়।

বাঁজ ফুল, ( বাঁ ফুল )—গুটি নধৰা ফুল।

? বাঘ বোল, বাঘ ঢাল—এবিধ খেলা।

বাঘ-ভেলেকি—বাঘৰ চকুৰে চকুৰে চাই থকা ভেলেকি।

বাঘবাই—বাঘক ধৰিব পৰা চোকা ( কুকুৰ )।

বাইচা—নাও বোৱা মানুহ আৰু হালুৱা। ( অবাইচা গৰুক যুৰি বায় হাল ; নষ্ট কৰে নাঙল-যুৱলি নষ্ট কৰে ফাল। )

বুন্দা—খেৰ বা ফটা কানিৰ সোতা।

বাদামলি—গাৰ মল, শেলাই।

? বোৱা পাৰ—বোকা দে। কবৰ উপযুক্ত কৰ।

বাৰ্জানা, বাৰ্জা—মাছৰ পাখি।

বাট-ঘৰা/বাট-ঘোৰা—পদুলিৰ মুৰত বন্ধা ঘৰ।

বাও খুদ—কুলাৰ আগত বোৱা খুদ।

? বকণ্ডা—দমৰা পোৱালি।

ব

? বগুৱা—বৌথা।

বিহু-চেৰীয়া, বিৰুতীয়া—বিহুৱান নোপোৱা অৱস্থা।

বিজাল—কথা কোৱাত ধৰা দোষ ; ব্যঙ্গোক্তি।

বৈঠগী—হোকা খোৱা আলম।

বাটাল—পাখি গজা উঁই পকৱা।

বিহকৰম—( বিশ্বকর্ম্ম ) বাঁহবন।

বাদীয়াবাদী—ভগীয়াভগী, বিহাবিহি।

বিছৱি বিছৱি—সুঁৱৰি-সুঁৱৰি।

বৈ-বগুহ—মিতিৰ-কুটুম্ব।

? বিগ্‌লাটা—লটিঘটি, বিকর্থনা।

ববেৰ পুৱা—নিচেই বাতিপুৱা।

বাৰী-লোটা—চুৱা খোৱা, পদুলিমুখা।

বাবাংবিবিং—আবৰিবিবৰি। মুখুজা কথা।

বাৰেপাচি—বহুবিধ।

বাৰেতি কাল—চিৰকাল।

বাটুলীয়া হাঁহ—খিলা হাঁহ।

বলিয়া ছটা—কামোন্মত্ত হোৱা।

বাঢ়নী বাৰি—তেলীশালৰ বেহাৰ উলিয়াই দিয়া তাক।

বাচোলা, বাইচ—চাঁচ।

বইদ—( সং বৈদ্য ) বেজ।

বিবি—হাতীক থিয় কৰি ৰখা সঙ্কেত।

বৈনী—( হিং বহিন ) ভনী।

বোকলি—আল। কোনো জোবাত লগোৱা কাঠৰ বা বাঁহৰ চটা।

বোকোৰা—ঠোঁটা।

? বিতাল—সানমিহল।

বৈতাল—লম্পট

বেচেৰি, বাচেলি—নিমাখিত।

ব

বাচি কাঠ—সৰল কাঠ।

বোকা কোমোৰা—পুৰঠ ( ওপৰথন বগা হোৱা ) কোমোৰা।

বাৰি বান্ধা—মৈৰ পতা। কোনো বস্তু আঁৰি থবলৈ কৰা হেঁদালি।

বোদা ৰুগীয়া—কুঠীয়া।

বিতিকিৎচা—কদৰ্য্য।

বা-ছিটা, বা-ছিটনি—বৰষুণৰ পানীৰ ছিটিকনি।

বিৰকেনি—ভাতৰ প্ৰথম উতল।

বাওধুন—কোৱা কথাকে পুনৰায় কৈ থাক।

বীজু—সাগৰ-ফেনা।

বীজু বন—গেজেপনি, নিৰ্জন হাবি।

বাম্বোল পিট—ডগৰ পিটাদি পিট।

বগৰিগুটীয়া—গলধনৰ চিকণ্ত গাঙঠিৰ নিচিনা হোৱা ৰোগ।

বিলবিলীয়া—জেলজেলীয়া, পাতল।

বাহী ভোজ—ভোজৰ পাছদিনা দিয়া ভোজ।

বাহী শ—দিনৰ মৰা শ ৰাতিলৈ আৰু ৰাতিৰ মৰা শ পাছদিনা ৰাতি-
পুৱালৈ থকা।

ভ

? ভং—বুজনি।

ভতুৱা কুকুৰ—চোকা নোহোৱা কুকুৰ।

ভদ্ৰ লতা—মিচিমি তিতা।

ভতুৱা তামোল—ভাতৰ নিচিনা ঢিলা তামোল।

ভঁজহ—জলহ, জলন্ধা; অকৰা।

ভৰি খোৱা—মৈত ভৰিদিয়া থবুৱা যোৰ।

ভৰথা কল—এবিধ সুৰদি কল।

ভৰ বিয়াৰ—গৰুৰ মাজ বয়স।

ভুহৰা—জাবৰ।

## ভ

ভেলকৰ—এবিধ গছ ; ভেলেউ।

ভেনা মাখি—সাধাৰণ মাখিতকৈ ডাঙৰ মাখি।

ভেৰাল মাটি—সাকৰা মাটি।

ভেৰণী—দ মাটিৰ ঘন হাবি।

ভূজালুক—জলকীয়া।

ভাঙ্‌ৰী সেৱা—ভঙুৱা মানুহক মাতি আনি কৰা উৎসৱ।

ভোঁৱৰ—বাঁহৰ চোঁচ।

ভোঁহ—ভুঁক।

ভুৰা—মতা গাহৰি ( স্ত্রী—ভুৰী )

ভেঁহা—হাত আৰু মুখৰ ভঙ্গী ভেঙুচালি।

ভাইচ—কোনো কথা বা কাৰ্য্যৰ ঠিক নথকা।

ভুয়ে ভুয়ে—দঢ়াই কোৱা কথা।

ভাজনী—কাজী ভিবোতা।

ভাজনিয়াৰ—কাজুৱা।

ভাজী—তেলেৰে ভজা বা পানী নিদিয়াকৈ ভজা বস্তু।

ভাও—দৰ, মূল্যৰ পৰিমাণ।

ভুঁই চম্পা—এবিধ সুগন্ধি ফুল ; এবিধ থাৰৰ বাজী।

ভুঁই ঘৰা—শস্য ৰাখিবলৈ পথাৰত বন্ধা ঘৰ।

ভুঁই কদম—পথাৰত গজা এবিধ লক সক গুটি ধৰা বন।

ভোট বেঙেনা—হাতী ভেকুঁৰী।

ভাই-ভতাৰী—পানৰ পাতৰ নিচিনা পাতৰ এবিধ লতা।

ভান্দো—এবিধ কচু জাতিৰ বন।

ভিমৰাজ—এবিধ কেহৰাজী।

ভোগজাল—পৰভী জালৰ মাজ-ভাগ।

ভেৰা শোৰ—তেজ পনীয়া হৈ গা উথহা ৰোগ।

? ভোজাল—বহু লেঠাত পৰি ভৎ হেকৱা।

ভাল-ভলুকা—ভুচুং পছ।

## ভ

ভাও-ভঙ্গিতা, ভাও-ভঙ্গি—অঙ্গিভঙ্গি।

ভোকা কপাহ—জোলা কপাহ।

ভোকা পুঠী—ডাঙৰ পুঠী মাছ।

ভোকা পিঠা—ডাঙৰ পিঠা।

ভাত-পিঠা—পিঠাগুৰি গুলি চালনীৰে চেকি গৰম পানীত সিজোৱা পিঠা।

ভাত ওল—এবিধ গলত নধৰা ওল।

ভাগৰীয়া—ভাগ থকা বা ভাগ পাওঁতা।

? ভাগৰহীয়া—ভাগ ধৰি ফুৰা মানুহ।

ভেত ওলোৱা—ঢেল ওলোৱা। অন্ধ।

ভোমৰ, ভোঁৱৰ—অনাই-বনাই ফুৰ।

? ভাটিয়ালী—ভাটিৰ ফাল।

ভাহ—উটি যা।

ভিৰ—মানুহৰ হেন্দোলনি।

ভাত-চুৱনী—ল'ৰাক ভাত মুখত দিয়া উৎসৱ। অন্নপ্ৰাশন।

ভোতোৰা—জখুৰা ; এবিধ বাঢ়েৰ বঁজুলি।

ভুঁই-আলি—পথাৰৰ মাজেদি যোৱা ঠেক আলি।

ভাঙৰা—মহদেৱ।

ভেলুৱা—ভেলেকা লাগি চাই থকা।

ভেঁহেৰা/ঢেহেৰা—গা-মোটা অথচ ঢিলা।

ভেক—গা-গাঁৰি শকত।

ভোচা কলা—বৰকৈ চিঞৰিলেও নুশুনা।

## ম

? মদৰ—ভালমতে কাম চলোৱা কাৰ্য্য।

মহি—ধাতু গলোৱা মাটিৰ শক পাত্ৰ।

মণিকৰ—কাঠীয়ক।

## ম

মদন কড়ি—এবিধ কাণত পিন্ধা অলঙ্কাৰ।

? মড়—খাটকৰা মানুহৰ সুবিধাৰ কাৰণে ফল-ফুলৰ বাগিচা।

মৰামুজা, মৰামুছা—মৰাৰ নিচিনা।

মথা—লদা, যেনে, সান্দহৰ মথা। মথা গাখীৰ।

মটুক—মুকুট, কিৰীটি।

মজুক ( মজু )—বিৰহৰি গোঁসানীৰ পট।

মণিগুড়া—নাৱৰ টিঙৰ ওচৰত দিয়া চুটি গুড়া।

মলুৱা বাৰি—আৰল শলাই, আকঁৰ শলা।

? মানিহী—শ্ৰী, বৈণী।

মানিহিয়েক—বৈণীয়েক।

? মৈৰা—হাবি জুৰি খেতিৰ উপযুক্ত কৰা কাৰ্য্য।

মাই—মাতৃ, আই।

মামী—মোমাইৰ ভাৰ্য্যা।

মাইছানা, মাইটী—সক ছোৱালীক মৰমকৈ মতা মাত।

মৌ-টুপুৰী, মৌটুপী—এবিধ সুৰদি কল। এবিধ ভোল।

মুঠীয়া—হাতৰ মুঠিত ধৰা ধানৰ থোৰ।

মাছালি—নাওৰ চঁছালি।

মেকা—সিজোৱা বস্তু বাহী হৈ গন্ধ ওলোৱা।

মাঠ—ডাঙৰ কলহ।

মাথা মুৰলি—দুৱাৰমুখৰ ওপৰৰ বেৰা

মুধপোচা—পানীপাচ আক মুধাৰ মাজৰ মাৰলি থকা ঠাই।

মা-মৰীয়া—মাতৃহীন ; মাউৰা।

মাকাহ-মোকোহ—মাহিমুহা।

মাৰ্না ( মায়' )—মাউৰ।

মুখ চা ( মোকচা )—গামোচা।

? মেদা—মুখিয়াল।

মতোৱাল—মতলীয়া।

ম

মুৰীয়া—কুঁহিয়াৰ পেৰোত কেইডালমান কুঁহিয়াৰৰ মুৰত নতুনকৈ গুজি দিয়া কুঁহিয়াৰ।

মোৰলী/দুমুৰীয়া—দুই মুৰ লগ লগাই দিয়া সীয়নি।

মানুহ হ—ধুৰনি হ। (ছোৱালীত খাটে)।

মিৰিমাহ—গাৰোমাহ, অৰহৰ।

মুখাৰা/মোখোৰা—গৰুই ধান নাখাবলৈ মুখত দিয়া ঢাকোন।

মেলা ডোল—মুকলি মনেৰে ফুৰিব পৰা অৱস্থা। এক প্ৰকাৰ এৰাল।

? মেলা হাত—বৰকৈ দিব পৰা।

মাল শ্ৰম—মাল যুঁজ।

মুৰ্গাবাজী—এবিধ পুৰণি টকা।

মালতী পহীয়া }
মাঠকুৰি } —তিৰোতাৰ কাণত পিন্ধা সোণৰ অলঙ্কাৰ।

মাৰে চা—ছোৱলী বিয়া দিলে ৰজাৰ যি প্ৰাপ্য।

মহীয়া জোঁক—ডাঙৰ জোঁক; ম'হ পীয়া জোঁক।

? মুদগুৰি—গা শকত ; মজবুত।

মুজকুনীয়া—বাঢ়িব নোৱাৰি ঠিহিৰা মাৰি থকা।

মাহপাত—তেজপাত।

মুগপাত/মুখপাত্ৰ—মুখিয়াল, সমুখ।

মুৰ্জালি ( মুজ্জালি )—আছকাল।

মুৰ ডাইঁ—মুৰৰ ঘিঁউ।

মুৰাকন্ধ—এটা উপদেৱতা।

মুৰ্দ্ধণী—মুৰৰ ঘিঁউ

? মুৰা পাক—মুৰ পোলোকা।

মোথা চৰা—বেত বা মৰাপাতৰ জৰীৰে মোথনি দি থোৱা চৰা।

মৰিমৰজাহ দি—প্ৰাণটাকি।

মকুৰা-মকুৰি—সোপাসোপে, সোপাসুপি।

মণিকাড়া—জেঠীৰ আকৃতিৰ এবিধ সাপ।

## ম

মুখপোৰা—মুখ চোকা।

মিঠৈ খোৰা—তুকপীয়া ভেট।

মেলূকী—মেলুৱৈ।

মাৰ—বাঁহৰ চাক।

মালামণি—মালাৰ নিচিনা এবিধ অলঙ্কাৰ।

মাজলীয়া—মজলীয়া।

মাৰগাঁঠি—সোলোকাব নোৱাৰা গাঁঠি।

মাজাৰা—কাজিয়া।

মুৰা বাগৰা—পৰৰ ঘৰে ঘৰে পেট পুহি থকা মানুহ।

? মিউমিয়া—অতি নম্র।

মুৰ মোখলীয়া ঘৰ—একেলগে থকা ঘৰ।

## য

যম থিয়—বৰ ওখ।

য'কে—য'লৈকে।

যগা—থুপা।

যখিনী হাত—ওপৰত ওলোমাই থোৱা ত্রিভুজাকাৰ বাঁহৰ যন্নত।

যতনা—যিমান; যিপৰিমানে।

যাত্রা সিদ্ধ—আমৈলতা সিদ্ধিলতা।

যিহেন—যদি, যেনেকুৱা

যেনেতেনে—যেনে হলেও; যেইসেই প্রকাৰে।

যেথেন—যেতিয়া।

যোনে—যিজনে

যেবো—যিমানেই; যেনে, যেবো খাওঁ, তেবো শুকাই যাও।

যেনে হলেও—যেনেতেনে।

যুবয়া—ধ্বজভঙ্গ।

য

যোৰা কাটা/জোৰা কাটা—নিশা আঁড়িয়া জলাই পানীত মাছ ধৰা বা কটা কাৰ্য্য।

? যুটীয়া—সমূহ।

? যঁতীয়া—সুকীয়া।

যুকীয়া টেঙা—এবিধ ৰবাব টেঙাৰ শ্ৰেণীৰ টেঙা।

যাঁতী (জাঁতী)—বেৰা কাঁহী।

যুধা—বেলেগ।

যোৰা—দিহা; উপায়; মথা; সমূহ। যেনে, যোৰা খোৰা; ঢুলীয়া একযোৰা।

যুৰা—যোগ্যতা; গাৰীৰ যুঁৰলি।

যোবনি—পুথিৰ আৰম্ভ।

যেহানি (যেহিনি)—যেতিয়া।

যাগন—কোনো দেৱ-দেৱীৰ পূজাৰ আৰম্ভ কাৰ্য্য।

ৰ

ৰংগুৰি/ৰংগুৰা—হালধি।

ৰ'দ-কেচিয়া—ৰ'দ পৰা ঠাই।

ৰহিয়া—আমোলা, ৰহৰ বিকাৰ। মিঠৈৰ কেঁচা/পকা ৰহিয়া।

ৰঘুনাথ—এবিধ নহকৰ পাতৰ দৰে পাত থকা বিষাল আলু।

ৰঙ্গিয়াল—এবিধ সুগন্ধি ফুল; এবিধ চৰাই।

ৰটা খচা—পৰচৰ্চ্চা, পৰৰ বদনাম চৰ্চ্চা কৰা।

ৰদাই—১। উচিত মূল্যতকৈ অলপ কম।

? ৰদাই—২। বিক্ৰীত বস্তু কিনাগৰাকীক পৰীক্ষা চাবলৈ দিয়া সময়।

ৰকত—মাইকী মানুহৰ গৰ্ভৰপৰা বাজ হোৱা ৰক্তস্ৰাৱ।

ৰঙ্গমুৱা—হাঁহি-মুখীয়া।

ৰণ-পলৰীয়া—ৰণলৈ ভয় কৰি পলাই অহা সৈন্য।

ৰণ জ্বৰ—কাহ-জ্বৰ; বিশেষকৈ এই ৰোগ ৰণৰ থলীত উৎপত্তি হয়।

## ৰ

ৰাম—কিনা-বিকা কৰা বস্তুৰ প্ৰথম লেখ। এক।

ৰাম—সমনীয়া মানুহে সমনীয়া মানুহক ভদ্ৰভাৱে কৰা সম্বোধন; যেনে, ৰাম ক'লৈ যোৱা হৈছিল?

ৰাম ৰস—মুধা মন।

ৰাম ভাওনা—কোনো এটা বিশেষ কাৰণত হোৱা দন্দ-হাই।

ৰাচ —এক গোট ( গৰুত খাটে )।

ৰামগিৰি ( ৰামকিৰি )—ওজাই গোৱা এবিধ ৰাগ।

ৰাজগুৰু ফুকন—ৰজাৰ ধৰ্ম্ম-কৰ্ম্ম তত্ত্বাৱধায়ক।

ৰাই শালিকা—এবিধ ধুনীয়া শালিকা চৰাই।

? ৰাৱণ-বৈ ( লাঙ্গুশ )—সিদ্ধেশ্বৰ পাহাড়ৰ নামতিত ব্ৰহ্মপুত্ৰৰ দাঁতিত থকা পৰ্ব্বত।

ৰাক্ষাস ( ৰাক্ষসিনী ) পৰ্ব্বত—সিদ্ধেশ্বৰ পাহাৰৰ পূব দিশে ব্ৰহ্মপুত্ৰৰ মাজত থকা পৰ্ব্বত। ইয়াত নীতিশ্বৰ মহাদেৱ আছে।

? ৰামেশ্বৰী—চহানাম 'লাহেশ্বৰী'। হাতিমুৰা পৰ্ব্বতৰ দক্ষিণ-পুবে লৌহিত্যৰ সোঁমাজত থকা এখন সৰু পৰ্ব্বত।

ৰাজঘণ্টা—এবিধ গধূলি ফুলা ফুল।

ৰাই-টাঙোন/ৰাম-টাঙোন—ডাঙৰ টোকন।

ৰামশৰ/ৰাম-কেঁতুৰি—অগ্নিশৰৰ নিচিনা এবিধ কেঁতুৰি।

ৰাম-ৰাহক/ৰাম-ৰাহকা—ৰঙা ফুলেৰে ৰাহকা তিতা।

ৰাতিমণি—লাতুৰ মণি।

ৰাই-ৰাঘিনী—এবিধ কাঁইটীয়া লতা।

ৰূপহী—দুৱাৰৰ ওপৰত দিয়া হেদালি।

ৰাহি-চাৰ—দৰা-কন্যাৰ ভিতৰত এজনতকৈ আনজনৰ ৰাশিৰ শ্ৰেষ্ঠতা।

? ৰিকা—দুৰ্ব্বল।

কথা—কৰ্কশ।

ৰেজে ( ৰেজাই )—নিহালী; লেপ।

ৰ

ৰেথ—কেৰাহিকৈ (অলপ বেয়া ভাবে) চোৱা।

ৰোল—পানী যোৱা সৰু নলা।

ৰদি (ৰদ্দি)—খুঁত; ঘুণ।

ৰাৱাল—ৰৰকৈ আটাহ পৰা। ৰাৱালী কুকুৰা।

ৰাঁজ—ৰঞ্জন কৰ, ৰহণ লগা।

ৰুণাজুনা—হাই-কোঢ়াল।

ৰাঙ্কনী গাঁঠি—নতুন ঘৰৰ চালৰ ওপৰত তমালেৰে বৈ দিয়া গাঁঠি।

ৰাম-শঙ্কৰ—ৰঙা পাতেৰে অকলবীৰৰ নিচিনা এবিধ গছ।

? ৰিক গোৱান—এটি আহোম উৎসৱ (ৰিক্-সঞ্জীৱিত কৰ; খোৱান-জীৱন)।

ৰৌ-ৰৌ (সং ৰৌৰৱ)—চৌষষ্টি নৰকৰ এবিধ নৰক।

? ৰাঙ্গী—হাতী ধৰা গড়।

ল

লকৰি—ঘিউ তৈয়াৰ কৰোঁতে পাত্ৰত বৈ যোৱা গেদ।

লতী—পটল (এবিধ পাচলি)।

লতা-ভূজালুক—এবিধ লতাৰ নিচিনা জলকীয়া।

লতা বকুল ফুল—এবিধ ডাঙৰ, গছৰ ওপৰত বগাই যোৱা বকুল ফুলৰ নিচিনা ফুল-ধৰা লতা।

লয়নু—নৱনীত; মাখন।

লঠীয়া—গধুৰ, শকত-আৱত।

? লইল (লয়)—মিহল।

লয় (-লক্ষণ)—চলন-ফুৰন; স্বভাৱ।

? লটি জাগাৰা—লাটিঘটি; কদৰ্থনা।

লগতী থৰি—লাগনী থৰি।

লগ সম্/(লগ সং ?)—সঙ্গী, একে লগৰ মানুহ।

লৰা গাই—জাক ফুৰা গাই।

# ল

লঘোন লাগ—বিধুতি হ।

? ললিত থানা—বিকৰ্থনা।

? লতা কপাল-ফুটা—এবিধ দৰবত দিয়া লতা।

লবা তিতা—বাহকৰ (বাহকাৰ) পাতৰ ৰিচিনা পাতৰ এবিধ সৰু গছ।

লাই-তৰু—ছিৰলীয়া পাতেৰে ক'লা ৰৰণৰ এবিধ ডাঙৰ লতা।

লাউবন্ধা লতা—মৰলীয়া গছ; ঠোঠনি।

লোচন—জৰথ; এবিধ গছ।

লুৰা—মুৰত ঘামচি প্ৰমাণ সৰু সৰু কোহা ওলাই খিযোৱা ৰোগ।

লালাক—স্বামী।

লালাক-মানিহীয়েক—গিৰিয়েক-ঘৈণীয়েক।

লিকিৰা—ল'ৰা (স্ত্ৰী—লিকিৰী)।

? লোকৰি—ঘিউৰ গেদাৰিত ভজা পাচলি।

? লাঙ্কুশ—ৰাৱণ-বৈ পৰ্বত।

? লেৰফেৰ—সমাজৰ লেঠা।

? লাই-লোটৰ—খবৰ-বাতৰি।

লোৰ—মণিৰ থাপি।

লাউ-লোটা—শুকান দীঘলীয়া লাউৰ লোটা।

লাউ-টোকোৰা—টোকাৰী যন্ত্ৰ।

লা-চৰা—লা উতলাই কোনো পাত্ৰত লগা; লাৰে আবৃত্ত কৰ।

লেঠেম—লেহেম।

? লাটিয়া—সৰু টুকুৰা কাঠ।

লেঙুৰ—নেগুৰ।

লেজ—নেগুৰ, নেজ।

লেজা—মৰা নৈ বা বিলৰ পানী শুকাই যোৱা ঠাই।

লেছ—চুৰিয়া, চাদৰ আদিৰ ওলমি থকা ভাগ।

ল

লাঙ্গত—উলঙ্গ।

লাংতা—লাঙ্গত।

? লইল (লয়)—মিহল।

লাহাম—বিহ-কোঁহোৰা।

লেটা-ৰবালি—ৰবালি মাছৰ পোৱালি।

লালি লাং—গাৰখীয়া ল'ৰাৰ গীত।

লাচ দি—ঢুলনি খেল।

লোপসুপীয়া—সোপসুপীয়া; লোপোৰ-সোপোৰ।

লোপোৰ-সোপোৰ—লোপসুপীয়া।

? লেপাং—নেৰপেনীয়া, গা-গাঁথি নোহোৱা।

লা-ধুনা—ঘৰৰ বয়-বস্তু।

লেলপা—লেবেলা।

? লুধুমধুম—গা উদং হৈ ফুৰা অৱস্থা।

লুধুমধুমীয়া—বনবাৰী একো নকৰি এনেই ফুৰি থকা মানুহ।

লেৰুপেতু—আগ-গুৰি; যেনে তাৰ কথাৰ একো লেৰুপেতু নাই।

লেহেৰা—লেবেলি যোৱা।

লোহোৰা-লুহুৰি—নিপোটল (হাতত থাটে)।

লুধুৰি—মুখেৰে গৰ্ভৰপৰা ওলোৱা বীজল।

লোটনীয়াৰ—ডকাইত।

? লোঙ্গা—কোনো ডাঙৰ বিল বা ডোৱৰৰ পানী বন্ধ হৈ থকা এক অংশ।

লাউ-পোলা—পানী লাউৰপৰা প্ৰস্তুত কৰা এবিধ পিঠা।

লুৰা (সুৰা) —কটাকানি বা ধান-থেৰৰ সোপা (মোটা)।

লাজুকী লতা—নিলাজী বন; আদৰ মালতী; পৈ-আদৰী।

লাণ্ডা (লঠা)—লঠক লঠা।

লেঙেৰী শামুক—লেধাই শামুক।

ল

লেজ-গোবৰা<br>লেজ-গুবৰীয়া<br>লেজ-গুবৰীয়া } —লেজৰ পৰা গোবৰ জুগুচা ( গৰু )।

লি ( চীন )—প্ৰায় ছমাইল।

লেঙেৰী—কোনো গধুৰ বস্তু দাঙিবলৈ কৰা কাঠ বা বাঁহৰ যতন।

লুহুৰি—চাপৰিত নকৈ গজা মলহা থাগৰি।

? লাছতে—বতাহত ; অলপতে।

লুকং—খালৈতকৈ অলপ ডাঙৰ, মুখ-বহল এবিধ বাঁহৰ যতন।

লাথৰ-বাথৰ—অতি সুন্দৰ ; ধুনীয়া। ধুনপেছ মৰা।

লোটনি—কাপোৰৰ আচলত দিয়া বৰৈ ; ওলমাই দিয়া কাপোৰ।

লা গছ—জৰি আঁহত। ( মানুহে এই গছতে বেছিকৈ লা দিয়ে )।

লাস-ভাগ—শৰীৰৰ আনন্দজনক অঙ্গি-ভঙ্গি।

? লেব—মলিৰ বস্তু।

লেবকেটা—লেডেনা।

লাটু—অতি মৰমৰ বস্তু।

লেটা পোৱালি—সদ্য ওপজা পোৱালি।

লাই—ডাঙৰ ; মুল ; ঘাই। যেনে, লাই খুটা ; লাই বিলা।

শ

? শৰিয়ল—শৃঙ্খলা ; শাৰী।

? শদ্ধা ( সং শ্ৰদ্ধা )—আদৰ-সাদৰ।

শাঁথা—ডিঙিত থকা পথালি আঁচ।

শাখিনা—ধোৱা খুলিয়া ; বস্তু-বাহানি ভাঙি-ছিঙি একো নাই কৰা। স্ত্ৰী—শাখিনী।

শিৰঠি—মাজত থকা মাৰলি ; চিতল মাছৰ কোলঠি।

শীহ ( সং শীৰ্ষ )—ধানৰ থোকৰ এক থাপি।

শ

শুঁঠি ( শুণ্ঠী )—কেঁচা বা পকা ফল চকলিয়াই ৰ'দত শুকাই থোৱা বস্তু ; যেনে কোমোৰাৰ শুঁঠি।

শাওঁলা ( শ্যামল )/( শমলা ? )—মুগাই পাত খোৱা এবিধ গছ ; ইয়াৰ ফুল আৰু পাত শাওঁ বৰণীয়া।

শো—জৰকাৰে বা হাতেৰেই টানি থুপুৰি কৰ।

শেৰেৰা—তেজ নোহোৱা, শেঁতা।

শিহনী—শলাকাঠি ঘুৰুৱা কিছাত দিয়া সোপা।

শুকিল-বিত—সজ পথত থাকি অৰ্জা ধন ; সাচি ধন।

শোটা—খেৰ বা খৰিৰ আটি ; যেনে খৰি শোটা ভিতৰ সুমাই থ।

শাকনীয়া—শাকৰ নিচিনা ৰবণৰ ; সেউজীয়া।

ধান—অগ্নিশালি ; আহুজহা ; আহুবৰ্ণি ; আমঠুকীয়া বৰ্ণি ; আলাইজাবৰি ; কলামণি ; কেকোৱা , কচুডলা ; কাৰজালী ; কঁহা মাগুৰী ; কাৰৈ জাপৰী ; কালজিৰা ; কলাপাজিয়ৈ ; কেচেলেপা ; কাস্থ ধান ; কঠীয়া লেৰা ; কপৌ শালি ; কাজীৰঙা ; কুঁহিয়ৰী ; কেহজুল ; কলমদানী ; কৃষ্ণপ্ৰসাদ ; কেটেং বোকা ; কলীজহা; কণজহা; কয়া বৰ্ণি ; ক'লা বৰ্ণি; কালধুমা; কেহৰ পাচি ; কাতি শালি ; কেতেকী ধান ; কলবিহা ; কাও ধান ; কণী ধান ; কাতি নেউলি ; পোৱা জহা ; খৰিকা জহা ; খৰিকা মুঠি ; খৰিকা জুল ; খৰ্খৰি বোকা ; খহিটৈ কলা ; খলিহা আমলা ; গোঠা বাও ; গাজীয়া বাও ; গাবো ইকিৰা ; গেৰেম আহু ; গৰুচকুৱা ; গাবো বোকা ; গুৱামালী ; গোপক্ষী বৰ্ণি ; গন্ধমুখী জহা ; গলমোচৰা ৰৰধান ; ঘোৰাজুল ; ঘোল ডিমৰু ; চাপিলে ধান ; চৈত্ৰানী ধান ; চেপেতি বোকা ; চৰাই টুনী ধান ; চেঙা ; চামৰাই ; জৰাধান ; জেৰনি ধান ; জুবীয়া ধান ; জুলবৰ ধান ; জাবৰা ৰৰধাম ; জামিলে ৰৰধান ; জামুগুটীয়া ৰৰধান ; টেঙেন ধান ; টেঙা গাছি ; টেঙাগুৰি ৰৰধান ; টেঙৰে ধাম ; ঢোল মাগুৰি ; দাং বৰা ; দাং বোকা ; ঢৌ-খৌ ( এবিধ বোকা ধান ) : কেকোৱা ; তৰকোকোৱা ; তেল পুং ; তৰামগুলী ;

ধান

তিল বঁৰা ; তুলসী জহা ; তেলগাজ ছৰা ; দলমাগুৰি ; দহকা ; দবিকণা বৰা ; দুবেৰ ছিঙা, ঢুলীয়া আছ ; নিপতীয়া আহু ; নেঘেৰি ধান ; নিয়া-বাবু ; নিয়ঁৰ গদং ; মাৰায়ণ জহা ; পানী কেকোঁৰা ; পানী পানী শালি ; পানী চেঙা ; পটেশ্বৰী ধান ; পয়ৰা বোকা ; পদ্মীপ্ৰসাদ ; পাণেমোৰী ; পাজিয়ৈ ; ফেটীসজ্জল ; ফুলগাজ জহা ; বৰচেঙা ; বতা কান্ধিয়া বাও ; বগী গেহবে ; বগী চাপিলে ; বাঙন গুটি ; বগাফলী ; বৰা আহু ; বেজীয়া মাগুৰী ; বেতগুটি বৰধান ; বগা জুবীয়া ; বগা খুকুৰি ; বগা লাহি ; বগী তেংৰাই ; বাঁহবাঙী, বৰ্ণিধান ; বাটকপাহী ; বোকা অহিঙ্গীয়া ; বৰ ইকীৰা ; বেজীয়া ইকীৰা ; বেজীয়া জহা ; বোকা ধান ; বৰধান ; ময়নাগিৰি ; মকুৰামা গুৰি ; মেৰেজুৰিয়া ; মালভোগ বোকা ; মেগলা বৰা ; মণিগাঁথা ; মালচোৰা, মালবৰা ; মিছিধান ; মধুকৰ মালতী জহা ; মেকুৰী পাচি বৰধান ; মৈলেতি ; মালচঙৰা ; মুৰ মহৰা ; মায়ৰং ; ৰাঙী বাও ; ৰাঙী টেংৰাই ; ৰঙা শালি ; ৰঙাবোকা ৰঙা বৰা ; ৰঙা বৰধান ; ৰঙা মেছা ; ৰমৰায় মুথী, ৰামপাল জহা ।

লতা-বন — আমচেকুৰা ; কপৌ লতা ; কলপ লতা ; কাউৰ ঠেঙীয়া ; কাচুলা ; টুবুকী লতা ; কুমাৰী লতা ; কুৰৈ লতা ; কুঁচিলতা ; কাকোলি লতা ; কাতি লতা ; কপালফুটা ; ফুটকীলতা ; কাহুঁৰা খাৰ ; কালপাত লতা ; গোন্ধ বিৰিণা ; আমৈ লতা ; গোধা লতা ; গৰখীয়া তিয়ঁহ ; ঘুৰণীলতা টুপুৰী লতা ; চকামৰা ; চৌশিৰা বন ; চিকহু আলু ; চলীয়া লতা ; চুনথী লতা ; চমাহ ; চন্দ্ৰ লতা ; চেঙেৰী লতা ; মৰ্মৰতী লতা ; লাইজাবৰি ; জাবসিয়ৰী ; জীয়াৰ ; জালুকলতি ; জুনজুনীয়া গছ ; জটামাংসী ; জাপৰি বাঘিনী টোকৰি লতা ; তৰমকৰা ; তেলভকুৰা ; তংলতি ; ভেজামুই ; কবাথ চেনী ; ভেউৰী লতা ; তজুঁ লতা ; তুলাচনি লতা ; ঔহলতি ; তালমুৰীয়া ; দেওতৰা ; দুৰী লতা ; দুদলী ; নলজোৰা ; নাগ গাঁঠি ; নাগশিপা ; নলবাঘিনী ; মাড়ীশাক, হাঁইঠেঙীয়া, মাল-

**লতা-বন**

ভোগ শাক ; নাহৰপতীয়া লতা ; পানীপোতলী ; পানীকলম ; পানী-চেঙেৰী ; পানীভেকুৰী ; পদ্মঢেকীয়া ; সৰ্পজিভা ; পানী কুঁৱৰী ; পুঁইশাক ; বনকপাহী ; বৰচা ; বৰাহুদা ; বনজবা ; বাঘচোৰাত ; ডোম চোৰাত ; বিলক্ষণ ; বিশল্যকৰণী ; বেতাল চণ্ডী ; বনতুলসী ; ভাইভতাৰী ; ভান্দো ( এবিধ কচু জাতিৰ বন ) ; ভিমৰাজ ( এবিধ কেহৰাজী ) ; ভোবোৰা লতা ; ভৰণী লতা ; টুবুকী লতা ; ভুঁই তাল ; ভুঁই তামোল ; ভুঁই পলাশ ; ভেকুলীয়া পাণ ; ভাত ওল ; মৌলতা ; মৌশিটা ; মৌশৰালি ; মৌডিমক ; মুৰফুলা বন ; যাত্ৰাসিদ্ধি ; বায়-বাঘিনী ; লাউবন্ধা লতা ; লৰা-তিতা ; লতাআলুক ; লতাবকুলফুল ; লাজুকী লতা ; লালেংলতা ; লতা কপালফুটা ; ইত্যাদি।

**গছ**—কাঁটা কাঁহ ; কেঁচেক ; খহকা ডিমক ; বৰচৈ ; ঘোঁৰা নিম, ঘাপখৰা ; চানা কচু ; বনকচু ; চাউলধোৱা গছ ; পানী চিকতী গছ ; চামৰ তাক ; ৰুদ্ৰাক্ষ ; জোঙা কচু ; জোনাকী কচু ; টিকনি বন্ধা ; টেকেলীয়া কচু ডেৱা টেঙা গছ ; তিকাবৰ ; তেপেচীয়া ; তৰকটকীয়া বাঁহ ; তিতা চঁপা ; তৰক চঁপা ; দেওবাঁহ ; দুদকুৰি ( কুটজ ) ; ভুঁই-পলাশ ; দেৱী টোকন ; ধাউগছ ; ধামনা গছ ; নাকডেওনা ; নাঙলভঙা ; ছাগলতি গছ ; পানী হিদল ; পীতকচুৱা ; পীতবাওণা ; পানীচিকতা ; ফুল চঁপা ; বকবোল ; বনকুহুম ; বাঘনলা ; বাঘনখ ; বান্দৰকন্দা ; খখন্দ ; বন-বগৰী ; বনচোম ; বনচাম ; ভেণ্ডা বাঁহ ; ভুঁই চঁপা, ভুঁই কদম ; ভোট মুলা ; মাছ কইটা ; মিছকুৰি ; বিঠা ; লোচন ; শালগছ ; শাওলা।

**ফুল**—কুকবক ; কণোৰ ; কণক চম্পা ; কেলি কদম ; কামিনী ; গধূলি-গোপাল ; গেন্ধাই ফুল ; গেন্ধাই মালতি ; নাৰ্জি ফুল ( গেন্ধাই ) ; গোমা ফুল ; গুলঞ্চী ; জয়ন্তীফুল ; টং ; ঘেউলা ; ঘেৱলা ; ডঁৰীয়া কাঞ্চন তিঁয়হজালীয়া ; তৰভেটাই ; দুপৰ মালতী ; ধাইফুল, নীলপদ্ম ; নীল মকুৰা ; বাগীফুল ; নীলঝিটি ; বন মহন ( এবিধ উগ্ৰগন্ধী ফুল ) বীৰআকণ, মণিৰাজ ; মণ্ডিয়াল ; ৰজনীগন্ধ ৰাজঘণ্টা, ইত্যাদি।

**মাছ**—ইন্দুলী ; এলেং ; কাঁচিমাচ ; কাটনী মাছ ; কাইঠা মাছ ; কাটি-শলা মাছ ; কয়া মাছ ; কুৰ মাছ ; কাণকুৰি মাছ ; গঠীয়া গোমলা ( শিঙিৰা জতীয় মাছ ; ঘৰদৈয়া ; ঘুনঘুনি, ঘিলা চান্দা ; ঘেনা ; ঘাৰবেঁকী ; লাউপাতা ; ঘুমে খাইতী ; ঘুগুলী মাছ ; খালৈভাঙী মাছ ; কাণকুৰি মাছ ; ঘোৰ্কা চেং ; চম্পা মাছ ; চাঁতৈক মাছ ; ছৰতি ; শাল ; জাউৰীয়া ; জুঙা মাছ ; জিকাঠী মাছ ; দাঁত মাণিকা ; ঘোখৰ ; দোতকৰ ; নাদনী ; নাঙল ধাৰি ; পাণৰৰ ; পাখৰী পুঠি ; পাঙাহ ; কৰতী ; ফেহা ; ফলিয়া ( চিতল মাছ ) ; বৰিয়ালা ; বালিটোকা ; বাঁহ ; বটু ; গেঠু মাছ ; বটিয়া ; বোৰ্কা ; বাঁট ; বৰগ ; বেচা ; বেজিনী ; ভোকা পুঠি ; মাশোল ; মানমুনি ; মিৰিগা ; মুৰাপুঠি , মাটিশলা ; ইত্যাদি।

**চৰাই**—কুকুহা চৰাই ; কাণকুকলা ; টিয়া ; গেঁৰা টিয়া ; টিপচী ; কঠাল-গুটীয়া ; মৌপিয়া ; মাছৰোকা ; হাইতল ; দলপুঙা ; দাউক ; কুকৰা ; বগ ; পানী হাঁহ ; উলুমৈৰা ; কাকৈছিৰা ; কাইঠাৰা ; গাছখোলা ; গঙ্গাচিলনী ; গোধা-চিলনী ; গুৰাটোকোৰা ; গৰিয়া শালিকা ; গোবৰীয়া বাদুলী ; চোকা ; চেকচেকীয়া ; তিতৰ ; দিনকণা ; ধনেশৰী ; নিহা চৰাই ; নাকৰখেচখেচীয়া ; বণিয়াল ; (ঘুলবো নাম ; ) দেওৰটা ; দহিদল ; ইত্যাদি।

**ৰোগ**—কঁচুৱা গাম ; কাছ কামুৰী ; কলহুৱা ৰোগ ; কুণ্ডলীয়া ( বাত ) ৰোগ ; খৰাই ; গলকন্টা ; গলকণ্টকীয়া ; গঠিয়া বিহ ; গাবোচকৰীয়া ; গোজিভা ; গাম ( গাত পানীজলা ফুটি চেৎচেঙাই পিচত পকি ঘা হোৱা ৰোগ ) ; গমা, গোধ, উদৰী, খুদখহ ; গা খৰা ; গাঁঠীয়া শিৰা , গল শিৰা ; ঘোঁৰা পিৰা ; ঘোৰা শলখা ; চুচিয়া ( ভৰিত হোৱা ঘা ) ; চকু নমা ; চুত খৰ ; চেঙা ( পেট কামোৰনি ৰোগ ) , চত্ৰা লেং ; চিকা মামৰি ( কাপৰে ধৰি চিকাৰ গা যেন হোৱা ৰোগ ) ; চৌৰাঙ্গি শিৰা ; চকু কোট ; ছিগা উদকাঁই, ছাল কুঠ ; চিৰলীয়া কুঠ ; জলজ্বৰ ; জ্বৰ-

## ৰোগ

ঘিৰা, সন্নিপাত জ্বৰ ; জিকাৰি ; জিনিকা ( হাড়ৰ জোৰাত দুখ পোৱা ৰোগ ) ; জলসাৰ, টেকেলীয়া লেং, তেজ গ্ৰহণী ; দুৰধাঁই ; ধাউত ; নথচুকা, নাক হৰিণা ; নাড়ী লৰা ; নিতজ্বৰ ; শোঠ ; পানী শোষ ; পানী সাৰ ( বহুমূত্ৰ ) ; পাত কোমলা গাৰ ; পঘোলনা ( শৌচ কৰোঁতে বাহিৰ হোৱা বলি ) ; পোৰা ৰতন মালা ; পোৰা আগলৰ ( গাম ) ; পোৰা পিঙ্গলা ( পোনতে ৰঙচীয়া হৈ উঠে, পিছত জুয়ে পোৰাৰ নিচিনা কলা হোৱা এবিধ ছালৰ ৰোগ ) ; পানী চামৰী ( এবিধ বসন্ত ৰোগ ) ; পোৰণি প্ৰসূতা ; পানীয়া লেং ( কফ্ জ্বৰ ) ; পেট ফিকা ; পোৰা জিকৰি ; ফটকা ৰোগ ; ফুটনি ; ফুচুৰী ( খুদখহু ) ; বৰ ৰোগ ( কুষ্ঠ-ৰোগ ) ; বৰ খৰাই ( ঘনে ঘনে শৌচ কৰা ৰোগ ) ; বাঘমুৰা ; বাঘিনী-প্ৰসূতা ( সন্তান হোৱাৰ পাচত পুঁৱতী অচেতন হৈ বাঘৰ নিচিনাকৈ আটাহপৰা ৰোগ ) ; বলিয়া লেং ( জ্বৰ আৰু কফ হৈ উন্মত্ত হোৱা ৰোগ ) ; বতাহী লেং ( জ্বৰ, বিহ, শৌচকৰা হয় আৰু গাৰ জোৰাবিলাক বিষায় ) বান্দৰচেলা ( অণ্ডকোষ খজুৱাই ঘা হোৱা ৰোগ ) ; বাহমূৰীয়া ( গাত চকাচকি দাগ হৈ গোটেই গাটো খজুৱা ৰোগ ) ; বাগী ; বাইবহী ( বেঁৰা ) ; বিহ ফোহোৰা ; বৰ আই ; ভেৰা শোঠ ; মাটি কমলা ; মধা ৰোগ ; ( তল পেটত থাপৰি হোৱা ৰোগ ) ; মামৰী ( গাত ফাপৰে ধৰা ৰোগ ) ; মৌবিচনীয়া ( জ্বৰ হলে বুকুৰ সোঁফালৰ পৰা মঙহ বাঢ়ি অহা ৰোগ ( ; মুদ্গৰ ( প্ৰস্ৰাৱ কৰোঁতে প্ৰস্ৰাৱ নলিত গাঁঠি লগা ৰোগ ) ; মূৰগৰ্ভা ( সন্তান গৰ্ভতে মৰা ৰোগ ) ; ইত্যাদি ।

# সূচীপত্র

# সংসাৰী মানৱ*

এই বিশাল সংসাৰৰ প্ৰাণীবিলাকৰ ভিতৰত যাৰ যিমান বুদ্ধি-শক্তি, পৰমেশ্বৰে তাক সিমানে আকৌ কৰ্ত্তব্য কৰ্ম্মও দিছে। সেই কাৰণে আমি বালি-চাহীতকৈ পশু-পক্ষীৰ জীৱনত সৰহ কৰ্ত্তব্য কৰ্ম্ম দেখিবলৈ পাওঁহঁক, আকৌ পশু-পক্ষীৰ জীৱনতকৈ মানৱ জীৱনত আৰু সৰহ কাম দেখিবলৈ পাওঁ। ইতৰ প্ৰাণীবোৰৰ নিজ নিজ শৰীৰৰক্ষা, সন্তান উৎপাদন আৰু পালন আদি কিছুমান সীমাবদ্ধ কামেই জীৱনৰ একমাত্ৰ কাম। কিন্তু মানৱ জীৱনত ইমান কাম যে জন্মিবৰপৰা মৰালৈকে শেষ কৰি তুলিব নোৱাৰি। প্ৰাণৰক্ষা আৰু সন্তান পালন—এই দুইৰ বাজে আই-বোপাইৰ প্ৰতি ভক্তি, স্বজাতিৰ প্ৰতি স্নেহ, দুখীয়াৰ দুখ নিবাৰণ ইত্যাদি কিছুমান কামেই মানৱ জীৱনৰ মূল কাম। ইয়াক উলঙ্ঘনা কৰিলে পাপ হয়, কাৰণ পৰমেশ্বৰৰ ইচ্ছাৰ বিৰুদ্ধ যি কাম সেয়েই পাপ। হিন্দুৰ বেদ, মুছলমানৰ কোৰাণ, খৃষ্টানৰ বাইবেল, বৌদ্ধৰ ত্ৰিপিটক, আটাইবিলাক ধৰ্ম্মশাস্ত্ৰতেই এই কথা ৰিঙ্গিয়াই কৈছে। সৃষ্টি-কৰ্ত্তাৰ ইচ্ছা যে জীৱ জন্মিয়েই সংসাৰী হয়। সেইদেখি সকলোৱে সংসাৰী হয় আৰু সংসাৰৰ কাম কৰে। আয়ুসৰ অৱশ্যে চুটি-দীঘল আছে, কিন্তু চুটি জীৱনতো প্ৰাণীয়ে নিজ নিজ কৰ্ত্তব্য কাম কৰিহে প্ৰাণ ত্যাগ কৰে। একণমান পকৰা এটিৰ আয়ুস্ কিমান! তাৰে ভিতৰতেই সি কৰিবলগীয়া কাম কৰি থয়। কৰ্ত্তব্যৰ লগত প্ৰাণপণে যুঁজিহে সি প্ৰাণ এৰে। পিচে প্ৰাণীজগতত মনুষ্য উচ্চতম প্ৰাণী

* 'জোনাকী'—নতুন খণ্ড দ্বিতীয় ভাগ, প্ৰথম সংখ্যা; আহিন। (পৃষ্ঠা ২২১-২২৩)

আৰু উন্নতিশীল। সেই দেখি মনুষ্যৰ পক্ষে কৰ্ত্তব্য সাধন আৰু প্ৰয়োজন। সংসাৰত প্ৰৱেশ কৰি সংসাৰী হোৱা ঈশ্বৰৰ অভিপ্ৰায়। এতেকে সেই কৰ্ম্ম মনুষ্যৰ কৰ্ত্তব্য ; তাক অৱহেলা কৰিলেও পাপ হয়। সংসাৰ সৎ শিক্ষাৰ ঠাই। দয়া, ধৰ্ম্ম, ভক্তি আদি বহুমূলীয়া বস্তুবিলাক সংসাৰত হে মিলে। সংসাৰেই সকলো শিকনিৰ থলী। এই সংসাৰত থাকি মহাতপা ৰাজৰ্ষি জনক ৰজাই ৰাজপাটত বহি ৰাজকাৰ্য্য চলাইও গভীৰ তপস্যাৰ বলত মোক্ষফল লভিছিল। ঋষিকুল-প্ৰদীপ জৰৎকাৰু মুনিয়েও ক্ষন্তেকীয়া পাৰ্থিব সুখ-সম্পদক জলাঞ্জলি দি পৰ্ব্বতৰ গুহাই গুহাই ভীষণ অৰণিৰ মাজে মাজে ঈশ্বৰাৰাধনা কৰি ফুৰিছিল। কিন্তু যেতিয়া জানিব পাৰিলে যে সংসাৰ নকৰিলে অনুচিত কৰা হয়, ঈশ্বৰৰ নিয়মৰ বিৰুদ্ধ কাম কৰা হয়, তেতিয়াই তেওঁ চিৰবানপ্ৰস্থ-ব্ৰত এৰি পুনৰ সাংসাৰিক ধৰ্ম্ম পালন কৰিবলৈ বাধ্য হৈছিল। বৌদ্ধধৰ্ম্ম প্ৰতিষ্ঠাতা পুৰুষ-প্ৰধান, ধৰ্ম্মবীৰ গৌতম বুদ্ধও প্ৰথম অৱস্থাত সংসাৰী আছিল। পিচত ভাৰতৰ ধৰ্ম্মবিপ্লৱৰ সময়ত মুক্তিৰ নিমিত্তে 'অহিংসা পৰমোধৰ্ম্ম' বিলাই জগতত অক্ষয় কীৰ্ত্তি লভিছিল। এই মহাপুৰুষবিলাকৰ সুনীতি-পূৰ্ণ জ্ঞান-গৰ্ভ জীৱনেই আমাৰো জীৱনৰ প্ৰধান আৰ্হি। এওঁলোকে সি যি বাট মোকলাই থৈ গৈছে, মানৱ মাত্ৰেই সেই সেই বাটে খোজ লোৱা যুগুত। সাংসাৰিক ধৰ্ম্মই মানৱ জীৱনৰ প্ৰধান ধৰ্ম্ম। সংসাৰৰ ক্ষেত্ৰত সোমালে কেইও পিনে নৱজীৱনৰ উন্নতিৰ বাট দেখিবলৈ পোৱা যায়। বাস্তৱতে সংসাৰ এখনি পৱিত্ৰ ফুলনিবাৰী। প্ৰীতি, দয়া, ভক্তি, পুণ্য প্ৰভৃতি নানা তৰহৰ ৰসাল ফল আৰু সুগন্ধি ফুল ফুলি ফুলবিলাসী মানৱ প্ৰাণীক ই পৱিত্ৰ সুখ দিয়ে। এই ধুনীয়া ফুলনিখনিৰ মাজত শান্তি নামেৰে অতি বিতোপন সুস্নিগ্ধ এটি সৰোবৰ আছে। কিন্তু কিছুমান অভ্ৰভেদী গছ আৰু কাঁইটীয়া লতাই ফুলনিখনিৰ চাৰিও কাষ আবৰি আছে। তদুপৰি তাক

ইমান বিপদ-আপদ আছে যে অলপধতুৰা জীৱে সেই খিখিনি-বিলাক আঁতৰাই কোনো মতে ভিতৰ সোমাব নোৱাৰে। সেই দোৰ্ঘোৰ গেজেপনিৰ মাজত আকৌ দুৰন্ত নিশাচৰ জন্তু-বিলাকে ভীষণ গৰ্জ্জন কৰি ভয়ঙ্কৰ মূৰ্ত্তি ধৰি আছে। কেনেবাকৈ যদি ইহঁতৰ হাতত পৰা যায় তেনেহলে আৰু ৰক্ষা নাই। ইকুল, সিকুল দুয়ো কুল হেৰুৱাই কিমান যে লাঞ্ছনা ভুগিব লাগিব তাক কৈ ওৰ কৰিব নোৱাৰি। কোনো কোনো অসহায় তৃষাতুৰে বাট হেৰুৱাই ফুলনিৰ শান্তি-সৰোবৰৰ অমিয়া পান কৰিবলৈ আহি, দুৰন্ত শত্ৰুৰ মোহজালত পৰি অকালতে প্ৰাণ হেৰুৱাইছে। কোনোৱে বা ঘোৰ গেজেপনিৰ মাজত সোমাই বাটৰ একো উৱাদিহ নেপাই বিশ্বব্ৰহ্মাণ্ডকে মনে মনে অসাৰ বুলি ভাবিছে। কোনোৱে বা আকৌ কিছুদূৰ গৈ অভিলসিত ফল লাভ কৰিব নোৱাৰি জীৱনকে শতবাৰ ধিক্কাৰ দিছে। কোনোৱে বা সংসাৰৰ ভোক-পিয়াহ বিসৰ্জ্জন দি মুক্তিৰ সোপান বিচাৰিছে। এইদৰে সংসাৰ ফুলনিত কিমান মানুহ কিমান চিন্তাত ফুৰিব লাগিছে, কোনে তাৰ অন্ত পায়। ওপৰত উল্লিখিত নিশাচৰ জন্তুবিলাক আন একো নহয়, কেৱল আমাৰ শৰীৰত থকা কাম, ক্ৰোধ আদি ৰিপুবিলাক, সিহঁতৰ উত্তেজনাৰ পৰা অন্তৰত ভয়, কপটতা, বিৰহ, নিৰাশা আদি কিছুমান শত্ৰু জন্মি আমাৰ মনোৰাজ্যত সৎ-প্ৰবৃত্তিবিলাকৰ লগত অনবৰত যুঁজ দিব লাগিছে এই। যুঁজৰ বিৰাম নাই, কালাকাল নাই। ই দেৱাসুৰৰ সংগ্ৰাম, দিনে-ৰাতিয়ে ছেদ-ভেদ নোহোৱাকৈ সদায় চলি আছে। যদিচ ইহঁতে নেৰা-নেপেৰাকৈ যুঁজি আছে সঁচা, কিন্তু সাহস, ধৈৰ্য্য আৰু আত্ম-সংযমৰ ওচৰত মূৰ দোঁৱাবলগীয়াত পৰে। যেয়ে ইহঁতৰ জাল ভেদ কৰি সংসাৰ ফুলনিৰ কৰ্ম্মক্ষেত্ৰত উপনীত হব পাৰে, সিয়েই প্ৰকৃত সংসাৰী। প্ৰকৃত কথা, যিজনে ইন্দ্ৰিয়-বিলাকক দমাব পাৰিছে তেওঁৱেই জিতেন্দ্ৰিয় বীৰ পুৰুষ। তেওঁৱেই

জীৱনত অমৃতময় সুখ লভিছে। যদিওবা বিপদ-পূৰ্ণ সংসাৰত বহুত বাধা-বিঘিনি আছে আৰু অতি সতৰ্ক হৈ চলিলেও সিহঁতৰ হাত এৰাব নোৱাৰি, কিন্তু বিৱেকৰ বলত আমি মনৰ মিছা অহঙ্কাৰ, স্বাৰ্থ-পৰতা আদি কুপ্ৰবৃত্তিবিলাক দমাই চৰিত্ৰ গঠন কৰিব পাৰোহঁক। চৰিত্ৰ-হীনতাই অৱনতিৰ চৰম-সীমা। কোনো ৰিপুৰ উত্তেজনাৰ পৰা মন অসৎ বাটৰ ফালে ঢাল খালে বিবেক-লাংচিঙেৰে তাক পিচুৱাই আনিব লাগে। এই বিচিত্ৰ লীলা-খেলাপূৰ্ণ সংসাৰত কেইবা বিধৰ মানুহ দেখিবলৈ পোৱা যায়। সাধাৰণতঃ মানুহক দুই শ্ৰেণীত ভগাব পাৰি। প্ৰথম শ্ৰেণী নৰ-দেৱতা, এওঁলোক উদাৰচেতা; আৰু এওঁ-লোকৰ উদ্দেশ্য মহান; পৰাৰ্থে স্বাৰ্থ ত্যাগ কৰাই এওঁলোকৰ জীৱনৰ মহাব্ৰত; হৃদয় স্বৰ্গীয় উপাদানেৰে গঠিত, দয়া আদি ৰসেৰে ভৰপূৰ। সৰ্ব্বজন-হিতকাৰী কাৰ্য্যত এওঁলোকে জীৱনোৎসৰ্গ কৰিব পাৰে। অহঙ্কাৰ, কপটতা আৰু পৰশ্ৰীকাতৰতা আদি দুৰ্জ্জয় শত্ৰুবিলাকে এওঁলোকৰ হৃদয় ৰাজ্যত প্ৰভুত্ব কৰিব নোৱাৰে। সংসাৰৰ কোনো প্ৰকাৰ বাধা-বিপত্তিয়ে এওঁলোকক ভয় দেখুৱাব নোৱাৰে, দূৰৈৰ পৰা ভুমুকি মাৰি পিচ হুহঁকি গুচি যায়। বাৰিষা নৈত বান আহিলে যেনেকৈ তাক ভেঁটা দি ৰখাব নোৱাৰি, ভেঁটা ভাঙ্গি গন্তব্য ঠাইলৈ ববলৈ ধৰে, তেনেকৈ এই শ্ৰেণী মানুহৰ হৃদয়ত যি স্বৰ্গীয় ভাবৰ সমাৱেশ হয়, তাক স্বাৰ্থপৰতা আদি কোনো প্ৰতিবন্ধকে আগচি ধৰিব নোৱাৰে। আনৰ দুখ দেখিলে এওঁলোকৰ হৃদয় করুণ ৰসত দ্ৰৱ হয়। নিজৰ সুখ-দুখ এফলীয়াকৈ থৈ শোকান্বিতক আশ্বাসবাণী, পীড়িতক ঔষধ দান, দুখীয়াক পুতৌ, জাতীয় উন্নতিৰ নিমিত্তে আত্মোৎসৰ্গ আদি কাৰ্য্যত মন মেলি দিয়ে, মূৰ্খ বা অজ্ঞানীক জ্ঞান-শিক্ষা বা ধৰ্ম্মোপদেশ দি সজ বাটলৈ নিবলৈ সচেষ্ট থাকে। যদি কোনো দুষ্ট মানুহে কেতিয়াবা অপমান কৰে; তেনেহলে তেওঁলোকে তাক অকপট-ভাৱে সহি থাকিব। সৌম্য-মূৰ্ত্তি ধৰ্ম্মবীৰ ঈশাক কেতিয়া দুৰ্দ্দান্ত নৰহন্তা

য়িহুদীবিলাকে পিজত তুলি নিষ্ঠুৰভাৱে প্ৰাণ বধ কৰে, সেই সময়ত তেওঁ কেনে অপূৰ্ব্ব সহিষ্ণুতা আৰু ক্ষমাৰ পৰাকাষ্ঠা দেখুৱাই জগৎবাসীক তবধ মনাইছিল। বজ্ৰৰ নিচিনা কঠিন হিয়াৰ মানুহেও সেই লোমহৰ্ষক হৃদয়-বিদাৰক দৃশ্য দেখি চকু-লো নোটোকাকৈ থকা নাছিল। মৃত্যুৰ অলপ আগেয়ে তেওঁ পৰম পিতা ভগৱানৰ ওচৰত কৃতাঞ্জলিপুটে, বিনীতভাৱে, সৰল চিত্তে ইয়াকেহে মাথোন প্ৰাৰ্থনা কৰিছিল "হে দয়াময়, কৰুণা নিদান! তোমাৰ অবোধ নিৰ্দ্দোষী সন্তানবোৰক ক্ষমা কৰিবা। জ্ঞানৰূপ জ্যোতিকণা বৰষি হৃদয়ৰ অজ্ঞান-তিমিৰৰাশি বিনাশ কৰিবা। আৰু কুসংস্কাৰ ৰূপ পাপৰ মলি আঁতৰাই অন্তিম কালত তোমাৰ শান্তিময় কোলাত ঠাই দিবা।" কেনে তেজোময় উৎসাহ বাণী! কেনে জ্বলন্ত স্বাৰ্থত্যাগ!! নিজৰ প্ৰতি অকণো ভ্ৰূক্ষেপ নাই, অথচ প্ৰিয়তম শিষ্য-বোৰৰ নিমিত্তে কেনেকৈ ভগৱানৰ চৰণত অকপটভাৱে প্ৰাৰ্থনা কৰিছে? নহবই বা কিয়! তেওঁ এইদৰে মৰি শিষ্যবোৰৰ হৃদয়ত যি নিৰ্ম্মল প্ৰেম-ৰস ঢালি দি গ'ল, সেই প্ৰেমৰসত লক্ষ লক্ষ প্ৰাণী মতলীয়া হৈ দেশে দেশে নগৰে নগৰে ধৰ্ম্ম-ধ্বজা উৰুৱাই খৃষ্টান ধৰ্ম্মৰ মহিমা প্ৰচাৰ কৰি কোটি কোটি মানৱ প্ৰাণীক সঞ্জীৱিত কৰি তুলিলে। সেইদৰে চৈতন্য, নানক, শঙ্কৰদেৱ, মাধৱদেৱ আদি ধৰ্ম্ম-পৰায়ণ বীৰ-পুৰুষবিলাকেও ধৰ্ম্ম জ্ঞান বিলোৱাত নথৈ লাঞ্ছনা ভুগিছিল। আৰু এক শ্ৰেণীৰ মানুহ আছে, ইহঁত নৰমণ্ডলীৰ নীচতম স্তৰ; ইহঁতৰ আচাৰ-পদ্ধতি, ৰীতি-নীতি, ধৰ্ম্ম-কৰ্ম্ম প্ৰথম শ্ৰেণীৰ মানুহতকৈ সম্পূৰ্ণ বেলেগ। ইহঁতৰ মহিমা পোৱা টান। অন্তৰ বিষধৰ ভুজঙ্গৰ নিচিনা হলাহল বিষেৰে ভৰপূৰ। ইহঁতে আনৰ লগত মৌখিক বন্ধুত্ব ৰাখি নানা ৰকমৰ মৌ-সনা কথা কৈ স্বাৰ্থসিদ্ধি কৰে। সংসাৰত এনে এটা কুকাম নাই যাক ইহঁতে কৰিব নোৱাৰে। অলৌকিক লোমহৰ্ষক ঘটনাবিলাক ইহঁতে চকু-পচাৰতে সাধিব পাৰে। ইহঁত সকলো দুষ্কৰ্ম্মতে পাকৈত। ইহঁতে ৰিপুৰ উত্তেজনাত কিমান সতীৰ সতীত্ব নাশ, কিমান

নীবিহ প্ৰাণীৰ জীৱন নাশ, আৰু কিমান ৰাজ-চক্ৰৱৰ্ত্তীক বাকলিবসন পিন্ধাই বনচাৰী কৰিছে তাৰ ঠিকনা নাই, এনেবিধ জীৱনৰপৰা এই জগতত কাৰ কি উপকাৰ হব পাৰে? বৰং বিশ্বপিতাৰ শান্তিময় ৰাজ্যত ইহঁতৰ নিচিনা অজামিলৰপৰা পাপৰ প্ৰবল সোঁত হে মাথোন বইছে। এতিয়া ভাবি চোৱা:—প্ৰথম শ্ৰেণীৰ জীৱ কেনে দেৱ-ভাবাপন্ন ভক্তিৰ ভঁৰাল, শান্তিৰ তপোবন। শেষৰ শ্ৰেণীৰ অৰ্থাৎ নিচেই তলৰ থাপৰ মানুহবোৰ কেনে প্ৰাণ-সংহাৰক ভয়ঙ্কৰ জীৱ, কল্পনাত আনিলেও বুকু কঁপিবলৈ ধৰে। এই ভীষণ শত্ৰুৰ হাতৰপৰা যিমান নিলগত থাকিব পৰা যায়, সিমানেই আমাৰ মঙ্গল। দূৰৈত দেখিলেও পলাবৰ যত্ন কৰিব লাগে। দুয়োবিধ জীৱ চিনি পোৱা বৰ বিষম কথা। ঈশ্বৰদত্ত শক্তি, আৰু বহুদৰ্শিতা আদি কেতবিলাক সদ্‌গুণাৱলীৰ বলত হে চিনিব পৰা যায়।

নীচ-প্ৰবৃত্তিবিলাক মানৱৰ প্ৰকৃত মনুষ্যত্ব লাভৰ প্ৰধান সাৰথি। সেই নিমিত্তে করুণাময় পৰমেশ্বৰে সৃষ্টি পাতনিত মানৱৰ অন্যান্য অঙ্গ-প্ৰত্যঙ্গ গঠনৰ লগে লগে হৃদয়ত প্ৰবৃত্তিবিলাক সৃষ্টি কৰিছে। আমি ব্যৱহাৰৰ দোষত মাথোন সিহঁতক ৰিপুত পৰিণত কৰোঁ। পৱিত্ৰ স্বৰ্গীয় সুখ পৰিত্যাগ কৰি কল্পিত সুখৰ নিমিত্তে লালায়িত হৈছোঁ, আৰু অৱশেষত মৰীচিকা-ভ্ৰান্ত পথিকৰ নিচিনা হাবাথুৰি খাই নানাবিধ দুৰ্দ্দশাগ্ৰস্ত হব লাগিছোঁ। বেশ্যা গীতকে, ঐশ্বৰিক সঙ্গীত, 'বাইজী-নাচ'কে গন্ধৰ্ব্ব-নাচ যেন ভাবি, সেইবোৰক স্বৰ্গীয় সুখৰ লগত বিজাইছোঁ; ধৰ্ম্মৰ বাটত কাঁইটৰ চকোঁৱা দি পাপৰ বাট মোকলাই অকালতে জীৱন বিনষ্ট কৰিছোঁ।

# নিৰাশ *

বহু দিন অন্তে হৃদয় ফলিত
জাগিছে অতীত স্মৃতি ;
তৰঙ্গে তৰঙ্গে চিন্তা তৰঙ্গিণী
গাইছে বিৰহ গীতি ।

জনালোঁ মিনতি চোৱাহি জগত
হৃদয় দুৱাৰ মেলি :—
নিৰ্ব্বাণ প্ৰদীপ আকৌ জ্বালিলোঁ
সান্ত্বনা লভিম বুলি ।

দীপ্তিময়ী কান্তি উষা প্ৰতিমাৰ
অমল মাধুৰী সনা ;
নীল নভ ভেদি সোণালী কিৰণে
ঢালিছে চেনেহ কণা ।

প্ৰীতিৰ লহৰী শান্তিৰ আঁজলি
বিশ্বক কৰিছে দান ;
লভিলে চেতনা নীৰৱ প্ৰকৃতি
ধৰিছে সুৱদি তান ।

---

* ১ম সংস্কৰণৰ 'সাদৰী'ত আছিল। ভুলক্ৰমে বৈ যোৱাত ইয়াতে ৰচনাৱলীৰ অন্তৰ্ভুক্ত কৰি ৰখা হ'ল। ১ম সংস্কৰণৰ আখৰ জোঁটনি অব্যাহত আছে।

নাহে ধীৰে বলে কটকী মলয়
প্ৰেম মধু অভিলাষী ;
বোকোচাত বান্ধি অনিছে ফুলৰ
স্বৰ্গীয় সৌৰভ ৰাশি ।

ফুলৰ থুপিত কালিন্দী ভোমোৰা
কেনে আয়মেৰে বহি ;
গুণ গুণ কৰি একেটি সুৰত
বজায় মৃদুল বাঁহী ।

নাচে উলাহত বিহগ-বিহগী
পান কৰি প্ৰেমামৃত ;
গায় কুঞ্জ বনে ঠেও ধৰি ধৰি
নিৰমল সান্ধ্য গীত ।

কিন্তু ই কি হায় উষা প্ৰতিমাৰ
হাঁহি ভৰা মুখখনি
চাওঁতে চাওঁতে আন্ধাৰে গ্ৰাসিলে
নেদেখোঁ লুকাল কেনি ।

নীল গগনৰ হেঙুলী প্ৰতিমা
আহা কিবা মনোলোভা ;
কিয় বা নিঠুৰ ডাৱৰে আৱৰি
হৰিলে কনক প্ৰভা ।

বিৰহৰ পাছে মধুৰ মিলন
বন্ধা ৰীতি সংসাৰৰ
কিয় তেন্তে বাক আশা নুপূৰিল
ক্ষুদ্ৰ এই জীৱনৰ !

কলে বা কি হব কোনে পতিয়াব
নকওঁ সৰহ কথা ;
অতৃপ্ত বাসনা ব'ল হৃদয়ত
নাপালোঁ মৰম-বেথা ।

# স্নাতক*

বিশ্বৰ মঙ্গল                    সাধন কল্পে
মানৱ জনম বিধাতাৰ দান,
সৃষ্টিৰ প্ৰকাশ                    স্ৰষ্টাৰ গৰিমা
ধ্যানমগ্ন যোগীৰ পৰম ধ্যান।

যুগ যুগান্তৰ                    মানৱ সভ্যতা
বিশ্ব নিয়ন্তাৰ শাশ্বতী ফল,
মহাকালে কিয়                    ৰচে ভস্ম-স্তূপ
সাধনাৰ বেদী হয় তলমল।

স্তব্ধ প্ৰকৃতিৰ                    প্ৰাণকেন্দ্ৰ আজি
তীব্ৰ বেদনাত কৰে হাহাকাৰ,
সুপ্ত পশু শক্তি                    জাগে কিয় বাৰু
বিশ্বাসৰ সৌধ হয় ছাৰখাৰ।

মানৱতা হীন                    আজিৰ মানৱ
মানৱ সমাজ ভুলৰ ৰচনা,
নগ্ন সভ্যতাৰ                    প্ৰেত অভিনয়ে
কৰিছে সৃষ্টিত ধ্বংসৰ সূচনা।

---

* 'ৰৰদৈচিলা'—ৰহাগ, ১৮৭২ শক ;   একাদশ ভাগ।

ভ্ৰাতৃৰ বন্ধুত্ব অস্ত্ৰে অস্ত্ৰে আজি
তপ্ত ৰুধিৰৰ প্ৰাণ বিনিময়,
প্ৰলয় সাগৰ উঠিছে হুংকাৰি
অন্তৰ্দ্ধান আজি ৰূপ বিস্ময়।

ভাগ্য দেৱতা অশৰীৰী হই
বায়ু মণ্ডলত ফুৰিছে ঘূৰি,
যেনি চাও তেনি বিৰাট শূন্যতা
মহাবিশ্ব যেন পিশাচৰ পুৰী।

হে ধ্যানী, দীক্ষিত সত্যৰ সাধক
তুমিয়ে সিদ্ধাৰ্থ, তুমি সত্যকাম,
প্ৰেমৰ ৰাজ্য কৰা সৃষ্টি তুমি
তোমাৰেই হব বৈজয়ন্তী ধাম।

চিৰ সুন্দৰৰ কৰা ৰূপ ধ্যান
মুক্তি আহ্বনত অভিষিক্ত হই,
বোৱাই দিয়া মৰুৰ বুকুত
সাম্য, মৈত্ৰী, অমৃতৰ নই।

# বিহগী কবিলৈ লিখা চিঠি-পত্র

প্ৰিয় চৌধাৰী,

আগতে মই ভাবিছিলোঁ আপুনি কবিতা লিখে। কালি আবেলি আপোনাৰ পামলৈ গৈ বুজিলোঁ আপুনি অকল কবিতাকে নিলিখে কবিতা সৃষ্টিও কৰে। শাৰীয়ে শাৰীয়ে ৬।৭ হাজাৰ বন্ধা কবি, ফুল কবিৰ সৌন্দৰ্য্য ; উত্তৰে দক্ষিণে, পূবে পশ্চিমে—হালধীয়া ৰঙা নীলা ফুলেৰে সুশোভিত চামে চামে মটৰ মাহ ; ৰতাহত ঢৌ খেলি থকা সৰিয়হৰ ফুলৰ অনুপম ৰূপৰাশি মই বিমোহিত হৈ উপভোগ কৰিলোঁ। খন্তেকৰ বাবে পাহৰি গৈছিলোঁ, মই ক'ত আছোঁ, ইন্দ্ৰৰ নন্দন কাননত নে মৰ্ত্যৰ কোনো দেৱাঙ্গ ফুলনিত। বিশেষকৈ লক্ষ্য কৰি আচৰিত হলোঁ যে প্ৰকৃতিৰ যিখন ফুলনি আপুনি সৃষ্টি কৰিছে, সি কেৱল মনোমুগ্ধকৰেই নহয় তাক খাবও পাৰি। আপুনি বহুদিন জীয়াই থাকক। আপোনাৰ আদৰ্শ চিৰস্মৰণীয়। ইতি—

আপোনাৰ

শ্ৰীগোপীনাথ বৰদলৈ

নগাওঁ

১৬।৪।৫৩

শ্ৰদ্ধাস্পদেষু—,

আশা কৰোঁ এতিয়ামানে আপোনাৰ গা ভাল পাইছে আৰু আম্বাতবো ভালকৈ উপশম হৈছে। মই তাৰপৰা আহিয়েই বৰ অসুখত পৰিলোঁ। জ্বৰ হ'ল। গতিকে "বেজবৰুৱাৰ" প্ৰবন্ধটো লিখি

পঠিয়াব নোৱাৰিলোঁ। লাগিলে মেই মাহৰ ১লা সপ্তাহৰ ভিতৰত পোৱাকৈ লিখি পঠাব পাৰোঁ। মই আজি মৌজালৈ যামগৈ, তাৰপৰা এসপ্তাহমানৰ পিছত ঘূৰিম। উত্তৰ দিব। শ্ৰদ্ধা-প্ৰীতি লব। ইতি—

আপোনাৰ,

**বসন্তকান্ত বৰকাকতী**

শ্ৰদ্ধাস্পদেষু,

মই আপোনাক নোসোধাকৈয়ে অহা সংখ্যা 'আলোচনী'ত আপুনি আৰু হেম গোসায়ে বসন্ত বিষয়ৰ দুটা কবিতা দিব বুলি জাননী দিলোঁ। দোষ কৰিছোঁ ক্ষমা কৰিব ; কিন্তু কবিতাটো পালেহে প্ৰকৃততে ক্ষমা কৰা বুলি ভাবিম ; পঠাব দেই। গোস্বামী ডাঙৰীয়ালৈকো লিখিছোঁ। ইতি—

আপোনাৰ

**শ্ৰীলক্ষ্মীনাথ ফুকন**

বিহাবাৰী পোঃ অঃ

ডিব্ৰুগড়, ১৫ ডিচেম্বৰ, ১৯৩৯

শ্ৰদ্ধাস্পদেষু,

আপোনাৰ চিঠিডুখৰি পালোঁ। আপুনি যে 'সুৰভি' উলিয়াব খুজিছে সি বৰ আনন্দৰ কথা, আৰু আপোনাৰ পৰিচালনাত কাকত-খনে যে ৰাইজৰ সমাদৰ পাব তাক কবই নালাগে। কামৰ মোৰ বৰ ভিৰ, তথাপিও প্ৰবন্ধ বা কবিতা এটাকে যিমান সোনকালে পাৰোঁ পঠাবলৈ নিশ্চয় যত্ন কৰিম। কিন্তু যদি কেনেবাকৈ পঠাব নোৱাৰোঁ তাৰ বাবে যেন বেয়া নেপায়। প্ৰথম সংখ্যালৈ নোৱাৰিলেও আগলৈ প্ৰবন্ধ মাজে সময়ে এটা দুটা মই নিশ্চয় পঠাম। আজি শ্ৰীযুত বেণুধৰ শৰ্মাক লগ পাই আপুনি কাকত উলিয়াব খোজাৰ কথা কলোঁ। তেওঁক

প্ৰবন্ধাদি পঠাবলৈকো কৈছোঁ। আপুনি যেন তেওঁলৈকো চিঠি এখনি দিয়ে। শ্ৰীযুত শৰ্মা ডিব্ৰুগড়তে আছে। 'তৰুণ অসম'ৰ সম্পাদক। তেওঁৰপৰা প্ৰবন্ধ আপুনি পাব, চিঠি এখন দিব মাথোন।

আপোনাৰ 'সুৰভি'তে শ্ৰীযুত কৰুণাকান্ত গগৈও আছে নেকি? আপোনালোকেনো 'জয়ন্তী' এৰিলে কিয়? শ্ৰীযুত গগৈক মোৰ কথা কব।

ভালে আছোঁ। আশা কৰোঁ আপোনাৰ সকলো পিনেই ভাল।

ইতি—

আপোনাৰ

শ্ৰীলক্ষ্মীনাথ ফুকন

শ্ৰদ্ধাস্পদেষু,

২৮ মে' তাৰিখৰ 'নতুন অসমীয়া' কাকতৰ আপোনাৰ নামত ৰাজ্য পুনৰ্গঠন, আৰু কমিউনিষ্ট পাৰ্টিৰ সম্বন্ধে যি বিবৃতি ওলাইছে তাত আপোনাক অসম শান্তি কমিটিৰ সভাপতি হিচাপে উল্লেখ কৰাত শান্তি কমিটিৰ নীতি সম্বন্ধে বাইজৰ মনত এটা ভুল ধাৰণা হবৰ সম্ভাৱনা আছে। বিশেষকৈ কোনো দেশৰ আভ্যন্তৰীণ ৰাজনীতি সম্বন্ধে মতামত দিয়া আমাৰ নীতি-বিৰুদ্ধ। গতিকে আপুনি যদি অসম শান্তি কমিটিৰ সভাপতি হিচাপে উক্ত বিবৃতি দিয়া নাই বুলি ৰাইজৰ আগত বিবৃতি দিয়ে তেন্তে ৰাইজৰ শান্তি কমিটি সম্বন্ধে ভুল ধাৰণা হব নোৱাৰিব। আশা কৰোঁ আপুনি এই বিষয়ে অতি সোনকালে উপযুক্ত পন্থা গ্ৰহণ কৰিব।

আপোনাৰ

শ্ৰীভবানন্দ দত্ত

সম্পাদক, অসম শান্তি কমিটি

৫।৬।৫৪ ইং

পোঃ অঃ সুন্দৰীদিয়া
ভায়া—বৰপেটা
৪।৭।৬৩

শ্ৰদ্ধাস্পদেষু,

মোৰ লৰাহঁতে ঘৰত এখন "এলবাম" কৰিবলৈ মন কৰিছে। তাত থবলৈ আপোনাৰ সক ফটো এখন আৰু বাণী এটি লাগে। দয়া কৰি পঠিয়াই দি লৰাহঁতক উৎসাহ দিব।

নাজিৰালৈ যোৱা সুবিধাতেই মই এইবাৰ উজনি অসমৰ বহু ঠাইত ফুৰি আহিলোঁ। বহুতে মোক মাতি নি সমাদৰ কৰিলে আৰু কিছুমানে মানপত্ৰও দিলে।

আপোনাৰ শান্তিপূৰ্ণ দীৰ্ঘ জীৱন কামনা কৰিলোঁ।

শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস।

শ্ৰদ্ধেয় চৌধাৰী ডাঙৰীয়া,

কেন্দ্ৰীয় চৰকাৰে আপোনাক সাহিত্যিক পেন্সন দিয়া বাতৰি পঢ়ি পৰম আনন্দ পালোঁ। সদাশয় চৰকাৰৰ উপযুক্ত বাছনি দেখি দেশৰ সকলো শিক্ষিত লোকে সন্তোষ পাইছে; গোটেই জীৱন আশাসুধীয়াভাৱে সাহিত্য-সেৱা কৰা মানুহৰ সংখ্যা আমাৰ দেশত কম; এইসকলৰ ভিতৰত আপুনিয়েই অগ্ৰগণ্য। ভগৱানে আজীৱন আপোনাৰ স্বাস্থ্য অক্ষুণ্ণ ৰাখক। আমাৰ হিয়াভৰা আনন্দ এই পত্ৰেৰে জনালোঁ।

শ্ৰীহৰি নাৰায়ণ দত্তবৰুৱা

শ্ৰদ্ধাস্পদেষু,

শাস্ত্ৰত কৈছে,
নিগৃহীতেন্দ্ৰিয় গ্ৰামে যত্ৰৈৱ বসতে নৰঃ।
তস্য তত্ৰ কুৰুক্ষেত্ৰং নৈমিষং পুষ্কৰং তথা॥

আপোনাৰ আলয় এই নৈমিষাৰণ্য তীৰ্থ-ক্ষেত্ৰৰপৰা শাৰদীয় অষ্টমীৰ পুৱা বেলিকা ৰূপ ৰস গন্ধ মাধুৰ্য্যেৰে ভৰা নৱমল্লিকা নতুন ছন্দ গীতিৰে পুষ্পিতা হৈ আমাৰ আগত ভাসিত হ'ল আৰু যেন আমি সম্মোহনেৰে বিদ্ধ হলোঁ। বিস্ময় মানিলোঁ।।

ৰাম ভগত পৰহিত নিৰত, পৰৰ দুখত দুখী দয়াল হৈ নৱমল্লিকাই ন বিধ দয়াল ভাৱেৰে আনন্দ আৰু পৰদুখ নিবেদন কৰিছে। ভাষা, লালিত্য, শব্দ-প্ৰয়োগ আদিৰে ভূষিত হৈ নিশ্চয় নৱমল্লিকাই সৌৰভ আৰু গৌৰৱ বৃদ্ধি কৰি আমাক ধন্য কৰিছে।

নৱমল্লিকাৰ পাতনিত আছে, নৰিয়া পাটীত আৱদ্ধ হৈ থকা কাল ডোখৰত ভাবাৱেগবোৰ এটি দুটিকৈ খুপুৰিয়াই থওঁতে থওঁতে ন-টা ধুনীয়া গল্পৰ জন্ম হ'ল সঁচা, কিন্তু আমি হলে কওঁ—

ভালে থাকা ভাগ্যজোৰা চিৰজীৱী হৈ। ইতি—

আপোনাৰ নিবেদক
শ্ৰীগিৰিশচন্দ্ৰ বৰুৱা
২২।১০।৫৮

67 Wellesly
14/3

শ্ৰদ্ধাস্পদেষু

ভালেমান দিনৰ মূৰত আপোনালৈ লিখিবলৈ আগবাঢ়িছু। অসমৰ গণনাট্য সংঘৰ পাতনিৰ পৰা আপুনি সকলো বাধা বিঘিনিৰ মাজেদি যেনেকুৱা আজিলৈকে নিষ্ঠা লৈ বৃদ্ধ বয়সত কাম কৰি আহিছে ই আমাৰ গৌৰৱৰ আৰু উৎসাহৰ কথা। আপোনাৰ শক্তি মাথোন কাব্যৰ মাজতেই নহয় কামৰ মাজতো, আজিৰ দিনা ই দুৰ্লভ। স্বৰ্গীয়

জ্যোতিপ্রসাদ আগৰৱালাদেৱৰ মৃত্যুৰ পাছত অসমত প্ৰগতিশীল সংস্কৃতি আন্দোলনৰ সলিতা জ্বলাই ৰখাৰ ভাৰ আপোনাৰ উপৰতেই পৰিছে বুলি মই ভাবিছু। মোৰ অৱস্থাৰ খবৰ আপুনি পাইছে হবলা। দুৰন্ত ব্যাধি, সংগ্ৰাম আৰু অভাৱ-অনাটনৰ কোপত মোৰ স্বাস্থ্য অচল হৈ পৰিছে। তথাপি অসমত অলপতে উভটি আহি অসমৰ সংস্কৃতি-আন্দোলনৰ হকে জীৱনৰ শেষ দোখৰ নিয়োগ কৰাৰ সংকল্প কৰিছু।

অহা এপ্ৰিল মাহৰ ২ তাৰিখৰপৰা ৭ তাৰিখলৈ সদৌ ভাৰত শান্তি সংস্কৃতি সম্মেলন কলিকটাত পতা হৈছে। তাত ভাৰতৰ সকলো প্ৰদেশৰ পৰাই যে Cultural Squad আহিব ই নহয়— আনকি পৃথিৱীৰ ভালেমান দেশৰপৰা কেইজনমান বিখ্যাত শিল্পী আৰু সাহিত্যিকে যোগ-দান কৰিব। ইমান ওচৰতে এনেকুৱা ঐতিহাসিক অনুষ্ঠানত অসমৰ পৰা যদি এটা Cultural Squad আৰু Delegation যোগদান কৰিবলৈ নাহে তেন্তে আমাৰ নিচেই লাজৰ আৰু দুঃখৰ কথা। আপুনি নিজে এই বিষয়ত Initiative লব বুলি আশা কৰোঁ। আপুনি নিজে Delegation lead কৰি লগত লৈ আহিব লাগিব। অসমৰ শান্তি আন্দোলন নিচেই জুৰুলা হৈ আছে তথাপি আপুনি চেষ্টা কৰিলে গাওঁৰপৰা নিভাজ অসমীয়া বিহুৰ নাইবা ওজাপালি আদিৰ এটা দল Organise কৰি আনিব পাৰিব। আন আন বিখ্যাত সাহিত্যিক ও শিল্পীবোৰক নিজে চিঠি দি উৎসাহিত কৰি সৰু এটা Delegation অনাৰ চেষ্টা কৰিব। মোৰ সশ্ৰদ্ধ অভিবাদন লব। আশা কৰো আপুনি ভালে আছে। ইতি—

আপোনাৰ—

হেমাঙ্গ বিশ্বাস

জংলা পাৰা
পোঃ ৰিম্ভু বেলপাৰা, গাৰোহিলচ্

পূজনীয় আতা,

সেৱা লব। ভালে ভালে আহি চাৰি তাৰিখে সন্ধিয়া ঘৰ পালোঁহি। আহিবৰ দিনাখন আপোনাৰ পৰা অনা 'কেতেকী'খনি পঢ়ি বৰ ভাল পালোঁ। শব্দৰ দুৰ্বোধ্যতা আৰু অৰ্থৰ অস্পষ্টতা অকণো নথকা স্বভাৱ সুন্দৰী ৰমণীৰ দৰে নিৰলঙ্কাৰ প্ৰাঞ্জল ভাষাত লিখা কাব্য পুথিখনি সকলো ধৰণৰ মানুহে পঢ়ি বুজিব পৰাকৈ ৰচিবলৈ সমৰ্থ হোৱাৰ কাৰণে আপোনাক শ্ৰদ্ধা জনাইছো। ইংৰাজীৰ ভাঙনীখনি চুটি হলেও অকণো আঁৰ নলগা হৈছে পুষ্ট হাতৰ তলুৱা পৰি। ইংৰাজী অসমীয়া দুয়োটা ভাষাতে একেলগে পঢ়িবলৈ পালে ভাল লাগে। ভাঙনীত স্থানীয় পৰিবেশ দাঙি ধৰাত ভাঙোতা কৃতকাৰ্য্য হৈছে ফুটনোটৰ শব্দৰ অৰ্থবোধ দি। ভাঙনীখনত ৱাৰ্ডৱৰ্থৰ ভাষাকে অনুকৰণ কৰিছে যদিও ভাঙোতাৰ মৌলিক যেনেই লাগে। মুঠতে আমাৰ চাহিদা পূৰণ কৰিব এই পুথিখনিয়ে। ৰান্ধিব নেজানিলেও সোৱাদ লব পৰা ইন্দ্ৰিয় শক্তিৰে যি বুজিলোঁ তাকেহে এই চিঠিখনত লিখিলোঁ মন্তব্য হিচাবে। জুতি চোৱাত যদি ভুল হোৱা নাই তেন্তে ভাল। আহিবৰ সময়ত আপুনি বিহুৰ পিছতে চকুত অস্ত্ৰোপচাৰ কৰাৰ কথা কৈছিল। যদি কৰা হয় তেন্তে আপোনালৈ শুভেচ্ছা জনাইছোঁ। আপোনাৰ জীৱন যুজ'ত কৃতকাৰ্য্য হওক, ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।

আঁহোতে শ্ৰীমান ভানু ভাইটিক (পতঞ্জলি) কৈ আহিব নোৱাৰিলোঁ। তালৈ মৰম জনাইছোঁ। ঘৰত আই, বোপাই, ভাই,— ভনীহঁতেৰে সৈতে সকলোৱে কুশলে আছোঁ।

পাৰ্বত্য ৰাজ্যত যোৱা সাধাৰণ নিৰ্বাচনত সৰ্বদলীয় পাৰ্বত্য নেতাদলে সংখ্যা গৰিষ্ঠতা লাভ কৰাৰ কাৰণে তেওঁলোকৰ দাবী পুৰণৰ

প্ৰচেষ্টা জোৰেৰে চলাবলৈ আয়োজন চলিছে গাৰোহিলত। ঘৰত থাকি তেওঁলোকৰ মতৰ বিৰুদ্ধে এষাৰ মাত মাতিবলৈও উপায় নাই। নিৰ্দ্দলীয় মত পোষণ কৰি তেওঁলোকৰ গতিবিধি লক্ষ্য কৰাৰ বাহিৰে আন উপায় নাই। দেখা যাওক কি হয়। আপোনালৈ সেৱা জনাই চিঠিৰ সামৰণি মাৰিলোঁ। ইতি—

আপোনাৰ বিশ্বাসী
শ্ৰীসমৰ সিং ৰাভা

শ্ৰীচৰণেষু,

আপুনি আমাকে মনে ৰেখেছেন জেনে খুব আনন্দ পেলাম। আপনাৰ মন থেকে হাৰিয়ে আমি যাইনি এৰ জন্য নিজকে ধন্য মনে কৰছি। আপনাৰ পাঠান বই—আপনাৰ আশীৰ্বাদ আমি মাথায় তুলিছিলাম। ঈশ্বৰ আপনাকে দীৰ্ঘ আয়ু দান কৰুণ। বিশ্ব প্ৰকৃতিৰ সব সুৰ, সব গান আপনাৰ কাব্য-বীণায় ধ্বনিত হয়ে উঠুক আপনাৰ মাতৃভাষা ও সাহিত্য শ্ৰীমণ্ডিত হোক। মাতৃভাষাৰ শ্ৰীবৃদ্ধিই 'স্থায়ী জাতীয় উন্নতিৰ একমাত্ৰ মূল উপায়।' (ৰবীন্দ্ৰনাথ)।

আপনি দুশ্চৰ সাধনাৰ মধ্যে দিয়ে অনাদৰে মলিন মাতৃ ভাষাৰ মুখে যে অপূৰ্ব্ব লক্ষ্মীশ্ৰী ফুটিয়ে তুলিছেন, তাৰজন্যে সমগ্ৰ দেশবাসী আপনাৰ কাছে চিৰ কৃতজ্ঞ থাকবে। আপনি সুৰ সাধনায় সিদ্ধিলাভ কৰুন। আপনাৰ সাধনাৰ পথ শুভ হোক, মঙ্গল হোক, ধন্য হোক। শিব, শিব,

প্ৰণামান্তে
অজয় বন্দোপাধ্যায়

Capt. V. R. MOHAN
Member Legislative Council, U. P.
MAYOR
Municipal Corporation
LUCKNOW

My Dear Raghu Nathji

I take this opportunity to inform you that after having heard about you and your fame from Sri Prem Chandra Gupta, I on behalf of the Nagar Mahapalika, Lucknow, heartily extend you an invitation to visit Lucknow any time convenient to you to afford an opportunity to us to welcome you in our city and give you a civic reception. I eagerly await your reply informing as to what date would be convenient to you. On hearing from you in this respect we shall fix up our Programme accordingly. With kindest regards, yours sincerly.

**Sd/-V. R. Mohan Capt**

# বিহগী কবিৰ মৃত্যুত সহানুভূতিৰ বাণী

(১) অসমৰ স্বনাম ধন্য সাহিত্যিক, সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বিহগী কবি চৌধাৰীৰ মৃত্যুৰ বাতৰিত বৰ দুখ পালো। এটা উজ্জ্বল নক্ষত্ৰ নাইকিয়া হ'ল।

**নকুল চন্দ্ৰ ভূঞা**

(২) জোনকী যুগৰ কৱি-সাহিত্যিক ৰঘুনাথ চৌধাৰীদেৱৰ কৱিতাসমূহৰ কাব্যৰস আৰু সৌন্দৰ্য্য আজি আলোচনা নকৰাকৈয়ো এইটো কথা কব পাৰি যে সাহিত্যই আছিল তেখেতৰ প্ৰাণবায়ু। কথা আৰু কাম সকলোতে সাহিত্যই আছিল তেখেতৰ প্ৰিয় বিষয়-বস্তু তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক—এয়ে করুণাময়ৰ ওচৰত প্ৰাৰ্থনা।

**শ্ৰীজ্ঞাননাথ বৰা**

(৩) এটি পৱিত্ৰ সুন্দৰ কুমাৰ জীৱনৰ অধিকাৰী, পৱিত্ৰ আত্মা বৈকুণ্ঠ ধামলৈ গতি কৰিছে, তাত দুখ-শোকৰ স্থান নাই। তথাপি দুখুনী অসমৰ সাহিত্য সাধকৰ অভাৱে অসমক সদায় কন্দুৱাব। সেই অমৰ আত্মাৰ প্ৰতি হিয়াভৰা শ্ৰদ্ধাৰ আঁজলি যাচিলোঁ। খুৰা-দেউৰ মৰমৰ কথা পাহৰিব নোৱাৰো।

**শ্ৰীমলিনা বালা দেৱী**

(৪) তোমালোকৰ ৰৰদেউতা, দেশবৰেণ্য, সুকৱি, দেশৰ সমস্যাত আত্মোৎসৰ্গ কৰা, সৰ্ব্বজন শ্ৰদ্ধাৰ পাত্ৰ, দেশৰ ধ্বনি স্বৰূপ, যাৰ সংগ্ৰহত নিজে এখোজ আগ বাঢ়িলোঁ যেন লাগে, শয্যাগত অৱস্থাতো যাৰ অদম্য উৎসাহ, চিন্তাশক্তি অটুট আছিল তেনেজন অদ্বিতীয় পুৰুষৰ বিয়োগত তোমালোকৰ ঘৰ শূন্য হৈছে যে অকল সেয়ে নহয়, অসম জননীৰ বুকু আজি উদং হ'ল, চকুলো ব্ৰহ্মপুত্ৰৰ ধাৰে বৈ গৈছে। দেশবাসীয়ে যে কান্দিছে, হাবি বননিৰ কুলি কেতকীও নিৰৱ হৈছে। পক্ষীকুলো আজি মাউৰা। বিহগী কৱিৰ বিৰহ চৰাই-চিৰিকতিয়েও যেন অনুভৱ কৰিছে। তেখেত একেধাৰে কবি, সাহিত্যিক, দেশৰ সমস্যা নিৰীক্ষক, স্পষ্টবাদী, নিৰ্ভীক সমালোচক, সাধাৰণ কথা বতৰাৰ মাজতো গাম্ভীৰ্য্যপূৰ্ণ আলোচনাক্ষম লোক আছিল। আজি কেইবছৰে শয্যাগত অৱস্থাত থাকিও যি অদম্য সহন শক্তিৰে জীৱনাদৰ্শ আগত ৰাখি, সকলোৰে লগতে দেশৰ, দহৰ, সমাজৰ, সাহিত্যৰ বিষয়ে আলোচনা কৰি সকলোকে আকৰ্ষিত কৰি ৰাখিছিল, সি সদায় স্মৰণীয় বিষয় হৈ থাকিব। সেই সৰু কোঠাটি পৱিত্ৰ বাণী-মন্দিৰ হৈ উঠিছিল। আজি পূজাৰী অবিহনেও, সি আমাৰ পক্ষে পৱিত্ৰ থান হৈয়েই ৰব।

শ্ৰীনীলমণি ফুকন

(৫) চৌধাৰীদেৱৰ তিৰোধানৰ লগে লগে লগে জোনাকী যুগৰ শেষ বন্তি গছি নুমাল, অসম সাহিত্য সভাৰ এজন কৰ্ণধাৰ অন্তৰ্দ্ধান হ'ল, গুৱাহাটী সৱিতা সভাৰ জেউতি নিস্প্ৰভ হ'ল, অসংখ্য ব্যক্তি আৰু অনুষ্ঠান নিঠৰুৱা হ'ল। দেশৰ পক্ষে, জাতিৰ পক্ষে, এই ক্ষতি অপূৰণীয়। বিহগী কবিয়ে এৰি যোৱা শূন্য আসন আজি পূৰণ কৰিব কোনে? কেতেকী, দহিকতৰাক কণ্ঠস্বৰ দিব কোনে?

সাদৰীক সালঙ্কৃত কৰিব কোনে? ভগৱানে অমৰ আত্মাক চিৰশান্তি দান কৰক।

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

(৬) আমাৰ অতি শ্ৰদ্ধা আৰু মৰমৰ আতাৰ শ্ৰাদ্ধৰ নিমন্ত্ৰণী পত্ৰ কালি গুৱাহাটীৰপৰা আহি পাইছে। মই সেই দিনা গুৱাহাটীত আছিলোঁ যদিও হঠাৎ জ্বৰ উঠাৰ কাৰণে যাব নোৱাৰি বেয়া পাইছোঁ। আশাকৰোঁ আতাৰ প্ৰাৰম্ভিক শুভ কাৰ্য্য সুকলমে সমাধা হৈ গ'ল। আতাৰ পৱিত্ৰ আত্মাৰ উদ্দেশ্যে আমাৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি জনালোঁ। সকলোটিলৈকে আমাৰ মৰম-প্ৰীতি আগবঢ়ালোঁ।

শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা

(৭) কবি চৌধাৰীদেৱৰ নিৰ্য্যানৰ লগে লগে সকলো ফুল মৰহি গ'ল আৰু যেন সকলো চৰাই নিস্তব্ধ হৈ পৰিল, কাৰণ প্ৰকৃতি ৰাজ্যৰ এই প্ৰজাবৃন্দক তেওঁ যিদৰে জানিছিল, যিদৰে ভাল পাইছিল আমাৰ আন কোনোবা কবিয়ে সেইদৰে জানিছিল বা ভাল পাইছিল বুলি ভাব নহয়। তেওঁ গ'ল যেন 'দি লাষ্ট গ্ৰে'ট ৰোমান' হৈ গ'ল। এটা ফুল নিশ্চিহ্ন হৈ গ'ল। তেওঁৰ পৱিত্ৰ স্মৃতিত অশ্ৰু তৰ্পণ কৰিছোঁ।

ড° মহেশ্বৰ নেওগ

(৮) আজি পুৱাতে ৰেডিঅ'ত বিহগী কবি চৌধাৰীৰ মৃত্যু সংবাদ পাই বেজাৰ পালোঁ—বহুতো পুৰণি কথা মনলৈ আহিল—বিশেষকৈ তেখেতে ১৯২১ চনত কাৰাদণ্ডিত হোৱা আৰু ধুনীয়া শৰীৰেও জেইলৰ নিৰ্য্যাতন সাহেৰে সৈতে লোৱা। অসমৰপৰা এগৰাকী

লেখত লবলগীয়া মানুহ নোহোৱা হ'ল। জলকৈ ভাবি চালে মৃত্যুত শোক কৰিবৰ একো নাই। তেখেতৰ বয়সো হৈছিল। তোমালোকলৈ সমবেদনা জনালোঁ—স্বৰ্গগত আত্মাৰ কল্যাণ কামনা কৰিলোঁ।

**শ্ৰীঅমিয়কুমাৰ দাস**

(৯) অসম বাসীৰ গৌৰৱৰ স্থল, অসমীয়া জাতিৰ উৎসাহৰ উৎস, অসম মাতৃৰ মহিমামণ্ডিত সন্তান, অসমীয়া ভাষা-সাহিত্যৰ শ্ৰেষ্ঠ সংৰক্ষক আৰু সম্বৰ্দ্ধক, অসমীয়া ভাষা সংস্কৃতিৰ প্ৰধান ধাৰক আৰু বাহক, অসমৰ জাতীয় কৱি, কৱিৰত্ন ৺ৰঘুনাথ চৌধাৰী দেৱৰ দেহাৱসানত অসমৰ যি ক্ষতি হৈছে সি অপূৰণীয়।

সমগ্ৰ অসমবাসীৰ লগতে আমিও এই মহাত্মা পুৰুষজনাৰ তিৰোধানত শোক সন্তপ্ত হৈছোঁ।

**শ্ৰীমনোৰঞ্জন শাস্ত্ৰী।**

(১০)

আজি জোনাকী যুগৰ
শেষ বন্তি গছি নুমাল।
বিহগী কবিৰ অমৰ পুণ্যাত্মালৈ
মোৰ ভক্তিৰ অঞ্জলি
নিবেদন কৰিলোঁ;
লগতে যাচিলোঁ—
শোক সন্তপ্ত পৰিয়াল বৰ্গ লৈ
সমবেদনা।
কবি, অশৰীৰী ৰূপে তুমি
আজি ক'ত বিদ্যমান?
তোমাৰেই গাও আমি
জয় যাত্ৰাৰ

মুক্তি অভিযান,

কবি তুমি, ধন্য তুমি।

অতীৱ মহান।

নমস্তে

শ্ৰীশ্ৰীৰাম চন্দ্ৰ দাস

(১১) স্বৰ্গীয় চৌধাৰীদেৱ গোটেই অসমীয়া জাতিৰেই পিতৃব্য স্বৰূপ। তেখেতৰ প্ৰতি শ্ৰদ্ধাতৰ্পণ কৰাটো গোটেই জাতিৰেই কৰ্ত্তব্য। আপোনাসকলে আন সকলোতকৈ বেছি শ্ৰদ্ধাভক্তিৰে এই সম্পাদন কৰা বাবে আপোনাসকলৰ কৰ্মত আমি সদৌ দেশবাসীৰে আন্তৰিক সহযোগ জনাই তেখেতৰ উৰ্দ্ধগতি আৰু আপোনাসকলৰ মঙ্গল কামনা কৰিছোঁ।

শ্ৰীমোহন চন্দ্ৰ মহন্ত

(১২) অসমৰ সাত্বিক কবি চৌধাৰীৰ প্ৰয়ানত অসমৰ এক ঐতিহ্যৰ ধাৰা শেষ হ'ল।

মই গুৱাহাটী কলেজত পঢ়াৰ দিনৰ পৰা (১৯২৫) তেখেতে মোক বিশেষ স্নেহ কৰিছিল আৰু তেখেত মোৰ অতিশয় শ্ৰদ্ধা-ভক্তিৰ পাত্ৰ আছিল।

আজি তেখেতৰ আত্মাৰ উদ্দেশ্য শ্ৰদ্ধাৰ দ্ৰোণফুল এটি আগ-বঢ়ালোঁ।

ভগৱন্তই সকলোকে শান্তি দিয়ক। ওঁ শান্তি।

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

(১৩) আতাৰ মৃত্যুৰ খবৰ পাই সঁচাই মৰ্মাহত হৈছিলোঁ। আমাৰ সাহিত্যৰ গুৰিধৰোতা এজন এজনকৈ আঁতৰি গৈছে। এইটো

এটা ডাঙৰ আক্ষেপৰ কথা। আতাৰ মৃত্যুৰ সময়ত গুৱাহাটীত থাকিবলৈ পোৱা হলে ভাল পালোঁহেতেন অৰ্থাৎ নিজে উপস্থিত থাকি শ্ৰদ্ধাঞ্জলি আগবঢ়াবলৈ পোৱাটো কিমান সৌভাগ্যৰ কথা হলহেঁতেন। আতাৰ স্বৰ্গগামী আত্মাই আৰু শান্তি পায়, ইয়াকে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিলোঁ।

হেম বৰুৱা

(১৪) পৰম শ্ৰদ্ধাভাজন বিহগীকবি চৌধাৰী ডাঙৰীয়াৰ আকস্মিক বিয়োগত গোটেই অসম ৰাজ্যই ম্ৰিয়মান হৈছে। তেখেতৰ বিয়োগত অসমীয়া সাহিত্য ক্ষেত্ৰত যি বিৰাট শূন্যতাৰ সৃষ্টি হ'ল সেই শূন্যতা কেতিয়াকৈ পূৰণ হব বা হব পাৰিব নে নোৱাৰে কব নোৱাৰো। ভাষা জননীৰ কামত কোকিলৰ কুহু সুৰ বা দহিকতৰাৰ দোতাৰা আৰু নেবাজিব। ভাষা-জননী সঁচাকৈয়ে নিঠকৰা হ'ল।

শ্ৰীউমাকান্ত শৰ্মা

(১৫) "চিৰ চেনেহী আমাৰ ভাষা জননীক" ভাল পোৱা আমাৰ ৺ আতাই মহৎ কবি ৰূপে জনমি আকৌ এদিন লুইতৰ পাৰ পোহৰ কৰিব।

ভাৰতৰ সাহিত্য কাননত তগৰ, শেৱালি, গোলাপ আদি ফুল, কেতেকী, দহিকতৰা আদি চৰাই হৈ আতাৰ অমৰ আত্মাই বিৰাজ কৰিব।

শ্ৰীললিতচন্দ্ৰ বৰা

(১৬) ৺চৌধাৰীদেৱৰ আদ্য শ্ৰাদ্ধত উপস্থিত থাকিবলৈ নিমন্ত্ৰণ পত্ৰখন আজি ইয়াতে পালোঁ। তেখেতে মোক বৰ চেনেহ কৰিছিল, আৰু মোৰ আশা আছিল যে এইবাৰ অসমলৈ গৈ তেখেতক লগ পাম। সেই ইচ্ছা পূৰ্ণ নহ'ল।

ইয়াৰ পৰাই অনুভৱ কৰিব পাৰিছোঁ যে গোটেই অসমৰ মানুহে যথাযোগ্যভাবে তেখেতৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছে।

অমলেন্দু গুহ

(১৭) "জোনাকী যুগৰ যি কেইগছি বন্তিয়ে অসম পোহৰ কৰি তুলিছিল, কবি চৌধাৰী সেই কেইগছৰ ভিতৰতে শেষ বন্তি আছিল। আজি সেই শেষ বন্তিও নুমাল। তেওঁৰ আদৰ্শত অসমক পোহৰ কৰাৰ দায়িত্ব এতিয়া পিচৰ চামৰ—ডেকা চামৰ ওপৰত।

নকুল অগৰীয়া

(১৮) I am extremely shocked to hear that Shri Raghunath Choudhury, the welknown Poet and literatteur, is no more in our midst. In him people of Assam lost a true petriot who loved his country and the people with heart and soul. His contribution towards development of Assamese literature was invaluable and unsurpassable. Shri Choudhury with his loving personality made himself endeared to all. His death is an irrepairable loss to all of us in Assam.

I express my deep sense of sorrow at his sudden death and pray to God for the peace of the departed soul. I also convey my sincere sympathy and condolence to the members of the bereaved family.

**B. P. Chaliha**

(১৯) His works on Assamese literature were of a very high standard which could be rated with any contemporary writings of his time and of any

language especially his poetical works were superb for which he was rightly recognized as an outstanding bird-poet.

Assam's welfare did engage a good deal of his attention though he was not a politician in the accepted sense of the term. Political life of the state which had a direct bearing on Assam was in his very veins till the last breath of his life. "Death is the golden key that opens the palace of eternity" as Milton said and Raghunath Choudhury now has entered that palace. May his soul rest in peace.

**Assam Tribune.**

(২০) বিহগী কবি চৌধাৰীৰ জীৱন-বন্তি নিৰ্বাপিত হ'ল। এটা অধ্যায়ত যতি পৰিল। এখন মানৱ দৰদী প্ৰকৃতি প্ৰেমী অন্তৰ অসমৰ বুকুৰ পৰা হেৰাই গ'ল। কিন্তু অসমীয়া ভাষা সাহিত্যলৈ দি যোৱা বৰঙণিয়ে এইজনা কুসুম-কোমল অন্তৰৰ প্ৰকৃত মানুহক অমৰ কৰি ৰাখিব। অসমৰ ৱৰ্ডচ্‌ৱৰ্থ বুলি যিজনাক লৈ গৌৰৱ কৰিব পৰাৰ থল এৰি গ'ল সেইজনাৰ স্মৃতি কালে হৰিবই বা কেনেকৈ? তেওঁৰ মানৱ দেহা পঞ্চভূত প্ৰাপ্ত হল সঁচা কিন্তু তেওঁৰ কীৰ্ত্তি চিৰস্থায়ী, অবিনশ্বৰ।

**অসম বাতৰি**

# ৰঘুনাথ চৌধাৰী : জীৱন পঞ্জী

১৮৭৯ খৃঃ ১৮০১ শক ৬ মাঘ বৃহস্পতিবাৰ, শুক্লা চতুৰ্থী তিথি, জন্ম; পিতৃ ভোলানাথ চৌধাৰী, মাতৃ দয়ালতা চৌধাৰিণী। দাওপাৰা গাওঁ, জিলা কামৰূপ।

১৮৭৯ খৃঃ ১৮০১ শক, জেঠ মাহ, কবিৰ জীৱনৰ চৰম দুৰ্ঘটনা; পিৰালিৰপৰা বাগৰি শিলৰ চেপত পৰি কাললৈ খুনীয়া হয়।

১৮৮২ খৃঃ জহনী ৰোগত মাক দয়ালতা আৰু ককায়েক-বায়েকৰ মৃত্যু। ৰঘুনাথ চৌধাৰীৰ সেই গাঁৱৰে জয়পাল দাসৰ ঘৰত আশ্ৰয় গ্ৰহণ।

১৮৮৪ খৃঃ কাশীৰাম দাস নামৰ শিক্ষক এজনৰ তলত দাওপাৰাৰ গৃহতে বিদ্যাৰম্ভ।

১৮৮৫ খৃঃ গুৱাহাটীলৈ আহি গৰ্গৰাম চৌধাৰীৰ ঘৰত আশ্ৰয় গ্ৰহণ। গৰ্গৰাম চৌধাৰী ক্ষেত্ৰী হাবঙিয়া গাওঁৰ বালকৰাম চৌধাৰীৰ কনিষ্ঠ পুত্ৰ।

১৮৮৭ খৃঃ গুৱাহাটী চৰকাৰী মজলীয়া স্কুলত প্ৰথম স্কুলীয়া শিক্ষা আৰম্ভ। ৰঘুনাথ চৌধাৰীয়ে পোনতে নাম লগায় প্ৰথম মান শ্ৰেণীত।

১৮৯৬ খৃঃ ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হয়। এটি গ্ৰন্থাগাৰ স্থাপন কৰে আৰু ‘সুনীতি সঞ্চাৰিণী’ সভা পাতি তাৰ শুৰি ধৰে।

১৮৯৬ খৃঃ ফেব্ৰুৱাৰী, কলেজিয়েট হাইস্কুলত ইংৰাজী শিক্ষা আৰম্ভ হয়।

১৮৯৭ খৃঃ বৰভূঁইকঁপত স্কুলঘৰ ভাগি যায়। ছাত্ৰাবাসতে স্কুল চলে। বছৰেকীয়া পৰীক্ষাত শিক্ষকৰ লগত মনোমালিন্য হয়। কবি পৰীক্ষাত উত্তীৰ্ণ হ'ল যদিও পুনৰ স্কুললৈ নগ'ল; কিছুদিন ঘৰতে এনেয়ে কটালে।

১৮৯৮ খৃঃ অভিভাৱকৰ তাড়নাত স্কুললৈ নোযোৱাকৈ থাকিব নোৱাৰি এদিন যাত্ৰীবাহী জাহাজত উঠি তেজপুৰলৈ পলাই গ'ল। তেজপুৰতো পঢ়াৰ ইচ্ছা আছিল যদিও পঢ়া নহ'ল। জাহাজ কোম্পানীত কাম

কৰা গুৱাহাটীৰ সভাৰাম দাস নামৰ মানুহ এজনে চল কৰি তেওঁক পুনৰ গুৱাহাটীলৈ লৈ আহিল।

১৮৯৮ খৃঃ গুৱাহাটীৰ উজান বজাৰৰ বালিকা বিদ্যালয়ত শিক্ষক নিযুক্ত হয়। তেতিয়া দৰমহা মাহে পোন্ধৰ টকা।

পঢ়া-শুনা এৰি শিক্ষক হোৱা বাবে পিতৃদেৱতা ভোলানাথ চৌধাৰীয়ে আহি পুনৰ স্কুললৈ যাবলৈ বুজনি দিয়ে। কিন্তু কোনো-পধ্যে স্কুললৈ পঠিয়াব নোৱাৰি মনত বৰ আঘাত পায়। ইয়াৰ পিচত পিতৃৰ লগত আৰু দেখাদেখি নহ'ল।

১৮৯৯ খৃঃ স্কুলখন বন্ধ হয়। চৌধাৰীয়ে সেই সময়ত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ মনিকুল আশ্ৰমৰ টোলত সংস্কৃত শিকিছিল। সেই টোলতে তেওঁ মহামহোপাধ্যায়ৰ উপৰি মিথিলাৰ পণ্ডিত বাল মুকুণ্ড ঝাঁৰ তলত সংস্কৃত শিক্ষা লাভ কৰে। সেই বছৰতে তেওঁৰ পিতৃ ভোলানাথ চৌধাৰীৰ মৃত্যু হয়।

১৯০১ খৃঃ গুৱাহাটীৰপৰা প্ৰকাশিত 'জোনাকী'ৰ তৃতীয় সংখ্যাত তেওঁৰ কবিতা 'মৰমৰ পখী' প্ৰকাশ হয়। সপ্তম সংখ্যাত 'জোনাকী'ত তেওঁৰ 'প্ৰিয় বিহঙ্গিনি' কবিতা প্ৰকাশ হয়। কটন কলেজ প্ৰতিষ্ঠাৰ উদ্বোধনী সভাত 'আৱাহন' কবিতা তেওঁ আবৃত্তি কৰিছিল। সেই বছৰতে তেওঁ 'জোনাকী'ৰ সহকাৰী সম্পাদক নিযুক্ত হয়।

১৯০২ খৃঃ লতাশিল প্ৰাইমেৰী স্কুলৰ শিক্ষক নিযুক্ত হয়।

১৯০৩ খৃঃ গৰ্গৰাম চৌধাৰীৰ মৃত্যুত ঘৰৰ সকলো দায়িত্ব ৰঘুনাথ চৌধাৰীৰ মূৰতে পৰিল। তেতিয়া গৰ্গৰামৰ একমাত্ৰ পুত্ৰ গীতিকবি উমেশ চন্দ্ৰ চৌধাৰীৰ বয়স মাত্ৰ চাৰি বছৰ। জোনাকীৰ কামত প্ৰথমবাৰ কলিকতালৈ যায়।

১৯০৪ খৃঃ বীৰকুছিত খেতিৰ কামত আত্মনিয়োগ।

১৯০৫ খৃঃ স্বদেশী আন্দোলনত অংশ গ্ৰহণ।

১৯১০ খৃঃ কবিৰ প্ৰথম কবিতাৰ সংকলন 'সাদৰী' প্ৰকাশ হয়।

১৯১১-১৯১৪ খৃঃলৈ বোৱাল কেথেৰিক পাৱৰী স্কুলত শিক্ষকতা কৰে।

১৯১৮ খৃঃ 'কেতেকী' কাব্য প্ৰকাশ।

১৯২১ খৃঃ অসহযোগ আন্দোলনত যোগদান আৰু ১৫ মাহ কাৰাদণ্ড ভোগ।

১৯২৩ খৃঃ ৬ ফেব্ৰুৱাৰীত কাৰাগাৰৰপৰা মুক্তি লাভ কৰে। ‘কাৰবালা’ কাব্য প্ৰকাশ কৰে।

১৯২৩ খৃঃ ‘মইনা’ শিশু আলোচনী সম্পাদনা।

১৯২৫-১৯৪২ খৃঃলৈ পুনৰ ৰীৰকুছি পামত খেতিৰ কামত যোগদান। ‘জয়ন্তী’, ‘সুৰভি’ৰ সম্পাদনা।

১৯৩১ খৃঃ ‘দহিকতৰা’ কবিতা-গুচ্ছ প্ৰকাশ।

১৯৩৬ খৃঃ এপ্ৰিল, অসম সাহিত্য সভাৰ তেজপুৰত অনুষ্ঠিত অষ্টাদশ অধিবেশনৰ সভাপতি।

১৯৩৭ খৃঃ ‘জয়ন্তী’ আলোচনী সম্পাদনা।

১৯৪০ খৃঃ ‘সুৰভি’ আলোচনী সম্পাদনা।

১৯৫২ খৃঃ কলিকতাত বিশ্বশান্তি সম্মিলনত যোগদান।

১৯৫৩ খৃঃ সৰিতা সভাৰ শুৰি ধৰিছিল।

১৯৫৮ খৃঃ ৰাজ্য পুনৰ গঠনৰ সময়ত নেতৃত্ব গ্ৰহণ। ‘নৱ-মল্লিকা’ গদ্য-কবিতা পুথি প্ৰকাশ।

১৯৬০ খৃঃ ৰাজ্যভাষা আন্দোলনৰ নেতৃত্ব গ্ৰহণ।

১৯৬১ খৃঃ ২০ জানুৱাৰীত অসম সাহিত্য সভাৰ দ্বাৰা চৌধাৰীক গুৱাহাটী চুৰ্ণমাচন হলত সম্বৰ্দ্ধনা জনোৱা হয়।

১৯৬৭ খৃঃৰ ১৮ নৱেম্বৰৰ ৰাতিপুৱা ৫ বজাত লোকান্তৰ হয়। দিনৰ ১২ মান বজাত নৱগ্ৰহ শ্মশানত অন্ত্যেষ্টিক্ৰিয়া সমাপন।

# চৌধাৰীৰ গ্ৰন্থপঞ্জী

সাদৰী—কবিতাৰ সংকলন, গুৱাহাটী—১৯১০ খৃঃ

কেতেকী—কাব্য, গুৱাহাটী—১৯১৮ খৃঃ

কাৰবালা—কাব্য, গুৱাহাটী—১৯২৩ খৃঃ

দহিকতৰা—কবিতাৰ সংকলন, গুৱাহাটী—১৯৩১ খৃঃ

নৱ-মল্লিকা—গদ্য-কবিতাৰ সংকলন, গুৱাহাটী—১৯৫৮ খৃঃ

মন্নাই ৰবাগী

পচতীয়া

হেমকোষৰ পাৰিশিষ্ট

## চৌধাৰী আৰু তেওঁৰ সাহিত্য সম্পৰ্কে খমচেৰেক পুথি—

কবিবৰ চৌধাৰী—প্ৰভাত গোস্বামী, নৱেশ্বৰ দাস, গুৱাহাটী ১৯৪৯

কবি চৌধাৰী আৰু চৌধাৰীদেৱৰ কবিতা—কমলেশ্বৰ শৰ্মা, যোৰহাট ১৯৬১

চৌধাৰীৰ সাহিত্য প্ৰতিভা, সবিতা সভা—গুৱাহাটী, ১৯৬৪

সাহিত্য-জীৱন, অতুল চন্দ্ৰ বৰুৱা—গুৱাহাটী, ১৯৬৫

ৰঘুনাথ চৌধাৰী ( স্মৃতিগ্ৰন্থ )—অসম সাহিত্য সভা, ১৯৬৮

জন্ম শতবাৰ্ষিকী—ৰঘুনাথ চৌধাৰী স্মৃতিগ্ৰন্থ—তেজপুৰ সাহিত্য সভা, ১৯৮০

বিহগী কবি ( স্মৃতিগ্ৰন্থ )—ৰঘুনাথ চৌধাৰী জন্ম শতবাৰ্ষিকী উৎসৱ-সমিতি, গুৱাহাটী ; অসম সাহিত্য সভা, ১৯৮০



**ৰঘুনাথ চৌধাৰী জন্ম-শতবাৰ্ষিকী উছৱ সমিতিৰ সদস্যসকল**

**বাওঁফালৰপৰা প্ৰথম শাৰী**—প্ৰভাত শৰ্মা, ডঃ সত্যেন্দ্ৰনাথ শৰ্মা, অতুলচন্দ্ৰ বৰুৱা, খগীন্দ্ৰচন্দ্ৰ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা, তীৰ্থনাথ শৰ্মা, ৰাম গোস্বামী, নবেন শৰ্মা।

**দ্বিতীয় শাৰী**—দুৰ্গেশ্বৰ শৰ্মা, যোগেশ দাস, ৰমেশ কলিতা, নন্দ তালুকদাৰ, ডঃ হেমন্তকুমাৰ শৰ্মা, কনক ডেকা, ৰামচৰণ ঠাকুৰীয়া, মেঘৰাম পাঠক, গদাধৰ শৰ্মা, গোবিন্দ মহন্ত।

**তৃতীয় শাৰী :** ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, অমূল্য হালৈ, অনন্ত তালুকদাৰ, নবেন হালৈ (জন্ম-শতবাৰ্ষিকী উছৱ—২০।১৮০)

# অসমৰ ভিতৰফাল

(১) আজি অসম জুৰি হোৱা অশান্তিৰ বাবে গোটেই অসম তথা ভাৰতবাসীয়েই সচকিত হৈ উঠিছে। ভাবি আচৰিত লাগে, সহজ সৰল, শান্তিপ্ৰিয় অসম দেশত এনেকুৱা অশান্তিপূৰ্ণ ঘটনা কেনেকৈ ঘটিব পাৰে।

নেপালী আদিকে ধৰি ভাৰতৰ বিভিন্ন অংশৰ পৰা অহা সকলো মানুহকে জাতিবৰ্ণ নিৰ্ব্বিশেষে অসমীয়াই সাদৰি লৈছে। আতিথেয়তাৰ বাবে চিৰকালেই অসমীয়াই গৰ্ব্ব কৰিব পাৰে। চাহ, তেল, কয়লা আদিৰ দৰে অসমৰ সকলোবোৰ ডাঙৰ উদ্যোগেই অনা-অসমীয়াৰ হাতত। কিন্তু তাৰ বাবে অসমীয়া মানুহে কেতিয়াও খৰিয়াল কৰিবলৈ যোৱা নাই; বৰং অসমীয়া মানুহৰ অনা-অসমীয়াৰ লগত সম্বন্ধটো আদৰ্শনীয়। বঙ্গদেশৰ পৰা অহা বহুত মুছলমান মানুহো বহুতদিন ধৰি অসমত বাস কৰি আছে, কোনো দন্দ-খৰিয়াল নোহোৱাকৈ শান্তিপূৰ্ণভাৱে। দৰাচলতে বঙ্গদেশৰ পৰা অহা প্ৰায় সকলো মুছলমান লোকেই অসমকে তেওঁলোকৰ ঘৰ বুলি লৈছে আৰু অসমীয়া জীৱন পদ্ধতি আৰু চিন্তাধাৰা নিৰ্ব্বিবাদে গ্ৰহণ কৰিছে। তেওঁলোকে স্কুল পাতিছে আৰু অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হিচাপে গ্ৰহণ কৰিছে। কিন্তু এই কাৰ্য্যই বহুতো বঙালী হিন্দুৰ মনত অসূয়া ভাবৰ সৃষ্টি কৰিছে, কিয়নো তেওঁলোকে অসমত বঙালী কোৱা মানুহৰ সংখ্যা বৃদ্ধি কৰিবলৈ সদায় অহোপুৰুষাৰ্থ কৰি আছে। আৰু সেই কাৰণেই এই মানুহবিলাকক ওলুৱা মানুহৰপৰা পৃথক কৰিবলৈ বঙালীসকলে যি কোনো ধৰণৰ উপায় অৱলম্বন কৰি

আহিছে আৰু সেইবিলাক অঞ্চলৰ বহুতো স্কুলত শিক্ষাৰ মাধ্যম বঙালী কৰাত সক্ষমো হৈছে। কিন্তু থলুৱা অসমীয়াই এই ক্ষেত্ৰত কেতিয়াও কাজিয়া কৰা নাই, কিয়নো অসমীয়াই এই ভগনীয়া-বিলাকে নিজে ইচ্ছা নকৰিলে তেওঁলোকৰ ওপৰত একো বস্তু জাপি দিব নোখোজে।

(২). ইংৰাজৰ দিনৰ পৰাই একশ্ৰেণী বঙালীয়ে অসমক গ্ৰাস কৰিবলৈ যি অপচেষ্টা কৰি আহিছে, তাক বুৰঞ্জীয়ে চিঞৰি কব। ইংৰাজসকলে অসম আক্ৰমণ কৰাৰ লগে লগে ইংৰাজৰ সোঁহাত স্বৰূপ এই বঙালীসকলো অসমত সোমায় আৰু ইয়াৰ স্থানীয় মানুহৰ ওপৰত প্ৰভুত্ব বজাই ৰাখিবলৈ ইংৰাজক সহায় কৰে। সেই সুবিধাকে লৈ এই বঙালীবোৰে অসমৰ ভাষা-কৃষ্টি-সভ্যতা নষ্ট কৰি বৃহত্তৰ বঙ্গ ৰচনা কৰাৰ সপোন দেখিছিল। আৰু এই উদ্দেশ্যত ভালেখিনি সফলো হৈছিল; কাৰণ, ১৮৩৬ চনত তেওঁলোকে ইংৰাজৰ সহায়ত এই অসমভূমিত স্কুল, কছাৰী আদিত বঙ্গভাষা প্ৰচলন কৰে। শেষত ৺আনন্দৰাম ঢেকীয়াল ফুকন, ৺হেমচন্দ্ৰ বৰুৱা আদি মনীষী-সকলৰ আপ্ৰাণ চেষ্টাত বঙালীবোৰৰ অপচেষ্টা ব্যৰ্থ হয় আৰু অসমীয়া ভাষাৰ পুনৰ প্ৰৱৰ্ত্তন হয়। আজি অসমীয়া ভাষা ভাৰতৰ চৌধ্যতা ভাষাৰ ভিতৰত অন্যতম ভাষা হিচাপে গণ্য হৈছে।

ভাৰতৰ স্বাধীনতা লাভৰ পাচত প্ৰায় প্ৰত্যেক ৰাজ্যতে ভাষা সমস্যা সমাধান হ'ল। কিন্তু অসমে যেতিয়া অসমৰ ৰাজ্যভাষা গ্ৰহণ কৰিবলৈ ব্যৱস্থা ললে তেতিয়াই এই বঙালীসকলে ইয়াৰ প্ৰতিবন্ধকতা সৃষ্টি কৰিবলৈ ললে। অসমীয়া ভাষা-সৃষ্টিৰ বিৰুদ্ধে ঘৃণনীয় অপপ্ৰচাৰ চলোৱাটো কলিকতীয়া বঙালী সম্বাদপত্ৰসকলৰ নিয়ম হৈ পৰিল। অসমীয়াই বঙালীসকলৰ এই অপচেষ্টাৰ কেবাবাৰো প্ৰতিবাদ কৰিছে। কিন্তু মন কৰিবলগীয়া কথা হৈছে এই—যেতিয়াই অসমীয়াসকলে বঙালীসকলৰ এই দুৰভিসন্ধিৰ বিৰুদ্ধে আন্দোলন

কৰিছে, তেতিয়াই তেওঁলোকে এই আন্দোলনক 'বঙালখেদা' আন্দোলন নাম দি ইয়াক বিকৃত ৰূপ দিবলৈ চেষ্টা কৰিছে। 'ইণ্ডিয়ান লেজিচ্‌লেটিভ্‌ কাউন্সিল'ৰ সেই সময়ৰ সদস্য স্বৰ্গীয় নবীন বৰদলৈদেৱৰ নিচিনা মহান নেতাসকলে বঙালীৰ এই কুৎসা ৰটনাৰ যোগ্য প্ৰত্যুত্তৰ সেই সময়তে কলিকতীয়া কাকতত দিছে।

অকল সেয়ে নহয়, একশ্ৰেণী বঙালীয়ে আমাৰ পৰ্ব্বতীয়া সবল-চিন্তীয়া ভাইসকলৰ মাজত সোমাই তেওঁলোকৰ মাজত অসমীয়াৰ বিৰুদ্ধে সন্দেহৰ ভাব সিঁচিছে আৰু অসমীয়া লোক আৰু অসমীয়া ভাষাৰ বিৰুদ্ধে তেওঁলোকক উচটাইছে। শ্বিলঙত হোৱা সাম্প্ৰতিক গণ্ডগোলত, বঙালীসকলেই কিছুসংখ্যক পাহাৰী ভাইসকলক অসমীয়াৰ বিৰুদ্ধে উচটাই নানা অপ্ৰীতিকৰ ঘটনা ঘটাইছে। কেবা শ অসমীয়া মানুহে নিজৰ ঘৰবাৰী এৰি এছেম্‌ব্লী হোষ্টেলত আশ্ৰয় লব লগা হৈছে।

(৩) যোৱা ২১ এপ্ৰিলত, অসম প্ৰদেশ কংগ্ৰেছৰ সভাত গৃহীত প্ৰস্তাৱটোত এইটো স্পষ্টভাৱে কোৱা হৈছে যে বঙালী আৰু আন পৰ্ব্বতীয়া ভাইসকলৰ ওপৰত অসমীয়া ভাষা জোৰ কৰি জাপি দিয়া নহয়। তাত তেওঁলোকৰ স্বাৰ্থৰ যথেষ্ট ৰক্ষণাবেক্ষণৰ ব্যৱস্থা আছে। কিন্তু এই প্ৰস্তাৱক আদৰি লোৱা দূৰৰ কথা, অসমবাসী বঙালীসকলে বিশেষকৈ কাছাৰৰ বঙালীসকলে ইয়াৰ ঘোৰ প্ৰতিবাদ কৰিলে। প্ৰস্তাৱটোত কোৱা হৈছিল "অসমীয়াক ৰাজ্যভাষা কৰিলেও কাছাৰ আৰু পাৰ্ব্বত্য জিলা কেইখনৰ মানুহবিলাক নিজে প্ৰস্তুত নহয় মানে তাত অসমীয়া ভাষা জাপি দিয়া নহয়।" কিন্তু একশ্ৰেণী বঙালীয়ে মুকলিভাৱে অসমীয়া ভাষাৰ বিৰুদ্ধে আক্ৰমণ চলাবলৈ ললে আৰু তাত কলকতীয়া বাতৰি কাকতে সাম্প্ৰদায়িকতাৰ ঘৃতাহুতি ঢালি দেশত এটা ঘৃণ্য অপ্ৰীতিকৰ পৰিবেশ সৃষ্টি কৰিলে।

যোৱা ২১ মে'ত শ্বিলঙৰ বঙালীসকলে অকথ্য ভাষাত অসমীয়া

বিৰোধী 'শ্লোগান' দি শোভাযাত্ৰা কৰিলে। শিলঙৰ সেইদিনাৰ বঙালীসকলৰ এই অভদ্ৰোচিত, বীভৎস কাণ্ডক এটা সভ্য জাতিৰ বৰ্ব্বৰতাৰ বাহিৰে একো বুলিব নোৱাৰি। ৰাজ্যৰ শান্তি-শৃঙ্খলা ৰক্ষা কৰা বিভাগৰ ৰৰমূৰীয়াজনৰ (যিজন নিজেই বঙালী) অফিচ শিলঙতে। কিন্তু দুখৰ বিষয়, সমাজবিৰোধী এটা শ্ৰেণীৰ তেনেকুৱা শান্তি-শৃঙ্খলা ভঙ্গ কৰা বৰ্ব্বৰতামূলক কাম বন্ধ কৰিবলৈ কৰ্ত্তৃপক্ষই একো কৰা দেখা নগ'ল। কৰ্ত্তৃপক্ষৰ এই উদাসীনতাৰ স্বাভাৱিক ফল স্বৰূপে ৰাজধানীৰ অসমীয়াসকলে দুৰ্ব্বৃত্তসকলৰ হাতত অশেষ অপমান আৰু লাঞ্ছনা ভোগ কৰিব লগা হ'ল। এই ঘটনাই গোটেই অসমতে স্বাভাৱিকতে এটা অপ্ৰীতিকৰ চাঞ্চল্যৰ ভাব সৃষ্টি কৰিলে। সিফালে যোৰহাটত, স্থানীয় ছাত্ৰসকলে অসমীয়াক ৰাজ্যভাষা কৰাৰ দাবীত মৰীয়নীলৈ খোজ কাঢ়ি শোভাযাত্ৰা কৰিলে। কিন্তু যেতিয়া শান্তি-পূৰ্ণভাৱে শোভাযাত্ৰা কৰা ছাত্ৰৰ দলটো যোৰহাটৰ মুখে ঘূৰি আহিবলৈ ধৰিলে তেতিয়াই মৰিয়নীৰ বঙালীসকলে অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ নিৰীহ ছাত্ৰসকলৰ ওপৰত আক্ৰমণ চলাই বহুতকে আহত কৰিলে।

এই ঘটনাৰ পাছতে লামডিং জংচনত (য'ত বঙালী বাসিন্দাৰ সংখ্যা সৰহ) স্থানীয় বঙালীসকলে অলপ সংখ্যক অসমীয়া বাসিন্দাৰ ওপৰত অমানৱীয় অত্যাচাৰ কৰিলে। আনকি দুৰ্ব্বৃত্তসকলে স্থানীয় চিনেমা হলত চলি থকা অসমীয়া কথাছবি 'পুৱেৰুণ'ৰ প্ৰদৰ্শনী বন্ধ কৰিবলৈ 'হলত' আক্ৰমণ কৰি দৰ্শকসকলক অপমান আৰু অত্যাচাৰ কৰিলে। এইবোৰ হিংসাত্মক কাৰ্য্যৰ ফলস্বৰূপে দুৰ্ভগীয়া অসমীয়া বাসিন্দাসকলে ঘৰবাৰী এৰি নিজৰ দেশতে ভগনীয়া হৈ যোৰহাট হৈ গুৱাহাটীলৈ আহিল।

অসমীয়াসকলে বঙালীসকলৰ এই কু-অভিসন্ধিপূৰ্ণ অসমীয়া-বিৰোধী কাৰ্য্যকলাপৰ বিৰুদ্ধে জোৰভাৱে প্ৰতিবাদ জনালে; আৰু স্বাভাৱিকতে দুই-এঠাইত দুই এটা বিক্ষিপ্ত অপ্ৰীতিকৰ ঘটনাও ঘটিল।

কিন্তু কলিকতীয়া কাকতবিলাকে বঙালীসকলৰ অসমীয়াৰ বিৰুদ্ধে কৰা ষড়যন্ত্ৰতাক দোষ দিয়ক চাৰি, অসমৰ বাহিৰত অসম আৰু অসমীয়াক হেয় প্ৰতিপন্ন কৰিবলৈ ভিত্তিহীন আৰু অতিৰঞ্জিত উবাবাতৰি প্ৰকাশ কৰিবলৈ ধৰিলে। সিফালে শিলচৰ বাৰ-এচোচিয়েচনে এটা প্ৰস্তাৱ-যোগে কেন্দ্ৰীয় চৰকাৰলৈ অসমৰ শাসনভাৰ লবলৈ টানি অনুৰোধ কৰিলে। আৰু লগতে বঙালীসকলে অসমত বাসকৰা মাৰোৱাৰী, বিহাৰী, নেপালী, পাঞ্জাবী আৰু অন্যান্য ভাষাভাষীসকলৰ লগত অসমীয়াবিলাকৰ ইমান দিনে চলি থকা সম্প্ৰীতিৰ ভাব আঁতৰাবলৈ উঠি পৰি লাগিল। মুঠতে বঙালীসকলে অসমত বাস কৰা আন আন অনা-অসমীয়াসকলক নিজৰ কলীয়া কৰি লৈ এটা সংযুক্ত মৰ্চ্চা গঠন কৰিবলৈ চেষ্টা কৰিলে। বিহাৰী মজদুৰ ইউনিয়নৰ নেতাজনে দিয়া বিবৃতিৰপৰা বঙালীসকলৰ এই মনোভাব সুন্দৰভাৱে ওলাই পৰিছে।

এনেকুৱা এটা অপ্ৰীতিৰ পৰিবেশ সৃষ্টি কৰি বঙালীসকলে অলপতে শিলচৰত এখন অৰ্থনৈতিক অভিবৰ্ত্তন ( ইকনমিক কনভেন্সন ) পাতিলে আৰু তাৰ দ্বাৰা তেওঁলোকৰ 'পূৰ্ব্বাচল' আন্দোলনক এটা নতুন ৰূপ দিলে। এইটো এতিয়া বহুলাই কোৱাৰ আৱশ্যক নাই যে বঙালী-সকলৰ সেই তথাকথিত অভিবৰ্ত্তন জনসাধাৰণক ঠগিবলৈ কৰা এটা ৰাজনৈতিক ভুৱাহে। প্ৰায় একে সময়তে শিলচৰত 'বঙ্গ ভাষা সম্মিলন' বঙালীসকলে পাতিলে আৰু তাত বঙালী নেতা শ্ৰীচপলা ভট্টাচাৰ্য্যই অসমক দ্বিভাষী ৰাজ্য হিচাপে ঘোষণা কৰিবলৈ দাবী জনালে আৰু তেওঁৰ সুৰতে কলিকতীয়া বঙালী বাতৰি কাকতবিলাকে উক্ত আন্দোলন সমৰ্থন কৰি অসমত বাস কৰা অনা-অসমীয়াবিলাকৰ মাজত বিভেদ আৰু নিৰাপত্তাহীনতাৰ ভাব সৃষ্টি কৰিবলৈ প্ৰচাৰ চলাবলৈ আৰম্ভ কৰি দিলে। উক্ত ঘটনাবোৰে অসমৰ বায়ুমণ্ডল প্ৰৰোচনাৰে পৰিপূৰ্ণ কৰি পেলালে। স্বাভাৱিকতে অসমীয়াসকলে তেওঁলোকৰ গণতান্ত্ৰিক সমাজ জীৱনত এই অবিচাৰবোৰ মানি লবলৈ

টান পালে। শিলচৰত এই কাৰ্য্যবোৰ হৈ থকা কালতে গুৱাহাটীৰ পুলিচ বিভাগে কেইজনমান বঙালী বিষয়াৰ পক্ষপাতিতাৰ সহায়ত গুৱাহাটীৰ ছাত্ৰসকলৰ বিৰুদ্ধে ক্ষোভ আৰু বিদ্বেষেৰে কাম কৰিবলৈ ললে। নানা অজুহাত দেখুৱাই উক্ত পুলিচ বিষয়া কেইজনে বেসামৰিক কৰ্তৃপক্ষক বুজাই-বৰাই গুৱাহাটীত সান্ধ্য আইন জাৰি কৰালে। ফলত অনাহকতে গুৱাহাটীৰ নাগৰিক জীৱন মিছা আতঙ্কই আবৰি পেলালে আৰু স্বাভাৱিক নাগৰিক জীৱন অচল হৈ পৰিল। গুৱাহাটীৰ নাগৰিকে এই ব্যৱস্থাৰ ঘোৰ প্ৰতিবাদ জনালে আৰু কৰ্তৃপক্ষই বাধ্য হৈ উক্ত আইন উঠাই ললে।

তাৰ পিছত ৪ জুলাইত, গুৱাহাটীৰ কটন কলেজৰ হোষ্টেলৰ ওচৰত এটা সাধাৰণ ঘৰত জুই লাগে। তৎক্ষণাৎ পুলিচ কৰ্তৃপক্ষই ইয়াৰ কাৰণে ছাত্ৰসকলক দোষী কৰিবলৈ সুবিধা ললে আৰু হোষ্টেলৰ ভিতৰত থকা নিৰীহ ছাত্ৰৰ ওপৰত গুলীচালনা কৰি এজন ছাত্ৰক নিহত আৰু আন ছয়জনক গুৰুতৰভাৱে আহত কৰিলে। এই বে-আইনী গুলীচালনাৰ ঠিক পাছতে দিন দুপৰতে গুৱাহাটীত আকৌ সান্ধ্য আইন জাৰি কৰিলে। পুলিচৰ এই অমানুষিক হত্যাকাণ্ডৰ বাতৰি চাৰিওফালে বিয়পি পৰাৰ লগে লগে ৰাজ্যৰ বিভিন্ন ঠাইত নানা অপ্ৰীতিকৰ ঘটনা ঘটিবলৈ ললে।

আনফালে 'শ্ৰীচপলাবাবু'ৰ আদৰ্শানুৰাগীসকলে কলিকতীয়া প্ৰচাৰ যন্ত্ৰৰ সহায়ত অসমীয়াৰ বিৰুদ্ধে নানা বিদ্বেষ উদগীৰণ কৰিলে।

বৰ দুখৰ কথা যে এনেকুৱা সঙ্কটপূৰ্ণ অৱস্থাতে অসমৰ মুখ্যমন্ত্ৰী অসুখ হৈ বিছনাত পৰি থাকিবলগীয়া হ'ল।

ইতিমধ্যে ৰাজ্যৰ চাৰিওফালে কিছুমান দুৰ্বৃত্তই নানা অশান্তিৰ সৃষ্টি কৰিলে। বহুত ক্ষেত্ৰত দেখা গৈছে এই দুৰ্বৃত্তসকলৰ ভাষা সমস্যাটোত কোনো স্বাৰ্থ নাই। সেইসকলে এই অশান্ত পৰিস্থিতিৰ সুযোগ লৈ নিজৰ স্বাৰ্থসিদ্ধিৰ কাৰণে লাগি পৰিল। এই অশান্ত

অঞ্চলবিলাকত বাস কৰা বিশেষকৈ পূৰ্ব্ববঙ্গৰপৰা ভাগি অহা ভগনীয়া-সকল পাকিস্তানৰ স্মৃতি এনেত কৰি সামান্যতম ঘটনাতে আতঙ্কিত হ'ল আৰু কিছুমান বঙালী ভগনীয়া পশ্চিম বঙ্গৰ শিলিগুৰি আদি ঠাইলৈ গুচি গ'ল। সেইবিলাক ঠাইত নতুনকৈ যোৱা ভগনীয়া-বিলাকে ঢোটোকে বোটো কৰি অসমৰ এখন অতিৰঞ্জিত ছবি বৰ্ণণা কৰিলে। বহুত ক্ষেত্ৰত ঋণ আৰু ক্ষতিপূৰণ পোৱাৰ আশাত বহুতেই বয়বস্তুবোৰ নিৰাপদে গোপনে আন ঠাইত থৈ নিজে নিজৰ ঘৰত জুই দিয়া ঘটনা সকলোৰে জনাজাত। এইটো উল্লেখ কৰা যায় যে আজি কেমাহমান আগতে অসমৰ স্বায়ত্ত শাসিত মিকিৰ পাহাৰত কেবাশও জাল ভগনীয়াই বলপূৰ্ব্বক মাটি দখল কৰি বহি আছিল। চৰকাৰে স্বায়ত্ত শাসিত জিলা সমূহৰ নিয়ম অনুসৰি এই ভগনীয়াসকলক উচ্ছেদৰ ব্যৱস্থা হাতত লয়। সেই সময়ত এই জাল ভগনীয়াসকলে পুলিচৰ গুলী চালনাত মৃত্যু হোৱা বুলি দুজন জীৱিত মানুহৰ শৰাচ্ছাদন কৰি শোভাযাত্ৰা কৰে। পিছত পুলিচে ঘটনাস্থলত উপস্থিত হৈ সেই জীৱিত-মৃত লোক দুজনক গ্ৰেপ্তাৰ কৰে। এনে ধৰণেই কুৎচিত ঘটনাৰে এই ভগনীয়াসকলেই গোটেই অসমত তোলপাৰ লগাইছে। এই স্বাৰ্থান্বেষী বঙালী শ্ৰেণীটোৱে নিশ্চয়কৈ জানে যে তেওঁলোকৰ কামৰ দ্বাৰা কেতিয়াবা কিবা বিপদত পৰিলেও তেওঁলোকৰ পশ্চিম বঙ্গ চৰকাৰ আৰু পশ্চিম বঙ্গৰ মানুহে তেওঁ-লোকক সমৰ্থন আৰু সহায় কৰিব। এই বঙালীসকল অসমত সোমোৱাৰ পৰাই অসমৰ বুকুত বঙ্গদেশৰ সীমা বঢ়াই বৃহত্তৰ বঙ্গ স্থাপন কৰাৰ সপোন দেখি আছিছে। যি কোনো অসমীয়া-বিৰোধী কথাতে অসমৰ এই বঙালীসকলে তেওঁলোকৰ প্ৰদেশৰ মানুহৰ পৰা সক্ৰিয় সহানুভূতি আৰু সহযোগ পাই আহিছে।

এই বঙালী শ্ৰেণীটোৱে অসমৰ কোনো উন্নতিমূলক কামতে

সমৰ্থন যোগোৱা নাই। বৰং তেওঁলোকে তাৰ পৰা নিজকে আঁতৰাইহে ৰাখিছে। অসমত যেতিয়া বিশ্ববিদ্যালয় স্থাপনৰ কথা উঠাল অসমৰ বঙালীসকলে তেতিয়া বিধানসভাত বিশ্ববিদ্যালয় বিলৰ বিৰোধীতা কৰিছিল। তেওঁলোকে অসমত হাইকোৰ্ট আৰু সুকীয়া 'ৰেলৱে জ'ন' স্থাপন কৰাতো ব্যাঘাত জন্মাইছিল। অলপতে যেতিয়া অসমত দ্বিতীয় মেডিকেল কলেজ স্থাপন কৰাৰ কথা উঠিল, তেওঁলোকে দাবী কৰিলে সেইখন শিলচৰত স্থাপন হব লাগে বুলি (এখন জিলাৰ কাৰণে এখন মেডিকেল কলেজ ?)।

১৯২১ চনত মহাত্মা গান্ধীয়ে আহ্বান কৰা অসহযোগ আন্দোলনতো অসম উপত্যকাত বাস কৰা বঙালীসকল নীৰৱ হৈ আছিল। অসমৰ এই আন্দোলনত তেওঁলোকৰ ত্যাগ নাই বুলিলেও বঢ়াই কোৱা নহয়।

অলপতে শ্ৰীশঙ্কৰদাস বেনাৰ্জ্জী আৰু কলিকতাৰ আন দুজন প্ৰধান নেতা তথাকথিত শান্তিৰ বাণী লৈ অসমলৈ আহিছিল। তেওঁলোকেও অলপো দ্বিধা নোহোৱাকৈ অসমৰ সাম্প্ৰতিক অশান্তিক 'বঙালখেদা' আন্দোলন বুলি অভিহিত কৰিলে।

এই কথা সহজতে বুজিব পৰা যায় যে অসমত অলপতে সৃষ্টি কৰা অশান্তিবোৰ বঙালীসকলৰ বৃহত্তৰ বঙ্গ আন্দোলনৰ এটা স্তৰহে। পশ্চিম বঙ্গৰ মুখ্যমন্ত্ৰী শ্ৰীবিধানচন্দ্ৰ ৰায় আৰু পশ্চিম বঙ্গৰ অন্যান্য দায়িত্বশীল নেতাসকলে অসমত হোৱা অশান্তিবোৰৰ কাৰণে দুখ কৰি অসমীয়াসকলক ঠেক প্ৰাদেশিকতাৰ দোষত দূষিত কৰাৰ চেষ্টা কৰিলে। এই সকলোবিলাক বিবেচনা কৰিলে দেখা যায় যে আজি সৰহ সংখ্যক বঙালীয়েই কিবা দুৰাৰোগ্য মানসিক বিকাৰগ্ৰস্ত হৈ পৰিছে। ডাঃ ৰায়ৰ দিনতে কোচবিহাৰ আৰু জলপাইগুৰিৰ থলুৱা অসমীয়া মানুহবিলাকৰ প্ৰতি কৰা দুৰ্ব্যৱহাৰ আৰু তাৰ অংশবিশেষ বঙ্গদেশত চামিলকৰণৰ কথাৰ এতিয়া আৰু উল্লেখ কৰাৰ প্ৰয়োজন নকৰে।

ৰাজ্য পুনৰ্গঠন আয়োগ অহাৰ সময়ত বঙালীসকলে ধুবুৰী মহকুমাৰ একাংশ পশ্চিম বংগত সুমুৱাবলৈ কৰা বিফল অপপ্ৰয়াস আঃ বাসুৰ মনত নিশ্চয় আছে।

তেওঁৰ ৰাজ্যতে শিলিগুৰিত সিদিনাথৰ অসমৰ উদীয়মান ডেকা সাহিত্যিক আৰু সাংবাদিক ৺সূৰ্য্য বৰাৰ মৃত্যুৰ কাৰণে কিছুমান বঙালীয়েই দায়ী। ৺বৰাই ৰেলৱে কৰ্মচাৰী হিচাপে নিজাগীৰ কামত কলিকতাৰ পৰা গুৱাহাটীলৈ আহিছিল। পশ্চিম বঙৰ বঙালীয়েই ৺বৰাক ৰেলৰ ডবাৰ পৰা টানি আনি হত্যা কৰিলে। পশ্চিম বঙ্গ চৰকাৰে অকল যে ৺বৰাৰ নিৰাপত্তাৰে ব্যৱস্থা কৰিব নোৱাৰিলে এনে নহয়, ৺বৰাৰ মৃতদেহ সংকাৰৰ কাৰণে অসমত থকা তেওঁৰ আত্মীয়-স্বজনৰ ওচৰলৈ পঠোৱাৰো ব্যৱস্থা কৰিব নোৱাৰিলে।

শিলিগুৰিৰ বঙালী জনতাই অসম বিধান সভাৰ বিৰোধী দলপতি শ্ৰীহৰেশ্বৰ গোস্বামীকো আক্ৰমণ কৰি তেওঁক আৰু তেওঁৰ পত্নীৰ ওপৰত নিষ্ঠুৰভাৱে প্ৰহাৰ কৰে। শিলিগুৰি আৰু তাৰ কাষৰ ষ্টেশ্যনবোৰত অসমলৈ অহা ৰেলগাড়ীবোৰ ৰখাই ডবাৰ ভিতৰৰ পৰা অসমীয়া মানুহ উলিয়াই আনে আৰু প্ৰহাৰ কৰে। আনকি কিছুমান মাৰোৱাৰী আৰু হিন্দুস্থানী লোকো বঙালী দুৰ্বৃত্তৰ এইবোৰ অত্যাচাৰৰ পৰা হাত সাৰিব পৰা নাই।

কলিকতাত থকা অসমীয়া মানুহবিলাকে গভীৰ উৎকণ্ঠা আৰু আতঙ্কৰ মাজত দিন কটাইছে। কলিকতাৰ হোটেলবিলাকত নতুনকৈ অহা অসমীয়া মানুহৰ সন্ধানত সদায় অনুসন্ধান চলোৱা হয়।

সেইদৰে কাছাৰ জিলাতো অসমীয়া মানুহৰ জীৱন নিৰাপদ নহয়। আনকি সৰ্ব্বভাৰতীয় কংগ্ৰেছ আৰু প্ৰদেশ কংগ্ৰেছৰ সভাপতিদ্বয়েও তেওঁলোকৰ কাছাৰ ভ্ৰমণ কালত শিলচৰত বঙালীৰ পৰা অপমান পাব লগা হৈছে। এনেকুৱা উচ্চৃংখলতাৰ কাম কৃষ্টি-সভ্যতাক লৈ বুকু ওফন্দাই ফুৰা বঙালীসকলৰ বাহিৰে আনে কৰিব নোৱাৰে।

ৰাজ্যভাষা সংক্ৰান্তত অসমত হোৱা সাম্প্ৰতিক গণ্ডগোলবোৰ সঁচাকৈয়ে দুৰ্ভাগ্যজনক। অসম আৰু পশ্চিম বঙ্গ তথা গোটেই ভাৰতৰে ঐক্য আৰু নিৰাপত্তাৰ বাবে অসম আৰু পশ্চিম বঙ্গৰ চৰকাৰ আগবাঢ়ি আহি এনেকুৱা ঘটনা যাতে ভৱিষ্যতে আৰু কোনোখন ৰাজ্যতে নঘটে তাৰ বাবে যত্নবান আৰু সাবধান হ'ব বুলি আশা ৰাখিছোঁ। অসমত বাস কৰিবলৈ অহা বঙালী লোকসকলক আমি আন্তৰিকতাৰে অনুৰোধ জনাইছোঁ যাতে তেওঁলোকে তেওঁলোকৰ মিছা গৰ্ব্ব প্ৰত্যাহাৰ কৰে আৰু অসমক এখন 'প্ৰবাস বিহাৰ' বুলি নধৰি নিজৰ ঘৰ বুলি আদৰি লয়। তেতিয়াহে অসমত পাৰস্পৰিক ভ্ৰাতৃভাৱ আৰু প্ৰকৃত শান্তিৰ পৰিৱেশ সৃষ্টি হ'ব আৰু অসমীয়া-বঙালী সকলোৱে ইয়াত সুখে শান্তিৰে বাস কৰিব পাৰিব।

ৰঘুনাথ চৌধাৰী, কবিৰত্ন
ভাৰতৰ এজন নাগৰিক, গুৱাহাটী।